গুৰুত্বপূৰ্ণ পৰামৰ্শ হ'ল—"আখৰ চিনাৰ আগতে ক, খ ইত্যাদি ক্ৰমে ফলা আওৰাবলৈ দিয়ে আৰু চিলঠত আখৰ লিখিবলৈ দিয়ে। আখৰ নিচিনাকৈ ফলা আওৰাৰ পৰা আখৰ চিনাত পলম হয় আৰু আখৰ চিনাৰ আগতে লিখিবলৈ দিয়াৰ পৰা লিখা-পঢ়াৰ কামলৈ ল'ৰাৰ এটা ভয় সোমাই যায়।"

এনেবোৰ তাৎপৰ্যপূৰ্ণ মন্তব্য সম্বলিত এই কিতাপখনৰ তাৎপৰ্য অন্ততঃ চৰকাৰে উপলব্ধি কৰা উচিত। সম্প্ৰতি প্ৰাথমিক শিক্ষাৰ যি শোচনীয় অৱনতি ঘটিছে—তাৰ পটভূমিত এনে ধৰণৰ হাত-পুথি এখন শিক্ষকৰ হাতে হাতে ৰখাটো বাধ্যতামূলক কৰাটো চৰকাৰৰ কৰ্তব্য বুলি ভাবো।

৺ভট্টাচাৰ্য্যই তৃণমূল পৰ্যায়ৰ পৰা শিক্ষাৰ উৎকৰ্ষ সাধন কৰাটো কৰ্তব্য বুলি গণ্য কৰিছিল। সেইদেখি অতবোৰ কামৰ মাজতো তেখেতে ১৯৪৮ চনত মুকুলৰ ক, খ, প্ৰথম ভাগ আৰু ১৯৫৬ চনৰ বিনুৰ ক, খ নামৰ দুখন কিতাপ নিচেই সৰু চামৰ বাবে লিখি উলিয়াইছিল। শিশুৰ মনৰ কাষ চপাৰ প্ৰয়াস এই কিতাপত সুস্পষ্ট হৈ উঠিছিল আৰু সেই ফালৰ পৰা ইয়াক সাৰ্থক সৃষ্টি বুলি কব পাৰি। তেখেতে এই প্ৰচেষ্টা অব্যাহত ৰখা হ'লে কেতবোৰ মূল্যবান পাঠ্যপুথি প্ৰকাশ হ'লহেঁতেন।

'গান্ধীবাদী নবেন' শীৰ্ষক কিতাপখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰে। ৺ভট্টাচাৰ্য্যই আগ-কথাত লিখিছে যে "গতানুগতিকভাৱে সাহিত্যৰ পুথি নিলিখি গান্ধী সাহিত্যৰ প্ৰয়োগৰ এটি কাল্পনিক গল্পৰ আশ্ৰয় লৈ সমাজ গঠনৰ দৃষ্টিভঙ্গী দিবলৈ যত্ন কৰা হৈছে।" তেখেতে কৈছে যে বুনিয়াদী শিক্ষাত প্ৰাৰ্থনা আৰু একাদশ ব্ৰত শিক্ষাৰ অৱশ্য কৰ্তব্য। গান্ধী সাহিত্যৰ আলমত ঘাইকৈ অনুবাদৰ আশ্ৰয় লৈ গান্ধীজীৰ একাদশ ব্ৰতৰ ব্যাখ্যা যথাসাধ্যে এই পুস্তিকাত সন্নিবেশ কৰা হৈছে।" অহিংসা, সত্য, সৰ্বত্ৰ ভয় বৰ্জন, সৰ্ব ধৰ্মৰ সমানত্ব আদি একাদশ ব্ৰতৰ ব্যাখ্যা সম্বলিত এই পুথি বুনিয়াদী শিক্ষাৰ সাহিত্যৰ পাঠ্যাৱলীৰ ভিতৰত গণ্য হ'ব পাৰে।

উপন্যাস, গল্পৰ পৰ্যায়ত নধৰি সেইদেখি শিক্ষাবিদ ভট্টাচাৰ্য্যইহে ঘাইকৈ আত্মপ্ৰকাশ কৰা এই কিতাপখনক এইটো পৰ্যায়ৰ ভিতৰতে সামৰি লৈছো। আদৰ্শবাদী নবেনক কেন্দ্ৰ কৰি ঘটনাই গঢ় লৈছে। উপযুক্ত শিক্ষা লাভ কৰা নবেনৰ দেশৰ আৰু দহৰ কামেই একমাত্ৰ ব্যৱসায়। ঘৰৰ চিন্তা নকৰাত গৃহিণী শান্তি নানা বিপৰ্যয়ৰ মাজেদি পাৰ হ'বলগীয়া হৈছে।

তাৰ মাজতো বিচলিত নহৈ নবেনে গাঁৱৰ বাইজৰ মাজত গান্ধীজীৰ একাদশ ব্ৰতৰ বিষয়ে বুজাই ফুৰিছে। নবেনৰ জীৱনৰ বিভিন্ন স্তৰৰ ঘটনাৰ যোগেদি গান্ধীজীৰ চিন্তাধাৰাৰ শিক্ষা বিস্তাৰ কৰি নবেন সমাজ-কৰ্মী হৈ থাকিল। কিন্তু দেশৰ স্বাধীনতাৰ পিছত কংগ্ৰেছে চেহেৰা সলোৱাৰ বাবে নবেন ক্ষুব্ধ নোহোৱাকৈ নেথাকিল।

## ২য় খণ্ড

# ঔপন্যাসিক ভট্টাচাৰ্য্য

৺দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্যই কেইবাখনো উপন্যাস ৰচনা কৰিছিল। সেইবোৰ হ'ল ফল্গু প্ৰবাহ, আধুনিকা, অনুভূতিৰ পাৰে পাৰে, কঁলা ডাৱৰ, প্ৰেমৰ মহিমা আৰু ভ্ৰান্তি।

এইবোৰ উপন্যাসৰ বিষয়ে সেই সময়ৰ পটভূমিতহে বিচাৰ কৰাটো উচিত হ'ব। সেই সময়ত অসমীয়া উপন্যাস যাইকৈ যিটো পৰ্যায়ত আছিল, সেইটো পৰ্যায়ত আধুনিক উপন্যাসৰ ৰূপ বা গতিধাৰা বিচাৰিলে বিচাৰি পোৱা নেযাব। ৺ভট্টাচাৰ্য্যৰ উপন্যাসৰ বিচাৰো তেনেদৰেহে হ'ব লাগিব। আধুনিক উপন্যাসৰ ৰচনা ধাৰা, বিষয়ৰ উপস্থাপন আদি বিষয়ত ৺ভট্টাচাৰ্য্যৰ উপন্যাসে খাপ নেখাব পাৰে।

কিন্তু সময়ৰ চাহিদা পূৰণ কৰাৰ অৰ্থে তেখেতে চলোৱা এনেবোৰ প্ৰচেষ্টাৰ বিশেষ মূল্য থাকিব। ৺ভট্টাচাৰ্য্য মূলতঃ এজন সংস্কাৰকামী লোক। সেইদেখি তেখেতৰ ৰচনাত সংস্কাৰেই মূল বিষয় ৰূপে স্থান পায়। অৱশ্যে উপন্যাসৰ মাজতো শিক্ষাবিদ ভট্টাচাৰ্য্যই সততে ভুমুকি মাৰেহি। শিক্ষাৰ সংস্কাৰৰ লগতে সমাজৰ সংস্কাৰেও সমানে ঠাই পায়। তেখেতৰ উপন্যাসসমূহে সমাজৰ সংস্কাৰৰ বিষয়টোক মূল লক্ষ্য ৰূপে গ্ৰহণ কৰিছে। তেখেতৰ আটাইবোৰ উপন্যাসৰ মূল বক্তব্য একেটাই।

পশ্চিমীয়া ধ্যান-ধাৰণাই দেশ ছাটি ধৰাৰ ফলত এহাতে আমি আমাৰ ঐতিহ্য হেৰুৱাইছোঁ আৰু আনহাতে নতুন ধাৰাক হজম কৰি আমাৰ পৰিবেশৰ লগত খাপ খোৱাকৈ গঢ় দিব নোৱাৰি সমাজক এটা গুৰুতৰ সংকটৰ মাজলৈ আমি ঠেলি দিছোঁ। তাৰ ফলত নানান অনাচাৰে দেখা দিছে। তদুপৰি সমাজত এটা ক্ষতিকৰ মূল্যবোধে গা কৰি উঠিছে—যাৰ ফলত পৰম্পৰাগত সম্পদবোৰক এৰেহা জ্ঞান কৰি আমি মৰীচিকা খেদি ফুৰিছোঁ। এনে পৰিস্থিতিলৈ লক্ষ্য ৰাখিয়েই এই প্ৰসঙ্গটোকে ৺ভট্টাচাৰ্যই তেখেতৰ উপন্যাসৰ বিষয়-বস্তুৰূপে লৈছে আৰু সমস্যাৰ প্ৰতিকাৰৰ বাবে উপন্যাসৰ বিভিন্ন চৰিত্ৰৰ যোগেদি কেতবোৰ বক্তব্য দাঙি ধৰিছে। কিন্তু তাৰে সৰহ ভাগ বক্তব্যই বিতৰ্কৰ স্থানহে উলিয়াই দিছে। আমি সময়ৰ গতি ওলোটাই দিয়াটো কোনোমতে সম্ভৱপৰ নহয়; সেই গতিৰ লগতে সহযাত্ৰী হৈ নিজৰ স্থিতি অটুট ৰখাৰ হকে নতুন উদ্যম হাতত লোৱাটোহে আমাৰ কৰ্ত্তব্য।

'ফল্গু প্ৰবাহ' উপন্যাসখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। এতিয়াৰ উপন্যাসৰ স্বীকৃত ঠাচৰ পৰা সুকীয়া যেন লাগিলেও প্ৰায় আঢ়েকুৰি বছৰৰ আগৰ সময়ৰ পটভূমিৰ পৰাহে উপন্যাসখনৰ বিচাৰ কৰা উচিত হ'ব।

উপন্যাসৰ অন্যতম চৰিত্ৰৰ যোগেদি ৺ভট্টাচাৰ্যই নতুন প্ৰশ্ন তুলিছে—"সমাজে যে কচি পৰিবৰ্তন কৰি সাম্প্ৰদায়িকতা আছে বুলি সাৱধানে পুৰণি কচিৰ পৰা আঁতৰি যাব ধৰিছে, তাৰদ্বাৰা নতুন সাম্প্ৰদায়িকতাৰ সৃষ্টি হোৱা নাইনে?" উপন্যাসৰ চৰিত্ৰৰ

যোগেদি তেখেতে কোৱাইছে—"দেশৰ শিক্ষা-নীতি ধৰ্ম-নীতিৰ পৰা বহুত দূৰৈত থকা বাবেই ভাৰতীয় সমাজত বিশৃঙ্খলাই দেখা দিছে।" এনে ধৰণৰ বহুতো মন্তব্য পোৱা যাব—যিবোৰে গান্ধীজীৰ ধ্যান-ধাৰণাৰ পৰা ৺ভট্টাচাৰ্য্যক বহুতো নিলগাই নিয়াৰ নিদৰ্শন দাঙি ধৰিব। বুনিয়াদী শিক্ষাৰ বিষয়ে লিখা কিতাপত গান্ধীবাদৰ প্ৰতি থকা অচলা ভক্তিৰ ঠাইত এটা নতুন মূল্যবোধে ৺ভট্টাচাৰ্য্যক আগুৰি ধৰিলে। সেইদেখি অনুক্ৰমে আঁতৰি যোৱাটো পৰিলক্ষিত হ'ল। 'ফল্গু প্ৰবাহ' উপন্যাসতে এঠাইত উল্লেখ কৰিছে যে সহভোজনেই অস্পৃশ্যতা দূৰ নকৰে। ৺ভট্টাচাৰ্যৰ পৰিয়ালৰ পৰা জনা মতে তেখেতে গান্ধীজীলৈ লিখা চিঠি এখনতো এই মন্তব্য কৰিছিল।

উপন্যাসখনৰ 'ফল্গু প্ৰবাহ' নামকৰণেই ৺ভট্টাচাৰ্য্যৰ চিন্তাধাৰাৰ ইঙ্গিত দিছে। আমাৰ সমাজৰ পৰম্পৰাই হ'ল শক্তিৰ উৎস। পৰম্পৰা ৰক্ষা কৰিলেই প্ৰাণশক্তি সঞ্চাৰিত হ'ব বুলি উপন্যাসখনে প্ৰতিপন্ন কৰিব খুজি বিতৰ্কৰ সূচনা কৰিছে।

'আধুনিকা' উপন্যাসখন ১৯৫৫ চনত প্ৰকাশ কৰা হয়; ৺ভট্টাচাৰ্য্যই তেখেতৰ পিতৃৰ নামত উপন্যাসখন উছৰ্গা কৰিছে।

লিখকে কৈছে—"পুৰণি সমাজৰ পৰিবৰ্তনৰ স্তৰ বিশেষত নতুন সমাজৰ প্ৰগতিত ন-পুৰণিৰ যি স্বাভাবিক সংঘৰ্ষ সমাজত দেখা দিয়ে— তাৰে এটি নিৰ্দোষ চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত প্ৰসঙ্গক্ৰমে ভাষা শুদ্ধ অসমীয়া ঠাচৰ নহ'লে সাহিত্যৰ যি ৰূপ পৰিবৰ্তন হয়, সি অসহনীয় বুলি উল্লেখ কৰা হৈছে। অসমীয়া ভাষাৰ শব্দৰ ভাণ্ডাৰ চহকী কৰাৰ পোষকতা কৰা, শিক্ষা-নীতিৰ পৰিবৰ্তন ঘটোৱা আদিৰ বিষয়ে আলোচনা কৰাৰ উপৰিও উপন্যাসখনৰ ঠায়ে ঠায়ে কেতবোৰ বিতৰ্কমূলক প্ৰসঙ্গও দাঙি ধৰিছে— 'স্ত্ৰী-স্বাধীনতা বুলি যি জাগৰণ আহিছে মূলতঃ তাৰ কোনো অৰ্থ নাই' বুলি কোৱা কথাই প্ৰবল বিৰোধৰ সৃষ্টি কৰিব। 'চাৰি বৰ্ণৰ ভেদ যুগে যুগে চলি থাকিব' বুলি উপন্যাসৰ এটা চৰিত্ৰৰ যোগেদি প্ৰকাশ কৰা কথা গ্ৰহণযোগ্য বুলি মানি লোৱাৰ কোনো থলেই নাই।

তথাপি উপন্যাসখনত বিবৰ্তনৰ যুগত ঘটা ঘটনাৱলীৰ বিতং বিৱৰণ এটা চৰিত্ৰসমূহৰ বিন্যাসৰ যোগেদি প্ৰকাশ কৰা হৈছে।

"অনুভূতিৰ পাৰে পাৰে" নামৰ উপন্যাসখন ১৯৬২ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰী, অনন্তপুৰৰ তৰফৰ পৰা প্ৰকাশ কৰা হৈছে। ৺ভট্টাচাৰ্য্যৰ মতে—"এই উপন্যাসখনি অসমীয়া সমাজৰ ঘৰুৱা এটি চিত্ৰ। এই চিত্ৰ অঙ্কন কৰোঁতে অসমীয়া গৃহস্থৰ সাংসাৰিক জীৱনৰ সমস্যাই প্ৰগতিশীল সমাজৰ বিবৰ্তনৰ সন্ধিক্ষনত কেনে ৰূপ লৈছে—সেই অনুভূতিৰে লিখিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত এটা পৰিয়ালত আধুনিকতাৰ লগত প্ৰাচীনতাৰ সংঘৰ্ষ ঘটাৰ কাহিনী সন্নিবিষ্ট কৰা হৈছে।

উপন্যাসখনৰ কেতবোৰ মন্তব্য মন কৰিবলগীয়াঃ "প্ৰগতিৰ নামত মানুহৰ মনোগতি যেন উদাৰ হোৱা নাই—সঙ্কীৰ্ণ হৈ গৈছে।" ....... "ভঙা সহজ, গঢ়া টান। সমাজত যি নীতি-নিয়ম আছিল, তাক ঢিলাই দিয়া সহজ হৈ পৰিল। কিন্তু সমাজ গঢ়িবলৈ যি দূৰদৰ্শিতা, যুগ-যুগৰ সাধনা, ন্যায়পৰায়ণতা আৰু নৈতিক কঠোৰতা লাগে, তাৰ অভাৱ হ'লে নৈতিক জীৱনৰ ঠাঁচ দি নতুন সমাজ গঢ়িব পাৰিনে?" ............ "সমাজৰ প্ৰত্যেক মানুহেই যদি আত্মকেন্দ্ৰিক হয়, স্বাৰ্থপূৰণেই যদি প্ৰত্যেক লোকৰ আদৰ্শ হয়, সমাজ তিষ্ঠিব পাৰে নে?".......... "সুবিধা চাই মানুহে আধুনিকতাৰ পথত আগ বাঢ়ে; কিন্তু পুৰণি ভাবে যে মানুহৰ মনত আধিপত্য কৰি থাকে, তাৰ গম নাপায়। আনফালে পুৰণি প্ৰথাৰ সুবিধা চাই স্বাৰ্থসিদ্ধিৰ বাটত আগবাঢ়িবলৈ যাওঁতে মানুহে আধুনিক যুগৰ ব্যৱহাৰ বুজি নাপায়।"

এনেবোৰ স্পষ্ট মতৰ পৰিৱেশৰ মাজতে ঘটনাৰ ক্ৰম ৰচনা কৰি উপন্যাসখন শেষত যোগাত্মক ৰূপত শেষ কৰা হৈছে।

'ভ্ৰান্তি' উপন্যাসখনৰ ১ম সংস্কৰণ ১৯৫৪ চনৰ জুন মাহত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ দ্বাৰা প্ৰকাশিত হয়। কিতাপখনৰ জনপ্ৰিয়তাৰ জোখ দিছে ১৯৫৬ চনৰ জুন মাহত দ্বিতীয় সংস্কৰণ প্ৰকাশ হোৱা কথাটোৱে। ৺ভট্টাচাৰ্য্যই তেখেতৰ পত্নীৰ নামত উপন্যাসখন উছৰ্গা কৰিছে। তেখেতে পোনতেই লিখিছে—"উপন্যাস লিখা এয়ে মোৰ প্ৰথম। সমাজত যিবোৰ কথা সাধাৰণতে ঘটি থাকে তাৰে এটি চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰিছোঁ।" যি সময়ৰ পটভূমিত এই উপন্যাসখন লিখা হৈছে, সেই সময়ৰ বিচাৰত উপন্যাসখন নিশ্চয় সফল হৈছে।

হেমন্তৰ আধুনিক ধাৰাৰ আওভাও নোপোৱা তেওঁৰ পত্নী বাসন্তীৰ লগত হোৱা তেওঁলোকৰ মনৰ সংঘাতৰ জীৱন্ত বৰ্ণনা ইয়াত আছে। বি-এ পাছ হেমন্তই ধুবুৰীত চাকৰি কৰে আৰু গাঁৱৰ ছোৱালী বাসন্তী মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈছে। হেমন্তৰ লগত বিয়া হোৱা 'বাসন্তীৰ প্ৰেমত উত্তাল তৰঙ্গ নুঠে—মন্দাকিনীৰ ধীৰ শান্ত স্ৰোত বয়। বাসন্তীৰ প্ৰেমত তপত উচ্ছাস নাই, মাধুৰ্যৰ শান্ত আৱেশ আছে।'

সেয়ে তেওঁলোকৰ মাজত সৃষ্টি হোৱা ভ্ৰান্তিৰ উৎসে। মুকলিভাৱে আধুনিক ধাৰাৰ দ্বাৰা চালিত হেমন্তৰ চিঠিৰ আকুল নিবেদনে বাসন্তীৰ পৰা সঁহাৰি নোপোৱা বুলি হেমন্তৰ মনত বিৰূপ মনোভাৱে ঠাই পায় আৰু মূৰকত সেয়ে তেওঁলোকৰ জীৱনত বিস্ফোৰণ ঘটায়।

অৱশেষে উপন্যাসখনে সাময়িক ভুল ধাৰণা দূৰ কৰি দুয়োৰে মাজত মিলন ঘটোৱাই সমাপ্তি ঘটাইছে।

এইখন উপন্যাসৰো কেতবোৰ উক্তি অৱশ্যে এতিয়াৰ সমাজত গ্ৰহণযোগ্য নহ'ব। এঠাইত কন্যাকাল হোৱাৰ আগতে বিয়া পতাৰ পোষকতা কৰা হৈছে আৰু আন এঠাইত ছোৱালীৰ স্বতন্ত্ৰ মতৰ বিৰোধিতা কৰা হৈছে। সমাজৰ বিবৰ্তনে সেই স্থিতিৰ পৰা এতিয়া সকলোকে বহুত আঁতৰাই নিলে।

"কঁলা ডাৱৰ" উপন্যাসখনৰ প্ৰথম সংস্কৰণ ১৯৫৪ চনত প্ৰকাশ কৰা হয়। ইয়াত সামাজিক সংঘাত আৰু পৰিয়ালৰ সমস্যাকে বিষয়বস্তুৰূপে গ্ৰহণ কৰা হৈছে। সংসাৰৰ নানান বিপত্তিয়ে কঁলা ডাৱৰৰ দৰে আবৰি ৰাখে কাৰণেই উপন্যাসৰ নামকৰণো "কঁলা ডাৱৰ" কৰা হৈছে।

উপন্যাসখন ৺ভট্টাচাৰ্য্যই তেখেতৰ মাতৃৰ নামত উছৰ্গা কৰিছে। এইখন উপন্যাসতো ঔপন্যাসিক ভট্টাচাৰ্য্যৰ ঠাইত শিক্ষাবিদ্ ভট্টাচাৰ্য্যইহে ঘাইকৈ আত্মপ্ৰকাশ কৰিছে। শিক্ষকে কম দৰমহা পায় বুলি খেদ কৰি এঠাইত কৈছে—"দিন হাজিৰা কাম কৰা মানুহে দিনে ১ টকাকৈ উপাৰ্জন কৰে; কিন্তু আমি দিনে ৮ অনাও নাপাওঁ।" আনহাতে গাঁৱৰ স্কুলঘৰৰ দুৰ্গতিৰ কথা উল্লেখ কৰি নিৰ্মম সত্য ৰূপে প্ৰকাশ কৰিছে—"গাঁৱত আটাইতকৈ বেয়া ঘৰটো হৈছে স্কুলঘৰ।" মুঠতে উপন্যাসৰ স্বীকৃত ধাৰাৰ বিপৰীতে গৈ ইয়াত শিক্ষা, শিক্ষক, বিদ্যালয়, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ বিবিধ সমস্যা দাঙি ধৰা হৈছে।

সময়ৰ সোঁতে গাঁৱৰ সমাজখন কিদৰে বিষাক্ত কৰিছে তাৰ জীৱন্ত উদাহৰণ এই উপন্যাসখনত কান্তেশ্বৰৰ পত্নী নিৰ্মলাক কেন্দ্ৰ কৰি গঢ় লোৱা কাহিনীয়ে প্ৰকাশ কৰিছে। এই ক্ষেত্ৰত ৰমা নামৰ বিধবা তিৰোতা এগৰাকীয়ে বিশেষ ভূমিকা গ্ৰহণ কৰিছে। পিছে উপন্যাসখনত বিধবা নাৰীসকলক সামৰি যিবোৰ মন্তব্য কৰা হৈছে, সেইবোৰ সমৰ্থনযোগ্য নহয়। ইপিনে বিধবা বিবাহ সম্পৰ্কীয় বিস্তৃত শাস্ত্ৰীয় আলোচনা আদিয়েও উপন্যাসৰ ধাৰাত খাপ নেখালে।৺ভট্টাচাৰ্য্যই "কঁলা ডাৱৰ"খন সম্পূৰ্ণ ৰূপত প্ৰকাশ নোপোৱা বুলি বহুতে হয়তো অসন্তুষ্টি প্ৰকাশ কৰিব পাৰে; কিন্তু "কঁলা ডাৱৰ"ৰ ২য় খণ্ড উলিওৱাৰ কথা আছিল বুলি পৰিয়ালৰ পৰা জনা গৈছে। কিন্তু দ্বিতীয় খণ্ডটো ৺ভট্টাচাৰ্য্যই লিখি উলিয়াব নোৱাৰিলে।

'প্ৰেমৰ মহিমা' নামৰ ১৯৮০ চনত ৰচিত উপন্যাসখনত আধুনিক উপন্যাসৰ ঠাচ সম্পূৰ্ণভাৱে ৰক্ষিত হৈছে। উপন্যাসখন সুন্দৰ সিং আৰু লতিকাৰ প্ৰেমৰ আধাৰত আৰু সেই প্ৰেমৰ ফলত ঘটা সংঘাতৰ ভেটিত ৰচিত। হিন্দুৰ বিবাহ-প্ৰথা পৰিবৰ্তিত হ'লে বৰ্তমান সমাজ ছিন্ন-বিচ্ছিন্ন হৈ যাব তাত কোনো সন্দেহ নাই যে সেই কথা উপন্যাসখনত স্পষ্টভাৱে কোৱা হৈছে। বৈদিক অনুষ্ঠান, ভাৰতীয় পৰম্পৰাক গুৰুত্ব দি ৺ভট্টাচাৰ্য্যই কৈছে যে বৰ্ণাশ্ৰম ধৰ্ম অৰ্থাৎ বেদ নেমানিলে হিন্দুত্ব নেথাকে। ভাৰতীয় ঐতিহ্য, সংস্কৃতি আৰু পৰম্পৰাত অটল বিশ্বাসী, সমাজ সংস্কাৰক ভট্টাচাৰ্য্যই এইখন উপন্যাসত ঔপন্যাসিক ভট্টাচাৰ্য্যক আগভেটা দি ধৰিছে। তত্ত্বগধুৰ হ'লেও আবেগিক উত্থাপনে উপন্যাসখন সুখপাঠ্য কৰি তুলিছে।

### ৩য় খণ্ড

# লোক-সাহিত্য

৺ভট্টাচাৰ্য্যৰ কেইখনমান কিতাপ জনশিক্ষামূলক কিতাপৰ শিতানত ধৰিব পাৰি। এইবোৰ কিতাপৰ ভাষা, ৰচনা-ৰীতি আদিয়ে সৰ্বসাধাৰণক মনৰ কাষ চপাই আনিব পাৰিছে।

৺ভট্টাচাৰ্য্যই নিজেই লোক-সাহিত্যৰ শাৰীত স্থান দিয়া কেইখনমান কিতাপৰে এখন হ'ল—'অমৃত-কথা'।

শ্ৰীমদ্ভাগৱতৰ তিনিটি আখ্যান ইয়াত পৰিৱেশন কৰা হৈছে; প্ৰকাশক-দামোদৰ লাইব্ৰেৰী, নলবাৰী; প্ৰথম প্ৰকাশ ১৯৫৬ চন।

সংগ্ৰাহক ৺ভট্টাচাৰ্য্যই পাতনিতে জনোৱা নিৱেদনত কৈছে—"শ্ৰীমদ্ভাগৱত গ্ৰন্থ দাৰ্শনিক তথ্যেৰে পৰিপূৰ্ণ। সেই তথ্যৰ যথাযথ উপলব্ধিৰ বাবে ভক্তিপন্থা নিৰ্দেশ কৰিছে আৰু উপাখ্যান আদিৰ দ্বাৰা ভক্তিৰসত জীৱক আপ্লুত কৰিছে। ...... লোক-সাহিত্যৰ শাৰীত স্থান পাব বুলি আশা কৰি এই আখ্যান শ্ৰীমদ্ভাগৱতৰ পৰা যথাযথ অনুবাদ কৰা হ'ল।"

ইয়াত অম্বৰীষ ৰজাৰ উপাখ্যানত সত্যৰ মৰ্যাদা প্ৰকাশ কৰা হৈছে। বাণ ৰজাৰ উপাখ্যানত উষা-অনিৰুদ্ধৰ কাহিনী পৰিৱেশিত হৈছে। পুৰুৰবা উপাখ্যানত চন্দ্ৰবংশৰ বিৱৰণ দিয়া হৈছে।

'দৈৱ চক্ৰ' শ্ৰীবৎস চিন্তাৰ উপাখ্যান আৰু চ্যৱন মুনিৰ উপাখ্যান সম্বলিত এইখন কিতাপ ১৯৫৬ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। 'জন সাহিত্য আৰু শিশু-সাহিত্যৰ শাৰীত এই পুস্তিকাই স্থান পাব বুলি' ৺ভট্টাচাৰ্য্যই আশা কৰিছে। এইবোৰ আখ্যান পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰি "পুৰণি সাহিত্যৰ উপাখ্যানবোৰৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিবৰ এটি প্ৰয়াস" বুলি তেখেতে লিখিছে।

'ভাৰতীয় প্ৰেম কাহিনী'—প্ৰকাশ কৰিছে নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৭৭ চনত। ৰামায়ণ, মহাভাৰতৰ কেতবোৰ প্ৰেম-কাহিনী ইয়াত সন্নিৱিষ্ট কৰা হৈছে। ৺ভট্টাচাৰ্য্যই আগকথাত লিখিছে—"সেই প্ৰেম-কাহিনীবোৰ বিকৃত কাম-প্ৰবৃত্তিৰ বিৱৰণ মাথোন নহয়—সেই প্ৰেম মানৱ হৃদয়ৰ স্বাভাৱিক আৰু পবিত্ৰ অনুভূতিৰ পৰিণতি।" ইয়াত প্ৰদ্যুম্ন আৰু প্ৰভাৱতীৰ কাহিনী, সম্বৰণ আৰু তপতীৰ কাহিনী আৰু অষ্টাবক্ৰ আৰু সুপ্ৰভাৰ কাহিনী সামৰি লোৱা হৈছে।

'নতুন সমাজ'ৰ প্ৰথম সংস্কৰণ ১৯৫৫ চনত প্ৰকাশ কৰা হয়। জনশিক্ষাৰ লক্ষ্য এইখন কিতাপত পূৰ্ণাঙ্গ ৰূপত প্ৰতিফলিত হৈছে। আখৰৰ ডাঙৰ ডাঙৰ গোট, বিষয়বস্তুৰ সহজ ব্যাখ্যা আদি সকলো কথাই জনশিক্ষামূলক ধাৰণা এটা প্ৰকাশ কৰিছে।

ন শিকাৰুৰ বাবে বৰ উপযোগী হৈছে। ইয়াত ৰামৰাজ্য সম্পৰ্কে সহজ ভাষাত প্ৰকাশ কৰিছে যে যি ৰাজ্যত জনমতৰ সন্ত্ৰম থাকে সেই ৰাজ্যই গণতান্ত্ৰিক ৰাজ্য আৰু সেই ৰাজ্যই ৰামৰাজ্য। কুটিৰ শিল্প, সমবায় পদ্ধতি, যান্ত্ৰিকতা, কৃষি আৰু শিক্ষা, কৃষি আৰু জাতীয় সমৃদ্ধি, আইন আৰু সমাজ, জনমত, সমাজ কল্যাণ আৰু দেশপ্ৰেম—এই সকলোবোৰ ৰচনা জনশিক্ষাৰ লক্ষ্যৰ দ্বাৰা অনুপ্ৰাণিত হোৱা সফল প্ৰচেষ্টা।

'হিয়াৰ কঁপনি' নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৫৫ চনত প্ৰকাশ কৰে। 'লিখকৰ কথা'ত ৺ভট্টাচাৰ্য্যই এই বুলি কৈছে—"এই গল্প সম্পূৰ্ণ কাল্পনিক। লোক-সাহিত্য হিচাবে লিখা হৈছিল—দেশভক্ত আৰু কৰ্মবীৰৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ।"

অসহযোগ আন্দোলনৰ দিনৰ কথা। কৃতী ছাত্ৰ নিৰঞ্জন বৰুৱা অসহযোগ আন্দোলনত জপিয়াই পৰিল। স্বেচ্ছাসেৱকৰ আখৰাৰ বাবে স্থাপিত বকো কেম্পৰ পৰিচালনাৰ দায়িত্ব তেওঁক দিয়া হ'ল। কছাৰী হোৱালী আদৰী, নীলাম্বৰ চৌধুৰী আৰু নিৰঞ্জন বৰুৱাক কেন্দ্ৰ কৰি কংগ্ৰেছৰ আন্দোলনৰ পটভূমিত এই 'গল্প' ৰচিত হৈছে।

## ৪ৰ্থ খণ্ড

# শ্ৰীমদ্ভগবদ গীতা প্ৰমুখ্যে ধৰ্মমূলক ৰচনাৱলী

সাহিত্যিকা দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য বিশিষ্ট শিক্ষাবিদ আৰু ঔপন্যাসিক হোৱাৰ উপৰিও কেইবাখনো ধৰ্মমূলক কিতাপ লিখিও তেখেতে বিশিষ্ট স্থান আদায় কৰি লৈছে। অৱশ্যে ধৰ্মমূলক কিতাপ বুলিলেই 'এলাৰ্জী'ৰ বিকাৰ ঘটা চৰকাৰ আৰু সমাজৰ বিশিষ্ট মহল এটাই সেইবোৰ কিতাপৰ যথাৰ্থ মূল্যাংকন কৰি প্ৰকৃত স্বীকৃতি দিয়া নাই।

তথাপি অক্লান্তভাবে আত্মনিয়োগ কৰা ৺ভট্টাচাৰ্য্যই বাৰ্দ্ধক্যৰ হেঁচাৰ মাজতো তেখেতৰ কলম থমকি ৰ'বলৈ দিয়া নাছিল। তেখেতৰ অপ্ৰকাশিত কিতাপবোৰ প্ৰকাশ হোৱাৰ মূৰতহে হয়তো তেখেতৰ সাহিত্য-প্ৰতিভাৰ পূৰ্ণাঙ্গ মূল্যাংকন হ'ব।

৺ভট্টাচাৰ্য মূলতঃ সংস্কাৰবাদী। শিক্ষা-ব্যৱস্থাৰ সৰ্বাত্মক ক্ষেত্ৰত ৰূপান্তৰ ঘটাবৰ বাবে তেখেতে অক্লান্তৰীয়া সংগ্ৰাম চলাই গ'ল। সমাজৰ সংস্কাৰৰ ওপৰতো তেখেতে সমানে গুৰুত্ব দি তেখেতৰ উপন্যাসমূহত তাকেই মুখ্য বিষয়বস্তু ৰূপে ধৰিছিল। অৱশ্যে আধুনিক সমাজত তেখেতে সংস্কাৰৰ নামত যিবোৰ ব্যৱস্থা দাঙি ধৰিছে, সেইবোৰৰ সৰহভাগেই বিতৰ্কমূলক। বিশেষকৈ পৰম্পৰা ৰক্ষা কৰাৰ মাজতে সমাজৰ সৌষ্ঠৱ ৰক্ষা কৰাৰ মহৌষধ থকা বুলি মানি লোৱাটো টান।

৺ভট্টাচাৰ্যৰ এনেবোৰ মতামত ভাৰতীয় সংস্কৃতি, পৰম্পৰা আৰু মূল্যবোধৰ প্ৰতি থকা তেখেতৰ গভীৰ শ্ৰদ্ধাৰ প্ৰতিফলন। সেই প্ৰেৰণাই তেখেতক ধৰ্মগ্ৰন্থসমূহ

লিখিবলৈকো অনুপ্ৰাণিত কৰিছিল। তেখেতৰ ধৰ্মমূলক গ্ৰন্থসমূহ একে থুপতে প্ৰকাশ কৰাটো সম্ভৱপৰ নহ'ল—কিয়নো কলেৱৰৰ ফালৰ পৰাই চম্ভালিব পৰা নহ'ব। সেইদেখি 'শ্ৰীশ্ৰীচণ্ডীৰ আধ্যাত্মিক ব্যাখ্যা' নামৰ বৃহৎ কিতাপখন সুকীয়াকৈ প্ৰকাশ কৰিবলৈ লোৱা হয়। ৺ভট্টাচাৰ্য্যৰ জন্ম শতবাৰ্ষিকীৰ স্মৃতি-গ্ৰন্থখনি ছপাবলৈ লোৱাৰ আগতেই এইখন কিতাপ ছপোৱাৰ ব্যৱস্থা ল'বলগীয়া হয়। সত্যদেৱ মহৰ্ষিৰ ব্যাখ্যাৰ অনুবাদাত্মক এই কিতাপখন ৺ভট্টাচাৰ্য্যৰ সাহিত্য-জীৱনৰ অন্যতম কীৰ্তি হ'ব বুলি আমাৰ বিশ্বাস।

'শ্ৰীমদ্ভগৱদ গীতা' ৺ভট্টাচাৰ্য্যৰ সাহিত্য জীৱনৰ কীৰ্তিস্তম্ভ বুলি পৰিগণিত হৈছে। ভাৰতীয় সংস্কৃতি, ইতিহাস আৰু ভাৰতীয় শাস্ত্ৰসমূহৰ গভীৰ অধ্যয়নে তেখেতক প্ৰাচীন ভাৰতৰ ঐতিহ্যৰ প্ৰতি গভীৰ শ্ৰদ্ধাশীল কৰি তুলিছিল আৰু সেয়ে তেখেতৰ সকলো ৰচনাতে প্ৰতিফলিত হৈছিল। অন্বয়, অনুবাদ আৰু ব্যাখ্যা সম্বলিত এই বৃহৎ গ্ৰন্থৰ 'নিবেদন' শিতানত তেখেতে লিখিছে—"সৰল আৰু সহজভাৱে গীতাৰ মূল কথা বুজা আৰু উপলব্ধি কৰা সম্ভৱ। .......এইখন গীতাত মূল শ্লোকৰ যথাযথ অসমীয়া অনুবাদ কৰি ঠায়ে ঠায়ে জটিল কথাবোৰৰ সংক্ষেপে আৰু পোনপটীয়া ব্যাখ্যা দিয়া হৈছে।"

উল্লেখযোগ্য যে ৺ভট্টাচাৰ্য্যই লিখিছে—"এই গীতা ছাত্ৰ আৰু সাধাৰণ পঢ়ুৱৈৰ কাৰণে বুলিহে ভবা হৈছে।" এই তাৎপৰ্যপূৰ্ণ উক্তিয়েই গীতাক সৰ্বসাধাৰণৰ অধিক কাষ চপাই আনিছে আৰু সেয়ে ৺ভট্টাচাৰ্য্যৰ বিশেষ কৃতিত্ব। সেইদেখি পণ্ডিত তীৰ্থনাথ শৰ্মাই মন্তব্য কৰিছে—"দাৰ্শনিক বিচাৰৰ গহনতাত প্ৰবেশ নকৰাকৈও ভট্টাচাৰ্য্যদেৱ গীতা ব্যাখ্যাত সফল হৈছে।" আনহাতে কাব্য-সংখ্যতীৰ্থ শ্ৰীদেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ মতে "অসমীয়া ভাষাত অসাম্প্ৰদায়িক গীতা ৺ৰাধানাথ ফুকনদেৱৰ বাহিৰে আন সম্পাদনা লেখত ল'বলগীয়া হিচাপে নাই বুলিলেই হয়।"

৺ভট্টাচাৰ্য্যৰ ৰচনাৰ শেষৰ ফালে বৰ্ণানুক্ৰমিক শ্লোক-সূচীও সন্নিবিষ্ট কৰি সোণত সুৱগা চৰাইছে।

'ভগৱান শ্ৰীকৃষ্ণ, ১ম খণ্ড'; প্ৰকাশক দামোদৰ লাইব্ৰেৰী, এটা বৃহৎ পৰিকল্পনা লৈ ৺ভট্টাচাৰ্য্যই সম্ভৱতঃ এই আঁচনি লৈ ১ম খণ্ডটোহে প্ৰকাশ কৰিলে। কিন্তু মুঠ ৬টা খণ্ডত প্ৰকাশ কৰিব খোজা আঁচনি সম্পূৰ্ণ কৰিবপৰা নহ'ল। শতবাৰ্ষিকী উপলক্ষে এতিয়া প্ৰকাশ কৰিবলৈ লোৱাটো সন্তোষৰ কথা হৈছে।

এই গ্ৰন্থৰ ভূমিকাত ৺ভট্টাচাৰ্য্যই লিখিছে—"মূল শ্ৰীমদ্ভাগৱত গ্ৰন্থৰ দশম স্কন্ধৰ আলমত এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে। এই প্ৰথম খণ্ডত উদ্ধৃত পদবোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ দশম স্কন্ধ ভাগৱতৰ পৰা গৃহীত হৈছে। গ্ৰন্থখনত শ্ৰীকৃষ্ণৰ জন্ম বৃত্তান্ত, শ্ৰীকৃষ্ণৰ শিশুলীলা আৰু শ্ৰীকৃষ্ণৰ বাল্যলীলা সামৰি লোৱা হৈছে।

এইখন কিতাপত ৺ভট্টাচাৰ্য্যই কৈছে—"শ্ৰীকৃষ্ণ পূৰ্ণাৱতাৰ। সেই কাৰণে শ্ৰীমদ্ভাগৱত গ্ৰন্থত তেওঁক 'কৃষ্ণস্তু ভগৱান্ স্বয়ম' বুলি কৈছে।" আন এঠাইত কৈছে— '....শ্ৰীভগৱানৰ কৃষ্ণাৱতাৰত শ্ৰীকৃষ্ণই বহু প্ৰকাৰ অলৌকিক লীলাখেলা খেলি গৈছে। এই অলৌকিক লীলাবোৰ পূৰ্ণাৱতাৰ ভগৱানৰ পক্ষেহে সম্ভৱ।'

......."পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণত সৎ ভাৱ, চিৎ ভাব আৰু আনন্দভাব পূৰ্ণৰূপে থাকে। পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণত এই তিনি ভাব পূৰ্ণৰূপে থাকে।"

এই কিতাপখনত শ্ৰীকৃষ্ণ গোপালকবিলাকৰ লগত খেলত আসক্ত হৈ থকা অৱস্থাত শ্ৰীকৃষ্ণই দাবাগ্নি পান কৰাতে প্ৰথম খণ্ডৰ সামৰণি পৰে।

কাৰ্যতঃ 'ভগৱান শ্ৰীকৃষ্ণ'ৰ গ্ৰন্থৰ পৰিপূৰক ভাৱেই ৺ভট্টাচাৰ্য্যই 'ঐতিহাসিক শ্ৰীকৃষ্ণ' গ্ৰন্থ ৰচনা কৰে। এই গ্ৰন্থ ১৯৭৩ চনত নলবাৰীৰ শৰ্মা ব্ৰাদাৰ্ছ এণ্ড কোম্পাণীয়ে প্ৰকাশ কৰে।

এইখন গ্ৰন্থ যুগুত কৰাৰ উদ্দেশ্য সম্পৰ্কে ৺ভট্টাচাৰ্য্যই 'আগকথা'ত সম্যকভাৱে প্ৰকাশ কৰিছে—"ঐতিহাসিক শ্ৰীকৃষ্ণ আলোচনাহে মাথোন; সম্পূৰ্ণ গ্ৰন্থ নহয়। ............আমি বহুতো সাধাৰণ লোকৰ মাজত চলি থকা সমৰ্থনৰ অযোগ্য বহুতো ভ্ৰান্ত ধাৰণা অপনোদনৰ দৃষ্টিভঙ্গী আগত ৰাখি শ্ৰীকৃষ্ণৰ ঐতিহাসিক চৰিত্ৰৰ বিশ্লেষণ আৰু সমালোচনাৰ চেষ্টা কৰিছোঁ। -------পূৰ্ণ মনুষ্য আৰু স্বয়ং ভগৱান—এই দুয়োবিধ চৰিত্ৰ শ্ৰীকৃষ্ণত পূৰ্ণভাৱে বিকশিত হোৱা বাবে শ্ৰীকৃষ্ণৰ জীৱনীত ই অপৰিহাৰ্য্য। আমিও পূৰ্ণাৱতাৰ হিচাবে স্বীকাৰ কৰিছোঁ। কিন্তু শ্ৰীকৃষ্ণক পূৰ্ণ আৰু আদৰ্শ মনুষ্য হিচাবেহে ইয়াত চাইছোঁ।"

৺ভট্টাচাৰ্যৰ আন এখন উল্লেখযোগ্য কিতাপ হ'ল "অসমত শক্তিপূজা।"

১৯৭৭ চনত পাঠশালাৰ বাণীপ্ৰকাশৰ দ্বাৰা এইখন কিতাপ প্ৰকাশ কৰা হয়।

অসমৰ শক্তিপূজা সম্পৰ্কে বিভিন্ন মত প্ৰকাশ কৰি নানা জনে বিতৰ্কৰ সূচনা কৰিছে। ৺ভট্টাচাৰ্য্যই সুকীয়া দৃষ্টিকোণৰ পৰাহে এইখন কিতাপ যুগুতাই উলিয়াইছে। তেখেতে পাতনিতে উল্লেখ কৰিছে—"ঈশ্বৰৰ উপাসনাত সাম্প্ৰদায়িক বিৰোধ ভক্তি আৰু মুক্তিৰ বিৰোধী। একে ঈশ্বৰৰ বিভিন্ন প্ৰকাৰৰ উপাসনা সমগ্ৰ পৃথিৱীত প্ৰচলিত হৈ আহিছে। আমাৰ ভাৰতীয় শাস্ত্ৰত কোনো সম্প্ৰদায়ৰে উপাসনা পদ্ধতিৰ নিন্দা কৰাৰ নিষেধ আছে। এই গ্ৰন্থত শাক্ত, বৈষ্ণৱ, শৈৱ ইত্যাদি সম্প্ৰদায়ৰ ভিতৰত কোনো ভেদ বা বিৰোধৰ কথা নাই।" লগতে গ্ৰন্থখনিৰ আন এটা উদ্দেশ্যৰ ব্যাখ্যা কৰি পাতনিতে লিখা হৈছে, "............আমাৰ সমাজত তন্ত্ৰ সম্বন্ধে কিছুমান ভ্ৰান্ত ধাৰণা পৰম্পৰাভাৱে প্ৰচলিত হৈ আছে। সেই ভ্ৰান্ত ধাৰণাবোৰ নিৰসনৰ এটা চেষ্টা এই গ্ৰন্থত দেখিবলৈ পোৱা যাব।"

গ্ৰন্থখনিত পুৰণি কামৰূপ, পুৰণি কামৰূপৰ সভ্যতা আৰু সংস্কৃতি, কামৰূপৰ নাম, অসমত দুৰ্গাপূজা, তন্ত্ৰাচাৰ আৰু শক্তিতত্ত্ব সম্পৰ্কেও আলোচনা কৰা হৈছে।

(কীৰ্তিনাথ হাজৰিকা)

---

"লেখকৰ সমগ্ৰ"ত সন্নিবিষ্ট 'শ্ৰীশ্ৰীচণ্ডী' আৰু 'ঐতিহাসিক ৰামচন্দ্ৰ' গ্ৰন্থ দুখনৰ বিষয়ে তেখেতৰ বিশ্লেষণাত্মক দৃষ্টিভঙ্গী লিখি উলিওৱাৰ আগতে আৰু "ভগৱান শ্ৰীকৃষ্ণ"ৰ বাকী খণ্ড তেখেতে পোৱাৰ আগতে সম্পাদক হাজৰিকাদেৱৰ অকস্মাতে মৃত্যু হয়। —প্ৰকাশক

# স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ

## শেষ লেখনীৰ এছোৱা

(তেখেতৰ নিজৰ হাতৰ আখৰত)

অতীত জীৱনৰ অতীত কথাৰ কাহিনী সেই [illegible] [illegible] বৰ্ণনা কৰা সহজ কথা নহয়। সেইদৰে [illegible] প্ৰাচীন সাহিত্যিক সকলে দুৰাশাৰ কৈ জীৱনযাত্ৰাৰ খুঁটি-নাটি ঘটনা সেইবোৰৰ বিষয়ে [illegible] নহয় [illegible] কিন্তু তেওঁলোক লিখিবলৈ [illegible] যত্ন। সেইসকল সাহিত্যিক বুজি পায় যে তেওঁলোকৰ জীৱনযাত্ৰাৰ পদ্ধতিবোৰে তেওঁৰ সুনামৰ [illegible] [illegible] প্ৰত্যাবৃত্তি কৰি সেইবাৰ সম্ভৱনা অতি সুস্পষ্ট দেখা যায়। তেওঁলোকে সেই লেখা [illegible] যথাযথ ৰূপত যথা সময়ত [illegible] কৰি সুৰুচি কাহিনীৰ আকৰ্ষণ বৃদ্ধি কৰে। সত্য ঘটনাবোৰৰ [illegible] স্বৰূপ আলোচনা-আলোচনী [illegible] [illegible] সুখ-[illegible]-[illegible]।

১৩৯০ চনৰ [illegible] এটি ৰচনা আছিল।

# সূচীপত্ৰ

# আগকথা

বাল্মীকি ৰামায়ণ অতি মধুৰ! অতি মধুৰ ৰামৰ বাক্য, অতি সুসঙ্গত তেওঁৰ যুক্তি আৰু সৰ্বদা অবিচলিত তেওঁ সত্য ৰক্ষাত।

পদ ৰামায়ণ বিলাকত সেই মাধুৰ্য্যৰ বহু কথাই বাদ পৰিছে। আমাৰ এই ঐতিহাসিক শ্ৰীৰামচন্দ্ৰ গ্ৰন্থয়ো সম্পূৰ্ণতা দাবী কৰিব নোবাৰে; কিন্তু ৰামায়ণৰ ঘটনাৰ ঐতিহাসিক ফালটো ফুটাই তুলিবৰ কাৰণে যত্ন কৰি মানৱ মনৰ, মানৱ চৰিত্ৰৰ আৰু মানৱ জীৱনৰ সুখ শান্তি, দুঃখ দৈন্য, ভাগ্য বিপৰ্য্যয় আদিৰ যি চিত্ৰ কবি বাল্মীকিয়ে ফুটাই তুলিছে সেই চিত্ৰ অতি মনোমুগ্ধকৰ আৰু সেই চিত্ৰ অক্ষুণ্ণ ৰাখিবৰ প্ৰচেষ্টাত ইয়াত লিখা বিৱৰণত মূলানুবাদৰ সাহায্য লোৱা হৈছে আৰু ঠায়ে ঠায়ে সমালোচনা মূলক টিপ্পনিও দিয়া হৈছে। সমগ্ৰ মূল ৰামায়ণৰ শ্লোকবোৰ অনুবাদ কৰিবও পৰা নাই আৰু ৰামায়ণ-ধৃত সৌন্দৰ্য্যও যে ৰক্ষা কৰিব পৰা নাই সেইটো আমি স্বীকাৰ কৰিছোঁ।

ইক্ষ্বাকু বংশ ঐতিহাসিক আৰু ৰামচন্দ্ৰ সেই বংশৰে এক বিখ্যাত পুৰুষ আছিল। সেইবাবেহে ইয়াৰ নামকৰণ এইদৰে কৰা হ'ল। ৰামায়ণ কাব্য শ্ৰীৰামচন্দ্ৰৰ জীৱনীমূলক গ্ৰন্থও। ৰামচন্দ্ৰৰ জীৱনী পঢ়িলে ধৰ্মনীতি, ৰাজনীতি আৰু সমাজ নীতি ইত্যাদি সকলো বিষয়ে জানিব পৰা যায়। কোৱা বাহুল্য যে এনে নীতিবোৰৰ সকলোবোৰ কথা ইয়াত সন্নিবদ্ধ কৰিব পৰা নাই। তথাপি কিছু পৰিমাণে সন্নিবদ্ধ কৰিবৰ যত্ন কৰা হৈছে।

ৰামায়ণ আদি-মহাকাব্য। কাব্যৰ মাধুৰ্য্য ঐতিহাসিক গ্ৰন্থত বিশেষকৈ গদ্যৰ ভাষাত ৰক্ষা কৰা সম্ভৱ নহয়। চেষ্টা কৰা হৈছে যাতে ধাৰাবাহিকত্বৰ মাধ্যমত সেই সৌন্দৰ্য্যৰ কিছু যেন আভাষ পোৱা যায়। পৰিশিষ্ট অংশত এই বিষয়ে এটি সাধাৰণ পৰ্য্যালোচনা দিয়া হৈছে।

ইতিপূৰ্বে 'ঐতিহাসিক শ্ৰীকৃষ্ণ' নামৰ সমালোচনামূলক সৰু গ্ৰন্থ এখনি লিখা হৈছে। সেইখন লিখি উঠাৰ পাছত 'ঐতিহাসিক শ্ৰীৰামচন্দ্ৰ' নামৰ পুস্তক এখনি লিখিবৰ মন যায়; কিন্তু সমগ্ৰ ৰামায়ণ কাব্যখনৰ সমালোচনা মূলক গ্ৰন্থ লিখা আমাৰ পক্ষে সম্ভৱ যেন নেদেখি আমি ইতিহাস মূলক এই গ্ৰন্থখনিৰ কোনো কোনো ঠাইত সমালোচনা মূলক মন্তব্য কৰিছোঁ মাথোন।

বঙালী কৃত্তিবাসী ৰামায়ণ আৰু অসমীয়া মাধৱ কন্দলি আৰু অনন্ত কন্দলি ৰামায়ণত যিবোৰ কথা নাই, তেনে বহুকথা বাল্মীকি ৰামায়ণত আছে। সেইবোৰ কথা কিছু পৰিমাণে সৰ্বসাধাৰণ পাঠকৰ চকুৰ আগত উলিয়াই দিবৰ প্ৰচেষ্টা

মাথোন ইয়াত আছে। ইয়াত উল্লেখ কৰা কথাখিনিৰ উপৰিও আন আন বহুকথা মূল ৰামায়ণ কাব্যত আছে। সকলো খিনি উল্লেখ কৰিব নোৱাৰাত আমি দুঃখিত।

এই গ্ৰন্থৰ আমাৰ লিখা পাণ্ডুলিপি খিনি আমাৰ প্ৰিয়ছাত্ৰ শ্ৰীমান অমূল্য চন্দ্ৰ শৰ্মা, আমাৰ দুই কন্যা শ্ৰীমতী অনুমাই আৰু শ্ৰীমতী বিনুমাই আৰু আমাৰ নাতিনী শ্ৰীমতী বীণাই ভাগে ভাগে নকল কৰি দিছে; নহলে এই গ্ৰন্থ ছপাখনাত দিবলৈকে সম্ভৱ হৈ নুঠিলহেতেঁন। ইহঁত চাৰিও আমাৰ মনত বৰ আনন্দ দিছে। আমি সিহঁতক আমাৰ স্নেহাশীৰ্ব্বাদ দিছোঁ।

আমাৰ সহপাঠী আৰু অন্তৰঙ্গ সৰবৰহী বন্ধু লয়াৰ্ছ বুক ষ্টলৰ প্ৰতিষ্ঠাতা ৺বিচিত্ৰ নাৰায়ণ দত্ত বৰুৱাৰ সুযোগ্য পুত্ৰ মৰমৰ শ্ৰীমান খগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱা বি.এ বাপাই আমাৰ প্ৰস্তাৱ মাত্ৰকে আগ্ৰেহেৰে ছপাবলৈ গাত লোৱাত আমি এক অকৃত্ৰিম আনন্দৰ অনুভূতি লাভ কৰিছিলোঁ, সেই বাবে শ্ৰীমান খগেনকো আমি আমাৰ স্নেহাশীৰ্বাদ যাচিছোঁ।

ভাৰতীয় কৃষ্টি-সংস্কৃতি আৰু আদি সভ্যতাৰ বাহক এক মহামূল্য অপূৰ্ব গ্ৰন্থ ৰামায়ণ মহাকাব্য। সেই গ্ৰন্থৰ ভিতৰত থকা বিষয়ৰে ঐতিহাসিক মূল কথা খিনি সংগ্ৰহ কৰি সৰ্বসাধাৰণ ৰাইজৰ ওচৰত উপস্থাপিত কৰিবৰ প্ৰয়াস কৰা হৈছে। পাঠক ৰাইজৰ আদৰ পালে কৃতাৰ্থ মানিম।

অনন্তপুৰ
নলবাৰী
১/৩/৭৪

দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য

# ঐতিহাসিক শ্ৰীৰামচন্দ্ৰ

**ৰামায়ণ ৰচনাৰ আৰম্ভণি ঃ**

ঘৰে আসি মুনি গুণন্ত মনত
কেনমতে বাক্য মোৰ বজাইল মুখত।।
চাৰি পদ হুয়া মোৰ আসিল বচন।
শ্লোক নামে ইহাকে বুলিও সৰ্বজন।।

ৰামায়ণ গ্ৰন্থ মহৰ্ষি বাল্মীকিয়ে ৰচনা কৰা এখনি ইতিহাস গ্ৰন্থ। অকল ইতিহাসেই নহয়, ই এখনি কাব্য গ্ৰন্থও। ইয়াৰ আন এটি নাম 'দশানন-বধ কাব্য'। ৰাৱণৰ দহোটা মূৰ আৰু দহখন মুখ আছিল বুলি ৰাৱণক দশানন বুলিছিল। এই দশানন লঙ্কাৰ ৰজা আছিল।

ৰামায়ণ ৰচিত হোৱাৰ পূৰ্বে এনে আন কোনো কাব্য গ্ৰন্থ ৰচিত হোৱা নাছিল। মহামুনি বাল্মীকিৰ মনত এনে এখনি গ্ৰন্থ ৰচনা কৰিবৰ ইচ্ছা হ'ল — যিখন গ্ৰন্থত সেই সময়ৰ সকলোতকৈ গুণবান, বীৰ্যবান্ ধাৰ্মিক আৰু সত্যবাদী ৰাজ-পুৰুষৰ জীৱন ইতিহাস থাকিব আৰু তেওঁৰ জীৱনৰ ঘটনা সমূহ বৰ্ণনা কৰাৰ লগে লগে সেই সময়ৰ ভাৰতবৰ্ষৰ সামাজিক চিত্ৰ এটি প্ৰস্ফুটিত হৈ উঠিব। সেয়েহে ৰামায়ণ এখন মহাকাব্যই নহয়, ই এখনি ইতিহাস গ্ৰন্থও।

তপোনিষ্ঠ মহামুনি বাল্মীকিয়ে তেনে এখন ঐতিহাসিক মূলক কাব্য ৰচনাৰ উদ্দেশ্য লৈ ঋষি শ্ৰেষ্ঠ মহাবাগ্মী নাৰদক সুধিলে — এই ভূমণ্ডলত এনে ৰজা কোন আছে যিজন গুণবান বীৰ্য্যবান্ সত্যনিষ্ঠ; দৃঢ়ব্ৰত জিতেন্দ্ৰিয়, শত্ৰুমৰ্দ্দন আৰু প্ৰিয়দৰ্শন।

মহামুনি বাল্মীকিৰ প্ৰশ্ন শুনি নাৰদ ঋষিয়ে উত্তৰ দিলে "তুমি যি বিলাক গুণৰ কথা কৈছা, সেই আটাইবোৰ গুণ এজন ব্যক্তিৰ গাত থকা সম্ভৱ নহয় কিন্তু তেনে ব্যক্তি নাই যে তেনেও নহয়। এজন আছে। তেওঁ হৈছে ইক্ষ্বাকু বংশৰ দশৰথ পুত্ৰ ৰামচন্দ্ৰ। তেওঁ এজন প্ৰসিদ্ধ নৰপতি। তেওঁ অতি বলবান্, সুদৰ্শন, ধৈৰ্য্যশীল, জিতেন্দ্ৰিয় আৰু মহাত্মা পুৰুষ। তেওঁ যেনে বুদ্ধিমান, তেনে বাগ্মী। তেওঁ মহাবাহু। তেওঁৰ বাহু দুখন আজানুলম্বিত। তেওঁ উন্নত-স্কন্ধ, উন্নত মস্তক। তেওঁৰ কণ্ঠত শঙ্খত থকা আৱৰ্ত্ত ৰেখাৰ নিচিনা তিনিটা ৰেখা বৰ্ত্তমান। ৰজা হিচাবে তেওঁ শত্ৰুমিত্ৰ সকলোৰে প্ৰতি সমদৰ্শী আৰু প্ৰজাৰঞ্জক। তেওঁ কৌশল্যাৰ গৰ্ভত জন্ম

গ্ৰহণ কৰিছে। তেওঁ গাম্ভীৰ্য্যত সাগৰ তুল্য, ধৈৰ্য্যত হিমালয় সদৃশ, বীৰত্বত বিষ্ণু আৰু দেখিবলৈ চন্দ্ৰৰ নিচিনা শুৱনী। ক্ৰোধত কালাগ্নি আৰু ক্ষমা গুণত পৃথিৱী তুল্য।

ৰামচন্দ্ৰই ৰাজ্যলাভ কৰাৰ পাছত আৰু ৰজত্ব কৰি থকা সময়ত ৰামায়ণ ৰচনা কৰা হৈছিল। নাৰদ মহৰ্ষিয়ে ৰামৰ জীৱন চৰিত সংক্ষেপে বাল্মীকি মহামুনিৰ ওচৰত বৰ্ণনা কৰিছিল। বাল্মীকিয়ে নিজেও ৰামচৰিত্ৰৰ বহু কথা জানিছিল আৰু নিজেও সীতাৰ বনবাসৰ পাছত ৰামচৰিতৰ এজন প্ৰধান নায়ক হিচাবে সংশ্লিষ্ট হৈছিল।

দেৱৰ্ষি নাৰদ বাল্মীকি মুনিৰ ওচৰত ৰামচৰিত্ৰ বৰ্ণনা শেষ কৰি যাবলৈ ওলাল; তেতিয়া বাল্মীকিয়ে তেওঁক যথাবিহিত ভাৱে পূজা কৰি সাদৰ সম্মান দেখুৱাই বিদায় দিলে। দেৱৰ্ষি নাৰদ যোৱাৰ পাছত তেওঁ শিষ্য ভৰদ্বাজক লৈ গঙ্গাৰ অদূৰৱৰ্ত্তী তমসা নদীৰ পাৰত গৈ উপস্থিত হ'ল। তাত তেওঁ স্নান কৰি বল্কল পৰিধান কৰি বনৰ প্ৰাকৃতিক শোভা দৰ্শন কৰিব ধৰিলে। বনৰ ওচৰত তেওঁ দেখিবলৈ পালে যে এজোৰা ক্ৰৌঞ্চ (বক) চৰাই মনোহৰ স্বৰেৰে কাকলি কৰি বিচৰণ কৰিব ধৰিছে। ক্ৰৌঞ্চ চৰাই জোৰা কাম মোহিত হৈ দাম্পত্য প্ৰেম সম্ভাষণত নিমগ্ন হৈ গৈছিল। সেই সময়ত এটা ব্যাধে পুৰুষ ক্ৰৌঞ্চটোক নিহত কৰিলে। তেতিয়া ক্ৰৌঞ্চীজনীয়ে স্বামীৰ বিয়োগত কাতৰ হৈ আৰু পুৰুষ ক্ৰৌঞ্চটোক তেজেৰে ৰাঙলি হৈ মাটিত পৰি বাগৰিব ধৰা দেখি কান্দিব ধৰিলে। ক্ৰৌঞ্চটোক ব্যাধে নিৰ্দ্দয় ভাৱে বধ কৰা দেখি আৰু ক্ৰৌঞ্চীজনীয়ে আকুলি বিকুলিকৈ কান্দিব ধৰা দেখি বাল্মীকি ঋষিৰ অন্তৰত কৰুণাৰ সঞ্চাৰ হ'ল। ই এক বৰ কৰুণ দৃশ্য আৰু বৰ অধৰ্মৰ কাৰ্য্য। ঋষিয়ে মনত বৰ আঘাত পাই ক'লে — "অ'ৰে নিষাদ! তই কামমোহিত হৈ থকা এই ক্ৰৌঞ্চ চৰাইটোক নিহত কৰিছ— তয়ো চিৰ কাললৈ শান্তি হেৰুৱাবি।" এই কথাখিনি তেওঁ যিদৰে উচ্চাৰণ কৰিছিল, তাত আপোনা আপুনি ছন্দৰ সৃষ্টি হৈছিল আৰু এটা মধুৰ শ্লোকত পৰিণত হৈছিল। (১) মহামুনিৰ মনত সেই কৰুণ দৃশ্যই এটা স্থায়ী সাঁচ বহুৱাই দিলে আৰু সেই ছন্দতেই প্ৰকল্পিত ৰামায়ণ ৰচনাৰ অভিপ্ৰায় তেওঁৰ হৃদয়ত উদয় হ'ল।

তাৰ পাছত সেই ছন্দেৰে ৰামায়ণ কাব্যত সমান অক্ষৰ থকা মনোহৰ শ্লোক সমূহ ৰচনা কৰিলে। সেই ৰচনা - সেই ৰামচৰিত কাব্য অতি মধুৰ - অতি উপাদেয়। ইয়াত মানুহৰ কোমল বৃত্তি সমূহৰ সূক্ষ্ম বিশ্লেষণ আছে আৰু আছে ধীৰে ধীৰে সেই বৃত্তি সমূহৰ ক্ৰমবিকাশ। বাল্মীকি ৰামায়ণ মানৱ চৰিত্ৰৰ এখন

(১) মা নিষাদ প্ৰতিষ্ঠাং ত্বমগম শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চ মিথুনাদেকমবধীঃ কাম মোহিতম্ ॥১৫॥ ● বালকাণ্ড, ২য় সৰ্গ

স্বচ্ছ দাপোণ। ইয়াত বহু উপমা বহু অলঙ্কাৰ আছে। সেই উপমা-অলঙ্কাৰ সমূহে মানব-জীৱনৰ সুখ দুঃখ হৰ্ষ অনুভূতিৰ বিচিত্ৰ ভাব সমূহ প্ৰস্ফুটিত কৰি তুলিছে। মানব জীৱনৰ বিভিন্ন স্তৰত বিভিন্ন পৰিস্থিতিত য'তবোৰ সমস্যাৰ উদ্ভৱ হব পাৰে সেই সমস্যা সমূহ সমাধানৰ উচ্চতম নীতিসমূহ শ্ৰীৰাম চৰিত্ৰত এনেদৰে প্ৰতিফলিত হৈ উঠিছে যে মানব জীৱনৰ বাবে সেই প্ৰতিফলন জ্বলন্ত উদাহৰণ হৈ ৰামায়ণ মাহকাব্য এখন ধৰ্ম-শাস্ত্ৰত পৰিণত হৈ পৰিছে। ৰামায়ণ পাঠৰ ফল সেইবাবে ৰামায়ণতে উল্লেখ কৰিছে যে ৰাম চৰিত পাঠ কৰিলে মানুহ পাপৰ পৰা মুক্ত হয়। ই বেদতুল্য এখনি মহাগ্ৰন্থ।

ইদং পবিত্ৰং পাপঘ্নং পুণ্যং বেদৈশ্চ সম্মিতম্।
যঃ পঠেদ্ ৰাম চৰিতং সৰ্বপাপৈঃ প্ৰমুচ্যতে।।

# ৰজা দশৰথ আৰু তেওঁৰ শাসন পদ্ধতি

মহামুনি বশিষ্ঠ ভৈলন্ত পুৰোহিত।
সুমন্ত্ৰ প্ৰমুখ্যে আঠ মন্ত্ৰী সবেষ্টিত।।

ৰাম ইক্ষ্বাকুবংশীয় বুলি আগেয়ে কোৱা হৈছে। তেওঁৰ পিতা আছিল অযোধ্যাৰ ৰজা দশৰথ। দশৰথৰ পিতাৰ নাম আছিল অজ। ৰজ দশৰথ বৰ গুণৱন্ত পুৰুষ আছিল। "পৰম মহন্ত শান্ত শীতল স্বভাৱ" আছিল তেওঁৰ। তেওঁৰ "স্বধৰ্মত শুদ্ধ বুদ্ধি সুন্দৰ শৰীৰ" আছিল। সমস্ত মহৎ গুণ তেওঁৰ আছিল। প্ৰতাপত তেওঁ আদিত্য আৰু ক্ৰোধত তেওঁ যেন মহেশ্বৰ। অস্ত্ৰে শস্ত্ৰে শাস্ত্ৰে নানা গুণেৰে তেওঁ সুমণ্ডিত আছিল। বৃহস্পতিৰ নিচিনা তেওঁ পৰম পণ্ডিত আছিল। প্ৰজা শাসনত তেওঁ সাম, দান, ভেদ, দণ্ড এই চাৰি প্ৰকাৰ নীতি অৱলম্বন কৰিছিল আৰু পুত্ৰৱৎ প্ৰজা সকলক পালন কৰিছিল। ৰজা দশৰথ ইমান বলী আছিল যে তেওঁ সেই বলৰ প্ৰভাৱত বিপক্ষক সহজে দলন কৰিব পাৰিছিল আৰু তেওঁ সজ্জন লোকৰ প্ৰতি সৌজন্য প্ৰকাশ কৰিছিল। তেওঁ ধনে ধানেও অতি চহকী আছিল; সেইবাবে মৰ্ত্ত্যলোকত ইন্দ্ৰ আৰু কুবেৰ বুলি জনাজাত হৈছিল।

তেওঁ নিজে ইমানবোৰ গুণেৰে বিভূষিত হোৱা কাৰণে তেওঁৰ ৰাজ্যৰ প্ৰজা সমূহো ধৰ্ম পৰায়ণ, শাস্ত্ৰ জনা, নিৰ্লোভ আৰু সত্য পৰায়ণ আছিল। সকলো প্ৰজাই নিজৰ নিজৰ ঘৰত ভাল ভাল বস্তু সংগ্ৰহ কৰি ৰাখিছিল। সকলো গৃহস্থৰ ঘৰতে গৰু ঘোঁৰা আৰু ধন-ধান আছিল। মানুহবিলাক নিষ্ঠুৰ নৃশংস বা ক্ৰূৰ প্ৰকৃতিৰ নাছিল। আনকি তেওঁৰ ৰাজ্যত কোনো নাস্তিক বা মূৰ্খ প্ৰজা নাছিল। ৰাজ্যত কোনো চোৰ স্বভাৱৰ লোক নাছিল, কাৰো নীচ প্ৰবৃত্তি নাছিল আৰু কোনো বৰ্ণ সঙ্কৰ নাছিল। ৰূপ লাৱণ্যতো মানুহ বিলাক হীন নাছিল। সকলো ৰাজভক্ত আৰু অতিথি পৰায়ণ আছিল। সকলো মানুহেই দীৰ্ঘজীৱি আছিল আৰু কাৰো অকাল মৃত্যু নহৈছিল। সকলো মানুহেই স্ত্ৰীপুত্ৰ পৰিবাৰ আদি লৈ সুখত কাল কটাইছিল।

পৰ্ব্বতৰ গুহাবোৰ যেনেকৈ সিংহৰদ্বাৰা পূৰ্ণ হৈ থাকে, সেইদৰে তেওঁৰ নগৰখনো বীৰ মহাবীৰ সকলেৰে পৰিপূৰ্ণ হৈ আছিল। সেই বীৰ বিলাক অগ্নিৰ নিচিনা তেজস্বী আছিল। তেওঁলোকৰ স্বভাৱ সৰল আছিল কিন্তু শত্ৰুৰ প্ৰতি অসহিষ্ণু আছিল। সকলো ধনুৰ্ব্বিদ্যাত পাৰদৰ্শী। ৰজাৰ নগৰত বাহ্লীক আৰু কাম্বোজ জাতৰ ঘোঁৰা হে আছিল। সেইদৰে বিন্ধ্য পৰ্ব্বতত আৰু হিমালয়ত উৎপন্ন হোৱা, দেখিবলৈ পৰ্বতাকাৰ যেন মত্ত হস্তী বিলাক আছিল। এই হস্তী বিলাকেৰে নগৰ সুৰক্ষিত হৈ থাকিছিল। সকলোবিলাক হাতীয়ে একো একোখন যেন পাহাৰ হে। হাতীৰ মূল জাত আছিল চাৰিটা — ঐৰাৱত, মহাপদ্ম, অঞ্জন

আৰু বামন। এই চাৰিজাতৰ সংমিশ্ৰণত যিবিলাক হাতীৰ জন্ম হৈছিল সেই বিলাকৰ তিনিপ্ৰকাৰৰ নাম আছিল— ভদ্ৰমন্দ্ৰ, ভদ্ৰমৃগ আৰু মৃগমন্দ্ৰ। মুঠতে সাত প্ৰকাৰৰ হস্তী আছিল। এই নগৰ খনৰ নাম অযোধ্যা আৰু এই নাম সঁচাকৈয়ে অৰ্থপূৰ্ণ আছিল। এই নগৰখনৰ বিস্তৃতি আছিল চবিবশ মাইল পৰ্যান্ত। ইয়াৰ ষোল মাইল পৰ্য্যন্ত বিস্তৃতিৰ মাজত কোনেও যুদ্ধ কৰিব নোৱাৰিছিল। সেইবাবেই ইয়াৰ নাম অযোধ্যা আছিল। ইয়াত আধিপত্য কৰিছিল ইন্দ্ৰসদৃশ শত্ৰুবিমৰ্দ্দণ ৰজা দশৰথে। এই নগৰী অৰ্গলযুক্ত তোৰণ সমূহেৰে সুৰক্ষিত হৈ আছিল। এই নগৰীত সুন্দৰ সুন্দৰ নানাধৰণৰ ফুল কটা গৃহবোৰ আছিল আৰু এই ধুনীয়া অযোধ্যা নগৰীত বহুলোকৰ বসতি আছিল।

ৰজা দশৰথে অকলে তেওঁৰ ৰাজ্য শাসন কৰা নাছিল। আজি কালিৰ নিচিনা তেওঁৰ মন্ত্ৰী সভা এখনো আছিল— তেওঁক পৰামৰ্শ দিবলৈ। সেইসকল মন্ত্ৰীৰ নাম আছিল— ধৃষ্টি, জয়ন্ত, বিজয়, সুৰাষ্ট্ৰ, ৰাষ্ট্ৰবৰ্দ্ধন, অকোপ, ধৰ্মপাল আৰু সুমন্ত্ৰ — এই আঠজন। তাৰ ভিতৰত সুমন্ত্ৰ অৰ্থবিদ্। ইয়াৰ উপৰিও ঋষি-শ্ৰেষ্ঠ বশিষ্ঠ আৰু বামদেৱ প্ৰধান ঋত্বিক্ দুজন আছিল। এওঁলোক সকলোৱে আছিল মন্ত্ৰণা কৌশল, মনোজ্ঞ (আনৰ মন বুজিব পৰা) আৰু ৰাজ্যৰ হিতৈষী। তাৰ উপৰিও উপমন্ত্ৰী আছিল। তেওঁলোক সুযজ্ঞ, জাবালি, কাশ্যপ, গৌতম, দীৰ্ঘজীৱী মাৰ্কণ্ডেয় আৰু কাত্যায়ণ। এওঁলোক সকলোৱে আছিল বিদ্বান্, বিনীত আৰু স্বভাৱত অমায়িক। তেওঁলোক দেখিবলৈ যেনে সুশ্ৰী আছিল, তেনে আছিল শাস্ত্ৰ নিপুণ, কীৰ্ত্তিমান্ আৰু বিপুল বিক্ৰমী। তেওঁলোকে কোনো কথা কোৱাৰ পূৰ্বে মধুৰ হাঁহি মাৰিছিল। তেওঁলোকৰ ক্ৰোধ নাছিল আৰু কোনো দুৰভিসন্ধিয়ে তেওঁলোকৰ মনত ঠাই নাপাইছিল। এই মন্ত্ৰী সকলৰ সুকীয়া সুকীয়া গুপ্তচৰ আছিল। কোন কোন মানুহ ৰাজ্যৰ সপক্ষে বা বিপক্ষে আছিল তাৰ যথা-যথ খবৰ গুপ্তচৰ সকলৰ পৰা পাই যথাবিহিত ব্যৱস্থা লৈছিল। নিৰাপৰাধ শত্ৰুৰ প্ৰতিও প্ৰতিহিংসা পৰায়ণ নাছিল; কিন্তু নিজ নিজ পুত্ৰ সকলো যদি অপৰাধী হৈছিল তেওঁলোককো কেতিয়াও দণ্ড নিদিয়াকৈ নাথাকিছিল। সেই দণ্ড দোষৰ গুৰুত্ব হিচাবে দিছিল। মন্ত্ৰীসকলৰ সকলোৱে নিৰ্ম্মল বুদ্ধি সম্পন্ন আৰু এক মতাৱলম্বী আছিল কাৰণে আৰু সৰ্বত্ৰ ন্যায় বিচাৰৰ পক্ষপাতী আছিল কাৰণে অকল অযোধ্যা নগৰীতে নহয় সমগ্ৰ ৰাজ্যখনৰ ভিতৰতে কোনো মিথ্যাবাদী নাছিল, কাৰো অসৎ স্বভাৱ নাছিল আৰু কোনো লোক পৰদাৰ পৰায়ণ নাছিল। সেই কাৰণে ৰাজ্যখনত সৰ্বদাই শান্তি বিৰাজ কৰিছিল।

ৰজা দশৰথে এইদৰে ধৰ্মানুসাৰে প্ৰজাপালন কৰিছিল আৰু অধৰ্মক দূৰতে বিদূৰ কৰিছিল। এই কাৰণে তেওঁৰ ৰাজ্য নিষ্কণ্টক আছিল। কিন্তু তথাপিও তেওঁৰ মনত এটা দুখ আছিল। তেওঁৰ তিনি গৰাকী প্ৰাধানা মহিষী থকা সত্বেও তেওঁৰ কোনো সন্তি সন্ততি নাছিল।

# ৰামৰ জন্ম

উপজিল চাৰি পুত্ৰ বংশৰ উদ্ধাৰ।
হৰিষে বিলাইলা ৰজা প্ৰধান ভাণ্ডাৰ।।

পুত্ৰ কামনাত তেওঁ তপস্যাও কৰিছিল; কিন্তু তথাপি তেওঁৰ কোনো পুত্ৰ হোৱা নাছিল। এই বিষয়ে তেওঁৰ দুঃখ আছিল কাৰণে তেওঁ সদায় চিন্তা কৰি থাকে, কি উপায়েৰে তেওঁ পুত্ৰ সন্তান লাভ কৰিব পাৰে। চিন্তা কৰি থাকি থাকি এসময়ত তেওঁ পুত্ৰ কামনাৰে অশ্বমেধ যজ্ঞ কৰিবলৈ মন স্থিৰ কৰিলে। সেই অনুসাৰে ৰজা দশৰথে মন্ত্ৰী আৰু ঋত্বিক্ সকলৰ পৰামৰ্শ বিচাৰিলে। বশিষ্ঠ আৰু বামদেৱসমন্বিতে সকলোবিলাক মন্ত্ৰীয়ে এই প্ৰস্তাৱ অনুমোদন কৰিলে। তেতিয়া ৰজা দশৰথে এই সংবাদ ৰাণী সকলকো দিলে। ৰজা দশৰথৰ তিনিগৰাকী প্ৰধানা মহিষী আছিল। প্ৰথমা কৌশল্যা, দ্বিতীয়া সুমিত্ৰা আৰু সৰ্ব্ব কণিষ্ঠা কৈকেয়ী। তেওঁলোক সকলো আনন্দিত হ'ল।

মন্ত্ৰীসকলৰ আৰু ঋষি প্ৰৱৰ বশিষ্ঠ আৰু বামদেৱৰ পৰামৰ্শ অনুসাৰে সৰযু নদীৰ উত্তৰ পাৰত যজ্ঞভূমি নিৰ্বাচিত হ'ল। যজ্ঞ কাৰ্য্যত যজ্ঞতন্ত্ৰজ্ঞ ৰাক্ষসবোৰে সদায় ছিদ্ৰ চাই বিঘ্ন উৎপাদন কৰে। সেই ছিদ্ৰ যাতে ৰাক্ষস বিলাকে নাপায় তাৰ বাবে যথোপযুক্ত বিধান ল'ব পৰাকৈ সেই অনুসাৰে যজ্ঞভূমি প্ৰস্তুত কৰিবৰ দিহা কৰা হ'ল।

বিধিমতে যজ্ঞ সম্পাদন নহলেও যজ্ঞ কৰ্ত্তাৰ অনিষ্ট হয়; সেইবাবে উপযুক্ত হোতা (যজ্ঞকৰ্ত্তা) এজনৰ আৱশ্যক। সকলোৱে পৰামৰ্শ কৰি বিভাণ্ডক পুত্ৰ ঋষ্য-শৃঙ্গক অনাটো স্থিৰ কৰিলে। সুলক্ষণযুক্ত এটি অশ্ব মোকোলাই এৰি দি চাৰিশজন ক্ষত্ৰিয় ৰাজকুমাৰক ৰক্ষক হিচাবে পঠোৱাৰ সিদ্ধান্ত লোৱা হ'ল।

চাওঁতে চাওঁতে এবছৰ পাৰ হৈ গ'ল। বসন্তকাল পুনঃ ঘূৰি আহিল আৰু দশৰথ ৰজায়ো যজ্ঞানুষ্ঠানত মন দিলে। কুল পুৰোহিত ঋষি শ্ৰেষ্ঠ বশিষ্ঠক যজ্ঞৰ আচাৰ্য্য পদৰ বাবে অনুৰোধ জনালে। বশিষ্ঠ ঋষিয়ে সানন্দে সন্মতি জনালে। তাৰ পাছত ঋষি প্ৰৱৰে যজ্ঞকাৰ্য্যত নিপুণ আৰু ধাৰ্মিক প্ৰাচীন স্থপতি শিল্পকাৰ, বাহক, খনক, নট, নৰ্ত্তক, আৰু শাস্ত্ৰজ্ঞ পুৰুষ মতাই আনি— তোমালোকে ৰজাৰ যজ্ঞ কাৰ্য্যত নিযুক্ত হৈ আৱশ্যকীয় কামবিনি সম্পন্ন কৰা— এই আদেশ দিলে। এইদৰে নিযুক্ত কৰ্ম্মী সকলে ভোজনশালা, অশ্বশালা, হস্তীশালা, শয়ন-গৃহ আৰু আন আন ৰাজ্যৰ পৰা অহা যোদ্ধাবৃন্দৰ থকা-ঠাই আদি সকলো যথাসময়ত পৰিপাটিকৈ নিৰ্মাণ কৰিবলৈ মান্তি হ'ল। ঋষি প্ৰৱৰে তাৰ পাছত সুমন্ত্ৰক আদেশ দিলে যে ৰাজ্যৰ ভিতৰত বাস কৰা ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ সকলো জাতিৰ মানুহক

যজ্ঞলৈ নিমন্ত্ৰণ জনাব লাগিব আৰু এই ভূমণ্ডলৰ[১] ভিতৰত যিসকল ধাৰ্মিক ৰজা আছে সকলোকে সসম্মানে নিমন্ত্ৰণ জনাব লাগিব। নিমন্ত্ৰিত লোকবিলাক আহিলে যথাযোগ্য সম্মানেৰে অভ্যৰ্থনা কৰিব লাগিব। অভ্যৰ্থনাত যেন কোনো ক্ৰটি-বিচ্যুতি নঘটে। মহৰ্ষিয়ে বিশেষকৈ সুমন্ত্ৰক ক'লে যে মিথিলাৰ ৰজা সত্য-পৰায়ণ জনক ৰজাক তুমি নিজে গৈ নিমন্ত্ৰণ দিবা। তেওঁ আমাৰ বহুকালৰ সুহৃদ, সেইবাবে তেওঁক সকলোতকৈ আগতে সসম্মানে নিমন্ত্ৰণ দিবা গৈ। তাৰ পাছত দেৱতা সদৃশ বিশুদ্ধ স্বভাৱ প্ৰিয়বাদী কাশীৰাজক। মহাৰাজৰ শহুৰেক পৰম ধাৰ্মিক কেকয়ৰাজক সপুত্ৰে নিমন্ত্ৰণ দিয়াতো তুমি নিজে যাব লাগিব। ইয়াত বাজেও কোশল ৰাজক, সৰ্বশাস্ত্ৰ বিশাৰদ মগধৰাজক আৰু পূৰ্বদেশৰ মহাৰাজক, সিন্ধু-সৌবীৰ, সৌৰাষ্ট্ৰ আৰু দাক্ষিণাত্যৰ ৰজা সকলোকো দশৰথ নৃপতিৰ নিৰ্দেশ লৈ নিজে নিমন্ত্ৰণ দিবা গৈ। বাকী যিবিলাক এই ভূমণ্ডলৰ নৃপতি আছে তেওঁলোকৰ অনুচৰ আৰু বন্ধু বান্ধৱ সহ দূতমুখে নিমন্ত্ৰণ জনাই আনিবৰ যত্ন কৰা।

এই উপদেশ আৰু নিৰ্দেশমতে সকলো কাৰ্য্য সম্পূৰ্ণ হৈ উঠিল আৰু তাৰ পাছত এবছৰৰ মূৰত যজ্ঞৰ অশ্ব ঘূৰি অহাত যজ্ঞ আৰম্ভ হ'ল। ঋষ্যশৃঙ্গ প্ৰভৃতি ঋষি সকলে বেদমন্ত্ৰ পাঠ কৰি ইন্দ্ৰাদি দেৱতাক আহ্বান কৰিলে। শুদ্ধ উচ্চাৰণ যুক্ত বেদমন্ত্ৰৰ শুদ্ধ প্ৰয়োগত দেৱতা সকলে নিজ নিজ যজ্ঞাংশ গ্ৰহণ কৰিলে। সেইবাবে সকলো কাৰ্য্য মঙ্গলময় হৈ উঠিল। বাল বৃদ্ধ বনিতা দুখীয়া সকলো বৰ্ণৰ সকলো প্ৰকাৰৰ মানুহে যজ্ঞৰ আটাই কেউদিনে পৰিতৃপ্তিৰ সহিত ভোজন কৰিলে।

যিসকল ব্ৰাহ্মণে ষড়ঙ্গ বেদাধ্যয়ণ কৰা নাছিল, যিসকল ব্ৰাহ্মণ ব্ৰত পৰায়ণ আৰু শস্ত্ৰজ্ঞ নাছিল নাইবা শাস্ত্ৰবিধি বিচাৰ কৰাত যি বিলাকৰ পটুতা নাছিল সেই ব্ৰাহ্মণ সকলক যজ্ঞত ব্ৰতী হবলৈ দিয়া হোৱা নাছিল। ব্ৰাহ্মণ শাস্ত্ৰ আৰু কল্পসূত্ৰমতে অশ্বমেধ যজ্ঞত তিনিদিন আহুতি দিব লাগে। এই তিনিদিনৰ ভিতৰত প্ৰথম দিনা অগ্নিষ্টোম যজ্ঞ, দ্বিতীয় দিনা উকৃথ আৰু তৃতীয় দিনা অতিৰাত্ৰ যজ্ঞ অনুষ্ঠিত হৈছিল। তাৰ পাছত জ্যোতিষ্টোম, আয়ুষ্টোম অতিৰাত্ৰ, অভিজিৎ বিশ্বজিৎ আৰু আপ্তোৰ্যাম মহাযজ্ঞবোৰ শাস্ত্ৰমতে অনুষ্ঠিত হৈছিল।

ৰজাই যজ্ঞৰ অন্তত ঋত্বিক্ সকলক দক্ষিণা দিলে। তেওঁৰ ৰাজ্যৰ পূৰ্ব খণ্ড দান কৰিলে হোতাক, অধ্বৰ্য্যুক দিলে পশ্চিমখণ্ড, ব্ৰহ্মাক দিলে উত্তৰ খণ্ড আৰু উদ্‌গাতাক দিলে দক্ষিণ খণ্ড। যজ্ঞ কাৰ্য্যত নিযুক্ত হোতা আৰু ঋত্বিক্সকলে ক'লে— হে মহাৰাজ! আপুনিহে ভূমণ্ডল ৰক্ষা কৰিবৰ উপযুক্ত। আমাৰ ৰাজ্যখণ্ডৰ কোনো আৱশ্যক নাই। আমি ইয়াক পালন কৰিব নোৱাৰিম। ইয়াৰে

(১) তেতিয়া আমাৰ দেশখনৰ নাম ভাৰতবৰ্ষ নাছিল। ভূমণ্ডল বুলিহে আখ্যা আছিল। ভাৰত ভূখণ্ডকে ভূমণ্ডল বুলিছিল।

পৰিবৰ্ত্তে আমাক কিঞ্চিৎ কিঞ্চিৎ ধন দিলেই আমি সন্তুষ্ট হম। সেই অনুসাৰে পুণ্যাত্মা দশৰথে তেওঁলোকক যথেষ্ট পৰিমাণে ধন-সোণ দান কৰিলে। ঋত্বিক্ ব্ৰাহ্মণ সকলে আশীৰ্ব্বাদ দিলে— অশ্বমেধ যজ্ঞ সমাপ্ত হ'ল।

তাৰ পাছত প্ৰধান হোতা ঋষ্যশৃঙ্গ মুনিয়ে কিছুক্ষণ চিন্তা কৰি ৰজা দশৰথক ক'লে — হে মহাৰাজ! মই ভাবিছোঁ যে আপোনাৰ পুত্ৰ প্ৰাপ্তিৰ বাবে অথৰ্ব্ব বেদৰ মন্ত্ৰেৰে পুত্ৰেষ্টি যজ্ঞত মই ব্ৰতী হম। এই বুলি তেওঁ পুত্ৰেষ্টি যজ্ঞ আৰম্ভ কৰিলে। পুত্ৰেষ্টি যজ্ঞৰ যজ্ঞাগ্নিৰ পৰা ৰক্তবৰ্ণ আৰু ৰক্তবস্ত্ৰ পৰিহিত পুৰুষ এজন হাতত দিব্য পায়স-পূৰ্ণপাত্ৰ এটি লৈ প্ৰাদুৰ্ভূত হ'ল। সেই পুৰুষ জনে ৰজাক ক'লে — হে মহাৰাজ! আপুনি দেৱতা সকলক আৰাধনা কৰি এই পায়স পাইছে। দেৱতা সকলে ইয়াক প্ৰস্তুত কৰিছে।

এই পায়স অকল পুত্ৰদায়কেই নহয়, ই অৰ্থ আৰু স্বাস্থ্য বৃদ্ধি কাৰক। এই পায়স আপুনি আপোনাৰ মহিষী সকলৰ ভিতৰত সেইকেই গৰাকী মহিষীকে দিব যিবিলাক মহিষী ক্ষত্ৰিয় বৰ্ণৰ, যিসকলৰ পিতৃৰ সামাজিক মৰ্য্যাদা আপোনাৰ বংশৰ সমতুল্য আৰু যিবিলাকৰ স্বভাৱিক গুণ আৰু প্ৰবৃত্তিও আপোনাৰ অনুৰূপ। আপুনি ইয়াৰ পৰা চাৰিটি পুত্ৰ সন্তান লাভ কৰিব। নিৰ্ধনে ধন পালে যি অপূৰ্ব আনন্দ পায়, ৰজা দশৰথেও এই পায়স-পাত্ৰ পাই সেই অপূৰ্ব আনন্দ পালে। সেই পায়স পাত্ৰটো হাতত লৈ তেওঁ সেই পায়সৰ আধাখিনি কৌশল্যাক খাবলৈ দিলে। বাকী আধাখিনিৰ অৰ্দ্ধেক সুমিত্ৰাক দিলে। তাৰ পাছত বাকী থকা পায়স খিনিৰ অৰ্দ্ধেক কৈকেয়ীক দিলে। তাৰ পাছতো যিখিনি বাকী থাকিল সেইখিনি সম্পৰ্কে মনে মনে কিছুক্ষণ চিন্তা কৰি পুনঃ সুমিত্ৰাক দিলে।(১)

ইয়াৰ পাছত ৰজাই শাস্ত্ৰোক্ত অনুসাৰে যজ্ঞৰ সমাপ্তি ঘটালে। আহুত দেৱতা সকল নিমন্ত্ৰিত ব্ৰাহ্মণাদি সকলো লোকে প্ৰত্যাৱৰ্ত্তন কৰিলে আৰু ৰজায়ো মহিষী সকলৰ লগত পুৰী প্ৰৱেশ কৰিলে।

যজ্ঞ সমাপ্ত হোৱাৰ ঠিক এবছৰৰ পাছত চৈত্ৰ মাহৰ নৱমী তিথিত পুনৰ্ব্বসু নক্ষত্ৰত ৰবি উপস্থিত হোৱাত আৰু ৰবি, মঙ্গল, শনি চন্দ্ৰযুক্ত বৃহস্পতি আৰু শুক্ৰ উচ্চস্থ হোৱাত (অৰ্থাৎ এই পাঁচ গ্ৰহ যথাক্ৰমে মেষ, মকৰ, তুলা কৰ্কট আৰু মীন ৰাশিত তুঙ্গস্থান পোৱাত) জ্যেষ্ঠা মহিষী কৌশল্যাই প্ৰথম পুত্ৰ প্ৰসৱ কৰিলে। সেই

(১) কৌসল্যায়ৈ নৰপতিঃ পায়সাৰ্দ্ধং দদৌ তদা।
অৰ্দ্ধাদৰ্দ্ধং দদৌ চাপি সুমিত্ৰায়ৈ নৰাধিপঃ।। ২৭
কৈকেয্যৈ চাৱশিষ্টাৰ্দ্ধং দদৌ পুত্ৰাৰ্থ কাৰণম্।
প্ৰদদৌ চাৱশিষ্টাৰ্দ্ধং পায়সস্যামৃতো পমম্।। ২৮
অনুচিন্ত্য সুমিত্ৰায়ৈ পুনৰেৱ মহামতিঃ।
এবং তাসাং দদৌ ৰাজা ভাৰ্য্যাণাং পায়সং পৃথক্।। —বালকাণ্ড ১৬ অধ্যায়

শিশু সৰ্বসুলক্ষণ সম্পন্ন আছিল। এই শিশুৰ নামেই হ'ল শ্ৰীৰামচন্দ্ৰ। তাৰ পাছত ক্ৰমে ক্ৰমে ভৰতে কৈকেয়ীৰ গৰ্ভৰ পৰা জন্ম পালে আৰু লক্ষ্মণ আৰু শত্ৰুঘ্নই সুমিত্ৰাৰ গৰ্ভৰ পৰা জন্ম গ্ৰহণ কৰিলে। আটাই কেইটি পুত্ৰই ৰূপৱান আৰু গুণৱান্ আছিল। একেদিনাই চাৰিটি পুত্ৰৰ জন্ম হোৱা নাছিল। পুনৰ্বসু নক্ষত্ৰত ৰামৰ (লগ্ন কৰ্কট) পুষ্যা নক্ষত্ৰত ভৰত (মীনলগ্ন) আৰু অশ্লেষা নক্ষত্ৰত ৰবি কৰ্কট ৰাশিত থকাত সুমিত্ৰাৰ গৰ্ভত লক্ষ্মণ আৰু শত্ৰুঘ্ন নামে দুইটি যমজ পুত্ৰৰ জন্ম হয়। চৈতমাহৰ পৰা শাওণ মাহৰ ভিতৰত ক্ৰমে ক্ৰমে এই চাৰিপুত্ৰৰ জন্ম হয়। এই কেইমাহ অযোধ্যা নগৰী উৎসৱমুখৰ হৈ উঠিছিল। সঙ্গীত নৃত্য অভিনয় আদিৰ সকলো প্ৰজাই আনন্দ কৰিছিল আৰু পথঘাট সৰ্বত্ৰ লোকে লোকাৰণ্য হৈ পৰিছিল। ৰজা দশৰথ পুত্ৰৱান্ হ'ল আৰু তিনিও মহিষী পুত্ৰৱতী হ'ল।

# বালক ৰাম

ৰামৰ সমান নাহি সুপুৰুষ
ই তিনি লোকৰ মাজে।
দুৰ্বাদল শ্যাম সুন্দৰ শৰীৰ
দেখিয়া মদনো লাজে।।
গজেন্দ্ৰ গমন হাস্য নিৰীক্ষণ
সমস্তৰে হৰে মন।
পূৰ্ণচন্দ্ৰ ৰুচি বদন দেখিতে
স্তম্ভিত ৰহে সৰ্বজন।।
গুণহন্তে ৰূপ ৰূপহন্তে গুণ
দুয়ো অন্যো অন্যে বলে।
ৰূপগুণে লোক দুয়ো বিমোহিত
চাই থাকে কুতুহলে।।

শিশুসকল ক্ৰমে ক্ৰমে চন্দ্ৰকলাৰ নিচিনাকৈ বাঢ়ি আহিল আৰু শাস্ত্ৰ বিধি অনুসাৰে পিতৃ দশৰথে যথা যথা সময়ত জাতকৰ্ম নামকৰণ উপনয়ন আদি কৰ্ম সম্পাদন কৰিলে। এই চাৰিটি শিশুৰ ভিতৰত ৰামচন্দ্ৰ ৰথৰ ওপৰত ধ্বজ (পতাকা) যেনেকৈ শোভা পায়, ৰূপে গুণে স্বভাৱে চৰিত্ৰে ঠিক তেনেদৰে দীপ্ত আৰু শোভমান হৈ উঠিল আৰু পিতৃৰ মনত বৰ আনন্দ-বৰ্দ্ধক হৈ উঠিল। চাৰিও ভায়েক বেদাদি শাস্ত্ৰত আৰু অস্ত্ৰবিদ্যাত পাৰঙ্গত হৈ ভৱিষ্যতে একোজনে অদ্বিতীয় বীৰত্বৰ পৰিচয় দিব পাৰিব বুলি প্ৰত্যেকৰে সম্ভাৱনা গঢ়ি উঠিল। সকলোটি পুত্ৰই জ্ঞানৱান হৈ উঠিল আৰু নানন গুণৰ আধাৰ হ'ল। তাৰে ভিতৰত ৰামচন্দ্ৰ অসাধাৰণ ভাৱে প্ৰতিভাৱান হৈ উঠিল। চন্দ্ৰ যেনে নিৰ্মল আৰু সৰ্বজন প্ৰিয় তেনে নিৰ্মল আৰু সৰ্বজন প্ৰিয়হৈ উঠিল। তেওঁ যেনে বীৰ আছিল, তেনে পিতৃভক্ত আৰু পিতৃসেৱাত অনুৰক্ত হৈ উঠিল। লক্ষ্মীৱন্ত লক্ষ্মণ শ্ৰীৰামৰ প্ৰতি অতিশয় অনুৰক্ত হৈ উঠিল। লক্ষণে ৰামক ইমান ভাল পাইছিল যে নিজৰ শৰীৰকো সিমান ভাল নাপাইছিল। সকলো কৰ্মতে সকলো সময়তে তেওঁ ৰামৰ অনুচৰ হৈ থাকিছিল। ঠিক সেইদৰে শত্ৰুঘ্নও ভৰতৰ অনুৰক্তহৈ নিজৰ প্ৰাণতকৈও ভৰতক বেছি ভালপোৱা হৈ উঠিছিল। ৰজা দশৰথ চাৰিঔটি পুত্ৰৰ জ্ঞান, গুণ, লজ্জা-সঙ্কোচ, কীৰ্ত্তি আৰু দূৰদৰ্শিতা দেখি অত্যন্ত প্ৰীত হৈছিল। চাৰিও ভ্ৰাতৃ যেতিয়া বেদাদি শাস্ত্ৰত আৰু ধনুৰ্বিদ্যাত নিপুণ হৈ উঠি পিতৃ সেৱাত নিৰত আছিল, তেতিয়া ৰজা দশৰথে তেওঁলোকৰ বিবাহৰ কথা চিন্তা কৰিব ধৰিলে।

এনেতে এদিন ঋষি বিশ্বামিত্ৰ আহি ৰাজ সভাত উপস্থিত হ'ল। ৰজাই যথাসম্ভৱ ঋষিবৰক পূজা অৰ্চ্চনা কৰি সাদৰ অভ্যৰ্থনা জনাই তেওঁৰ আগমনৰ কাৰণ কি বুলি প্ৰশ্ন কৰিলে। আপুনি এনে এজন পুৰুষ যিজনে মোৰ পৰা সকলো প্ৰকাৰ সেৱা গ্ৰহণ কৰিব পাৰে। মই আপোনাৰ যিকোনো কাৰ্য্য সম্পাদন কৰিবলৈ ৰাজী আছোঁ। আপুনি মোৰ এই নগৰীলৈ আহি আমাক সকলোকে পবিত্ৰ আৰু অনুগৃহীত কৰিছে। আজি মোৰ জন্ম সাৰ্থক হৈছে। মই অনুগৃহীত হৈ আপোনাৰ উদ্দেশ্য সফল কৰিবলৈ সম্পূৰ্ণ ইচ্ছা কৰিছোঁ। আপোনাৰ উদ্দেশ্য সিদ্ধিৰ বাবে কোনো সংশয় আপোনাৰ মনত থাকিব নালাগে। ঋষিবৰেও ৰজাক ৰাজোচিত সন্মান প্ৰদান কৰি শুভ-আশীৰ্ব্বাদ দি নিজৰ বক্তব্য কবলৈ ধৰিলে— হে মহাত্মন্! সম্প্ৰতি মই এক মহাযজ্ঞত দীক্ষিত হৈছোঁ। সেই উপলক্ষে মই আপোনাৰ ওচৰলৈ আহিছোঁ। মই আপোনাক যি অনুৰোধ কৰিম, যি কাৰ্য্যৰ কথা ক'ম, আপুনি সেই অনুৰোধ ৰক্ষাৰ আৰু সেই কাৰ্য্য সাধনৰ প্ৰতিশ্ৰুতি দিব লাগিব। মোৰ যজ্ঞকাৰ্য্যত দুজন মায়াৱী ৰাক্ষসে বৰ বিঘ্ন ঘটাব লাগিছে। সেই ৰাক্ষস দুজন হৈছে সুবাহু আৰু মাৰীচ। সিহঁত যেনে বীৰ্য্যশালী, অস্ত্ৰ শিক্ষাত তেনে শিক্ষিত। দুঃখৰ কথা কি ক'ম — মই যেতিয়াই যজ্ঞকাৰ্য্যত নিযুক্ত হওঁ তেতিয়াই সিহঁতে যজ্ঞবেদিৰ ওপৰত মাংস খণ্ড নিক্ষেপ কৰি ৰক্ত বৃষ্টি কৰিবলৈ ধৰে।

মই নিজে যে ইয়াৰ প্ৰতিকাৰ কৰিব নোৱাৰোঁ— তেনে নহয়। যজ্ঞ কাৰ্য্যত ব্ৰতী হ'লে সংযতেন্দ্ৰিয় হব লাগে খং ৰাগ প্ৰকাশ কৰা উচিত নহয়। কাকো শাপ অভিশাপ দিলে ব্ৰত ভঙ্গ হয়, কাৰণ মানসিক সংযম ভ্ৰষ্ট হয়। সেইবাবে মই আপোনাক অনুৰোধ কৰিছোঁ যে আপোনাৰ বীৰ পুত্ৰ শ্ৰীৰামক মোৰ যজ্ঞ ৰক্ষাৰ কাৰণে দিয়ক। মই তেওঁক ৰক্ষা কৰিম আৰু তেওঁ তেওঁৰ অতুল শক্তিৰে ৰাক্ষস নিধন কৰি যজ্ঞ ৰক্ষা কৰিব। আপুনি মোৰ এই অনুৰোধ ৰক্ষা কৰিলে, ময়ো নিশ্চয় আপোনাৰ এটি মহৎ কল্যাণ সাধন কৰিম। মই কুমাৰ ৰামচন্দ্ৰক এই তিনিও লোকতে সুবিখ্যাত কৰি তুলিম। আপোনাৰ ৰামৰ কাৰণে ভয় নাই। ৰামে এই দুৰাত্মা ৰাক্ষস দুজনক অনয়াসে বধ কৰিব পাৰিব সেই বিষয়ে কোনো সন্দেহ নাথ। সেই কথা মই ভালদৰে জানোঁ। মাত্ৰ দহ ৰাতি তেওঁ যজ্ঞ ৰক্ষা কৰি থাকিব আৰু এই সময়ৰ ভিতৰতে মোৰ যজ্ঞানুষ্ঠান সম্পন্ন হব। আপুনি বশিষ্ঠাদি মন্ত্ৰী সকলৰ লগত পৰামৰ্শ কৰক আৰু তেওঁলোকৰ অনুমোদন ক্ৰমে মোৰ এই অনুৰোধ ৰক্ষা কৰক।

অজেয় শক্তিৰে শক্তিমান্ মহাধনুৰ্দ্ধৰ ৰজা দশৰথ পুত্ৰ স্নেহত পৰিব এই

---

(১) তেষাং জন্মক্ৰিয়াদীনি সৰ্বকৰ্মাণ্যকাৰয়ৎ
তেষাং কে তুষিব জ্যেষ্ঠো ৰামো ৰতিকৰঃ পিতুঃ।
৪৪ —বালকাণ্ড/ ১৮ অধ্যায়

প্ৰস্তাৱত এঘণ্টামান পৰ্য্যন্ত সংজ্ঞা শূন্য হৈ পৰিল। তাৰ পাছত সেই অচৈতন্য অৱস্থা আতঁৰ হোৱাত প্ৰকৃতিস্থ হৈ ৰজাই বিশ্বামিত্ৰ ঋষিক এইদৰে উত্তৰ দিলে — হে ৰাজৰ্ষি! ৰামৰ বয়স এতিয়াও যোল বছৰ পূৰ হোৱা নাই।[১] ৰাক্ষসৰ লগত যুদ্ধ কৰা ৰামৰ পক্ষে সম্ভৱ নহয়। মই এক অক্ষৌহিনী সেনাৰ অধিপতি।[২] এই সৈন্য বিলাকক লৈ গৈ মই নিজেই যুদ্ধ কৰিম। মোৰ সৈন্য বিলাক যুদ্ধত অতিশয় নিপুণ। যেতিয়ালৈকে মোৰ দেহত প্ৰাণ থাকে তেতিয়ালৈকে মই যুদ্ধ কৰিম। মই উপস্থিত হ'লে নিৰ্ব্বিঘ্নে আপোনাৰ যজ্ঞ ৰক্ষিত হব। সেই বাবে মই আপোনাক অনুৰোধ কৰিছোঁ আপুনি ৰামক লৈ নাযাব। ৰাম বালক, অকৃতবিদ্য (এতিয়াও শিক্ষা সম্পূৰ্ণ হোৱা নাই।) ৰাম অস্ত্ৰ চালনাতো পটু হৈ উঠা নাই আৰু যুদ্ধ বিদ্যাতো পাৰদৰ্শী হৈ উঠা নাই। ৰাক্ষস বিলাকৰ সহিত যুদ্ধ কৰিবলৈ ৰাম সমকক্ষ নহয়। ৰাক্ষস বিলাক কূট যুদ্ধ নিপুণ মায়াবী। ৰাম মোৰ জীৱন স্বৰূপ। ৰামৰ অবিহনে মই ক্ষন্তেকৰ কাৰণেও জীয়াই থাকিব নোৱাৰিম। সেইবাবে মই অনুৰোধ কৰিছোঁ আপুনি ৰামক লৈ নাযাব, এই চতুৰঙ্গ সেনাৰ সহিত মোকেই লৈ যাওক।

ৰজাৰ সেই উত্তৰ শুনি মুনিবৰে কবলৈ ধৰিলে— পৌলস্ত্য বংশৰ ৰাৱণ নামে এক ৰাক্ষস আছে। সেই ৰাক্ষস ব্ৰহ্মাৰ বৰত অহঙ্কাৰী হৈ ত্ৰৈলোক্যৰে পীড়নকাৰী হৈ পৰিছে। আমি শুনিছোঁ বৈশ্ৰৱণৰ সাক্ষাৎ ভাই আৰু মুনি বিশ্ৰৱসৰ পুত্ৰ। মোৰ যজ্ঞ ধ্বংসৰ বাবে ৰাৱণ নিজে আহিবলৈ অৱজ্ঞা কৰিব। যজ্ঞ ধ্বংসৰ কাৰণে সুবাহু আৰু মাৰীচ নামৰ দুজন ৰাক্ষসক পঠাই দিব।

তেতিয়া ৰজাই উত্তৰ দিলে যে মই সেই দুৰ্বৃত্ত দশাননৰ লগত যুদ্ধ কৰিব নোৱাৰিম। আপুনি মোৰ দেৱতা আৰু গুৰু। দেৱ, দানৱ, গন্ধৰ্ব্ব, যক্ষ আৰু পন্নগ সকলেও যি ৰাৱণৰ প্ৰতাপ সহ্য কৰিব নোৱাৰে, সেই ৰাৱণৰ লগত মানুহে কেনেকৈ যুদ্ধ কৰিব? তেনেহেন দুৰ্বৃত্ত এজনৰ লগত যুদ্ধ কৰিবলৈ মোৰ সাহস নহয়। আপুনি নিজেও সসৈন্যে বা মোৰ পুত্ৰৰ সহিত তাৰ লগত যুদ্ধত সন্মুখীন হব নোৱাৰিব। মোৰ পুত্ৰ ৰামচন্দ্ৰ বালক। মাৰীচ আৰু সুবাহুৰ সহিত যুদ্ধত তাক

---

(১) বিবাহৰ সময়ত সীতাৰ বয়স কিমান আছিল— এই বিষয়ে বহুতৰে সন্দেহ আছে। বিবাহৰ সময়ত সীতাই কন্যাকাল প্ৰাপ্ত হৈছিল বুলি বহুতে ভাবে। সেইটো সত্য নহয়। ইয়াৰ প্ৰমাণ পৰিশিষ্ট ভাগত উল্লেখ কৰা হ'ল।

(২) এক অক্ষৌহিনী সেনা এইদৰে গঠিত হয় :—

(১) পদাতি — ১০৯৩৫০
(২) হাতী — ২১৮৭০
(৩) ঘোঁৰা — ৬৫৬১০
(৪) ৰথ — ২১৮৭০
মুঠ — ২১৮৭০০

ইয়াকেই চতুৰঙ্গ সেনা বোলে।

পঠাব নোৱাৰোঁ। আপুনি যদি নিতান্তই নেৰে তেন্তে ময়ে সসৈন্যে গৈ সিহঁতৰ লগত যুদ্ধ কৰিম। তাত যদি আপুনি সন্তুষ্ট নহয়, তেন্তে মই সবান্ধৱে আপোনাৰ চৰণত শৰণাপন্ন হৈছোঁ — মোক ক্ষমা কৰক। ৰজা দশৰথৰ এই কাতৰ বাক্য শুনি মহৰ্ষি বিশ্বামিত্ৰৰ আশা ভঙ্গ হোৱা বুলি জানি হুত-হুতাশনৰ দৰে জ্বলি উঠিল।

বিশ্বামিত্ৰই কবলৈ ধৰিলে। হে ৰাজন্। তুমি প্ৰথমে মোৰ অনুৰোধ ৰক্ষা কৰিবা বুলি প্ৰতিশ্ৰুতি দি এতিয়া সেই প্ৰতিশ্ৰুতি ভঙ্গ কৰিব খুজিছা। ৰঘুবংশৰ কোনো ৰজাৰ পক্ষে ই শোভন নহয়। এই প্ৰতিশ্ৰুতি ভঙ্গই বংশ নাশৰ কাৰণ হৈ উঠিব। তুমি যদি সেইটোকে সহিব খুজিছা মই ৰামক নিনিয়াকৈয়ে ঘূৰি যাম। তুমি প্ৰতিশ্ৰুতি ভঙ্গৰ অপৰাধী হৈ সুখেৰে থকা।

তেতিয়া বশিষ্ঠ ঋষিয়ে ৰজা দশৰথক পৰামৰ্শ দিলে। প্ৰতিজ্ঞা ভঙ্গ দোষত আপুনি অপৰাধী হৈ ধৰ্মপথৰ পৰা বিচলিত নহব। আপুনি ধৰ্ম পৰিত্যাগ নকৰিব। আপুনি ৰামচন্দ্ৰক বিশ্বামিত্ৰ ঋষিৰ লগত যাবলৈ দিয়ক। ৰামচন্দ্ৰ যথেষ্ট বলশালী, বিদ্বান, আৰু অস্ত্ৰ বিদ্যাত কুশল। ঋষি বিশ্বামিত্ৰও বীৰ্যৱান, মহাতেজস্বী আৰু মহাযশস্বী। এই মহৰ্ষি সকলো অস্ত্ৰ শস্ত্ৰ বিদ্যাত পাৰ্গত। তেওঁ দিব্যাস্ত্ৰ সকলো সৃষ্টি কৰিব পাৰে। তেওঁৰ দ্বাৰা ৰক্ষিত হৈ থাকিলে ৰামচন্দ্ৰৰ কোনো ক্ষতি কোনেও কৰিব নোৱাৰে। তেওঁ নিজেই এই ৰাক্ষস সকলক সংহাৰ কৰিব পাৰে; কিন্তু ৰামচন্দ্ৰৰ উপকাৰৰ কাৰণেই তেওঁ এই ৰূপ প্ৰাৰ্থনা কৰিছে।

# বিশ্বামিত্ৰৰ লগত ৰাম লক্ষ্মণৰ গমন

বুলিলন্ত ঋষি ৰঙ্গে ৰামক বচন।
দিওঁ মহা মন্ত্ৰ বিদ্যা লৈয়ো দুয়োজন।।
যাহাক জানিলে শ্ৰম গুচয় সকল।
হোৱে মহাধনৱন্ত বাঢ়ে তেজ বল।।

বশিষ্ঠৰ পৰামৰ্শ অনুসৰি ৰজা দশৰথে ৰাম আৰু লক্ষ্মণ উভয় ভ্ৰাতাকে বিশ্বামিত্ৰৰ লগত পঠাই দিলে। ডেৰ যোজন (বাৰমাইল) পথ যোৱাৰ পাছত সৰযু নদীৰ দক্ষিণ পাৰত তেওঁলোক উপস্থিত হলগৈ। ঋষি বিশ্বামিত্ৰই ৰামক সম্বোধন কৰি ক'লে — তুমি সোনকালে নদীৰ পানীত (আচমন কৰি) হাত মুখ ধুই অহাগৈ। মই তোমাক বলা আৰু অতিবলা নামৰ দুটা মন্ত্ৰ দিম। তোমাৰ শ্ৰান্তিবোধ দূৰ হব, জ্বৰাদি কোনো পীড়া নহব আৰু চেহেৰাও বেয়া হৈ নাযাব। এই মন্ত্ৰ উচ্চাৰণ কৰিলে তুমি সকলোতকৈ বীৰ্য্যৱান হবা আৰু নিদ্ৰিত বা মূৰ্চ্ছিত হলেও ৰাক্ষসে তোমাক পৰাজয় কৰিব নোৱাৰিব। এই দুইটি বিদ্যা (মন্ত্ৰ) সকলো জ্ঞানৰে জননী। ৰামচন্দ্ৰই ঋষিৰ পৰা যথানিয়মে ইয়াক লাভ কৰিলে আৰু তাৰ দ্বাৰা অধিকতৰ শ্ৰীসম্পন্ন হ'ল। এই ঠাইতে ৰাত্ৰি যাপন কৰিলে।

## তাড়কা বধ ঃ

ৰাত্ৰি প্ৰভাত হ'ল। বিশ্বামিত্ৰই ৰাম লক্ষ্মণক প্ৰাতঃকালীন সন্ধ্যা বন্দনাদি কৰিবলৈ নিৰ্দ্দেশ দিলে। ঋষিয়ে আৰু উভয় ভ্ৰাতাই সন্ধ্যা বন্দনাদি শেষ কৰি পুনঃ যাত্ৰা কৰিলে। বাটত অঙ্গদেশৰ এখনি আশ্ৰম পালে। সেই আশ্ৰমত থকা মুনি সকলৰ দ্বাৰা তেওঁলোক যথাযোগ্য ভাৱে অভ্যৰ্থিত হ'ল। এই আশ্ৰম খনিৰ নাম কামাশ্ৰম। ইয়াতে মহাদেৱৰ ক্ৰোধাগ্নিত কামদেৱ ভস্মীভূত হৈছিল। কামদেৱে অঙ্গ পৰিত্যাগ কৰা বাবে এই দেশৰ নাম অঙ্গ দেশ হ'ল আৰু আশ্ৰম খনৰ নাম কামাশ্ৰম হ'ল। ইয়াতেই তেওঁলোকে পুনঃ ৰাত্ৰি বাস কৰিলে। ৰাতিপুৱা সন্ধ্যাহ্নিক কৰি তাৰে পৰা সৰযু নদীয়েদি নাৱেৰে যাত্ৰা কৰিলে। বাটত এখন নিবিড় অৰণ্য পালে। এই অৰণ্যত তাড়কা ৰাক্ষসী বাস কৰে। এই তাড়কা ৰাক্ষসী তাড়কা-সুন্দৰ ভাৰ্য্যা আৰু ইন্দ্ৰতুল্য পৰাক্ৰমী মাৰীচ ৰাক্ষসৰ মাতা। এই তাড়কা ৰাক্ষসীয়ে চাৰি মাইল ব্যাপি জনপদ অধিকাৰ কৰি আছে আৰু আশ্ৰমৰ মুনি ঋষি সকলৰ যজ্ঞ আৰু ধৰ্মকাৰ্য্যত বিঘিনি ঘটায়। আমি এই অৰণ্যৰ মাজেদি যাব লাগিব। ইয়াতে তুমি নিজৰ বাহুবলৰ দ্বাৰা তাড়কা ৰাক্ষসীক বধ কৰি ঠাই ডোখৰ নিষ্কণ্টক কৰা। তোমাৰ বাহিৰে আন কোনেও তাইক সংহাৰ কৰিব নোৱাৰিব।

ৰামচন্দ্ৰই উত্তৰ দিলে যে মোৰ প্ৰতি পিতাৰ আদেশ হৈছে যে আপুনি যি কৰিবলৈ কয় মই তাকেই কৰিম। গুৰুদেৱ বশিষ্ঠৰ আৰু পিতাৰ আদেশক্ৰমে আপোনাৰ কোনো কথাকে অৱহেলা নকৰোঁ। ইতিমধ্যে নিশাচৰী তাড়কা ৰাক্ষসী আহি উপস্থিত হ'ল। বিশ্বামিত্ৰই হুঙ্কাৰেৰে সেই ৰাক্ষসীক ভৰ্ৎসনা কৰিলে আৰু 'স্বস্তি' বুলি ৰাম-লক্ষ্মণক আশীৰ্বাদ দি যুদ্ধ কৰিবলৈ নিৰ্দ্দেশ দিলে। ৰামচন্দ্ৰই তিৰোতা বুলি বধ কৰিবৰ ইচ্ছা কৰা নাছিল; কেৱল বীৰ্য্যশক্তি আৰু গতিশক্তিৰোধ কৰি পেলাই থব খুজিছিল; কিন্তু ৰাসক্ষসীয়ে মায়া বলেৰে ইমান উৎপাত কৰিব ধৰিলে যে প্ৰথমে লক্ষ্মণে নাক কাণ কাটি পেলালে। তাৰ পাছত কামৰূপিনী নিশাচৰীয়ে বিভিন্ন ৰূপ ধৰি যুদ্ধ কৰিব ধৰিলে। তেতিয়া ৰামচন্দ্ৰই শৰেৰে বুকু বিদ্ধ কৰি নিপাতিত কৰিলে। মহৰ্ষি তাড়কা বধ হোৱা বাবে বৰ সন্তুষ্ট হৈ ৰামচন্দ্ৰৰ মস্তকৰ আঘ্ৰাণ ললে আৰু আশীৰ্বাদ কৰিলে। অৰণ্যও নিৰাপদ হ'ল। সেইদিনা তেওঁলোকে সেই অৰণ্যত ৰাত্ৰি বাস কৰিলে।

## বিশ্বামিত্ৰৰ ওচৰত ৰামৰ অস্ত্ৰ লাভ আৰু শিক্ষা ঃ

বিশ্বামিত্ৰ ঋষিৰ ভৈলন্ত দুয়ো শিষ্য।
অস্ত্ৰ শিখি দুয়ো ভাই মনত হৰিষ।।

মহা যশস্বী বিশ্বামিত্ৰ ঋষি তাড়কা ৰাক্ষসীৰ নিধনত বৰ প্ৰীত হৈছে; সেই বাবে ৰাত্ৰি প্ৰভাত হোৱাত ৰামচন্দ্ৰক মধুৰ মাতেৰে কাষলৈ মাতি নি আশীৰ্ব্বাদ দি ক'লে— হে ৰাজপুত্ৰ! মই তোমাৰ প্ৰতি বৰ সন্তুষ্ট হৈছোঁ। তোমাৰ মঙ্গল হওক। আহা, মই তোমাক আজি বহু অস্ত্ৰ দান কৰিম। সেই বিলাক অস্ত্ৰেৰে দেৱতা অসুৰ গন্ধৰ্ব্ব যিকোনো তোমাৰ প্ৰতিদ্বন্দ্বী নহওক, তুমি তেওঁক পৰাস্ত কৰিব পাৰিবা। মই তোমাক দণ্ড চক্ৰাদি আৰু দিব্য অস্ত্ৰবোৰ প্ৰদান কৰিম। (সেই চক্ৰ আৰু অস্ত্ৰ বিলাকৰ নাম পাদটীকাত দিয়া হল।) মহৰ্ষি বিশ্বামিত্ৰই ৰাম লক্ষ্মণ উভয়কে অস্ত্ৰ দান কৰি সংহাৰ মন্ত্ৰও দিলে আৰু অস্ত্ৰ প্ৰয়োগ আৰু সংহাৰ বিষয়ক অস্ত্ৰ বিদ্যা উভয়কে যথা নিয়মে শিক্ষা দিলে।

## সিদ্ধাশ্ৰম আৰু ৰাক্ষস বধ ঃ

বায়ু বাণ হানি উড়াইলা মাৰীচক
..............................
নমৰিল কথমপি জীল বৰ দুখে।।

তেওঁলোক তাৰ পাছত সেই স্থানৰ পৰা যাত্ৰা কৰি আহি এটি মনোৰম আশ্ৰমত উপস্থিত হ'লহি। এই ঠাইতে মহৰ্ষি বিশ্বামিত্ৰই যজ্ঞ আৰম্ভ কৰিছে। এই

আশ্ৰমৰ পুৰণি ঐতিহ্য আছে। বলিক ছলনা কৰিবলৈ দেৱতা সকলে ভগৱান বিষ্ণুক লগ ধৰি ইয়াতেই প্ৰাৰ্থনা জনাইছিল। মহৰ্ষি কাশ্যপে তেওঁৰ পত্নী অদিতিৰ সৈতে ইয়াতেই তপস্যা কৰি বিষ্ণুক পুত্ৰৰূপে পোৱাৰ প্ৰাৰ্থনা জনাইছিল। অদিতিৰ গৰ্ভজাত কাশ্যপ পুত্ৰ সেই ভগৱান বামন দেৱ ইয়াতেই থাকিছিল। সেইবাবে ইয়াৰ নাম বামনাশ্ৰম। এই আশ্ৰমত ৰাম লক্ষ্মণক লগত লৈ মহৰ্ষি বিশ্বামিত্ৰ উপস্থিত হোৱাত তাত থকা তপস্বী সকলে তেওঁলোকক সমুচিত সন্মান দেখুৱাই অভ্যৰ্থনা জনালে। ৰাম লক্ষ্মণে তাত ৰাত্ৰি বাস কৰাৰ পাছত শ্ৰীৰামে মহৰ্ষি বিশ্বামিত্ৰক যজ্ঞত ব্ৰতী হবলৈ অনুৰোধ কৰিলে আৰু ক'লে যে যেতিয়া সুবাহু আৰু মাৰীচৰ গতিৰোধ কৰিবৰ আৱশ্যক হয়, তেতিয়া যেন তেওঁক জনোৱা হয়। বিশ্বামিত্ৰই শ্ৰীৰামচন্দ্ৰক ক'লে যে আজিৰ পৰা ছয় দিন তুমি যজ্ঞ ৰক্ষা কৰিব লাগিব। যজ্ঞৰ কাৰ্য্য আজি আৰম্ভ হ'ল। পাছত পাঁচ দিন যজ্ঞ নিৰুপদ্ৰবে চলিল; পিছু ষষ্ঠ দিনৰ দিনা মাৰীচ, সুবাহু আৰু সিহঁতৰ অনুচৰবৰ্গ আহি যজ্ঞ স্থলত ৰক্ত বৃষ্টি কৰিব ধৰিলে। ৰামে লক্ষ্মণক ক'লে যে মই ৰাক্ষস বিলাকক প্ৰাণে মাৰিব নোখোজোঁ। বায়ুৱে বননিবোৰ যেনেকৈ প্ৰকম্পিত কৰে মস্নো সেইদৰে সিহঁতক মানৱাস্ত্ৰৰ দ্বাৰা দূৰৈত নিক্ষেপ কৰিব খোজোঁ। এই বুলি ৰামচন্দ্ৰই মানৱাস্ত্ৰ নিক্ষেপ কৰি দূৰৱৰ্ত্তী মহাসাগৰত মাৰীচক পেলাই দিলে। মাৰীচ বিচেতন হৈ পৰি থাকিল। ৰামচন্দ্ৰই যদিও ৰাক্ষস বিলাকক প্ৰাণে বধ কৰিবৰ ইচ্ছা নকৰিছিল, তথাপি সিহঁতক বধ কৰিবৰ আৱশ্যক হ'ল। সুবাহুক লক্ষ্মণে আগ্নেয় অস্ত্ৰৰ দ্বাৰা নিহত কৰিলে। অপৰাপৰ ৰাক্ষস বিলাকক বায়ব্যাস্ত্ৰৰ দ্বাৰা উভয় ভ্ৰাতাই নিহত কৰিলে। যজ্ঞ সমাপ্ত হ'ল। যজ্ঞ কাৰ্য্য সিদ্ধ হোৱা বাবে সিদিনাৰ পৰা এই আশ্ৰমৰ নাম সিদ্ধাশ্ৰম হ'ল।

## ৰাম লক্ষ্মণৰ মিথিলাযাত্ৰা আৰু ৰামৰ হৰধনুভঙ্গ ঃ

"যজ্ঞ ৰক্ষা কৰি হিত কৰিলা তোমাক।
উচিত প্ৰসাদ আবে কি দিবো তোমাক।।

বিশ্বামিত্ৰৰ যজ্ঞ সমাপ্ত হ'ল। ৰাম আৰু লক্ষ্মণ ৰাক্ষস ধ্বংস কৰি সেই ৰাত্ৰি আশ্ৰমতে থাকিল। প্ৰভাত হ'ল। তেতিয়া দুয়ো ভাই প্ৰাতঃ কৃত্য সন্ধ্যা বন্দনা শেষ কৰি বিশ্বামিত্ৰৰ ওচৰত উপস্থিত হৈ ক'লে — "হে মুনিবৰ! আপোনাৰ ওচৰত

---

চক্ৰ - ধৰ্মচক্ৰ, কালচক্ৰ, বিষ্ণুচক্ৰ, ইন্দ্ৰ চক্ৰ
অস্ত্ৰ - বজ্ৰ, শিবৰ শূল, ব্ৰহ্মশিৰ, ইষীকাস্ত্ৰ, ব্ৰহ্মাস্ত্ৰ, মোদকী গদা, শিখৰী গদা, ধৰ্মপাশ, কালপাশ বৰুণ পাশ, শুষ্ক অশনি, আৰ্দ্ৰঅশনি, পিনাকাস্ত্ৰ, নাৰায়ণাস্ত্ৰ, আগ্নেয়াস্ত্ৰ, বায়ব্যাস্ত্ৰ, হয়শিৰ, ক্ৰৌঞ্চ - ইত্যাদি।

আপোনাৰ এই দুই কিঙ্কৰ উপস্থিত হৈছে। আমি এতিয়া কি কৰিব লাগে আদেশ কৰক।" বিশ্বামিত্ৰ মুনি ৰাম-লক্ষ্মণৰ ওচৰত মনে মনে অতিশয় কৃতজ্ঞ হৈছে। সেই কৃতজ্ঞতাৰ চিন্ স্বৰূপ তেওঁ দুয়ো ভায়েকক কি দিব পাৰে সেই বিষয়ে মনে মনে চিন্তা কৰি আছে। চিন্তা কৰি মনে মনে কিবা এটা স্থিৰ কৰি তেওঁলোকক ক'লে যে মিথিলাৰ ৰজা জনকে এটা অদ্ভুত যজ্ঞ সম্পন্ন কৰিব। ব'লা আমি সেই যজ্ঞ চাবলৈ যাওঁ। ৰজাৰ ঘৰত এখনি অদ্ভুত ধনু আছে। জনক ৰজাৰ পূৰ্ব পুৰুষ দেৱৰাতে সেই ধনু দেৱতা সকলৰ পৰা পাইছিল। দেৱতা সকলে পাইছিল মহাদেৱৰ পৰা, সেইবাবে সেইখন ধনুক হৰ ধনু বোলা হয়। সেই ধনুত দেৱতা, অসুৰ গন্ধৰ্ব ৰাক্ষস সকলৰ ভিতৰত কোনোৱে জ্যা লগাব পৰা নাই। সেই ধনু মহাৰাজ জনকৰ ঘৰত আছে, আমি মিথিলালৈ গ'লে তোমালোকে জনকৰ সেই অদ্ভুত যজ্ঞ আৰু অদ্ভুত ধনু দেখিবলৈ পাবা। এইবুলি কৈ মহৰ্ষি বিশ্বামিত্ৰই ঋষিসকলকো লগত লৈ ৰাম লক্ষ্মণৰ সহিত মিথিলালৈ যাত্ৰা কৰিলে। বিশ্বামিত্ৰ ঋষি আগে আগে গৈছে আৰু পাছে পাছে ৰাম লক্ষ্মণ গৈ আছে। এইদৰে উত্তৰ পূব মুখে গৈ গৈ জনক ৰজাৰ যজ্ঞ ভূমিত উপস্থিত হ'লগৈ। ৰাজৰ্ষি জনকে সকলোকে সাদৰ অভ্যৰ্থনা জনালে আৰু বৰ আনন্দ মনে কৃতাঞ্জলি হৈ সকলোকে বহুবিলৈ কলে। ৰজা জনকৰ সাদৰ অভ্যৰ্থনাত সন্তুষ্ট হৈ বিশ্বামিত্ৰ ঋষিয়ে আসন গ্ৰহণ কৰিলে। অন্যান্য সহযাত্ৰী ঋষি মুনি সকলো বহিল। তেতিয়া জনক ৰজায়ো ঋত্বিক সকল আৰু মন্ত্ৰীসকলৰ সহিত মান আৰু পদানুক্ৰমে ঋষি বিশ্বামিত্ৰৰ চাৰিওফালে আসন গ্ৰহণ কৰিলে। তাৰ পাছত ৰজা জনকে বিশ্বামিত্ৰৰ ফালে চাই ক'বলৈ ধৰিলে— দৈৱ অনুগ্ৰহত আমাৰ যজ্ঞৰ সকলো আয়োজন সম্পূৰ্ণ হৈছে। সেই যজ্ঞৰ ফল আপোনালোকৰ আগমনত হাতে হাতে পালোঁ। হে ব্ৰহ্মৰ্ষি! আমাৰ ঋত্বিক সকলে বিধান দিছে যে আমাৰ যজ্ঞ বাৰ দিন পৰ্য্যন্ত চলিব। দেৱতা সকলে শেষৰ দিনা প্ৰত্যেক যজ্ঞৰ অংশ গ্ৰহণ কৰিব আপোনালোকে দিব্য দৃষ্টিৰে দেখা পাব। তাৰ পাছত কুমাৰ দুজন কোন সেই প্ৰশ্ন কৰি কবলৈ ধৰিলে— এওঁলোকক দেৱকুমাৰ যেন বোধ হয়। এওঁলোকৰ গমন হস্তিৰ গমনৰ নিচিনা। ৰূপত অশ্বিনী কুমাৰ সদৃশ আৰু প্ৰত্যেকে যেন ব্যাঘ্ৰ শ্ৰেষ্ঠ বা বৃষ শ্ৰেষ্ঠ। পদ্ম পলাশৰ নিচিনা চক্ষুদ্বয়। এওঁলোকৰ দেহত অসি, শৰ, ধনু আৰু তূণ আছে। এওঁলোক স্বৰ্গৰ পৰা নামি আহিছে নেকি? পদব্ৰজে এওঁলোক কিয়, কি উদ্দেশ্যে বা কেনেকৈ আহিবলৈ পালে? ইমান সুন্দৰ সুন্দৰ অস্ত্ৰ শস্ত্ৰেৰে সজ্জিত এই কুমাৰ দুজন কাৰ পুত্ৰ? এই বীৰ দুজনৰ বিষয়ে জানিবলৈ মোৰ বৰ আগ্ৰহ হৈছে। আকাশত যেনেকৈ সূৰ্য্য আৰু চন্দ্ৰ জিলিকি উঠে, সেইদৰে এওঁলোকে আমাৰ এইস্থান সুশোভিত কৰি তুলিছে। এওঁলোকৰ শৰীৰৰ আকৃতি যেনে ধুনীয়া, মনৰ

অনুভূতি বোৰো যেন তেনে পবিত্ৰ। এওঁলোকৰ পৰিচয় পাবলৈ মোৰ মন বৰ ব্যগ্ৰহৈ পৰিছে।

ৰজাৰ প্ৰশ্নৰ উত্তৰত এওঁলোক যে উভয়ে দশৰথৰ পুত্ৰ সেই পৰিচয় দি আনুপূৰ্ব্বিক সমস্ত বৃত্তান্তৰ বিৱৰণ দিলে। তাৰ পাছত আন আন প্ৰকাৰ আলোচনা হোৱাৰ পাছত ৰজা জনকে ধনুৰ বৃত্তান্ত কবলৈ ধৰিলে— এই হৰ ধনু দেৱতাসকলে আমাৰ কোনো এক পূৰ্বপুৰুষক গচ্ছিত হিচাবে (জিম্মাত) ৰাখিবলৈ দিয়ে। ইতিমধ্যে যজ্ঞ ভূমিত হলকৰ্ষণ কৰোঁতে হালৰ আগত এটি কন্যাৰত্ন সমুত্থিত হয়। হালৰ মুখত উঠা কাৰণে এই কন্যাক সীতা(১) নাম দিয়া হৈছে। অযোনি সম্ভবা এই কন্যা মোৰ নিজৰ কন্যাৰূপে মোৰ ঘৰতে পালিতা আৰু অসামান্যা ভাবে বৰ্দ্ধিতা হৈছে। এতিয়া মই এই কন্যাক বিবাহ দিবলৈ ইচ্ছা কৰোঁ; কিন্তু মোৰ পণ এই যে যি জনে এই হৰধনুত জ্যা দিব পাৰিব তেওঁকেই এই কন্যা সমৰ্পন কৰিম। ই বীৰ্য্য পৰীক্ষা মাথোন। বহু ৰজা আহিল, দানৱ ৰাক্ষস সকলো আহিল। তেওঁলোকৰ ভিতৰত কোনো এজনেও ধনুখন হাতত তুলিয়ে লব নোৱাৰিলে। তেওঁলোকে অপমান বোধ কৰি মোৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। দেৱতা সকলৰ অনুগ্ৰহত মই কোনো ৰকমে তেওঁলোকক পৰাজয় কৰি মিথিলা ৰক্ষা কৰিলোঁ। তেওঁলোক পলাই গ'ল। হে ৰাজৰ্ষি! এতিয়া যদি ৰামচন্দ্ৰই এই শৰাসনত জ্যা-যোজনা কৰিব পাৰে, তেনেহলে মই বৰ আনন্দ মনে ৰামৰ লগত সীতাৰ শুভবিবাহ সম্পন্ন কৰিব পাৰোঁ।

মহামুণি বিশ্বামিত্ৰই তেতিয়া সেই হৰ-ধনু ৰামচন্দ্ৰক দেখুৱাবলৈ ক'লে। সেই ধনু অঠোটা চকাৰ এখন গাড়ীৰ ওপৰত এটা মঞ্জুষাৰ(২) ভিতৰত থৈ দিয়া হৈছিল। সেই ধনু গন্ধ মাল্য পুষ্পৰ দ্বাৰা প্ৰত্যহ পূজিত হৈ বিভূষিত হৈ আছিল। তেতিয়া জনক ৰজাই মন্ত্ৰী সকলক সেই ধনু অনাবলৈ আদেশ দিলে। পাঁচশ জন বলবান্ বীৰ পুৰুষে অতি কষ্টে সেই ধনুখন লৈ আহিল।

তেতিয়া বিশ্বামিত্ৰই ৰামচন্দ্ৰক ক'লে — বোপা! তুমি ধনুখন চোৱা। ঋষিৰ আদেশ পাই ৰামচন্দ্ৰ ধনুখনৰ ওচৰলৈগে ধনুৰ মঞ্জুষা খুলি পেলাই চাবলৈ ধৰিলে। তাৰ পাছত ক'লে মই দিব্য ধনু হাতেৰে ছুই চাইছোঁ, এতিয়া মই এই ধনুখন দাঙি তুলি তাত জ্যা আৰোপণ কৰিমনে? তেতিয়া ৰজা জনকে আৰু মুনিবৰ বিশ্বামিত্ৰই উভয়ে ৰামৰ ইচ্ছাত সম্মতি প্ৰকাশ কৰিলে। সম্মতি পাই ৰামচন্দ্ৰই হেলাৰঙে ধনুখনৰ মাজভাগত ধৰি ধনুখন দাঙি তুলিলে। বহুলোকে চাই আছিল। তেওঁলোকে সকলোৱে দেখিলে যে ৰামচন্দ্ৰই অনায়াসে ধনুখনৰ ধনুত জ্যা

(১) সীতা - সংস্কৃত ভাষাত সীতা শব্দৰ অৰ্থ হৈছে নাঙলেৰে চিহ্নিত কৰা ৰেখা।
(২) মঞ্জুষা - একপ্ৰকাৰ সিন্দুক বা জপা।

লগোৱাৰ দৰে ধনুখনত জ্যা লগালে। জ্যা লগাই ধনুখন ভাঙি পেলালে। সেই সময়ত এনে এটি শব্দ হ'ল সি যেন বজ্ৰ নিনাদহে। পৰ্ব্বত ফাটি গলে যেনেকৈ মাটি কঁপিব ধৰে, পৃথিৱীখন তেনেকৈ কঁপিব ধৰিলে। সেই শব্দত দৰ্শক বিলাকৰ ভিতৰত সকলোবিলাক মূৰ্চ্ছিত হৈ পৰিল— মাথোন ৰাম, লক্ষ্মণ, জনক আৰু বিশ্বামিত্ৰ স্থিৰভাৱে থাকিল।

ইয়াৰ পাচত সকলো দৰ্শকে যেতিয়া সংজ্ঞা পাই আশ্বস্ত হ'ল, তেতিয়া জনক ৰজাই বিশ্বামিত্ৰক ক'লে যে সীতাৰ বিয়াৰ কাৰণে যি ভয় মোৰ আছিল, সেই ভয় গুচিল। আৰু ক'লে যে ৰামচন্দ্ৰ যে ইমান শক্তিমান তেওঁ সেই কথা ভবা নাছিল। বাস্তৱিক ই এক ভাবিব নোৱাৰা ঘটনা। ই তৰ্ক সন্দেহ প্ৰতিবাদৰ অতীত। ৰামচন্দ্ৰৰ লগত সীতাৰ বিবাহৰ দ্বাৰা তেওঁৰ কুলত এটি মহৎ কীৰ্ত্তি প্ৰতিষ্ঠিত হব। সেইবাবে তেওঁ প্ৰাৰ্থনা জনাইছে যেন এই শুভকাৰ্য্য সম্পন্ন হয়। তেওঁ কৈছে— হে ব্ৰাহ্মণ্ মই সীতাৰ বিবাহৰ বাবে যি পণ কৰিছিলোঁ সেই পণ ৰক্ষিত হৈছে। আপুনি সোনকালে অযোধ্যালৈ গৈ মহাৰাজ দশৰথৰ আগত এই কথা নিবেদন কৰকগৈ। শ্ৰীৰামচন্দ্ৰ আৰু লক্ষ্মণ নিৰাপদে আছে এই কথা জনাই অযোধ্যাপতিক ইয়ালৈ লৈ আহকগৈ। তেতিয়া বিশ্বামিত্ৰই পত্ৰদি ৰজা দশৰথৰ ওচৰলৈ দূত পঠাই দিলে। জনক ৰজাৰ পুৰোহিত মুনি শতানন্দ অযোধ্যালৈ যাত্ৰা কৰিলে।

# ৰামৰ বিবাহ

দশৰথ মহা ৰাজাক জনায়ো
তানপুত্ৰ ৰঘুবৰে।
ধনুক ভাঙ্গিয়া জানকী সীতাক
লভিলন্ত সয়ম্বৰে

শতানন্দ মুনিবৰৰ মুখত সকলো খবৰ পাই ৰজা দশৰথে বশিষ্ঠ ঋষি প্ৰমুখ্যে, বহু ব্ৰাহ্মণ সজ্জন পাত্ৰ মিত্ৰ মন্ত্ৰী, হয় হস্তী বহুতো সৈন্য সামন্ত আৰু নাগৰিক বিলাকক লগত লৈ মিথিলাত উপস্থিত হ'লহি। জনক ৰজাই ৰামৰ সহিত সীতাক আৰু লক্ষ্মণৰ সহিত উৰ্ম্মিলাৰ বিয়া দিলে।

ৰাম আৰু লক্ষ্মণৰ বিয়া সম্পন্ন হৈ যোৱাৰ পাছত বশিষ্ঠদেৱৰ অভিপ্ৰায় অনুসাৰে বিশ্বামিত্ৰ ঋষিয়ে ৰজা জনকৰ আগত আন এটি মহৎ প্ৰস্তাৱ দাঙি ধৰিলে। ৰজা জনকৰ এজন কনিষ্ঠ ভাই আছিল। নাম আছিল কুশধ্বজ। তেওঁক ৰাম-সীতাৰ বিবাহৰ পূৰ্বে ৰজা জনকে সাঙ্কাশ্যা নগৰৰ পৰা খবৰ দি অনাইছিল। তেওঁ ইক্ষুমতী নদীৰ দুয়োপাৰে থকা এই নগৰীত থাকিছিল; কাৰণ এই নগৰী স্বৰ্গপুৰীৰ নিচিনা অতি সুশোভন আছিল। এই কুশধ্বজৰো দুটি কন্যা আছিল। বিশ্বামিত্ৰ ঋষিয়ে প্ৰস্তাৱ কৰিলে তোমাৰ ভাই কুশধ্বজৰ দুটি কন্যা আছে সেই কন্যা দুটিকো দশৰথ ৰজাৰ পুত্ৰ ভৰত আৰু শত্ৰুঘ্নক সম্প্ৰদান কৰা। এয়ে মোৰ অভিপ্ৰেত বাসনা; কাৰণ এই সম্বন্ধৰ দ্বাৰা ইক্ষ্বাকু বংশ আৰু জনক বংশ অধিকতৰ ঘনিষ্ঠ সম্বন্ধত আবদ্ধ হব।

ঋষি বশিষ্ঠ দেৱৰো এনে অভিপ্ৰায় বুলি জানি অতি আনন্দেৰে জনক ৰজা সন্মত হ'ল। এই অনুসাৰে ভৰতৰ লগত মাণ্ডৱীৰ আৰু শত্ৰুঘ্নৰ লগত শ্ৰুতকীৰ্ত্তিৰ বিবাহ সম্পন্ন হৈ গ'ল।

পূৰ্বে কুলগুৰু আৰু কুল পুৰোহিত একেজনাই আছিল। কুল পুৰোহিতক পৰামৰ্শ নকৰাকৈ কোনো প্ৰকাৰ বৈদিক অনুষ্ঠান (যেনে যাগ যজ্ঞ হোম পাঠ আদি) আৰম্ভ কৰা নহৈছিল। প্ৰত্যেকখন কুল বা ঘৰৰ বিশেষত্ব অনুসাৰে এইবোৰ কাৰ্য্য কৰা হৈছিল। বৈষয়িক কাৰ্য্যতো কুলগুৰুৰ পৰামৰ্শ বিচৰা হৈছিল। কুলগুৰু বশিষ্ঠ দেৱৰ আদেশ আৰু পৰামৰ্শ অনুসাৰে ৰজা দশৰথে ৰাম লক্ষ্মণক বিশ্বামিত্ৰৰ লগত যাবলৈ দিছিল। বশিষ্ঠদেৱে কৈছিল যে এই যাত্ৰাৰ পৰা ৰামচন্দ্ৰৰ উপকাৰ হে হব।

ৰামচন্দ্ৰই বিশ্বামিত্ৰৰ পৰা অস্ত্ৰ পালে, অস্ত্ৰ শিক্ষা পালে, অস্ত্ৰ প্ৰয়োগ আৰু অস্ত্ৰ সম্বৰণৰ মন্ত্ৰ দীক্ষাও পালে। বিশ্বামিত্ৰৰ পৰামৰ্শ অনুসাৰে জনক ৰজাৰ যজ্ঞ চাবলৈ গৈ হৰ ধনু ভঙ্গ কৰি সীতা হেন স্ত্ৰীৰত্নও পালে।

উভয় পক্ষ বৈবাহিক বন্ধনত আবদ্ধ হোৱাৰ পূৰ্বে উভয় পক্ষৰ কুল পুৰোহিতে নিজ নিজ পক্ষৰ কুল পৰিচয় অপৰ পক্ষক বিশদভাৱে জনাই দিয়ে। এই বিবাহত ৰঘুকুলৰ পৰিচয় বশিষ্ঠ দেৱে দিছিল আৰু জনক কুলৰ পৰিচয় উভয় পক্ষে জনাটো অতি আৱশ্যকীয় কথা। দশৰথ ৰজাৰ ওচৰত জনক ৰজাই ৰামচন্দ্ৰৰ লগত সীতাৰ বিবাহৰ প্ৰস্তাৱ আৰু আমন্ত্ৰণ আনুষ্ঠানিকভাৱে কুল পুৰোহিত শতানন্দৰ জৰিয়তে প্ৰেৰণ কৰিছিল। দশৰথ ৰজা আহি পালত জনক ৰজাই উপাধ্যায় আৰু পুৰোহিত বৰ্গৰ সহিত দৰ্শনাৰ্থী হৈ প্ৰতীক্ষা কৰি আছিল আৰু ৰজা দশৰথক আগবঢ়াই আনিবলৈ মন্ত্ৰী সুদমনক পঠাই দিছিল। দশৰথ ৰজাই পাত্ৰ মিত্ৰ পাৰিষদেৰে সৈতে উপস্থিত হৈ ক'লে — ৰাজন্! ভগৱান বশিষ্ঠদেৱ ইক্ষ্বাকু কুলৰ কুল দেৱতা। আমাৰ কুল পৰিচয় তেৱেঁ বৰ্ণনা কৰিব। সেই অনুসাৰে বশিষ্ঠদেৱে ৰঘুকুলৰ বংশ পৰিচয় বৰ্ণনা কৰিলে।

বশিষ্ঠৰ বৰ্ণনা শেষ হোৱাৰ পাছত ৰজা দশৰথে জনক ৰজাৰ ওচৰত ৰাম লক্ষ্মণৰ বাবে কন্যা দুটি প্ৰাৰ্থনা কৰিলে। প্ৰকৃততে দৰা পক্ষৰ পৰাহে কন্যা প্ৰাৰ্থী হব লাগে। ৰজা দশৰথে সেই নিয়ম ৰক্ষা কৰিলে।

তাৰ পাছত জনক ৰজাই নিজ কুলৰ পৰিচয় বৰ্ণনা কৰিলে।

ভৰত আৰু শত্ৰুঘ্নৰ বিবাহৰ কাৰণেও দৰা পক্ষহে কন্যা প্ৰাৰ্থী হৈছিল।

একেদিনাই চাৰিটি ৰাজপুত্ৰৰ বিবাহ চাৰিটি ৰাজ কন্যাৰ লগত হৈছিল।

বিয়াৰ পূৰ্বে শ্ৰাদ্ধকাৰ্য্য সম্পন্ন কৰি গোদান কৰিছিল বৰ পক্ষই। বিয়াৰ পূৰ্বে গোদান কাৰ্য্যক গোদান সংস্কাৰ বোলা হয়। প্ৰকৃততে ইয়েই সমাবৰ্ত্তন উৎসব। শিক্ষাকাৰ্য্য শেষ কৰি গাৰ্হস্থ্য জীৱন আৰম্ভ কৰাৰ পূৰ্বে সমাবৰ্ত্তন উৎসৱ পতা হয়। ই দশ সংস্কাৰৰ ভিতৰত এবিধ সংস্কাৰ। (গীতা প্ৰেছৰ ৰমায়ণৰ ইংৰাজী অনুবাদত ইয়াকেই সমাবৰ্তন সংস্কাৰ বুলি অনুবাদ কৰিছে। মূল শ্লোকত আছে— 'চক্ৰে গোদানমুত্তমম্'— ৰজা দশাননে গো দান অনুষ্ঠান কৰিছিল।)

সম্প্ৰদান — অগ্নিৰ সমুখত দৰা কইনা উভয়কে মুখামুখী কৰিলে ৰজা জনকে 'ইয়ং সীতা মমসুতা সহধৰ্মচৰী তব' বুলি কৈ পাণি গ্ৰহণ কৰিবলৈ কৈছিল। এই পতিব্ৰতা সীতাই তোমাৰ অনুগামিনী হৈ ছায়াৰ ন্যায় তোমাক অনুসৰণ কৰিব। তেতিয়া সভাৰ সকলোৱে 'সাধু' 'সাধু' বুলি কৈছিল। এইদৰে বাকী তিনিজনী কন্যাকো সম্প্ৰদান কৰিলে— ৰজা জনকে। তাৰেক কুশধ্বজে কন্যা সম্প্ৰদান কৰা নাছিল; কাৰণ জনক জ্যেষ্ঠ আৰু তেৱেঁই পিতৃ পুৰুষ সকলৰ শ্ৰাদ্ধ কৰিছিল।

তাৰ পাছত চাৰিও ভাই পত্নী সমভিব্যাহাৰে তিনিবাৰ অগ্নি প্ৰদক্ষিণ কৰি পিতৃ শিবিৰলৈ গুটি গ'ল। বিয়াৰ শেষত বিবাহ স্থলীৰ পৰাই কন্যা লৈ যোৱাহে শাস্ত্ৰ সন্মত সেই কথাৰ প্ৰমাণ ইয়াতেই পোৱা যায়। দান-দক্ষিণাদি সম্প্ৰদানৰ পূৰ্বে হৈ যায়।

# পৰশুৰাম সাক্ষাৎ

কমনে ভাঙ্গিল ধনু মোহোৰ গুৰুৰ
সি জনৰ দৰ্প আজি কৰিবোহো চুৰ।।

বিবাহ কাৰ্য্য সম্পূৰ্ণ হৈ যোৱাৰ পাছত শ্ৰীৰামচন্দ্ৰৰ বৈদিক সংস্কাৰ শেষ হৈ গৈছে। এতিয়া শ্ৰীৰামচন্দ্ৰ পূৰ্ণ প্ৰস্ফুটিত সংসাৰী মানৱ। আমি এতিয়া ক্ৰমে ক্ৰমে তেওঁৰ গুণ ৰাশিৰ পৰিচয় পাম। লগে লগে ৰামায়ণত বৰ্ণিত আনবিলাক চৰিত্ৰৰো পৰিচয় পাম।

বিবাহৰ ৰাত্ৰি প্ৰভাত হোৱাৰ লগে লগে বিশ্বামিত্ৰ বিদায়লৈ গুচি গ'ল। ৰজা দশৰথেও জনক ৰজাৰ পৰা বিদায় লৈ অযোধ্যালৈ যোৱাৰ আয়োজন কৰিলে। ৰজা জনকে কন্যা কেইজনীক গৰু-গাই, বস্ত্ৰ-অলঙ্কাৰ, মণি-মুক্তা, সোণ, হয় - হস্তী, ৰথ পদাতি বহু দান কৰিলে। দাস দাসীও বহু দিলে।

লৌকিক ক্ৰিয়া স্ত্ৰী আচাৰাদিও সম্পন্ন হ'ল। অযোধ্যা পতি দশৰথে ঋষিসকলক আগত লৈ চতুৰঙ্গ সেনা সমভিব্যাহাৰে অযোধ্যালৈ যাত্ৰা কৰিলে। এনেতে ৰজা দশৰথে বহু দুৰ্নিমিত্ত (অশুভ লক্ষণ) দেখা পালে। পক্ষী বিলাকে আকাশত বিকট আৱাৰ কৰিব ধৰিলে আৰু ৰজাৰ বুকুখন দুকদুককৈ কঁপি উঠিল। বশিষ্ঠদেৱে সান্ত্বনা দি ক'লে যে শূন্যত পক্ষীৰ বিকট চিংকাৰ অশুভ লক্ষণ সচাঁ; কিন্তু দক্ষিণফালে মৃগ পশুৰ গমন অশুভ লক্ষণ নহয়। অকাৰণ মন বেয়া নকৰিব।

বশিষ্ঠদেৱে এই কথা কোৱাৰ লগে লগে প্ৰচণ্ড এক ঘূৰ্ণী বায়ু উপস্থিত হ'ল। চাৰিওফাল অন্ধকাৰ হৈ পৰিল আৰু ভস্মৰ দ্বাৰা আচ্ছন্ন হৈ পৰিল। সকলোৱে স্থিৰহৈ বহি থাকিল।

এনেতে ক্ষত্ৰ কুলান্তক পৰশুৰামৰ আবিৰ্ভাৱ হ'ল। পৰশুৰাম হৰ ধনু ভঙ্গৰ খবৰ পাই ৰামচন্দ্ৰৰ শক্তি পৰীক্ষাৰ বাবে আহিছে। যি হৰ ধনু ভঙ্গৰ শক্তি জগতত কাৰো হোৱা নাছিল, সেই হৰ ধনু এজন ষোল বছৰীয়া বালকে ভঙ্গ কৰিছে বুলি শুনি পৰশুৰামে নিজকে ৰামচন্দ্ৰতকৈ হীনতৰ যেন অনুভৱ কৰিছে। হৰ ধনুতকৈও বেছি শক্তিশালী ধনু এখন পৰশুৰামৰ হাতত আছিল। সেইখন ধনু আছিল বৈষ্ণৱ ধনু। বিশ্বকৰ্মাই একে সময়তে দুখন ধনু নিৰ্মাণ কৰে। এখন হৰিৰ কাৰণে, আনখন হৰৰ কাৰণে। এসময়ত হৰি হৰৰ যুদ্ধ হৈছিল। যুদ্ধৰ মীমাংসা হ'ল, কিন্তু কোনোৱে সেই ধনু নিজৰ হাতত নাৰাখিলে। হৰিয়ে সেই ধনু মহৰ্ষি ঋচীকক দিছিল আৰু ঋষি ঋচীকে পৰশুৰামৰ পিতা জমদগ্নিক দিলে। পৰশুৰামে পিতৃৰ পৰা সেই ধনু পায়। হৰে তেওঁৰ ধনু ৰাজৰ্ষি দেৱৰাতক দিলে। ৰাজৰ্ষি দেৱৰাতে সেই ধনু জনক ৰজাৰ পূৰ্ব পুৰুষ এজনক দিলে। সেই হৰ ধনু ৰামচন্দ্ৰই ভঙ্গ কৰিলে।

পৰশুৰামে কৈছিল তুমি হৰ ধনু ভঙ্গ কৰা বাবে মই তোমাক চাবলৈ আহিছোঁ— এতিয়া তুমি এই বৈষ্ণৱ ধনুত শৰ যোজনা কৰা। তুমি যদি এই ধনুত শৰ যোজনা কৰিব পাৰা তেতিয়া মই তোমাৰ লগত দ্বন্দ যুদ্ধ কৰিম।

বৃদ্ধ মহাবীৰ দশৰথ পুত্ৰ স্নেহত পুত্ৰৰ অমঙ্গলৰ ভয়ত ভীত হ'ল; কিন্তু তৰুণ বীৰ ৰামচন্দ্ৰ ভীত নহ'ল আৰু পৰশুৰামৰ সেই প্ৰত্যাহ্বান স্বীকাৰ কৰি পৰশুৰামৰ হাতৰ পৰা ধনুখন আৰু শৰ এপাত লৈ অনায়াসে অতি হেলাৰঙে ধনুত জ্যা লগাই শৰ যোজনা কৰিলে। এই শৰ এতিয়া ক'ত নিক্ষেপ কৰে? ৰামচন্দ্ৰই কৈছিল আপুনি ব্ৰাহ্মণ, আপোনাক মই বধ নকৰোঁ; কিন্তু মোৰ এই শৰ যোজনা ব্যৰ্থ হব নোৱাৰে; সেইবাবে আপুনি তপস্যাৰ দ্বাৰা যি স্বৰ্গবাস লাভ কৰিছে— আপোনাৰ সেই স্বৰ্গলৈ যোৱা পথ মই এই শৰ নিক্ষেপ কৰি ৰুদ্ধ কৰিলোঁ। পৰশুৰাম পৰাজিত মনোভাবলৈ ৰামৰ লগত দ্বন্দ যুদ্ধ নকৰি পুনঃ তপস্যাৰ বাবে মহেন্দ্ৰ পৰ্বতলৈ গুচি গ'ল। ৰজা দশৰথৰ ভয় গুচিল আৰু আনন্দিত হ'ল।

কিন্তু ৰামচৰিত্ৰ বিচাৰ কৰিবৰ বাবে আমাৰ এটি মূল্যবান্ কথা ইয়াত আছে। পৰশুৰামে দৰ্প কৰি ৰামচন্দ্ৰক কৈছিল যে মই মোৰ পিতৃবধী সহস্ৰবাহু কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনক বধ কৰি এই পৃথিবী একৈশবাৰ নিঃক্ষত্ৰিয় কৰিছোঁ। তাৰ উত্তৰত ৰামচন্দ্ৰই কৈছিল— আপুনি পিতৃহন্তাক বধ কৰি পিতৃঋণ শোধ কৰিছে — তাৰ বাবে আমি আপোনাৰ প্ৰশংসা কৰোঁ। একৈশবাৰ নিঃক্ষত্ৰিয় কৰা ক্ষত্ৰিয় জাতিৰ প্ৰধানতম শত্ৰুক ক্ষত্ৰিয় ৰামচন্দ্ৰই পিতৃঋণ প্ৰতিশোধৰ নামত হাজাৰ হাজাৰ ক্ষত্ৰিয় নিধনৰ জঘন্যতম আৰু সৰ্বজন বিগৰ্হিত অপৰাধকো ক্ষমা কৰিছে। ৰামচন্দ্ৰৰ মানত পিতৃ বাক্য যে অকাতৰে পালনীয় তাৰ প্ৰমাণ ইতিপূৰ্বে আমি এবাৰ পাই আহিছোঁ- যেতিয়া ৰামচন্দ্ৰই বিশ্বামিত্ৰক কৈছিল যে পিতাই আমাক (ৰাম-লক্ষ্মণক) আপোনাৰ আদেশ মতে (আপুনি যি কৰিবলৈ কয় সেই কাৰ্য্যকে) কাৰ্য্য কৰিবলৈ নিৰ্দ্দেশ দিছে। আমি দুয়ো ভাই আপোনাৰ কিঙ্কৰ। এনেবোৰ কথা ৰাম চৰিত্ৰ বিচাৰত লক্ষ্য কৰিব লগীয়া লঘু যেন দেখা গলেও লঘু নহয়।

ক্ষত্ৰিয় সন্তান ক্ষত্ৰিয়বীৰ ৰামচন্দ্ৰই পৰশুৰামৰ আগত পৰশুৰামৰ ব্ৰাহ্মণত্বৰ যিমান সম্মান দেখুৱাব লাগে সিমান সম্মান দেখুৱাইছে যেনেকৈ, তেনেকৈ দেখুৱাইছে নিজৰ ক্ষত্ৰিয়ত্বৰ আৰু বীৰত্বৰ প্ৰমাণ।

ৰামচন্দ্ৰই কৈছে— হে ব্ৰাহ্মণ! মই ক্ষত্ৰিয় (আপোনাৰ নিচিনা এজন বিশুদ্ধ ব্ৰাহ্মণৰ ওচৰত স্পৰ্দ্ধা কৰি মই কোৱা নাই)। আপুনি মোৰ ক্ষাত্ৰ তেজক অৱমাননা কৰিছে। আজি আপুনি মোৰ পৰাক্ৰম চাই লওক।

বৰ্ণাশ্ৰম-ধৰ্মী বীৰ ৰামচন্দ্ৰৰ প্ৰকৃত চৰিত্ৰৰ ই এক নিদৰ্শন।

# ৰামৰ যৌৱৰাজ্য অভিষেকৰ আয়োজন

প্ৰজাসবে বোলয় হৰিষ কৰে মন।
ৰাম যুবৰাজ ভৈলে সাফল জীৱন।।

দশৰথ ৰজাই চাৰি পুত্ৰ চাৰি বোৱাৰীয়েকলৈ অযোধ্যা পালে। ৰাণী সকলেও পো-বোৱাৰীহঁতক আদৰি সাদৰি বৰণ কৰি ললে। সকলো আনন্দিত হ'ল।

ইয়াৰ পাছত পূৰা ১২ বছৰ ৰাম আৰু সীতাই অতি আনন্দেৰে গাৰ্হস্থ্য জীৱন যাপন কৰিলে। ইতিমধ্যে ভৰত শত্ৰুঘ্নক লগত লৈ মোমায়েক যুধাজিতৰ সৈতে মোমায়েকৰ ঘৰ কেকয় ৰাজ্যলৈ গৈছে আৰু কিছুদিনৰ বাবে ৰজা দশৰথৰ আদেশ ক্ৰমেই তাত আছেগৈ। ৰামে পিতৃৰ আদেশক্ৰমে পুৰবাসীৰ কল্যাণৰ অৰ্থে ৰজাৰ ফালৰ পৰা কৰিব লগা সকলোবোৰ কাম কৰিছিল আৰু লক্ষ্মণৰ সহিত পিতৃসেৱাও কৰিছিল। পৌৰ সেৱা আৰু পিতৃসেৱাৰ কাৰ্য্য প্ৰকৰণৰ মাজেদি শ্ৰীৰামচন্দ্ৰই নিজৰ কৰ্মদক্ষতা আৰু বিলক্ষণ চতুৰতাৰ পৰিচয় দিছিল। লক্ষ্মণৰো লগে লগে একে প্ৰকাৰ অভিজ্ঞতা হৈছিল। ৰজা দশৰথে দেখিলে যে প্ৰজা শাসনৰ দক্ষতা আৰু ক্ষমতা ৰামৰ সম্পূৰ্ণভাৱে গঢ়ি উঠিছে। নিজে বৃদ্ধহৈ আহিছে। উপযুক্ত পুত্ৰৰ হাতত ৰাজ্যৰ ভাৰ গতাই দি অৱসৰ গ্ৰহণৰ সময় আহিছে আৰু যথাসময়ত সেই ভাৰ প্ৰদান কৰিবৰ ইচ্ছা তেওঁৰ মনত উদয় হৈছে। ইয়াত পিতৃৰ আনন্দ আছে; জীৱনৰ সাৰ্থকতা আছে। প্ৰজাবৰ্গৰো সমৰ্থন আছে, ৰজাই সেইকথা ভালদৰে উপলব্ধি কৰিছে। তথাপি বিভিন্ন ৰাজ্যৰ বন্ধু-ৰজাবৰ্গক আৰু পাত্ৰ মিত্ৰ আৰু মন্ত্ৰী মণ্ডলীৰ লগত পৰামৰ্শ কৰা কৰ্ত্তব্য। সেই বাবে সকলোকে আমন্ত্ৰণ কৰি আনিলে। পৌৰবাসী আৰু মুখ্য মুখ্য প্ৰজা সকলকো মতাই অনালে।

সকলোৱে যেতিয়া নিৰ্দ্ধাৰিত সময়ত সভাস্থলত উপস্থিত হ'ল, তেতিয়া ৰজা দশৰথে সকলোকে সম্বোধন কৰি ঘোষণা কৰিলে— অজিতেন্দ্ৰিয় পুৰুষৰ পক্ষে যি ভাৰ দুৰ্বহ, ৰাজ ক্ষমতাৰ প্ৰভাৱত সেই গুৰুতৰ ধৰ্মভাৰ মই বহন কৰিছোঁ। এতিয়া মই বৃদ্ধ আৰু পৰিশ্ৰান্ত। মোৰ জ্যৈষ্ঠ পুত্ৰ ৰাম বীৰ, কৰ্মকুশল আৰু ৰাজকাৰ্য্য পৰিচালনাত সুদক্ষ হৈছে। এতিয়া মোৰ ইচ্ছা যে মই ৰাজ্যভাৰ ৰামচন্দ্ৰৰ ওপৰত ন্যস্ত কৰি অৱসৰ লৈ শান্তি ভোগ কৰোঁ। মোৰ বিশ্বাস ৰামক যৌৱৰাজ্যত অভিষিক্ত কৰিলে প্ৰজাবৰ্গ আৰু আপোনাসকল সকলোৱে আনন্দিত হ'ব আৰু সেই বাবে মই আজিয়েই ৰামক যুবৰাজৰ পদত প্ৰতিষ্ঠিত কৰিব খোজোঁ।

এনে প্ৰস্তাৱত সকলোৱে আনন্দ পালে আৰু পৰম হৰ্ষমনে সকলোৱে সমৰ্থন জনালে। তেতিয়া আন ৰিলাকক বিদায় দি তেওঁ কুলগুৰু বশিষ্ঠদেৱ আৰু মন্ত্ৰী মণ্ডলীৰ লগত পৰামৰ্শ কৰি যৌৱৰাজ্যত অভিষেকৰ আয়োজনত ব্যস্ত হ'ল।

ৰাজ কৰ্মচাৰীবিলাকক সকলো কাৰ্য্যৰ ভাৰ যথাযথৰূপে বশিষ্ঠদেৱে নিৰ্দ্দেশ দি স্বয়ং ৰামদেৱৰ লগত পৌৰহিত্যৰ কাৰ্য্যত ব্ৰতী হ'ল। সকলো প্ৰকাৰ আয়োজন অতি শীঘ্ৰে হৈ উঠিল। তেতিয়া ৰজা দশৰথে ৰামচন্দ্ৰক লৈ আহিবলৈ সাৰথি সুমন্ত্ৰক আদেশ দিলে। ইতিমধ্যে ৰাজসভাত বিভিন্ন দেশৰ ৰজাসকল আৰু সৰ্বসধাৰণ প্ৰজা সকলৰ ভিতৰত বহু সংখ্যক প্ৰজা আহি উপস্থিত হ'ল। সাৰথি সুমন্ত্ৰই ততাতৈয়াকৈ গৈ ৰামচন্দ্ৰক লৈ আহিলগৈ।

**যৌব ৰাজ্য অভিষেকৰ অপ্ৰত্যাশিত ৰিঘিনি ঃ**

ক্ৰোধত খঙ্গিল কুজী জাজ্জ্বল্য সমান।
আছাৰিয়া পেলাইলেক কৈকেয়ীৰ দান।।

ৰজা দশৰথে ৰামচন্দ্ৰক ক'লে— পুত্ৰ! মই বৃদ্ধ হৈছোঁ। ৰাজ কাৰ্য্য চলোৱাত অক্ষম হৈছোঁ, তদুপৰি যোৱা ৰাতি মই এটা বৰ দুঃস্বপ্ন দেখিছোঁ। দিনতে উল্কাপাত হৈছে আৰু দুৰ্ঘোৰ মেঘগৰ্জ্জনৰ লগত বজ্ৰপাত হৈছে— এনে যেন দেখিলোঁ। দৈৱজ্ঞ সকলক সুধিলো — তেওঁলোকে ক'লে আপোনাৰ জন্মগত নক্ষত্ৰত তিনিটা বিৰুদ্ধ গ্ৰহ ৰবি, ৰাহু আৰু মঙ্গল একে সময়তে উপস্থিত হৈছে। তাৰ ফল হয় ৰজাৰ মৃত্যু নাইবা ৰাজ্যত মহৎ আপদ উপস্থিত হব। সেইবাবে মই তোমাক ৰজা কৰিবলৈ ব্যগ্ৰ হৈছোঁ। এই সময়ত ভৰত মোমায়েকৰ ঘৰত আছে; সেই কাৰণে এতিয়াই তোমাৰ যৌৱৰাজ্যৰ অভিষেক সম্পন্ন হওক এইটোৱেই মোৰ বাসনা। তোমাৰ ভাই প্ৰকৃত পক্ষে অতি সৎ আৰু তোমাৰ হিতাকাঙ্ক্ষী। তোমাৰ সি আজ্ঞাধীন আৰু জিতেন্দ্ৰিয় পুৰুষ; কিন্তু কেতিয়াবা কোনো কাৰণ উপস্থিত হ'লে মানুহৰ চিত্ত বিকাৰ হয়; সেই সময়ত ধাৰ্মিক আৰু সাধুলোক সকলো মোহ গ্ৰস্ত হৈ বিষয়ানুৰাগী আৰু দ্বেষ-যুক্ত হয়। সেই কাৰণে তুমি সীতাৰ লগত ব্ৰত ধাৰণ কৰি আজি উপবাসী থাকাগৈ। তুমি কাইলৈ সিংহাসনত বহিব লাগিব। ৰামচন্দ্ৰই পিতৃচৰণত প্ৰণাম জনাই সীতাৰ ওচৰলৈ যাত্ৰা কৰিলে।

ৰাম যুৱৰাজ হব- এই সংবাদত অযোধ্যা বাসী সকলো লোক অতিশয় আনন্দিত হ'ল। ৰাজ পথত অসংখ্য লোক। জনতা ইমান বেছি হৈছে যে তাৰ মাজেদি পথ পোৱাই সুকঠিন। হৰ্ষ আনন্দৰ কোলাহল এনেদৰে উঠিছে যে সি যেন সমুদ্ৰ কল্লোলহে। তোৰণ সমূহ সজোৱা হৈছে আৰু তাক বিচিত্ৰ মাল্যেৰে সুশোভিত কৰা হৈছে।

নিৰন্তৰ প্ৰজাগণে মনত কৌতুকে।
নগৰীক অলঙ্কৃত কৰিল উৎসুকে।।
বিচিত্ৰ পতাকা ধ্বজ তুলিয়া ধৰিল।
হাট ৰাট পুষ্পে গন্ধে ধূপে আবৰিল।।

কিন্তু সেই নগৰীত — ৰাজপুৰীৰ ভিতৰতে এজনী তিৰোতা মানুহ আছিল, তাই এইবোৰ উৎসৱ অনুষ্ঠান দেখি, কথা কি একো বুজিব পৰা নাই। প্ৰাসাদৰ ওপৰলৈ উঠি তাই নগৰৰ অনুপম নৃত্য গীত, বাদ্য পতাকা ধ্বজ তোৰণ আদি দেখি আচৰিত হৈছে আৰু কি কাৰণে এইবোৰ উৎসৱ হৈছে বুজিব নোৱাৰিছিল। তাই হৈছে ৰাণী কৈকেয়ীৰ হাতধৰী— পিতৃ ঘৰৰ যৌতুকত অহা কুবুজী মন্থৰা। একো বুজিব নোৱাৰি ওচৰতে পাটৰ কাপোৰ পিন্ধি থিয় হৈ থকা ধাই এজনীক সুধিলে— এই আনন্দ উৎসৱৰ কাৰণ কি? ৰাণী কৌশল্যাই সকলো মানুহক ধন সোণ বিলাব লাগিছে কিয়? ৰজা দশৰথে কি আনন্দৰ বাবে এই আনন্দময় উৎসৱ পাতিছে? ধাই জনীয়ে উত্তৰ দিলে যে ৰজা দশৰথে আজি ৰামচন্দ্ৰক ৰজা পাতিব।

**কুজীৰ খং আৰু কৈকেয়ী চৰিত্ৰ ঃ**

এই খবৰ পাই কুজীৰ বৰ খং উঠিল। আথে ৱেথে ল'ৰালৰিকৈ তাই কৈকেয়ীৰ ওচৰলৈ আহিল। দেখিলে যে কৈকেয়ীয়ে পালঙ্কত শুই বিশ্ৰম কৰি আছে। 'আৰ্কৰি। তই শুই আছ' — বুলি মন্থৰাই কবলৈ ধৰিলে— তোৰ সৰ্বনাশ উপস্থিত হৈছে। এতিয়া তোৰ শুই থকাৰ সময় নহয়। তই কৈছিলি নহয় ৰজাই তোকহে বেছি ভাল পায়।' মন্থৰাৰ এই তিতা মাত শুনি কৈকেয়ী বিষণ্ণা হ'ল আৰু মন্থৰাক সুধিলে— মন্থৰা। তোৰ কি হৈছে? তোৰ কিবা অসুখ হৈছে নেকি? কৈকেয়ীৰ এই মৰমসনা মাত শুনি কুজীৰ খং আৰু বেছিকৈহে উঠিল আৰু কবলৈ ধৰিলে— অৰে, তোৰ ঘোৰ সৰ্বানাশ উপস্থিত হৈছে। ৰজাই ৰামক ৰাজ্যৰ ভাৰ দিবলৈ ওলাইছে। মই তোৰ হিতৈষিণী— এই সংবাদত মোৰ সৰ্বশৰীৰ দগ্ধপ্ৰায় হৈছে। মই শোক দুঃখ আৰু ভয়ত বিভ্ৰান্ত হৈ পৰিছোঁ। তোৰ বিপদ আপদেই মোৰো বিপদ-আপদ; তোৰ সুখ দুঃখেই মোৰ সুখ দুঃখ। তই ৰজাৰ ছোৱালী, ৰজাৰ মহিষী; তই ৰাজধৰ্মৰ বিষয়ে একোকে নাজান। তোৰ স্বামীয়ে মুখত ধৰ্ম কথা কয় কিন্তু অন্তৰত বিলক্ষণ শঠ। মুখত মিঠা কিন্তু হৃদয় নিৰ্মম। তই তেওঁক শুদ্ধ চৰিত্ৰ বুলিহে জান। তেওঁ আজি তোক মুখেৰে কিছুমান মনোমুগ্ধকৰ কথা কৈ সন্তুষ্ট কৰি প্ৰকৃততে কৌশল্যাৰ মনোবাঞ্ছা পূৰণ কৰিব। এই দুষ্ট বুদ্ধিৰ ৰজাই ভৰতক মোমায়েকৰ ঘৰলৈ পঠাই দিছে; এতিয়া নিষ্কণ্টক ৰাজত্ব ৰামক দিব খুজিছে। হে আঁকৰি! এতিয়াও সময় আছে; যাতে তই নিজে ৰক্ষা পাব, পুত্ৰৰো মঙ্গল হয় আৰু মোৰো ৰক্ষা হয়, তাৰ বাবে যি কৰিব পাৰি তাকে কৰিবলৈ প্ৰবৃত্ত হ।

কৈকেয়ীয়ে ৰামৰ যৌৱৰাজ্যৰ কথা সেয়ে প্ৰথম শুনিলে— মন্থৰাৰ মুখৰ পৰা। তাৰ আগে একো জনা নাছিল। ৰাম ৰজা হ'ব এই বাতৰি পাই কৈকেয়ীৰ মুখ শৰৎকালৰ চন্দ্ৰৰ দৰে উজ্জ্বল হৈ উঠিল। ৰামৰ অভিষেকৰ সংবাদ পাই

মন্থৰাৰ প্ৰতি অতিশয় সন্তুষ্ট হৈ গলত পিন্ধি থকা দিব্য হাৰ এধাৰ পুৰস্কাৰ দিলে আৰু ক'লে — তুমি আজি মোক কি সুখৰ সংবাদ দিলা! সম্প্ৰতি মোৰ হাতত এনে কোনো দ্ৰব্য নাই যাৰ মূল্য এই সুসংবাদৰ সমান হ'ব পাৰে। মোৰ গৰ্ভজাত ভৰত আৰু ৰামৰ মাজত মই কোনো প্ৰভেদ দেখা নাই। ৰাম ৰজা হ'ব— ইয়াত মোৰ পৰম সন্তোষ। ৰামৰ অভিষেকতকৈ বেছি সুখপ্ৰদ সংবাদ একো হ'ব নোৱাৰে। এই পৰিতোষিকতকৈ বেছি মূল্যবান কিবা যদি লাগে মোক কোৱা — মই তাকেই দিম।

কি মহান্ উদাৰ চৰিত্ৰ কৈকেয়ীৰ! সতিনী পুত্ৰৰ ৰাজ্যাভিষেকত কোনো তিৰোতা মানুহ এইদৰে আনন্দিতা হোৱা দৃষ্টান্ত অতি বিৰল। নাই বুলি ক'লেও বেছি কোৱা নহয়। কৈকেয়ীৰ মনত ৰাম কিমান প্ৰিয়! নিজৰ পুত্ৰতকৈও প্ৰিয়তৰ। পূৰ্বে ৰজা দশৰথে যেতিয়া কৈকেয়ীক বিয়া কৰায় তেতিয়া ৰজা দশৰথে প্ৰতিশ্ৰুতি দিছিল যে কৈকেয়ীৰ গৰ্ভজাত পুত্ৰক হে ৰাজ্যদান কৰিব। কৈকেয়ী নিজে সেই প্ৰতিশ্ৰুতি পালনৰ কথা যে কোনো দিনে ভবা নাই — সেই কথাৰ প্ৰমাণ ইয়াত পোৱা যায়। ৰজা দশৰথ যে এই প্ৰতিশ্ৰুতিত আবদ্ধ আছে আৰু প্ৰতিশ্ৰুতি ৰক্ষাত তৎপৰ নহয় বৰং ছলনাপৰ হে সেই কথাৰ প্ৰমাণ আমি ইতিপূৰ্বে পাইছোঁ; কাৰণ ৰামৰ ওচৰত যেতিয়া দশৰথে ৰাজ্যাভিষেকৰ কথা কয় তেতিয়া দশৰথে ৰামক কৈছিল যে ভৰত এতিয়া মোমায়েকৰ ঘৰত আছে— এয়ে সুসময়। এই কথাৰ যি সুযুক্তি ৰজাই দাঙি ধৰিছিল তাত ৰামচন্দ্ৰই এই ছলনাৰ কথা বুজা নাছিল সেইবাবে ৰামচন্দ্ৰ সহজতে মান্তি হৈছিল; কাৰণ তেওঁ আছিল ৰজাৰ জ্যেষ্ঠ পুত্ৰ।

কিন্তু কুসঙ্গিনী অসৎ স্বভাৱা কুজী মন্থৰাৰ(১) প্ৰৰোচনাত সেই কৈকেয়ীৰো মনৰ মতি ঘূৰিল। 'সৎসঙ্গত স্বৰ্গবাস, অসত সঙ্গত সৰ্বনাশ'— এই কথাৰেই প্ৰমাণ হ'ল।

মন্থৰাই পুৰস্কাৰ গ্ৰহণ কৰিব নে? নাইবা পুনঃ অধিকতৰ মূল্যৰ পুৰস্কাৰ খুজিব নে? সেই কথাত মন্থৰাই বৰং অধিকতৰ দুঃখ আৰু কোপ হে প্ৰকাশ কৰিলে। মন্থৰাই কৈকেয়ীৰ মন ঘূৰাবলৈ কি কুটিল আৰু শক্তিশালী যুক্তিবোৰ দাঙি ধৰিলে— কৈকেয়ী তুমি এনেহেন অৱস্থাত কিয় হৰ্ষান্বিতা হৈছা? তুমি জনা নাই ইয়াৰ পাছত কি শোক সাগৰত পৰিবা? হে দেৱী! মই তোমাৰ দুঃখত মৰ্মাহত হৈ পৰিছোঁ; তথাপি মনে মনে মোৰ হাঁহি উঠিছে যে যি কথাত মানুহে শোক পাব

(১) পদ্ম পুৰাণত পোৱা যায় যে মন্থৰা নাম্নিনী এগৰাকী অপ্সৰাক দেৱতা সকলে কেকয় ৰাজৰ ওচৰলৈ পঠাই দিছিল। উদ্দেশ্য আছিল যে কৈকেয়ীৰ পৰিচাৰিকা হিচাবে থাকি যাতে ৰামৰ বনবাস আৰু ৰাৱণৰ বধ হয়। সেই পৰিচাৰিকা হিচাবে থকা মন্থৰাকে যৌতুক হিচাবে কেকয় ৰজাই কৈকেয়ীৰ লগতে পঠাই দিছিল।

মন্থৰা নাম কাৰ্য্যাৰ্থমপ্সৰা প্ৰেৰিতা সুৰৈঃ।
দাসী কাচন কৈকেয্যা দত্তা কেকয় ভূভৃতা।।

লগে সেই কথাত তুমি আনন্দহে পাইছা। সপত্নী পুত্ৰৰ শ্ৰীবৃদ্ধিত কোন্ বুদ্ধিমতী স্ত্ৰী আনন্দিতা হয়? এই সম্পৰ্কে তোমাৰ যি দুৰ্বুদ্ধিতা প্ৰকাশ পাইছে তাতেই মোৰ দুঃখ হৈছে। সপত্নী পুত্ৰ যমৰ দৰে শত্ৰু। মন্থৰাই কি কৌশল কৰি কৈকেয়ীৰ ইমান সৰল আৰু কোমল মন ভঙাইছে সেইটো মন কৰিবলগীয়া কথা। কৈছে যে সপত্নী পুত্ৰ যমৰ দৰে শত্ৰু; কিন্তু চাৰি ভাইৰ মাজত পৰস্পৰৰ সপত্নী পুত্ৰৰে সম্বন্ধ আৰু সি সহোদৰ ভ্ৰাতৃতকৈও বেছি ঘনিষ্ঠ। এই ঘনিষ্ঠতা আৰু ঐক্যৰ স্নেহজৰী ছিন্ন কৰাৰ উদ্দেশ্যে মন্থৰাই কৈকেয়ীৰ সূক্ষ্ম তন্ত্ৰীত আঘাত দিছে। কৈছে যে ৰাজ্য সাধাৰণ সম্পত্তি — চাৰি ভাইৰ প্ৰত্যেকৰে সমান অংশ আছে। আকৌ কৈছে যে লক্ষ্মণ ৰামৰ অনুগত আৰু শত্ৰুঘ্ন ভৰতৰ অনুগত আৰু সিহঁত উভয়ে কনিষ্ঠ; গতিকে সিহঁতৰ পৰা ৰামৰ কোনো প্ৰকাৰ ভয়ৰ কাৰণ নাই। ৰামৰ বিৰুদ্ধে লক্ষ্মণে কোনো মত নিদিয়ে বা কাৰ্য্য নকৰে। সেইদৰে ভৰতৰ বিৰুদ্ধে শত্ৰুঘ্নই কোনো মত নিদিয়ে বা কাৰ্য্য নকৰে। ৰাজ্য যে সাধাৰণ (উমৈহতীয়া) সম্পত্তি; মন্থৰাৰ মতে সেই উমৈহতীয়া সম্পত্তিৰ প্ৰতিদ্বন্দ্বী হিচাবে দেখা যায় দুজনক— ৰাম আৰু ভৰতক; আৰু সেইবাবে ভৰতৰ পৰাহে ৰামৰ ভয়। ৰজা দশৰথে যেন এইবাবেহে ভৰতক মোমায়েকৰ ঘৰলৈ পঠাই দিছে। কাৰণ জ্যেষ্ঠানুক্ৰমে ৰামৰ পাছতে ভৰতৰ অধিকাৰ— বাকীদুজন সৰু। গতিকে ৰামক কেনেবাকৈ আঁতৰাব পাৰিলে ভৰতৰ আন দুজনৰ পৰা কোনো ভয়ৰ কাৰণ নাই— এই অৰ্থ ইয়াত অন্তৰ্নিহিত আছে। স্নেহ মৰমৰ কাৰণে সকলো মানুহে নিজৰ স্বাৰ্থ ত্যাগ কৰিব পাৰে; কিন্তু প্ৰতাৰণাৰ পথেদি কোনো মানুহে সেই স্বাৰ্থ ত্যাগ কৰিব নোৱাৰে। প্ৰতাৰণাৰ অভিসন্ধি বুজি পালে পৰস্পৰৰ মাজত স্নেহৰ বন্ধন নিশ্চয়কৈ ছিন্নহৈ যায়। সেইবাবে মন্থৰাই কৈছে যে যি ৰামে ভৰতৰ পৰাহে ৰাজ্যৰ অধিকাৰত ভয় পাব লাগে, ৰাম যুৱৰাজ হ'লে সেই ভৰতে ৰামৰ পৰাহে ভয় পাব লগা হ'ল। কৈকেয়ীৰ পুত্ৰ ভৰতক প্ৰতাৰণা কৰা বুদ্ধি ৰামৰ ৰাজ্যাভিষেকত নিশ্চয় আছে। তাতে ৰাম সৰ্বশাস্ত্ৰ বিশাৰদ আৰু ক্ষত্ৰিয় ধৰ্মতো মহাবীৰ। ৰাম যুৱৰাজ হ'লে ভৰতৰ ৰাজ্যৰ ওপৰত থকা দাবী লুপ্ত হৈ যাব আৰু কৈকেয়ী কৌশল্যাৰ দাসী আৰু ভৰতে দাসী পুত্ৰৰ নিচিনা জীৱন কটাব লাগিব। সেইদৰে সীতাৰ অনুগ্ৰহপ্ৰাৰ্থিনী আৰু সেৱাপৰায়ণা হৈ বাকী বধূ কেইজনীয়েও কাল কটাব লাগিব। সেই বাবেও দেখা যায় ভৰতৰ পৰা ৰামৰ ভয়ৰ আশঙ্কাৰ ঠাইত ৰামৰ পৰাহে ভৰতৰ ভয়ৰ আশঙ্কাই দেখা দিছে।(১)

(১) ভৰতাদেৱ ৰামস্য ৰাজ্য-সাধাৰণাদ্ ভয়ম্।
তদ্ বিচিন্ত্য বিষণ্ণাস্মি ভয়ং ভীতাদ্ধি জায়তে।।৫
লক্ষ্মণো হি মহাবাহু ৰামং সৰ্বাত্মনা গতঃ।
শত্ৰুঘ্নশ্চাপি ভৰতং কাকুৎস্থং লক্ষ্মণো যথা।।৬।।
প্ৰত্যাসন্নক্ৰমেনাপি ভৰতস্যৈৱ ভামিনি।
ৰাজ্যক্ৰমো বিসৃষ্টস্তু তয়োস্তাবৎকনীয়সোঃ ।।৭।। (অযোধ্যা কাণ্ড - ৮ম সৰ্গ)

কিন্তু তথাপি কৈকেয়ী বিচলিতা নহ'ল। কৈকেয়ীয়ে ইয়াৰ পাছতো কৈছে যে ৰামচন্দ্ৰ অতি পবিত্ৰ, ধাৰ্মিক, গুণবান্ আৰু সত্যবাদী। তেওঁ মহাৰাজৰ জ্যেষ্ঠ পুত্ৰ; সেই বাবে তেৰেঁই হে যুৱৰাজ হ'ব লাগে। ৰামে ভাই, বন্ধু আৰু ভৃত্য বৰ্গক পিতৃৰ দৰে পালন কৰিব। ৰামৰ প্ৰতি মন্থৰাৰ এই বিদ্বেষ বহ্নিয়ে মন্থৰাকহে কিয় দগ্ধ কৰিছে বুলি কৈকেয়ীয়ে মন্থৰাক প্ৰশ্ন কৰিছে। কৈকেয়ীয়ে কৈছে যে ভৰতৰ হিততকৈ ৰামৰ হিতহে মই বেছি আকাংক্ষা কৰোঁ। ইয়াত পৰিতাপৰ কোনো কাৰণ নাই; বিশেষতঃ ৰামে কৌশল্যাতকৈ মোকহে বেছি সন্মান কৰে। তেনে ক্ষেত্ৰত ৰামৰ ৰাজ্যাভিষেক বা ভৰতৰ ৰাজ্যাভিষেক একে কথা। ৰামে ভ্ৰাতৃ সকলক নিজৰ দৰেই জ্ঞান কৰিব। কিছুদিন ৰাজ্য ভোগ কৰি তেওঁ ভৰতকে ৰাজ্য দিব।

জ্যেষ্ঠ পুত্ৰক দিব ৰাজ্য ধনকোষ।
দশৰথ ৰজাৰ নেদেখো কিছুদোষ।।
শুনৰ মন্দিৰ ৰাম বাপ শুদ্ধ মতি।
কৌশল্যাতোধিক মোত কৰয় ভকতি।।
সত্যে সত্যে বোলোঁ কিছু নাই অন্যয়থা।
ভৰতোধিক মোৰ ৰাম কেসে বেথা।।
কতো কাল ৰাজ্য ভুঞ্জি সহৰিষ মনে।
ভৰতত ৰামে ৰাজ্য সম্পিব আপনে।।

কৈকেয়ীৰ কথা শুনি মন্থৰা আৰু বেছি দুঃখিত হ'ল। কৈকেয়ীক ক'লে — তুমি অজ্ঞান; তোমাৰ চিন্তা আৰু কথা অৰ্থহীন— তাৰ কোনো মূল্য নাই। মন্থৰাই এইবাৰ অকাট্য আৰু অতি বিশ্বাসযোগ্য যুক্তি দৰ্শাইছে। কৈছে — ৰজাৰ পুত্ৰইহে ৰাজ্য পায়। ৰামৰ পাছত ৰামৰ পুত্ৰই হে ৰাজ্য পাব। এইদৰে ভৰত বা ভৰতৰ কোনো পুত্ৰই ৰজা হোৱাৰ সম্ভাৱনা নাই। ৰজা জ্যেষ্ঠ পুত্ৰহে হয়। যদি জ্যেষ্ঠ পুত্ৰ গুণহীন হয়, তেতিয়া হে গুণবান কনিষ্ঠ পুত্ৰ ৰজা হয়। ৰাম ৰজা হ'লে— ভৰতৰ মহান অনৰ্থ হ'ব। ৰাজসুখ ভোগ কৰাটো দূৰৈৰ কথা, ৰাজবংশৰ পৰাও বঞ্চিত হ'ব। অনাথৰ নিচিনা জীৱন যাপন কৰিব লাগিব। তোমাৰ হিতৰ কাৰণে মই এইবোৰ কথা কৈছোঁ; কিন্তু কি আশ্চৰ্য্য! সপত্নীৰ শ্ৰীবৃদ্ধিত মোক পুৰস্কাৰ দিবলৈ ওলাইছা! ৰামে নিষ্কণ্টকে ৰাজ্য লাভ কৰি নিশ্চয় ভৰতক হয় প্ৰাণে বিনষ্ট কৰিব, নহয় ৰাজ্যৰ পৰা নিৰ্ব্বাসন কৰিব। আৰু তুমি ইমানদিনে স্বামীৰ আদৰ সোহাগত অহঙ্কাৰী হৈ কৌশল্যাক অৱজ্ঞা কৰিছা। এইবাৰ কৌশল্যাই সেই অৱজ্ঞাৰ পোতক তোমাৰ ওপৰত তুলিব।

ৰাজা হৈলে ৰাঘৱ ভৰত বনে যাইব।
ৰামৰ হাতত নুহি প্ৰাণ সুজাইব।।

# ৰামৰ বনবাস

কুজী বোলে কৈকেয়ী হৰিষ কৰ মন।
এহে উপদেশে ৰাম চলি যাইব বন।।

সৰল আৰু পবিত্ৰ প্ৰাণত অপবিত্ৰ আৰু হিংসা বিদ্বেষৰ বীজ বপনৰ উপযুক্ত ক্ষেত্ৰ সৃষ্টি হৈ থাকে। সেই প্ৰাণত মৰ্মন্তুদ ভাৱে নিষ্ঠুৰ আঘাত হানিব পাৰিলে তাৰ পতিক্ৰিয়া হয় অতি ভয়াবহ— অতি নিদাৰুণ। কুটপৰায়ণা হিংসুকী মন্থৰাই সেই প্ৰাণত যি অস্ত্ৰ নিক্ষেপ কৰিলে— তাৰ প্ৰতিক্ৰিয়াত প্ৰতাৰিতা হোৱা বুলি ভাবি কৈকেয়ী ৰাগান্বিতা আৰু প্ৰতিশোধপৰায়ণা হৈ উঠিল। ৰজাৰ প্ৰিয়তমা পত্নীৰ অভিমানৰ ভিত্তিত সৰলা পবিত্ৰ প্ৰাণা কৈকেয়ী হৈ উঠিল— কালকূট বিষ ধাৰিণী সৰ্পিনী। এতিয়া সেই কৈকেয়ী ৰজা দশৰথ আৰু ৰামচন্দ্ৰক দংশন কৰিবলৈ উদ্যতা হৈছে— মন্থৰাই জোকাই দিয়াৰ পাছত।

ফণিনী ক্ৰুদ্ধা হৈ উঠিছে। মন্থৰাৰ কথাত বিশ্বাস কৰি কৈকেয়ীয়ে খণ্ডতে দীৰ্ঘনিশ্বাস পেলাব ধৰিলে। ফোঁপাই ফোঁপাই উশাহ লৈহে নিশাহ ত্যাগ কৰিছে। আৰু কৈছে যে— মই আজিয়েই ৰামক বনলৈ নিৰ্বাসন কৰি ভৰতক যৌৱৰাজ্যত অভিষিক্ত কৰিম। মন্থৰা! কি উপায়ে সেইটো হব পাৰে তাকে চিন্তা কৰি মোক ক। পাপিনী মন্থৰাও উত্তেজিতা হৈ উঠিল। কৈকেয়ীক ক'লে — মোৰ মগজুত তেনে বুদ্ধি আছে। তোমাৰ পুত্ৰৰ ৰাজ্যাভিষেক আৰু ৰামৰ বনবাস কেনেকৈ হব পাৰে, সেই উপায় মই তোমাক বুজাই দিম। তোমাৰ নিশ্চয় মনত আছে যে দেৱাসুৰ সংগ্ৰামত এবাৰ ৰজাৰ সৰ্বাঙ্গ ক্ষত বিক্ষত হৈ ৰণস্থলীতে অচেতন হয়। সেই সময়ত তুমিয়েই ৰণস্থলীৰ পৰা কিছুদূৰলৈ বহন কৰাই আনি ৰজাৰ প্ৰাণ ৰক্ষা কৰিছিলা। সেই সময়ত তোমাৰ মহৎ-প্ৰাণ স্বামীয়ে তোমাৰ প্ৰতি সন্তুষ্ট হৈ তোমাক দুটা বৰ দিব খুজিছিল। তুমি সেই সময়ত কৈছিলা যে মোৰ যেতিয়া ইচ্ছা হয়, তেতিয়াই সেই বৰ দুটা খুজি লম। ৰজাও মান্তি হৈছিল। মই এইবোৰ কথা নাজনিছিলোঁ— তুমি স্নেহবশতঃ মোক কৈছিলা। তেতিয়াৰ পৰা মই তোমাৰ সেইকথা মোৰ অন্তৰত পোষণ কৰি আছোঁ। এতিয়া তুমি সেই বৰ দুটা খোজা। এটা বৰ হব — ভৰতৰ যৌৱৰাজ্যাভিষেক, আৰু আনটো বৰ হব -ৰামৰ চৈধ্য বছৰ বনবাস। ভৰত চৈধ্যবছৰ ৰাজ্য শাসন কৰিলে প্ৰজাবিলাকৰ প্ৰীতিভাজনহৈ নিগাজী হৈ যাব।

তুমি এতিয়া এটা কাম কৰা। তুমি ৰোষ কৰি ময়লা কাপোৰ কানি পিন্ধি ৰোষ-ঘৰত সোমাই শুদা মাটিতে শুই থাকা গৈ আৰু ৰজা দশৰথক দেখা পালেও নেদেখা ভাও জুৰি থাকিবা আৰু কোনো প্ৰকাৰ সম্ভাষণ তেওঁক নকৰিবা; বৰঞ্চ

শোক পৰায়না হৈ কান্দি কাটি মাটিত ইফাল সিফাল কৰি ছটফটাই থাকিবা। তুমি নিজৰ স্বাৰ্থৰ ফালে দৃষ্টি দিয়া। তোমাৰ কাৰণে ৰজা দশৰথে অগ্নিতো প্ৰৱেশ কৰিব পাৰে— এই কথা মই জানোঁ। তেওঁ তোমাৰ প্ৰিয় কাৰ্য্য সাধনৰ বাবে প্ৰাণ পৰ্য্যন্ত বিসৰ্জ্জন দিব পাৰে। তেওঁ কেতিয়াও তোমাক বিষণ্ণা বা ক্ৰোধান্বিতা নকৰে। তুমি ক্ৰোধান্বিতা ব বিষণ্ণা হোৱাটো তেওঁ সহিব নোৱাৰে। তুমিয়েই তেওঁৰ একমাত্ৰ প্ৰিয়তমা পত্নী— এই (দয়িতা ত্বং সদা ভৰ্ত্তুৰত্ৰ মে নাস্তি সংশয়ঃ) বিষয়ে মোৰ কোনো সংশয় নাই। গতিকে তোমাৰ কথা পেলাব নোৱাৰিব। ৰজাই কিন্তু তোমাক বিবিধ মণি, মুক্তা, সোণ, ৰত্ন আদি দিবলৈ ইচ্ছা কৰিব— তুমি সেইবোৰত ভোল নাযাবা। দেবাসুৰৰ যুদ্ধত তোমাক যি দুটা বৰ দিব খুজিছিল সেইটোহে সোঁৱৰাই দিবা। নিজৰ প্ৰয়োজনৰ কথা কেতিয়াও পাহৰি নাযাবা। ৰজা দশৰথে যেতিয়া তোমাক মাটিৰ পৰা তুলি সন্মান কৰি বৰ দিবলৈ ইচ্ছা কৰিব তেওঁক শপথ খুৱাই লবা যেন তেওঁ পূৰ্ব প্ৰতিশ্ৰুত বৰ দুটাৰ বাবে ৰামৰ চৈধ্য বছৰ বনবাস আৰু ৰামৰ পৰিবৰ্ত্তে ভৰতক ৰাজপদ দিয়ে।

## কৈকেয়ীৰ ৰোষ ঃ

যিকোনো সাধাৰণ নাৰীৰ কাৰণে এনে পৰিস্থিতিত নিজৰ পুত্ৰৰ ৰাজ্য লাভ আৰু নিজে ৰাজমাতা হোৱাৰ প্ৰলোভন অহা একেবাৰে স্বাভাৱিক কথা কিন্তু কৈকেয়ীৰ নিচিনা চৰিত্ৰৱতী নাৰীৰ পক্ষে ই স্বাভাৱিক নাছিল। মন্থৰাৰ কুমন্ত্ৰণাত পৰি অনৰ্থকে মহান অৰ্থ বুলি জ্ঞান কৰি (অনৰ্থমৰ্থৰূপনে গ্ৰাহিতা সা ততস্তয়া) মন্থৰাৰ কথাত বিশ্বাস স্থাপন কৰি হৰ্ষ অনুভৱ কৰিলে। কৈকেয়ী বুদ্ধিমতী আৰু জ্ঞানৱতী হৈও তৰুণী ৰমণীৰ দৰে উৎপথ গামিনী হৈ পৰিল। তাৰ পাছত আকৌ কুজী মন্থৰাৰ গুণৰ প্ৰশংসাত শতমুখহে পৰিল। আনকি কুজী মন্থৰাৰ ৰূপৰ প্ৰশংসতো কৈকেয়ী শতমুখ হৈ পৰিল। কৈকেয়ীৰ মুখত কুজীৰ ৰূপ বৰ্ণনাত অসাধাৰণ কবিত্ব প্ৰকাশ পাইছে। তাৰ পাছত ভৰত ৰজা হ'লে কি কি পুৰস্কাৰ কুজীক দিব তাৰো দীঘল বৰ্ণনা আছে। মন্থৰাই সেই প্ৰশংসাত উচ্ছ্বসিত হৈ পুনঃ কৈকেয়ীক উপদেশ দিছে— পানী শুকাই যোৱাৰ পাছত দলং নিৰ্মাণ কৰাৰ কোনো ফল নাই। সময় পাৰ হৈ গ'লে সকলো যত্নই ব্যৰ্থ হয়। সেই কাৰণে তুমি শীঘ্ৰে ৰোষ ঘৰলৈ গৈ শুই থাকাগৈ আৰু ৰজা আহিলে ৰজাক তোমাৰ মনৰ কথা জনাই দিবা। তেতিয়াহে তোমাৰ কল্যাণ হব। কৈকেয়ী কুমন্ত্ৰণাৰ কুহকত মুগ্ধ হ'ল।

এতিয়া কৈকেয়ীৰ প্ৰকৃতি পৰিবৰ্ত্তন হৈছে। এতিয়া কৈকেয়ী সৌভাগ্য মদত গৰ্ব্বিতা আৰু স্বকাৰ্য্য সাধনৰ বাবে মন্থৰাৰ দ্বাৰা প্ৰৰোচিতা আৰু উৎসাহিতা। কুজীৰ লগত তেওঁ ৰোষাগাৰত প্ৰৱেশ কৰি মহামূল্য বস্ত্ৰ অলঙ্কাৰ পৰিত্যাগ কৰি

মাটিত শয়ন কৰি মন্থৰাক ক'লে— এতিয়া আৰু এই মহামূল্য বস্ত্ৰ অলঙ্কাৰৰ মোৰ কোনো প্ৰয়োজন নাই। ৰামে যদি ৰাজ্য লাভ কৰে তেন্তে মোৰ নিশ্চয় মৰণ হ'ব। মোৰ এতিয়া এই কথা — যে হয় তুমি ৰামৰ বনবাস আৰু ভৰতৰ ৰাজ্য লাভৰ সংবাদ মোক দিবা নহয় মোৰ মৃত্যু সংবাদ তুমি ৰজাক দিবা।

মানুহৰ মনৰ গতি বিচিত্ৰা। কোনো সময়ত কোনো পৰিস্থিতিত মানুহৰ মনৰ গতি এনে কৰা হৈছে যে ৰজাই যেন কৈকেয়ীক প্ৰতাৰণা কৰিছে। ৰামৰ ৰাজ্যাভিষেক পাতিছে আৰু ভৰত ইয়াত নাই সেই প্ৰতাৰণাৰ কথা ভাবি ভাবি কৈকেয়ীৰ মনত এক প্ৰকাৰ বিস্ময় উপস্থিত হৈছে যে ৰজাই যে তেওঁক ইমান দিনে ভাল পাই আহিছে সি ছলনা মাথোন। যদিহে ৰামৰ বনবাস আৰু ভৰতৰ ৰাজ্য লাভ নহয় তেন্তে কৈকেয়ীৰ বস্ত্ৰ অলঙ্কাৰো আৱশ্যক নাই, পান ভোজনৰো কোনো আৱশ্যক নাই, মৃত্যুহে তেওঁৰ একমাত্ৰ আশ্ৰয় হ'ব। এনে প্ৰকাৰ দুৰ্ব্বাৰ খঙে কৈকেয়ীক অন্ধ কৰি পেলালে আৰু মনৰ ক্ষোভ ইমান দুৰ্দ্দমনীয় হৈ উঠিল যে বস্ত্ৰ অলঙ্কাৰ মাল্য আভৰণ সকলো ত্যাগ কৰি কেৱল ভূমি শয়ন কৰি থাকিল। গাত থাকিল এখনি মাত্ৰ মলিন কাপোৰ — কেৱল লজ্জা নিবাৰণৰ বাবে। কৈকেয়ীৰ চৰিত্ৰত এই পৰিবৰ্ত্তন সচাঁ সঁচিকৈ ঘটিছে। ই বৰ আদায়ৰ ছলনা মাথোন নহয়।

লোভ আৰু খঙে নাৰী চৰিত্ৰৰ কিমান অধঃপতন ঘটায় কৈকেয়ী চৰিত্ৰ তাৰে এটি প্ৰধান উদাহৰণ। নাৰী চৰিত্ৰৰ চূড়ান্ত অধঃপতনৰ নিদৰ্শন হৈছে ৰামৰ বনবাসৰ আদেশ ৰজাৰ হকে নিজেই কেনেকৈ ৰামক শুনাইছে— হতবুদ্ধি ৰজাৰ আগতে। সেই সময় অৱশ্যে এতিয়াও উপস্থিত হোৱা নাই। এতিয়া কৈকেয়ী ৰোষঘৰত আছে— মন্থৰাৰ কুমন্ত্ৰণাক সাৰ্থক কৰাৰ অভিসন্ধিত - আৰু ইফালে ৰজা ব্যস্তহে আছে ৰামৰ অভিষেকৰ আয়োজনত। সেই আয়োজনৰ দায়িত্ব অমাত্য বৃন্দৰ ভিতৰত যথাযথভাৱে বিতৰণ কৰি দি প্ৰিয়তমা পত্নী কৈকেয়ীক সেই সংবাদ নিজে আনন্দ মনেৰে দিবৰ অভিপ্ৰায়ত অন্তঃপুৰত সোমাইছে।

ৰাঘৱক ৰাজ্য দিবোঁ বুলি আইলা ঠাৱে।(১)
কৈকেয়ীক খোজে ৰাজা হৰষিত ভাৱে।।

প্ৰিয় কথা প্ৰিয় জনকে প্ৰথমতে কব লাগে। ৰামৰ ৰাজ্যাভিষেকৰ কথা মাথোন সিদিনাহে ৰজাই ঘোষণা কৰিছে। সেইবাবে আয়োজনৰ ব্যৱস্থা কৰি তেওঁৰ অতি প্ৰিয়তমা পত্নী কৈকেয়ীক হে সেই সংবাদ দিবলৈ বেছি আগ্ৰাহান্বিত হৈছে। সেইবাবে অন্তঃপুৰলৈ গৈ প্ৰথমতে কৈকেয়ীৰ ঘৰতহে ৰজা সোমাল। কিন্তু

প্ৰিয়াৰ্হো প্ৰিয়মাখ্যাতুং বিবেশান্তঃ পুৰবশী।
স কৈকেয্যা গৃহং শ্ৰেষ্ঠং প্ৰবিবেশ মহাযশাঃ।। ১১-/১০ সঃ অযোধ্যা।

কৈকেয়ীৰ সেই সুসজ্জিত গৃহত থকা উৎকৃষ্ট পালঙ্কত কৈকেয়ীক দেখা নাপালে। ৰজা ৰামৰ ৰাজ্যাভিষেক কাৰ্য্যানুষ্ঠানৰ আনন্দত মতলীয়া হৈ সেই আনন্দ প্ৰিয়তমা পত্নী কৈকেয়ীৰ লগত উপভোগ কৰিবলৈ আহিছিল; সেই সংবাদ নিজে কৈকেয়ীক দিব আৰু কৈকেয়ীৰ ওচৰত ৰতি ক্ৰিয়াৰ প্ৰাৰ্থী হ'ব।

ইয়াৰ পাছত আমি ৰজা দশৰথ আৰু কৈকেয়ীৰ কথোপকথনত যি করুণ দৃশ্যৰ ছবি দেখিবলৈ পাম - তাত আমি ৰজা দশৰথ, কৈকেয়ী, ৰাম, ভৰত, লক্ষ্মণ আদি বিভিন্ন চৰিত্ৰৰ বিশিষ্ট গুণ সমূহৰ ছবি দেখিবলৈ পাম। মহা ধাৰ্মিক ন্যায় — পৰায়ণ ৰজা দশৰথৰ চৰিত্ৰত থকা এফেৰা দুৰ্বলতাৰ কথা এই খিনিতে কোৱাৰ অৱশ্যক।

ৰজা দশৰথ আছিল স্ত্ৰৈণ আৰু অত্যন্ত ৰতিসুখ প্ৰিয়। সৰ্বগুণান্বিত মহাবলী মহাৰাজ দশৰথৰ ইয়েই আছিল প্ৰধান দুৰ্বলতা। আমাৰ অসমীয়া ৰাময়ণকাৰ মাধৱ কন্দলীয়ে কৈছে— দশৰথ 'ৰমণী ৰমণ ৰতিৰঙ্গ মহাবীৰ' তেওঁৰ মহিষী আছিল তিনি গৰাকী, তাৰ উপৰিও সাতশ বিবাহিতা পত্নী আছিল। কৈকেয়ী আছিল তৰুণী আৰু সকলোতকৈ কনিষ্ঠা— ৰূপত অতি ৰূপৱতী, গুণত অতি গুণৱতী। দশৰথ ৰজাৰ আসক্তি সেইবাবে কৈকেয়ীৰ প্ৰতি বেছি আছিল। সেই আসক্তিয়েই স্ত্ৰৈণ দোষত পৰিণত হৈছিল। ৰামায়ণকাৰ মহামুনি বাল্মীকি আৰু মাধৱ কন্দলীয়ে বৃদ্ধৰ তৰুণী ভাৰ্য্যা বুলি কেইবা ঠাইতো উল্লেখ কৰিছে। ৰজা দশৰথ নিজৰ এই দুৰ্বলতাৰ বিষয়ে নিজেও সম্পূৰ্ণ জ্ঞাত আছিল। যি সময়ত তেওঁ সভাসদ বিলাকৰ আগত ৰামৰ ৰাজ্যাভিষেকৰ প্ৰস্তাৱ কৰে সেই সময়ত তেওঁ কৈছিল যে মোৰ নিচিনা এজন অজিতেন্দ্ৰিয় পুৰুষে দুৰ্ব্বহ ভাৰ বহন কৰিছোঁ সেই ভাৰ কেৱল মাত্ৰ ৰাজ ক্ষমতাৰ বলতহে সম্ভৱ হৈছে। এতিয়া মই এই বৃদ্ধ বয়সত পৰিশ্ৰান্ত হৈছোঁ।(১) ই সত্য আত্ম সমালোচনা, অযথা বিনয় প্ৰকাশ নহয়। কিন্তু পুত্ৰ ৰামৰ প্ৰতি স্নেহ তাতোকৈ বেছি আছিল। সেই চিত্ৰ এতিয়া আমি দেখিবলৈ পাম।

ৰজা দশৰথৰ প্ৰাণ পুত্ৰৰ ৰাজ্যাভিষেকৰ আনন্দত উধাও হৈছে। বৃদ্ধ বয়সত কৰ্ত্তব্য সমাপন আৰু গুৰু দায়িত্ব উপযুক্ত পুত্ৰত সমৰ্পণৰ আত্ম -প্ৰসাদো আছে। তৃপ্ত, প্ৰসন্ন সেই মনত ৰতি সুখৰ আকাংক্ষাও উদয় হৈছে; কিন্তু কৈকেয়ীৰ গৃহত সোমাই প্ৰথমতে নৈৰাশ্যৰ সম্মুখীন হ'ল। কৈকেয়ী আগৰ দৰে পালঙ্কত থাকি ৰজাক অপেক্ষা কৰি থকা নাই। ইতিপূৰ্বেও কদাচিতে কৈকেয়ী নিজগৃহত নাথাকিলে ৰজাই যেনেকৈ দুৱৰীক সুধিছিল সিদিনাও সেইদৰে সুধিলে। ৰজাই জনা

(১) ৰাজপ্ৰভাব জুষ্টাং চ দুৰ্বহমজিতেন্দ্ৰিয়ৈঃ।
পৰিশ্ৰান্তোঽস্মি লোকস্য গুৰ্বী ধৰ্মধুৰং বহন্।

নাই যে আজি কৈকেয়ী কৰ্ত্তব্যজ্ঞান বিহীনা হৈ শয়ণ গৃহৰ পৰা অন্তৰ্হিত হৈছে; কিন্তু ৰজা অতিশয় বিষাদগ্ৰস্ত হৈছে। কৈকেয়ী ক'লৈ গ'ল? দুৱৰীয়ে সেই সংবাদ দিলে। দুৱৰীয়ে ক'লে— হে মহাৰাজ! দেবীয়ে বৰ খঙেৰে অতি বেগেৰে ৰোষ ঘৰত প্ৰৱেশ কৰিছে। এই খবৰ পাই ৰজা অতিশয় ক্ষুব্ধ, অতিশয় ব্যাকুলিত আৰু বৰ বিষাদগ্ৰস্ত হ'ল। সেই বিষাদত ৰজাৰ গাৰ উত্তাপ জ্বৰ হোৱাদি হ'ল। সেই গভীৰ দুঃখৰ সহিত তেওঁ ৰোষ ঘৰত প্ৰৱেশ কৰি কৈকেয়ীক মাটিত শুই থকা দেখা পালে। কৈকেয়ী অতি উত্তম শয্যাত শয়নৰহে উপযুক্তা, তেনেহেন প্ৰাণাধিকা প্ৰিয়তমা কৈকেয়ী ভমিত শয়ন কৰি আছে— ই যেন ৰজাৰ চকুৰ আগত এক বিষয় মায়া ৰূপেহে আবিৰ্ভূত হৈছে। ই ইমান অপ্ৰত্যাশিত যে কৈকেয়ী যেন ছিন্নালতা, কৈকেয়ী যেন স্বৰ্গৰ পৰা ভূতলত পতিতা দেৱতা কিম্বা পূণ্যক্ষয়ত স্বৰ্গভ্ৰষ্টা কিন্নৰী বা স্বৰ্গ পৰিভ্ৰষ্টা অপ্সৰা, কৈকেয়ী যেন পিঞ্জৰাবদ্ধা হৰিণী আৰু যেন স্বৰ্গৰ পৰা পৰিভ্ৰষ্টা মূৰ্ত্তিমতী মায়া।

অৰণ্যত বিষযুক্ত শৰেদি কোনো হস্তিনীক ব্যাধে বিদ্ধ কৰিলে কামবিমোহিত পুৰুষ হস্তীটোৱে যেনেকৈ হস্তিনীক শুড়েঁৰে মাৰ্জ্জন কৰিব ধৰে, সেইদৰে মদন বিমোহিত ৰজা দশৰথে অতি স্নেহেৰে নিজৰ হাত কৈকেয়ীৰ কোমল শৰীৰত বুলাব ধৰিলে আৰু কবলৈ ধৰিলে—

"হে দেৱি! মইতো এনে কোনো কাৰ্য্য কৰা নাই যাৰ বাবে তোমাৰ ইমান ৰোষ হব পাৰে। মোৰ মনত এনেহে ধাৰণা হৈছে যে তোমাক যেন কোনোবাই কুমন্ত্ৰণা দি তোমাক পৰাভব্ৰ কৰিছে অথবা তোমাক কোনোবাই নিন্দা কৰিছে। সেইবাবে তুমি মোক দুঃখ দিবৰ কাৰণে এইদৰে ৰোষ ঘৰত মাটিত শুই আছা। তোমাৰ প্ৰিয় কাৰ্য্য কৰাত মই সদায় ৰাজী হৈ আছোঁ। তথাপি কিয় তুমি মোৰ মনত ইমান দুঃখ দিছা? তোমাৰ কিবা অসুখ হৈছে নেকি তাকে কোৱা। আমাৰ বহু সুদক্ষ বৈদ্য আছে তেওঁলোকে তোমাক চিকিৎসা কৰক। মই আৰু মোৰ অনুগত সকলো লোকেই তোমাৰ আজ্ঞা পালনত ৰাজী আছোঁ। তোমাৰ অভিপ্ৰায় কি কোৱা— মই তোমাৰ সেই প্ৰিয় কাৰ্য্য সোনকালে সমাধা কৰিম। তোমাৰ কোন প্ৰিয় ব্যক্তিক মই সন্তুষ্ট কৰিব লাগে বা তোমাৰ কোন অপ্ৰিয় ব্যক্তিৰ প্ৰতি অপ্ৰিয় কাৰ্য্য কৰিব লাগে — প্ৰকাশ কৰি কোৱা। এনে কোনো ৰাজাজ্ঞাত বা আন কোনো কাৰণত বধ্য ব্যক্তি আছে নেকি যাক প্ৰাণ দান দিব লাগিব নাইবা এনে কোনো অবধ্য ব্যক্তি আছে নেকি যাক বধ কৰিব লাগিব? নে কোনো ধনবান্ ব্যক্তিক নিৰ্ধন কৰিব লাগিব— সেইটো কোৱা। প্ৰিয়ে, তুমিতো জানা যে তোমাৰ প্ৰণয়ত মই আবদ্ধ হৈছোঁ। সেই প্ৰণয়ত তুমি শঙ্কা কৰিবৰ আৱশ্যক নাই। সেই প্ৰণয়ৰ কাৰণেই তুমি যিহকে কৰিবলৈ কোৱা মই তাকেই কৰিম; তথাপি মই মোৰ জীৱনৰ বিশেষ সৎ কৰ্ম আছে— সেইবোৰ সৎকৰ্মৰ শপত লৈ মই কৈছোঁ— মই জীৱন দিও তোমাৰ প্ৰিয়

কাৰ্য্য সম্পন্ন কৰিম। তুমি নাকান্দিবা আৰু অনশনৰ দ্বাৰা শৰীৰ ক্ষয় নকৰিবা। তুমি উঠা আৰু শুনা - সূৰ্য্যই যিমান দূৰ পৰ্য্যন্ত পোহৰ দিয়ে সিমান দূৰ পৰ্য্যন্ত মোৰ অধিকাৰ আছে। মোৰ ৰাজ্য ভুক্ত হৈ আছে সুসমৃদ্ধ সৌৰাষ্ট্ৰ, দ্ৰাবিড়, সিন্ধু-সৌবীৰ কোশল, কাশী, মৎস্য, বঙ্গ, অঙ্গ, মগধ আৰু দক্ষিণাপথ সমস্ত ৰাজ্যই মোৰ ৰাষ্ট্ৰভুক্ত হৈ আছে।(১) এইবোৰ ৰাজ্যৰ ভিতৰত যি দ্ৰব্যই তোমাক লাগে মই তোমাৰ বাসনাৰ কথা জানিব পাৰিলে তাক আহৰণ কৰি দিম। তোমাৰ যদি কিবা ভয় হৈছে মই তোমাৰ সেই ভয়ৰ কাৰণ উচ্ছেদ কৰিম।

## কৈকেয়ীৰ বৰ প্ৰাৰ্থনা ঃ

ৰজাই যেতিয়া এইদৰে কৰুণ বিননি কৰি শপথ খালে- তেতিয়া পাপমতি কৈকেয়ীয়ে বৰ প্ৰাৰ্থনা কৰিবৰ সময় উপস্থিত হোৱা বুলি বুজিলে। এতিয়া বৰ প্ৰাৰ্থনা কৰি ৰজাৰ মনক অধিক দুঃখত পীড়িত কৰিবলৈ উদ্যতা হ'ল। কিন্তু তাৰ পূৰ্বে ৰজাক পুনঃ প্ৰতিজ্ঞাবদ্ধ কৰি লবলৈ সাজু হ'ল। ৰজাৰ এই শপথ যেন পূৰ্ণ প্ৰতিজ্ঞা নহয়হে। কৈকেয়ীয়ে কবলৈ ধৰিলে— হে দেৱ! মোক কোনেও কুমন্ত্ৰণা দি পৰাভৱ কৰা নাই আৰু কোনেও মোক নিন্দাও কৰা নাই; কিন্তু মোৰ নিজৰে এটি অভিপ্ৰায় আছে। আপুনি মোৰ সেই অভিপ্ৰায় সফল কৰক সেয়ে মোৰ মনৰ বাঞ্ছা। আপুনি যদি মোৰ সেই বাঞ্ছা সফল কৰিবলৈ ইচ্ছা কৰে তেন্তে আগেয়ে প্ৰতিজ্ঞা কৰক, তেতিয়াহে মই মোৰ অভিপ্ৰায় ব্যস্ত কৰিম।

ৰজা দশৰথৰ দীৰ্ঘ বিননিসূচক আক্ষেপময় বাক্য সমূহৰ উত্তৰ কৈকেয়ীয়ে অতি সংক্ষেপে দিছে আৰু নিজ অভিপ্ৰায় সিদ্ধিৰ কৌশল নিপুণভাবে নিহিত কৰিছে। ৰজা দশৰথৰ অতি সত্য আৰু আন্তৰিক কথাৰ উত্তৰত ই ছলনাময় মিথ্যা উক্তি। মিথ্যা এই কাৰণে যে মন্থৰাৰ কুমন্ত্ৰণাত কৈকেয়ীয়ে পৰাভৱ স্বীকাৰ কৰা সত্য কথা। কৈকেয়ীয়ে তেওঁক কোনোও পৰাভৱ কৰা নাই বুলি কৈছে। আৰু সেই কাৰণেই ই ছলনাময় হৈছে। মন্থৰা কুব্জীয়ে দিয়া পৰামৰ্শ কৈকেয়ীয়ে আখৰে আখৰে পালন কৰিছে। ৰজাৰ কৰুণ কাতৰ বিননিত কৈকেয়ী অলপো বিচলিত হোৱা নাই। দুৰ্ম্মূল্য বস্তু বা মহামূল্য ৰত্নাদি এই পৰিস্থিতিত কোনো প্ৰকাৰ গণনাৰ ভিতৰলৈ অহা নাই।

কিন্তু এই সংক্ষিপ্ত উত্তৰৰ ভিতৰত কি ভয়াবহ নিদাৰুণ অভিপ্ৰায় লুকাই

---

(১) দ্ৰাবিড়— বৰ্ত্তমান তামিল নাদ — দক্ষিণাপথ— বৰ্ত্তমান দাক্ষিণাত্য
বঙ্গ— বৰ্ত্তমান বঙ্গদেশ — অঙ্গ — বৰ্ত্তমান ভাগলপুৰ
মগধ — বৰ্ত্তমান দক্ষিণ বিহাৰ — কাশী — বৰ্ত্তমান বাৰাণসী
মৎস্য — বৰ্ত্তমান ৰাজস্থানৰ জয়পুৰ বিভাগ — কোশল — বৰ্ত্তমান অযোধ্যা

আছে মহাৰাজ দশৰথে তাৰ কোনো গুংসূত্ৰই পোৱা নাই। ৰজাক প্ৰতিজ্ঞা কৰাই লোৱাটোহে যেন কৈকেয়ীৰ প্ৰধান কথা আৰু সেই প্ৰতিজ্ঞা ৰক্ষণত যেন ৰজাৰ কোনো বিপদো নাই আৰু অসুবিধাও নাই — ৰজাৰ মনত সেইটোহে উদয় হৈছে। কামাতুৰ ৰজাই যেন এই উত্তৰত অলপ শান্তিৰ আভাস দেখিছে আৰু সেইবাবে কৈকেয়ীৰ মূৰটো হাতেৰে তুলি লৈ এইদৰে ক'লে — প্ৰিয়তমে! তোমাৰ কি বুদ্ধি নাই? তুমি এইটো নাজানা নেকি যে ৰামব্যতিৰেকে তোমাতকৈ মোৰ অধিক প্ৰিয় ব্যক্তি আন কোনো নাই। ৰামচন্দ্ৰ মোৰ জীৱনস্বৰূপ। মোৰ অপৰ পুত্ৰসকলতকৈ আৰু মোৰ নিজতকৈও ৰাম মোৰ অধিক প্ৰিয়। ৰামক দেখা নাপালে মই এক মুহূৰ্ত্তও বাচি থাকিব নোৱাৰোঁ। মই সেই ৰামৰ শপথ কৰি কৈছোঁ যে তোমাৰ বাক্য মই ৰক্ষা কৰিম। হে কৈকেয়ি! ৰাম মোৰ অতি প্ৰিয় সেই ৰামৰেই শপথ লৈছোঁ যেতিয়া তুমি নিশ্চয় বুজিব পাৰিছা তোমাক সন্তুষ্ট কৰিবলৈকে মই প্ৰস্তুত হৈছোঁ— তুমি মোক এই দুখৰ পৰা উদ্ধাৰ কৰা। ৰজাই আৰু কৈছে — মই তোমাৰ প্ৰণয়ত আবদ্ধ। এইটো তুমি নিশ্চয়কৈ জানিও মোক শঙ্কা কৰা উচিত নহয়; তথাপি মই ধৰ্মৰ শপথ গ্ৰহণ কৰিছোঁ— তোমাৰ অভিপ্ৰায় ব্যক্ত কৰা — মই নিশ্চয় তাক পূৰণ কৰিম।

দশৰথ ৰজাৰ উক্তিত এইটো স্পষ্ট যে ৰাম তেওঁৰ সৰ্বাধিক প্ৰিয়। ৰামেই তেওঁৰ জীৱন, ৰামৰ পাছত কৈকেয়ী তেওঁৰ প্ৰিয়। কৈকেয়ীৰ অভিপ্ৰায়ৰ ভিতৰত যে ৰামৰ বিপদ আসন্ন হৈ আছে সেইকথা দশৰথে কল্পনাও কৰিব পৰা নাই। সেই সন্দেহ কৰিবৰ পথেই বা ক'ত? কৈকেয়ীয়ে যে নিজেই নিজ পুত্ৰ ভৰতততকৈও ৰামক ভাল পায় বুলি নিজেই মন্থৰাক কৈছে আৰু ইতিপূৰ্বে সেই কথা ৰজা বা ৰাণী সকল বা অন্যান্য লোকৰো অবিদিত নাছিল। তেনেহেন কৈকেয়ীৰ কি পৰিবৰ্ত্তন হৈছে একেদিনাই। ৰাজ্যলোভ আৰু সতিনী হিংসাৰ জুই ইমান প্ৰবল! আৰু কুমন্ত্ৰণাৰ শক্তি ইমান ভয়ঙ্কৰী! এতিয়া কৈকেয়ী সম্পূৰ্ণ স্বাৰ্থ-সাধন তৎপৰা। সেই স্বাৰ্থ সাধনত দয়া নাই, মায়া নাই, কৰুণা নাই। নাই তাত স্বামী ভক্তি বা স্বামী প্ৰেম। স্বাৰ্থই একমাত্ৰ বলবান— অথবা এয়েই নিয়তি। ৰজাই ৰামৰ নামত যেতিয়া শপত লৈছে — সেই ৰামৰেই বনবাসৰ অভিপ্ৰায় ব্যক্ত কৰা যি কোনো ব্যক্তিৰ পক্ষে কিমান কঠিন কাৰ্য্য তাক সহজেই অনুমান কৰিব পাৰি; কিন্তু সুচৰিত্ৰা কৈকেয়ী আজি দুশ্চৰিত্ৰা, দয়াৱতী কৰুণাময়ী মাতৃয়ে আজি কৰালিনীৰ ৰূপ গ্ৰহণ কৰিছে। স্বামিপ্ৰাণা ৰমণী আজি স্বামীঘাতিনী হবলৈ ওলাইছে। সেয়েহে—

দশৰথ ৰজাৰ শপথত কৈকেয়ী সন্তুষ্টা হৈছে। ৰামৰ নামত শপথ কৰাত নাৰী হৃদয়ৰ আতঙ্ক সূচক স্পন্দনো হোৱা নাই; গাও জিকাৰ খাই উঠা নাই। তাৰ বিপৰীতে কৈকেয়ীয়ে নিজে পুনঃ কি ভীষণ শপথত ৰজাক বান্ধিছে— সেইটো

বিশেষ লক্ষণীয়। কৈকেয়ীয়ে নিজপুত্ৰৰ ৰাজ্যলাভৰ আশাত আৰু ৰজা যে সম্পূৰ্ণ বাবে তেওঁৰ হাতৰ মুঠিলৈ আহিছে সেইটো উপলব্ধি কৰি আনন্দহে পালে আৰু যি ভাষাৰে নিজৰ অভিপ্ৰায় ব্যক্ত কৰিলে সেইভাষা দশৰথ ৰজাৰ কোনো শত্ৰুৰ পক্ষেও ব্যৱহাৰ কৰা সহজ নাছিল। কৈকেয়ীয়ে - যি অভিপ্ৰায় ব্যক্ত কৰিলে সি অতি ভয়ানক — সাক্ষাৎ মৃত্যুৰ সমান ভয়ানক (মহাঘোৰ মভ্যাগতমিবান্তকম্) কৈকেয়ীয়ে কৈছে— মহাৰাজ, আপুনি যে আপোনাৰ প্ৰিয় পুত্ৰ ৰামৰ আৰু আপোনাৰ পূৰ্বকৃত পুণ্য কৰ্ম সমূহৰ নাম কৰি পুনঃ পুনঃ শপথ গ্ৰহণ কৰি মোৰ অভিপ্ৰায় পূৰণ কৰিবলৈ ইচ্ছা কৰিছে সেই শপথ তেত্ৰিশ কোটি দেৱতা সকলে শুনক, চন্দ্ৰ সূৰ্য্য গ্ৰহ নক্ষত্ৰ, দিবা ৰাত্ৰি, আকাশ মণ্ডল, দশোদিক, ৰাক্ষস গন্ধৰ্ব, পৃথিৱী বিশ্বজগৎ, গৃহদেৱতা, নিশাচৰ আৰু অন্যান্য প্ৰাণীসকলে শুনক আৰু জানক। দেৱতাসকলক উদ্দেশ্য কৰি কৈকেয়ীয়ে ক'লে— হে দেৱতা সকল! এই সত্যসন্ধ সত্যবাদী ধৰ্মজ্ঞ পবিত্ৰস্বভাৱ মহাতেজস্বী মহীপতি দশৰথে মোক অভিলষিত বৰ দিবলৈ উদ্যত হৈছে এই কথা আপোনালোকৰ অৱগত হওক। ৰজাৰ ফালে চাই ক'লে—

মহাৰাজ শুনক! পূৰ্বে দেৱাসুৰ যুদ্ধৰ সময়ত শম্বৰ অসুৰে আপোনাক যেতিয়া আহত কৰিছিল, যেতিয়া আপোনাৰ প্ৰাণ মাত্ৰ অৱশিষ্ট আছিল তেতিয়া মই বহুযত্ন কৰি আপোনাক ৰক্ষা কৰিছিলোঁ। সেই বাবে আপুনি মোক দুটা বৰ দিব খুজিছিল.। সেই সময়ত মই সেই বৰ দুটা নলৈ আপোনাৰ তাতে জমা থৈছিলোঁ — সময়মতে খুজি লম বুলি। এই কথা নিশ্চয় আপোনাৰ মনত আছে। আপুনি সেই বৰ দুটা দিবলৈ ধৰ্ম অনুসাৰে পূৰ্বে প্ৰতিজ্ঞা কৰিছে, এতিয়া যদি আপুনি সেই বৰ দুটা নিদিয়ে, তেন্তে মই আপোনাৰ হাতত অপমানিত হৈ এতিয়াই জীৱন পৰিত্যাগ কৰিম।

কৈকেয়ীৰ এইবোৰ বাক্যৰ দ্বাৰা ৰজা দশৰথ নিজৰ প্ৰতিশ্ৰুতিত সম্পূৰ্ণ বান্ধ খাই গৈছে। এতিয়া পহু যেনেকৈ জালত আপোনা আপুনি সোমাই যায় সেইদৰে বশীভূত হৈ কৈকেয়ীক বৰ দুটা দিবলৈ সম্পূৰ্ণ সাজু হৈছে। ৰজাই তেতিয়াও বুজি পোৱা নাই যে সেই বৰদানেই তেওঁৰ কাল হ'ব— নিজৰ মৃত্যুৰ কাৰণ হব। ইয়াৰ কাষতে কৈকেয়ীয়ে কৈছে - মহাৰাজ! আপুনি দিব খোজা বৰ দুটা আপুনি মোক দিবই লাগিব। এতিয়া শুনক মোৰ বৰ দুটা কি? প্ৰথমটো হৈছে ভৰত যুৱৰাজ হওক আৰু যৌৱৰাজ্যৰ অভিষেকৰ বাবে যি আয়োজন কৰা হৈছে সেই আয়োজনেৰে ভৰতৰ যৌৱৰাজ্যাভিষেক হৈ যাওক। মোৰ আনটো বৰ হৈছে যে গছৰ বাকলি আৰু কৃষ্ণ পশুৰ ছাল পিন্ধি ৰাম চৈধ্য বছৰৰ বাবে দণ্ডকাৰণ্যলৈ যাওক আৰু তপস্বীৰ দৰে জীৱন যাপন কৰক। আপুনি বৰ দিবলৈ অঙ্গীকাৰ

কৰিছিল সেইবাবে সেই বৰ আজি মই খুজিলোঁ। আপুনি সত্যবাদী; এতিয়া সত্য প্ৰতিজ্ঞ হৈ আপোনাৰ কুল, শীল আৰু স্বীয় জন্ম ৰক্ষা কৰক।

## দশৰথ ৰজাৰ অবৰ্ণনীয় চিত্তবৈকল্য আৰু কৈকেয়ীক তিৰস্কাৰ ঃ

কৈকেয়ীৰ বৰ প্ৰাৰ্থনা কৰা কথাবোৰ শুনি অত্যন্ত সন্তাপিত হৈ মুহ্যমান হৈ পৰিল। ৰজাই নিজকে নিজে কবলৈ ধৰিলে— মই দিনতে সপোন দেখিছোঁ নেকি? নো মোৰ চিত্ত বিভ্ৰম হৈছে? নে (মোৰ পূৰ্ব জন্মত ঘটা) কোনো ঘটনাৰ অভিজ্ঞতা মোৰ মানসপটত স্পষ্ট হৈ উঠিছে অথবা ই কেৱল মোৰ মনোবিক্ষেপ নেকি? এইদৰে চিন্তা কৰি থাকোঁতে মনৰ যি তোলপাৰ লগা অৱস্থা হ'ল সেই হতবুদ্ধি অৱস্থাই ৰজাক মূৰ্চ্ছিত কৰি পেলালে। কিছু সময়ৰ পাছত ৰজাই সংজ্ঞা লাভ কৰিলে; বুজি পালে যে তেওঁৰ কোনো ভ্ৰম হোৱা নাই, মনোবিক্ষেপো হোৱা নাই। তেতিয়া পুনঃ মনত বৰ দুঃখ পালে। চকুৰ আগতে কৈকেয়ীক দেখি অত্যন্ত ব্যথিত হৈ পৰিল। মৃগপছুৱে বাঘ দেখি যেনেদৰে বিকল চিত্ত হয়, ৰজাও কৈকেয়ীক দেখি সেইদৰে বিকল চিত্ত হৈ পৰিল। মহাবিষধৰ সৰ্পই মন্ত্ৰৰ দ্বাৰা নিৰ্দ্দিষ্ট ঠাইত আবদ্ধ হৈ থাকি ক্ৰুদ্ধ হৈ যেনেদৰে তৰ্জ্জন গৰ্জ্জন কৰে, সেইদৰে ৰজা দশৰথে শুদা মাটিতে বহি ক্ৰুদ্ধ হৈ 'হায় ধিক্ মোৰ জীৱন' এইবুলি নিজকে ধিক্কাৰ দিব ধৰিলে। এইবুলি পুনঃ মূৰ্চ্ছা গ'ল। লক্ষ্য কৰিব লগা কথা এয়ে যে কৈকেয়ীয়ে নিৰবে ৰজাৰ এই অৱস্থা চাইহে আছে। কৈকেয়ীৰ মনত ৰজাৰ বাবে কোনো দুঃখ বা উদ্বিগ্নতা নাই। এইবাৰ ৰজা কিছু বেছি সময় মূৰ্চ্ছিত হৈ পৰি আছিল। বহুসময়ৰ পাছত সংজ্ঞা লাভ কৰি ক্ৰুদ্ধ হৈ নিজৰ তেজেৰে যেন কৈকেয়ীক দগ্ধ কৰি পেলাব এনে এটি দৃষ্টি দি কৈকেয়ীক কবলৈ ধৰিলে— হে দুৰাচাৰিণি! ৰামে তোৰ কি অপকাৰ কৰিছে, ময়েই বা তোৰ কি অপকাৰ কৰিছোঁ যে তই আমাক একেবাৰে সমূলে নিধন কৰিবলৈ ওলাইছ? মোৰ পুত্ৰ ৰামে নিজৰ মাতৃৰ প্ৰতি যেনে ব্যৱহাৰ কৰে, তোৰ প্ৰতিও তেনে ব্যৱহাৰ কৰে। তথাপি তই তাৰ অনৰ্থৰ বাবে কিয় এই চেষ্টা কৰিছ? হে ক্ৰুৰ স্বভাবিনি! তই মহাবিষধৰা সৰ্পিনী। এই কথা মই জনা নাছিলোঁ। এই কথা নাজানি হে ৰজাৰ ছোৱালী বুলি ভাবি তোক মোৰ ঘৰলৈ আনিছিলোঁ। এই সংসাৰত এনে কোনো মানুহ নাই যিজনে ৰামক প্ৰসংশা নকৰে। মই কোন অপৰাধত আজি ৰামক ত্যাগ কৰোঁ? মই কৌশল্যা, সুমিত্ৰা, আৰু ৰাজলক্ষ্মীকো পৰিত্যাগ কৰিব পাৰোঁ, আনকি মই নিজৰ জীৱন নিজে বিনাশ কৰিব পাৰোঁ, তথাপি পিতৃবৎসল ৰামক মই পৰিত্যাগ কৰিব নোৱাৰোঁ। ৰামক দেখিলে মোৰ প্ৰাণত বৰ আনন্দ হয় আৰু নেদেখিলে মই চৈতন্য হেৰুৱাই পেলাওঁ। সূৰ্য্য নহলে হয়তো এই ভূলোক বাঁচি থাকিব পাৰে পানী

নাপালেও হয়তো শস্য বা বৃক্ষ জীয়াই থাকিব পাৰে কিন্তু ৰাম নাথাকিলে মোৰ দেহত ক্ষণমাত্ৰও প্ৰাণ থাকিব নোৱাৰে। অতএৱ হে পাপিনি! মোৰ এই মস্তক তোৰ চৰণত নত কৰিছোঁ, তই মোৰ প্ৰতি প্ৰসন্ন হৈ তোৰ এই অপচেষ্টা পৰিত্যাগ কৰ।

"চৰণত ধৰো তোৰ কৃপা কৰ মোক'।
নকৰিবি দ্ৰোহ দয়া কৰ ৰাম পোক।।"

তোৰ এই দাৰুণ অপচেষ্টা কি কাৰণে? ভৰত মোৰ প্ৰিয় হয়নে নহয় এইটোৱে যদি পৰীক্ষনীয় হয়, তেন্তে প্ৰথমতে ভৰতৰ বিষয়ে তই যি বৰ প্ৰাৰ্থনা কৰিছ সেইবৰ মই দিলোঁ— ভৰত যুৱৰাজ হওক। তই যে ইমান দিনে কৈ আছিলি যে ৰাম বয়সতে মোৰ জ্যেষ্ঠ পুত্ৰ নহয়, গুণতো জ্যেষ্ঠ— এই কথা কেৱল মোৰ প্ৰতি চাটুবাক্যহে আছিল নাইবা ৰামৰ পৰা সেৱা লবলৈহে (কাৰ্য্য আদায় কৰিবলৈহে) কৈছিলি। আজি ৰামৰ যৌৱৰাজ্যত অভিষেকৰ খবৰ পাই তই নিজে শোকত সন্তপ্ত হৈ মোক অতিকৈ সন্তাপিত কৰিবলৈ ওলাইছে।

ৰজাৰ মুৰত খং, হৃদয়ত কাতৰ কৰুণ ভাব। খঙেৰে কৈকেয়ীক তিৰস্কাৰ কৰিছে; আকৌ শোক-কাতৰহৈ কৰুণ ভাৱে কৈকেয়ীক অনুনয় বিনয় কৰিছে। তাৰ পাছত ৰজাই কৈকেয়ীক কৈছে যে — হে দেবি! তুমি নীতিত অভিজ্ঞা— তুমি নীতি নজনা নহয়। এই ইক্ষ্বাকু কুলত যে ইমান ডাঙৰ অনীতিমূলক ঘটনাৰ নিমিত্ত কাৰণ তুমি হবলৈ খুজিছা ইয়াৰ কাৰণ তোমাৰ চিত্ত বিকাৰত বাজে আৰু কি হব পাৰে? কাৰণ ইয়াৰ আগে তুমি কেতিয়াও কোনো অপ্ৰিয় বা অযোগ্য কাৰ্য্য কৰা নাই। সেই বাবে স্বাভাবিক অৱস্থাত যে তোমাৰ এনেকুৱা অভিপ্ৰায় হৈছে; সেইটো মই বিশ্বাস নকৰোঁ। হে দেবি! মোৰ বোধ হৈছে যে তুমি শূন্য ঘৰত অকলে আছা। সেইবাবে তোমাৰ দেহত ভূত প্ৰবেশ কৰিছে। তোমাৰ চিত্ত ভূতৰ অধীন হৈছে। এই ভূতাবেশৰ কাৰণে তোমাৰ চিত্ত নিজৰ অধীনত নাই। হে দেবি! তুমিতো সদায় কৈছিলা যে "মোৰ ভৰত যেনে মহাত্মা, ৰঘুনন্দন ৰামো তেনে মহাত্মা", এতিয়া তুমি সেই ধৰ্মাত্মা মহাযশস্বী সুকুমাৰ ৰামৰ চৈধ্য বছৰ বনবাসৰ অভিলাষ কিয় কৰিছা? মই নিজেও লক্ষ্য কৰিছোঁ যে তোমাৰ প্ৰতি ভৰতৰ ভক্তিভাৱ (তোমাৰ প্ৰতি) ৰামৰ ভক্তি ভাৱতকৈ বেছি নহয়।

ৰাম মোৰ সৰ্বগুণীপুত্ৰ। ৰামৰ দেহত ক্ষমা দান তপস্যা সত্য ব্যৱহাৰ, ধৰ্ম, কৃতজ্ঞতা, প্ৰতিহিংসা ৰাহিত্য - এই সকলো প্ৰকাৰ গুণ আছে। সেই ৰাম নাথাকিলে মোৰ কি গতি হব? হে কৈকেয়ি! মই বৃদ্ধ হৈছোঁ— মোৰ শোচনীয় চৰম দশা উপস্থিত হৈছে। মই দীনভাৱে বিলাপ কৰিব ধৰিছোঁ। মোৰ প্ৰতি তোমাৰ কৰুণা প্ৰকাশ কৰা উচিত। এই সসাগৰা পৃথিবীত যিবোৰ বস্তু পোৱা যায়, সকলো বস্তুকেই মই তোমাক দিম। তুমি মোৰ মৃত্যুস্বৰূপ এই পাপ অভিসন্ধি পৰিত্যাগ

কৰা। মই তোমাক হাতযোৰ কৰি কৈছোঁ— তোমাৰ চৰণ দুখনিত ধৰি কৈছোঁ— তুমি ৰামক ৰক্ষা কৰা। মোক যেন অধৰ্মই স্পৰ্শ নকৰে সেইটো কৰা। তুমি যদি এই পাপ মনোৰথ পৰিত্যাগ কৰা তেতিয়া মই প্ৰতিজ্ঞা লঙ্ঘন কৰি অধৰ্মৰ ভাগী হব নালাগিব।

এইদৰে শোক দুঃখত অভিভূত মহাৰাজ দশৰথে পৰি যাওঁ পৰি যাওঁ শৰীৰেৰে আৰু মোহগ্ৰস্ত চিত্তেৰে বিলাপ কৰি কৰি বাৰংবাৰ ৰুদ্ৰ স্বভৱা কৈকেয়ীৰ ওচৰত প্ৰাৰ্থনা জনাব ধৰিলে যেন তেওঁ এই শোক-সাগৰৰ পৰা পৰিত্ৰাণ পায়। কিন্তু কৈকেয়ীয়ে অতি নিষ্ঠুৰ কথাৰে তাৰ প্ৰতিবাদ কৰি ক'লে— তুমি যেতিয়া আগে বৰ দিবলৈ স্বীকৃত হৈ এতিয়া যথাসময়ত বৰদান দিবলৈ অনুতপ্ত হৈছা, তুমি ধাৰ্মিক ৰজা বুলি এই পৃথিবীত কেনেকৈ নিজক প্ৰচাৰিত কৰিবা। শৈব্য ৰজাই নিজৰ প্ৰতিজ্ঞা ৰক্ষাৰ বাবে শ্যেণ পক্ষীক নিজৰ মাংস দিছিল। অলৰ্ক ৰজাই নিজৰ প্ৰতিজ্ঞা ৰক্ষা কৰিবলৈ এজন ব্ৰাহ্মণক নিজৰ চকুজুৰি দান কৰিছিল। সাগৰে পূৰ্বে প্ৰতিজ্ঞা কৰিছিল যে "মই বেলা (তীৰ) অতিক্ৰম নকৰোঁ"— সাগৰে আজিও বেলা অতিক্ৰম কৰা নাই। হে ৰাজন্! তুমি এতিয়া পুৰাতন এই বিবৰণ সমূহ মনত পেলাই তোমাৰ নিজ প্ৰতিজ্ঞা ৰক্ষা কৰা। হে দুৰ্মতি পৰায়ণ ৰজা! তুমি সত্যধৰ্ম পৰিত্যাগ কৰি ৰামক ৰাজ্যত অভিষেক কৰি কৌশল্যাৰ সহিত পত্নীসুখ লাভ কৰিব খুজিছা? তুমি মোক বৰ দিবলৈ প্ৰতিজ্ঞাবদ্ধ হৈ আছা? এতিয়া সেই প্ৰতিজ্ঞা অনুসাৰে মোৰ প্ৰাৰ্থনা ধৰ্মই হওক, অধৰ্মই হওক, সত্যই হওক বা অসত্যই হওক তাৰ কোনো অন্যথা নহব। যদি ৰাম ৰাজ্যত অভিষিক্ত হয় তেতিয়া মই তোমাৰ সমুখতে বিষপান কৰি প্ৰাণ ত্যাগ কৰিম। যদি মই এদিনো ৰামৰ মাতৃক অন্যলোকৰ নমস্কাৰ প্ৰতি গ্ৰহণ কৰা দেখোঁ তেন্তে মই নিশ্চয় মৃত্যু বৰণ কৰিম। হে ৰাজন্! মোৰ প্ৰাণ স্বৰূপ ভৰতৰ শপথ কৰি কৈছোঁ যে ৰামৰ বনবাস ব্যতিৰেকে মোৰ মনত কোনো মতে সন্তোষ বিধান নহব।

কৈকেয়ী এই কথাকে একেবাৰে নিৰৱ হৈ থাকিল। দশৰথে হা ৰাম! হা ৰাম! বুলি নিশ্বাস পেলাব ধৰিলে। গুড়ি কাটি দিলে গছ যেনেকৈ মাটিত বাগৰি পৰে সেইদৰে ৰজা মাটিত বাগৰি পৰিল। উন্মত্তৰ দৰে জ্ঞানবিহীন ৰোগীৰ নিচিনা বিপৰীত স্বভাৱ আৰু মন্ত্ৰৰ দ্বাৰা আবদ্ধ সৰ্পৰ নিচিনা হীন সামৰ্থ্য হৈ পৰিল।

দশৰথ ৰজাৰ ঘোৰ সঙ্কট উপস্থিত হৈছে। কৈকেয়ীৰ ওচৰত প্ৰতিজ্ঞাবদ্ধ বৰ দিব লাগিলে ৰাজ্যৰ প্ৰতি, নিজৰ প্ৰতি, ৰামৰ প্ৰতি, কৌশল্যাৰ প্ৰতি, সৰ্বজনৰ প্ৰতি আনকি ভৰতৰ প্ৰতিও ঘোৰ অন্যায় কৰা হয়। ধাৰ্মিক আৰু প্ৰজাপালন সত্যবাদী ৰজাৰ পক্ষে ই কেতিয়াও কৰা উচিত নহয়। কৈকেয়ীৰ এই বৰ প্ৰাৰ্থনাত কোনো ন্যায় সঙ্গত যুক্তি নাই; কৈকেয়ীৰ এই বৰ প্ৰাৰ্থনা মূল ধৰ্ম আৰু ৰাজ ধৰ্মৰ সম্পূৰ্ণ বিৰোধ মূলক প্ৰাৰ্থনা। ধৰ্মনীতি, সমাজনীতি আৰু ৰাজনীতিয়ে এই বৰ

প্ৰাৰ্থনা অনুমোদন কৰিব নোৱাৰে। কৈকেয়ীৰ এই বৰ প্ৰাৰ্থনা ইমান যুক্তিহীন যে এই কাৰ্য্যই কৈকেয়ীক নিজকে সতী ধৰ্মৰ পৰা বিচ্যুত কৰিছে, কুলধৰ্মৰ পৰা বিচ্যুত কৰিছে, আনকি মাতৃৰ ধৰ্মৰ পৰাও বিচ্যুত কৰিছে। ৰজা দশৰথে এই বৰদান কৰিলে তেওঁৰ বিভিন্ন দায়িত্ব পালনৰ মাজত তেওঁ ভাৰসাম্য ৰক্ষা কৰিব নোৱাৰে। কৈকেয়ী কুমন্ত্ৰণাত পৰি বিপথে পৰিচালিত হৈছে, কৈকেয়ীক শুদ্ধ পথলৈ অনাটোও ৰজা দশৰথৰ ৰজা হিচাপে আৰু স্বামী হিচাপে কৰ্ত্তব্য কৰ্ম। স্বামীৰ বিপদত যদিহে স্ত্ৰীয়ে সহায় নকৰে তেন্তে ভাৰতীয় নাৰীধৰ্মৰ মৰ্য্যাদাই বা ক'ত থাকে, সতী ধৰ্মৰ আদৰ্শই বা তিষ্ঠে কেনেকৈ? যুদ্ধাহত হৈ পীড়িত হোৱা ৰজাক যুদ্ধস্থলৰ পৰা আঁতৰ কৰি নি নিয়মিত শুশ্ৰূষাৰ দ্বাৰা আৰোগ্য কৰিছে — ই পতিসেৱাৰ মহৎ আদৰ্শৰ কথা, স্ত্ৰী ধৰ্মৰ আচৰণীয় কৰ্ম, আৰু তাকে নকৰিলে স্ত্ৰী ধৰ্মৰ হানি সূচক কথা হয়, অমৰ্য্যাদা আৰু কৰ্ত্তব্যহীনতাৰ নিদৰ্শন হয়। কৈকেয়ীয়ে অসামান্য সাহসিকতা, তৎপৰতা, আৰু সেৱা শুশ্ৰূষাৰ দ্বাৰা ৰজা দশৰথৰ প্ৰাণ ৰক্ষা কৰা বাবে, ৰাজাই স্ত্ৰীৰ ওচৰত কৃতজ্ঞ হৈ বৰ দিব খোজাটো অতি স্বাভাৱিক কথা। স্ত্ৰীৰ কাৰ্য্যত সন্তুষ্ট হৈ যুগে যুগে স্বামী সকলে স্ত্ৰী সকলক পুৰস্কৃত কৰি আহিছে; কিন্তু স্বামীৰ প্ৰতি কৰা উপকাৰৰ প্ৰত্যুপকাৰ স্বৰূপে কোনো দিন কোনো স্ত্ৰীয়ে কৈকেয়ীৰ দৰে ৰাজ্যৰ ন্যায় সঙ্গত উত্তৰাধিকাৰীক বঞ্চিত কৰি বনবাসৰ ব্যৱস্থা কৰি নিজ পুত্ৰক ৰাজ সিংহাসনত বহুৱাবলৈ যত্ন কৰা নাই কুচক্ৰ বা ষড়যন্ত্ৰ কৰি এনে কাৰ্য্য কৰা বুৰঞ্জীত বিৰল নহয় কিন্তু সেই কাৰ্য্য বা সেই ব্যক্তিক কোনেও কোনো দিন সমৰ্থন কৰাৰ দৃষ্টান্ত নাই। ৰজা দশৰথেও এই ধৰণৰ বৰ দিব লাগিব বুলি কল্পনা কৰা নাছিল আৰু কোনো লোকৰ পক্ষে কল্পনা কৰা সম্ভৱো নহয়। এনে ক্ষেত্ৰত ৰাজ দশৰথে যদি কৈকেয়ীৰ প্ৰাৰ্থিত বৰ নিদিয়ে সি অধৰ্ম নহয়। এই ক্ষেত্ৰত বৰ প্ৰাৰ্থনা পূৰণ নকৰাটোহে ধৰ্ম। অধৰ্মও যে কেতিয়াবা ধৰ্ম নহয়, সি এনেকুৱা ক্ষেত্ৰতে হয়।

কিন্তু ৰজাৰ মানসিক দুৰ্বলতা আছে। প্ৰতিজ্ঞা পূৰণ কৰা যে তেওঁৰ ধৰ্ম, সকলো মনুষ্যৰে সাধাৰণ ধৰ্ম, সেই ধৰ্মৰ পৰা তেওঁ বিচলিত হোৱাটো অধৰ্ম বুলি নাভাবি থাকিব পৰা নাই। আনফালে তেওঁ স্বামী হিচাবে, পিতৃ হিচাবে, ৰজা হিচাবে ৰাম আৰু ভৰতৰ ওচৰত আৰু ৰজা হিচাবে প্ৰজাসকলৰ ওচৰত জবাব— দিহি হব লাগিব সেই বিষয়ে ৰজা দশৰথৰ সম্পূৰ্ণ জ্ঞান আছে। ৰজা দশৰথে বিলাপ কৰি কৈছে যে তেওঁ যদি ৰামক বনবাস দিয়ে আৰু যদি বহু জ্ঞানবান্ গুণ-বান্ বৃদ্ধলোক সকলে তেওঁক প্ৰশ্ন কৰে যে 'ৰাকুৎস্থ ৰাম ক'ত' তেতিয়া তেওঁ কি প্ৰত্যুত্তৰ দিব? তেতিয়া যদি তেওঁ কৈকেয়ীৰ বৰদান প্ৰাৰ্থনাত পৰিক্লিষ্ট হৈ বনলৈ পঠাইছো বুলি সত্য কথা কয়, সি যে অসত্য হব, সি যে বিশ্বাসযোগ্য নহব। এই সত্য ধৰ্মও যে অসত্য ধৰ্ম হব?

কৈকেয়ী দেবীয়ে এসময়ত তেওঁৰ প্ৰাণ ৰক্ষা কৰিছে সঁচা; কিন্তু কৌশল্যা দেবীয়েও কম কৰা নাই। কৌশল্যা দেবীয়ে স্ত্ৰী ধৰ্ম সম্পূৰ্ণ ৰূপে পালন কৰি আহিছে। তেওঁ সময়ানুসাৰে মাতা, ভগিনী, ভাৰ্য্যা, সখী আৰু দাসীৰ দৰে তেওঁৰ সেৱা কৰিছে। কৌশল্যা দেবীয়ে তাৰ বাবে কোনো বৰ বা পুৰস্কাৰ খোজা নাই বা ৰজায়ো স্বতঃপ্ৰবৃত্ত হৈ কোনো দিন দিব খোজা নাই। সেই বুলি ৰজাই স্ত্ৰী কৌশল্যাৰ প্ৰতি কোনো সদ্ব্যবহাৰ নকৰিব নেকি? ৰামক বনবাস দিলে উপযুক্ত সদ্ব্যবহাৰ হব নেকি? ইমান দিনে কৈকেয়ীৰ প্ৰতি আসক্ত হৈ থাকি সেই প্ৰিয়-পুত্ৰিনী, প্ৰিয় ভাষিণী আৰু প্ৰিয় কাৰ্য্য কাৰিণী কৌশল্যাৰ প্ৰতি ৰজাই কোনো সদ্ব্যবহাৰ কৰা নাই।(১) ৰামৰ বনবাসত জানোঁ ই ধৰ্মপালন হব? সুমিত্ৰা দেবীয়েও যে এই কাৰ্য্যৰ দ্বাৰা ভীতা হৈ ৰজাক বিশ্বাস কৰিবলৈ এৰিব।

সীতাৰ শহুৰেক হিচাবেও তেওঁৰ সীতাৰ প্ৰতি অন্যায় আচৰণ কৰা হব সীতাৰ ওচৰতো তেওঁ ৰামৰ বনবাসৰ দ্বাৰা কৰ্ত্তব্যচ্যুত হব। ৰজা দশৰথে কৈছে—ৰাম বনলৈ গলে নিশ্চয় মোৰ মৃত্যু হব আৰু ৰামৰ বনবাস আৰু মোৰ মৃত্যু সংবাদ এই দুয়োটা সংবাদ ইটোৰ পাছত সিটোকৈ যেতিয়া সীতা দেবীয়ে পাব তেতিয়া যে তেওঁ কিমান শোকগ্ৰস্তা হব? কিমান কান্দিব? ৰামৰ বনবাসৰ পিছত সীতাই যেতিয়া কান্দিবলৈ ধৰিব, তেতিয়া ৰামৰ বনবাসৰ শোক আৰু সীতাৰ ক্ৰন্দনৰ দুঃখ সহ্য কৰিব নোৱাৰি নিশ্চয় মোৰ মৃত্যু ঘটিব। হে দেবি কৈকেয়ি! তেতিয়াতো তুমিও বিধবা হবা, বিধবা হৈয়ে পুত্ৰৰ সহিত ৰাজ্য ভোগ কৰিব লাগিব। এইবোৰ কথা চিন্তা কৰা। মোৰ মনত এইটো নিশ্চয় হৈছে যে যদিও পূৰ্বে তোমাক সতী বুলি ভাবিছিলোঁ এতিয়া তুমি অসতী বুলি প্ৰমাণিতা হৈছা— তোমাৰ আচৰণৰ দ্বাৰা।

"শুন বোলোঁ পাপিষ্ঠী বধিতে ভৈলি মোক।
কুল বিনাশক লাগি বিহাইলোহোঁ তোক।।"

ৰজা দশৰথৰ মনৰ দুৰ্বলতা এয়ে যে তেওঁ যদিও কৈছে যে কুল কলঙ্কিণি — তই দুঃখিতাই হব বা জুইত পৰিয়েই পুৰি মৰ, নাইবা বিষ খায়ে মৰ নাইবা গলত জৰী লগায়ে মৰ নাইবা ভূগৰ্ভতে প্ৰৱেশ কৰ তথাপি তোৰ এই নিদাৰুণ

(১) কিং মাং বক্ষ্যতি কৌশল্যা ৰাঘবে বনমাস্থিতে।। ৬৭
কিং চৈনাং প্ৰতিবক্ষ্যামি কৃত্বা বিপ্ৰিয়মীদৃশং।
যদা যদা চ কৌশল্যা দাসীব চ সখীব চ।। ৬৮
ভাৰ্য্যাবৎ ভগিনীবচ্চ মাতৃবচ্চো পতিষ্ঠতি।
সততং প্ৰিয় কামা মে প্ৰিয় পুত্ৰা প্ৰিয়ং বদা।। ৬৯
ন ময়া সৎকৃতা দেবী সৎ কাৰাৰ্হা কৃতে তব।
ইদানীং তত্তপতি মাং ময়ায়া সুকৃতং ত্বয়ি।। ৭০ অযোধ্যা দ্বাদশসৰ্গ

কথা মতে মই কাৰ্য্য নকৰো(২) — ৰামক কেতিয়াও বনবাস নিদিওঁ — তথাপি প্ৰতিজ্ঞা ভঙ্গৰ ভয় অন্তৰত আছে। সেইবাবে কৈকেয়ীয়ে যাতে বৰ প্ৰাৰ্থনা প্ৰত্যাহাৰ কৰি ৰজাক মুক্তি দিয়ে সেইবাবে যদিও সচাঁ সঁচিকৈ মনৰ দুখত অসহনীয় ভাবে বিলাপ কৰিছে, আৰু সেই বিলাপৰ উৎপত্তি যদিও অতীত কাৰ্য্য আৰু ভৱিষ্যৎ সম্ভৱনাময় দুৰ্নাম, অপকীৰ্ত্তি অন্যায় অধৰ্মৰ পৰিণাম আৰু অবাঞ্চিত ফলৰ আশঙ্কাত হৈছে, তথাপি স্বাভাবিকতে মানুহে যিবোৰ যুক্তি, কাৰণ আৰু প্ৰমাণৰ দ্বাৰা মত পৰিৱৰ্ত্তন কৰিবলৈ বাধ্য হয় তেনে বহু প্ৰকাৰ অকাট্য যুক্তি আৰু ভৱিষ্যতৰ অবাঞ্চিত নিঃসন্দেহ পৰিণামৰ ভয়াবহ ছবি এটিও কৈকেয়ীৰ আগত দাঙি ধৰিছে। ৰজা দশৰথে সুসমাহিত মনৰ অৱস্থাত এইবোৰ কথা কৈ বিলাপ কৰা নাই ই যেনে সচাঁ কথা, সেই বিলাপৰ মাজত কৈকেয়ীৰ প্ৰাৰ্থনা প্ৰত্যাহাৰৰ প্ৰবল অনুৰোধ আৰু ক্ষীণ আশা যে বিদ্যমান, সিও তেনেকৈয়ে সঁচা বুলি স্পষ্ট। ৰজা দশৰথৰ মানসিক অৱস্থা সম্পূৰ্ণ ভাৱে বিপৰ্য্যস্ত হৈছে। ঘনে ঘনে মূৰ্চ্ছা গৈছে। কিন্তু এতিয়াও বুদ্ধি স্থিৰ হৈ আছে, তেতিয়াও কৰ্ত্তব্য অকৰ্ত্তব্য জ্ঞান হেৰুৱাই পেলোৱা নাই। ক্ৰোধৰ তীব্ৰতাও যথেষ্ট পৰিমাণে আছে। ৰাম চন্দ্ৰই যে 'তুমি বনলৈ যোৱা' বুলি আদেশ পোৱা মাত্ৰকে হাঁহি মুখে স্বীকাৰ কৰিব — কোনো প্ৰশ্নও নকৰিব, প্ৰতিবাদো নকৰিব সেই জ্ঞানো আছে। ৰাম চন্দ্ৰই যদি প্ৰতিবাদ কৰে তাত যে তেওঁ সন্তুষ্ট হে হব সেই কথাও চিন্তা কৰিব পাৰিছে। ৰজা দশৰথ যি মহা সঙ্কটত পৰিছে সেই সঙ্কটৰ নমুনা পৃথিৱীৰ বুৰঞ্জীত পাবলৈ নাই, কোনো সাহিত্যতে পোৱা নাযায়। ইংৰাজী সাহিত্যৰ কিং লিয়াৰ আৰু মোগল বুৰঞ্জীৰ সম্ৰাট চাহজাহানৰ সঙ্কট ৰজা দশৰথৰ সঙ্কটৰ তুলনাত নিচেই সাধাৰণ।

এই সঙ্কটৰ মাজত ৰজা দশৰথে কান্দিছে, বিলাপ কৰিছে, মূৰ্চ্ছা গৈছে, কৈকেয়ীক গালি গালাজ কৰিছে, অনুনয় বিনয় কৰি অনুৰোধ উপৰোধ জনাইছে, চৰণত ধৰি এই সঙ্কটৰ পৰা মুক্তি কৰিবলৈ খাটনি ধৰিছে। কৈকেয়ীক ইয়াৰ চৰম পৰিণাম কি হব পাৰে সেই বিষয়েও সকিয়াই দিছে। ক্ৰোধত বলিয়া হোৱাৰ নিচিনাকৈ কৈকেয়ীক ত্যাগ কৰিছে, ভৰতক ত্যাজ্য পুত্ৰ কৰিছে। ৰজা দশৰথে কৈছে যে ভৰত কেতিয়াও ৰজা নহব কিন্তু যদিহে ৰামৰ বনবাস ভৰতেও ইচ্ছা কৰে তেন্তে ৰজা দশৰথ মৰিলে যেন ভৰতে শ্ৰাদ্ধাদি কাৰ্য্য নকৰে। শ্ৰাদ্ধ কৰিবৰ অধিকাৰৰ পৰা বঞ্চিত কৰিলেই ত্যাজ্য পুত্ৰ কৰা হয়; অৱশ্যে এইবোৰ কথা কৈকেয়ীক তিৰস্কাৰ কৰিবৰ সময়ত কৈছে। ভৰতৰ স্বভাৱ চৰিত্ৰত বা কাৰ্য্যাকাৰ্য্যত অসন্তুষ্ট হৈ কোৱা নাই। তদুপৰি এই কথাৰ ওপৰত এটা বৃহৎ 'যদি' আছে।

(২) প্ৰতাম্য বা প্ৰজ্বল বা প্ৰণশ্য বা সহস্ৰশো বা স্ফুটিতাং মহীত্ৰেব।
ন তে কৰিষ্যামি বচঃ সুদাৰুণং মমাহিতং কেকয়ৰাজ পাংসনে।। ১০৯
অযোধ্যা- ১২ শ অঃ

এনেবোৰ বিলাপ, তিৰস্কাৰ আৰু অনুৰোধ উপৰোধৰ ভাষাৰ পৰা দশৰথে যে কিমান মৰ্ম্মান্তিক বেদনা পাইছে আৰু কিমান যে হতবুদ্ধি হৈছে সেইটো বুজা যায়। কিন্তু ইয়াতকৈ গুৰুতৰ আৰু কৰুণ পৰিস্থিতিৰ উদ্ভৱ পিছত হৈছে। সেইটো এনে— ৰজাই যেতিয়া কৈকেয়ীৰ মন ঘূৰাব নোৱাৰিলে তেতিয়া বৃদ্ধ নৰপতিয়ে তপ্ত নিশ্বাস পৰিত্যাগ কৰি অতিশয় আৰ্ত্ত হৈ মুক্ত আকাশলৈ দৃষ্টি নিক্ষেপ কৰি ৰাত্ৰি দেৱীক উদ্দেশ কৰি কবলৈ ধৰিলে— হে দেবি! তুমি আহিছা, মই হাত যোৰকৈ প্ৰাৰ্থনা জনাইছোঁ — এই ৰাত্ৰি যেন আৰু নুপুৱায়। হে ভদ্ৰে, তুমি মোৰ প্ৰতি দয়া কৰা — তুমি চিৰকাল বৰ্ত্তমানা হৈ থাকা। আৰু যদি তুমি কাল ৰাত্ৰি হৈ আহিছা তুমি সোনকালে গুচি যোৱা আৰু কালৰাত্ৰিৰ পূৰ্বে হোৱা দুঃখ দুৰ্গতি তোমাৰ লগতে লৈ যোৱা। মই যেন এই বিপদৰ পৰা মুক্ত হওঁ। তাৰ পাছতে পুনঃ কৈকেয়ীক অনুৰোধ কৰি কৈছে— হে দেবি! তুমি অন্যায় আচৰণ নকৰিবা। মই তোমাৰ একান্ত অনুগত আৰু মই কাহানিও তোমাৰ প্ৰতি অন্যায় আচৰণ কৰা নাই। মইনো আৰু কিমান দিন বাচিম, পৰমায়ু শেষ হৈ আহিছে। মই ৰজা, মোৰ প্ৰতিজ্ঞা ভঙ্গ হোৱা উচিত নহয়। তুমি মোৰ প্ৰতি দয়া কৰা আৰু তোমাৰ অভিপ্ৰায় ত্যাগ কৰা। হে সুন্দৰি! মই ৰামক যৌৱৰাজ্যত অভিষেক কৰিবৰ প্ৰতিজ্ঞা কৰিছোঁ আৰু মই প্ৰতিজ্ঞা গোপনে নিৰ্জ্জন স্থানত কৰা নাই। প্ৰত্যক্ষ ৰাজ সভাত এই প্ৰতিজ্ঞা কৰিছোঁ। এতিয়া তাৰ অন্যথা হ্‌ব নোৱাৰে। তুমি প্ৰসন্ন হোৱা আৰু তুমিয়েই ৰামক অক্ষয় ৰাজত্ব দান কৰা। তোমাৰ পৰম যশ বিস্তাৰ হ্‌ব। তুমি এইটোকে কৰা।

এই বিষম পৰিস্থিতিত ৰজা দশৰথ আৰু কৈকেয়ীৰ মান ৰক্ষাৰ উত্তমতৰ সমাধান আৰু কি হ্‌ব পাৰে? কৈকেয়ীয়ে যদি দশৰথ ৰজাৰ ভিক্ষাত ৰামক ৰাজত্ব দিয়ে কৈকেয়ীৰ প্ৰথম বৰ প্ৰাৰ্থনা অনুসাৰে পোৱা ভৰতৰ ৰাজ্য ৰামক ঘূৰাই দিয়া হ'ল আৰু কৈকেয়ীৰ দ্বিতীয় বৰ অনুসাৰে ৰামৰ বনবাস কৈকেয়ীৰ অধিকাৰত পৰিল আৰু কৈকেয়ীয়ে যদি ৰামকে ৰাজ্য ঘূৰাই দিয়ে সেই সঙ্কটৰ পৰা দশৰথেও নিস্কৃতি পায়, সত্যও ৰক্ষিত হয়, ধৰ্মও ৰক্ষিত হয়, বৰদানো হয় আৰু সৰ্বত্ৰ শান্তি হয়। দাম্পত্য কলহৰ শান্তি সচৰাচৰ এইদৰেই আহে। কিন্তু কৈকেয়ী সম্মত হলেহে সেই শান্তি আহিব পাৰে। কৈকেয়ী সম্মত নহলে বৰ দানো নহয় আৰু এই বিষমম পৰিস্থিতিৰো সমাধান নহয়। ৰজাৰ বিপদো আঁতৰি নাযায়— ৰজাৰ প্ৰতিজ্ঞা দুইফালে। কৈকেয়ীক বৰ দান — ৰামক ৰজা পতা।

কৈকেয়ী কিন্তু সম্মত নহ'ল। কৈকেয়ীয়ে কয়— "ৰজা! তুমি সত্য ৰক্ষা কৰিব লাগিব" অৰ্থাৎ তেওঁৰ ওচৰত যি সত্য পাশত আবদ্ধ আছে সেই সত্য ৰক্ষা কৰিবই লাগিব। তাৰ পাছত সত্য বস্তু কি সেই বিষয়ে কৈকেয়ীয়ে এটা অতি গভীৰ দাৰ্শনিক বক্তৃতা দিলে। বক্তৃতাটো হৈছে— সত্যই প্ৰণব শব্দব্ৰহ্ম, সত্যই ব্ৰহ্ম। সত্য

ৰক্ষা কৰিলেহে ব্ৰহ্মক পোৱা যায়। সত্যতে ধৰ্ম প্ৰতিষ্ঠিত আছে- সত্য ব্যৱহাৰৰ দ্বাৰাই ধৰ্মক লাভ কৰা যায়। সত্যই অক্ষয় বেদ। বেদে সত্য ব্যবহাৰকে প্ৰতিপাদন কৰিছে। সত্যৰ দ্বাৰাই পৰম পদ লাভ হয়— সত্য ব্যবহাৰৰ দ্বাৰাই মানৱ সংসাৰৰ পৰা মুক্তি লাভ কৰে।(১)

সেই কাৰণে তুমি সত্য ৰক্ষা কৰা আৰু ৰামক নিৰ্ব্বাসিত কৰি ভৰতক ৰাজ্য পদ দিয়া।

বলিৰজাও এদিন ইন্দ্ৰৰ পাশৰ(২) পৰা বিমুক্ত হ'ব পৰা নাছিল, সেইদৰে দশৰথ ৰজাও কৈকেয়ীৰ ওচৰত আবদ্ধ সত্য পাশৰ পৰা মুক্ত হ'ব নোৱাৰিলে। দশৰথ ৰজা উদ্ভ্ৰান্ত হৈ পৰিল, মুখ শেঁতা পৰি গ'ল। হৃদয় ব্যাকুল হৈ পৰিল আৰু তাৰ বাবে চকুৰে যেন একো নেদেখা হ'ল। অতি কষ্টে ধৈৰ্য্য ধৰি বিহ্বল চিত্তক স্তম্ভিত কৰি কবলৈ ধৰিলে— পাপচাৰিণি! মই অগ্নি সাক্ষী কৰি তোৰ পাণি গ্ৰহণ কৰিছিলো। আজি তোক পৰিত্যাগ কৰিলোঁ আৰু তোৰ গৰ্ভত মোৰ যি পুত্ৰ উৎপন্ন হৈছিল, তাকো মই ত্যাগ কৰিলোঁ। মোৰ মৃত্যুৰ পাছত তহঁতে এক অঞ্জলি জলো দিব নালাগে। তহতে মোৰ উদ্দেশ্যে তৰ্পণো নকৰিবি। মই ৰাজসভাত ৰামৰ ৰাজ্যাভিষেক ঘোষণা কৰিছোঁ আৰু তাৰ বাবে ৰাজ্যবাসী পৌৰবাসী সকলো লোকে আনন্দ প্ৰকাশ কৰিছিল। এতিয়া মই সেই লোক বিলাকৰ নিৰানন্দ মুখৰ ফালে চাব নোৱাৰোঁ। সেই কাৰণে মোৰ মৃত্যু সুনিশ্চিত। মোৰ মৃত্যুৰ পাছত বশিষ্ঠ প্ৰভৃতি ঋষি সকলে ৰামৰ ৰাজ্যাভিষেক সম্পন্ন কৰিব।

কিন্তু অদৃষ্টৰ এনে পৰিহাস - যে সিও নহ'ল। কৈকেয়ীৰ বৰ প্ৰাৰ্থনা মঞ্জুৰ কৰা দশৰথৰ সাধ্যাতীত। কোনো মানুহে নিজৰ শক্তিৰ বৰ্হিভূত কাম কৰিব নোৱাৰে আৰু তেনে কাম কৰিবলৈ কেতিয়াও গাত নলয়। দশৰথে কৈকেয়ীক কেতিয়াও দান দিব নোৱাৰা বৰ দিব খোজা নাছিল। দশৰথে এই অন্যায় বৰ প্ৰাৰ্থনা তদ্দণ্ডে নাকচ কৰি দিব পাৰিলেহেতেঁন— তাৰ দ্বাৰা দশৰথৰ কোনো অধৰ্মও নহ'লহেতেন কিংবা অপযশো নহলহেঁতেন। সাধু আৰু সৎলোক বিলাকৰ চৰিত্ৰত এয়ে দুৰ্ব্বলতা। নিজৰ কোৱা কথাৰ লগত কৰ্মৰ সামঞ্জস্য ৰক্ষা কৰিবলৈ, সদায় যত্নৱান হয়। সি উত্তম কথা কিন্তু নিজৰ শক্তি সামৰ্থ্য আৰু অধিকাৰৰ সীমাৰ ভিতৰতে হে মানুহে সচৰাচৰ কথা কয়, প্ৰতিশ্ৰুতি দিয়ে আৰু তাক ৰক্ষা কৰে।

কৈকেয়ীক ৰজাই এই বৰ নিদিলে কৈকেয়ী কষ্ট হ'ব, অভিমান কৰিব,

---

(১) সত্যমেক পদং ব্ৰহ্ম সত্যে ধৰ্মঃ প্ৰতিষ্ঠিতঃ।
সত্যমেবাক্ষয়া বেদা সত্যেনাপ্যাতে পৰম্।। ৭ (১৪শ অধ্যায় - অযোধ্যা)

(২) ইয়াত বামনৰ বলিছলনৰ কথা কৈছে।
ইন্দ্ৰৰ সৰু ভাই আছিল বামন-উভয়ে অদিতিৰ পুত্ৰ।
ইন্দ্ৰৰ মুক্তিত হে বামনৰ দ্বাৰা বলি আবদ্ধ হৈছিল।

অনশন কৰিব নাইবা আত্মহত্যা কৰিবৰজাই মুখেৰে যেনেকৈ এইবোৰ সম্ভাৱনা থকা সত্ত্বেও বৰ নিদিওঁ বুলি কৈছে, তেনেকৈ কিন্তু কাৰ্য্য কৰা নাই কিম্বা সেই কথাত স্থিৰ থকা নাই। ৰজাই কৈকেয়ীক বৰ দিম বুলি কৈছিল— তাক যে দিবই লাগিব এই মনোবৃত্তি ৰজাৰ মনত স্থায়ী হৈ আছে আৰু সেইবাবে চতুৰা কৈকেয়ীৰ জিদ্ বা বৰ আদায়ৰ ফন্দী সমানে দৃঢ় হৈ আছে। এই সঙ্কট বা সমস্যাৰ সমাধানৰ পথ ওলোৱা নাই। অন্যায় প্ৰস্তাৱ বা অন্যায় দাবীৰ ভিতৰতো সহজাত দুৰ্বলতা থাকে। সেই সহজাত দুৰ্বলতাৰ বন্ধনত অন্যায় দাবীকাৰীৰ দাবী পূৰণ নহলে প্ৰতিশোধ লোৱাৰ ইচ্ছা হয়তো হব পাৰে; কিন্তু সেই ইচ্ছা কাৰ্য্যত খটুৱাবৰ মনোভাৱ সচৰাচৰ স্থায়ী নহয়। বিশেষকৈ যিবিলাক লোক পূৰ্বে সৎ আছিল কিন্তু দাবী উত্থাপন কৰিবৰ সময়ত অসৎ পন্থা অৱলম্বন কৰিছে, তেনে লোকে দুৰ্দ্দান্ত মনোভাৱ সদায় লৈ থাকিব নোৱাৰে- এনেবোৰ ক্ষেত্ৰত। কৈকেয়ীৰ দাবী যদি ৰজা দশৰথে নিষ্ঠুৰ ভাৱে প্ৰত্যাখ্যান কৰিলেহেঁতেন — কৈকেয়ী লাজুকী লতাৰ দৰে সেও হৈ গ'লহেঁতেন। মন্থৰাত বাজে কৈকেয়ীৰ কোনো এজনেই সমৰ্থক নাই। বিশাল অযোধ্যা ৰাজ্যৰ সকলো লোকেই দশৰথক সমৰ্থন দিলেহেঁতেন। কি এগছি দুৰ্বল আৰু সূক্ষ্ম সূত্ৰৰ ওপৰত ভিত্তি কৰি কিমান মহান ব্যক্তি এজনক পৰাভূত কৰি তেওঁৰ মৃত্যুৰ কাৰণ ঘটালে আৰু নিৰ্দ্দোষ ৰাম লক্ষ্মণ সীতাই কি অশেষ যন্ত্ৰণা ভোগ কৰিলে!

সি যি নহওক দশৰথেতো সেই দাবী প্ৰত্যাখ্যান কৰিব নোৱাৰিলে— ধৰ্মভীৰু পুত্ৰবৎসল ৰজাই দাবী পূৰণৰ সম্মতিও দিব নোৱাৰিলে।

## ৰামৰ আগমন আৰু ৰাম কৈকেয়ী সংবাদ ঃ

মৰ্মঘাতিনী পত্নীৰ অন্যায় দাবী পূৰণ কৰিব নোৱাৰি মহীপতি দশৰথ অনাথ বালকৰ দৰে বিলাপ কৰি কৰি কৈকেয়ীৰ চৰণত ধৰিব খুজিছিল কিন্তু আতুৰৰ দৰে দুৰ্বল হৈ চৰণ স্পৰ্শ কৰিব নোৱাৰি মূৰ্চ্ছিত হৈ পৰিছিল। মূৰ্চ্ছা ভাঙিল। কিন্তু তেতিয়াও পুনঃ কৈকেয়ীয়ে বৰদান দাবী উত্থাপন কৰিছে। ৰজাই পুনঃ খঙেৰে উত্তৰ দিছে যে মই নিৰ্দ্দোষ সৰ্বগুণী, সৰ্বজন প্ৰিয়, মোৰ প্ৰিয় পুত্ৰ ৰামক কি অপৰাধত বনবাস দিম?

ইফালে ৰাজ্যাভিষেক অনুষ্ঠানৰ সকলো আয়োজন সমাধা হৈছে। পুষ্যা নক্ষত্ৰযুক্ত মুহূৰ্ত্তত ৰামৰ ৰাজ্যাভিষেক সম্পন্ন হব লাগে। কুল পুৰোহিত বশিষ্ঠদেৱে সাৰথি সুমন্ত্ৰক পঠালে মহাৰাজক সত্বৰ কৰিবৰ সন্নিধান দি। সুমন্ত্ৰই আহি বেতিয়া সেই সংবাদ দশৰথ ৰজাক দিলে তেতিয়া ৰজাৰ মনত দুখ বাঢ়ি গ'ল। ৰজাই সুমন্ত্ৰক ক'লে তোমাৰ কথাই মোৰ মৰ্ম বেধিকেহে ভেদ কৰিছে।

বুদ্ধিমান সাৰথিয়ে সেইখিনি কথাত বুজি পালে যে ঘটনাৰ আৱৰ্ত্তন শুভ নহয়। ৰজা আৰু কৈকেয়ী যেনেদৰে বহি আছে সিও মঙ্গল সূচক নহয় বুলি বুজিছে। উভয়ে অতি দীনভাৱাপন্ন হৈ বহি আছে। তেতিয়া সুমন্ত্ৰই হাত যোৰ কৰি ওলাই যাবলৈ ইচ্ছা কৰিলে। তেতিয়া ৰজা দশৰথে একোকে কব নোৱাৰিলে। পৰিস্থিতি বৰ সংকোচপূৰ্ণ হোৱাত মন্ত্ৰণা কৌশলী কৈকেয়ীয়ে সুমন্ত্ৰক ক'লে— সুমন্ত্ৰ! ৰজা দশৰথ ৰাম ৰাজ্যাভিষেকত অতিশয় হৰ্ষান্বিতা হৈ সেই আনন্দৰ উত্তেজনাত ওৰে ৰাতি টোপনি যাব পৰা নাই। এতিয়া তেওঁ পৰিশ্ৰান্ত হৈ পৰিছে। তেওঁ এতিয়া কিছুসময় নিদ্ৰাসুখ ভোগ কৰিব। সম্প্ৰতি তুমি আন কথা একো নাভাবি ৰাজপুত্ৰ ৰামচন্দ্ৰক ইয়ালৈ লৈ আহা। সুমন্ত্ৰই ইতস্ততঃ কৰি উত্তৰ দিলে হে মাননীয়া দেৱি! ৰজাৰ আদেশ নাপালে মই কেনেকৈ যাওঁ। ৰজাই তেতিয়া সেই কথা শুনি ক'লে —সুমন্ত্ৰ! ৰামক এবাৰ মোৰ চাবৰ বৰ মন গৈছে— তুমি সোনকালে তেওঁক লৈ আহাগৈ।

সুমন্ত্ৰই গৈ ৰামক সেই খবৰ দিলে। শ্ৰীৰামচন্দ্ৰই সীতাৰ অনুমতি লৈ অন্তঃপুৰৰ পৰা ওলাই আহিল। দুৱাৰ মুখত হাতযোৰ কৰি লক্ষ্মণ উপস্থিত আছে। ৰামৰ গৃহৰ মধ্য খোটালিত বন্ধু বান্ধৱ সকলে সাক্ষাৎ কৰিবৰ বাবে অপেক্ষা কৰি আছে। দৰ্শন প্ৰাৰ্থী হৈ আৰু আন আন লোকৰো সমাগম হৈছিল। সকলোকে যথাযোগ্য সম্ভাষণ জনাই ৰামচন্দ্ৰ সুমন্ত্ৰই লৈ যোৱা ৰথত উঠিল আৰু লক্ষ্মণো বিচিত্ৰ ছত্ৰ এটি হাতত লৈ ৰথত উঠিল। পাছৰফালে বহি ৰামৰ মূৰৰ ওপৰত সেই ছত্ৰ ধৰিলে। ৰামক লৈ যোৱা ৰথ যেতিয়া ৰাজ পথেদি যায়, তেতিয়া সেই পথ জনাকীৰ্ণ হৈ পৰিছিল আৰু ফুলৰ মালাৰে সুশোভিত হৈ পৰিছিল।

সেই জনতাৰ মাজত কথোপকথন হৈছিল— যে আমি ইক্ষ্বাকুবংশৰ ৰজা সকলৰ তলত চিৰকাল সুখ শান্তি ভোগ কৰি আহিছোঁ। ৰামৰ পিতা-পিতামহ সকলোৱে আমাৰ সুখ শান্তিৰ বিধান কৰি আহিছে। সেই বংশৰে উপযুক্ত পুত্ৰ ৰামচন্দ্ৰ আমাৰ অতি প্ৰিয়। তেওঁ আজি বহু মূল্য অলঙ্কাৰেৰে সজ্জিত হৈ ৰাজ্যাভিষেক উৎসৱলৈ যাব ধৰিছে। আমি তেওঁক এই সময়ত দেখিবলৈ পাই বৰ আনন্দ পাইছোঁ— আমাৰ ভোক পিয়াহ সেই দৰ্শনৰ পৰাই নোহোৱা হৈছে। ৰামচন্দ্ৰৰ ৰাজ্যাভিষেকত কৈ আমাৰ প্ৰিয়তম কথা একোৱেই নাই। ই বৰ আনন্দৰ কথা হৈছে।

ৰাম ৰথেৰে আহি আহি কৈকেয়ী ভৱন পালেহি। ইয়াত তেওঁৰ পিতৃ ৰজা দশৰথ আছে। অন্দৰ মহললৈ সোমোৱা পথ ধনুৰ্ধাৰী সৈনিকৰ দ্বাৰা ৰক্ষিত হৈ আছিল। তাত সোমোৱাৰ আগতে সঙ্গী সকলক এৰি ৰামচন্দ্ৰ অকলে ৰজাক সাক্ষাৎ কৰিবলৈ গ'ল।

তাত গৈ দেখিলে পিতৃদেৱতা কৈকেয়ীৰ সহিত এক উৎকৃষ্ট আসনত বহি

আছে। ৰজাৰ মুখমণ্ডলত দীন ভাৱ আৰু সেই মুখমণ্ডল শুকান শুকান যেন দেখা গৈছে। ৰামচন্দ্ৰই পিতৃৰ চৰণ বন্দনা কৰি কৈকেয়ী দেৱীৰ চৰণ বন্দনা কৰিলে।

তেতিয়া দীনভাৱাপন্ন ৰজাই কেৱল 'ৰাম' এইমাত্ৰ এটা শব্দহে উচ্চাৰণ কৰিলে আৰু একো কথা মাতিব নোৱাৰিলে। ৰজা দশৰথ অতিশয় শোকসন্তপ্ত হৈছে। মিছা কথা ক'লে ঋষিজনো যেনেকৈ হতপ্ৰভ হয়, ৰাহুগ্ৰস্ত হ'লে সূৰ্য্য যেনেকৈ প্ৰভাহীন হয়, অক্ষুব্ধ সাগৰ ঊৰ্মি সমূহৰ দ্বাৰা ক্ষুব্ধ হ'লে যেনেদৰে অশান্ত হয়, মহাৰাজ দশৰথে তেনেহেন অৱস্থাত পৰি দীৰ্ঘ নিশ্বাস পেলাব ধৰিলে। অকস্মাতে ভৰিৰে সাপ স্পৰ্শ কৰিলে মানুহে যেনেকৈ চক খাই উঠে, ৰজাৰ মুখমণ্ডলত সেই ভয়াবহ ৰূপ দেখা পাই ৰামচন্দ্ৰই অত্যন্ত ভয় পালে। পিতৃৰ মনত কিইবা শোক হৈছে, কিইবা তেওঁৰ দুশ্চিন্তা তাক ভাবি একো স্থিৰ কৰিব নোৱাৰিলে।

ৰামচন্দ্ৰই ভাবিব ধৰিলে— আজি পিতাই মোক সাদৰ সম্ভাষণ কৰা নাই কিয়? আগে তেওঁৰ যদি অন্য কোনো কাৰণতো খং উঠি থাকে, মোক দেখিলেই প্ৰসন্ন হয়। আজি তেওঁৰ মনৰ খেদ কি?(১) এইদৰে ভাবি ৰাম অতিশয় দীনভাৱাপন্ন হৈ পৰিল। শোকে তেওঁক আতুৰ কৰি পেলালে আৰু তেওঁৰ চন্দ্ৰমুখ বিষন্ন হ'ল।

ৰামচন্দ্ৰই তেতিয়া পুনঃ কৈকেয়ী দেৱীৰ চৰণ বন্দনা কৰি তেওঁক সুধিলে — মাতৃ! মই জানি শুনিতো পিতৃৰ চৰণত একো দোষ কৰা নাই।

মই জানোঁ একো দোষ নায়া কৰোঁ
কায়ে বা বাক্যে বা মনে।
তথাপিতো মাথা তুলি ন চাৱন্ত
মোক বিষাদিত মনে।।

মোক অনুগ্ৰহ কৰি কওক মোৰ ওপৰত তেওঁ কিয় খং কৰিছে? তেওঁ অতিশয় অপ্ৰসন্ন হৈ আছে। বিষণ্ণবদন হৈ আছে। মোক কোনো সম্ভাষা কৰা নাই। ইয়াৰ কাৰণ কি? তেওঁৰ শৰীৰ অসুস্থ হৈছে নেকি? তেওঁৰ মনত কিবা দুঃখ উপস্থিত হৈছে নেকি? মোৰ মাতৃসকলৰ নাইবা প্ৰিয় কুমাৰ ভৰত বা মহাজ্ঞানী শত্ৰুঘ্নৰ কিবা অমঙ্গল হৈছে নেকি? নাইবা অন্য কিবা কাৰণত যদি পিতা মোৰ ওপৰত ক্ৰুদ্ধ হৈছে, তেন্তে মোৰ জীৱন ধাৰণৰ কোনো আৱশ্যক নাই। পিতা প্ৰত্যক্ষ দেৱতা— পিতাৰ প্ৰতি কোনো ব্যক্তিয়ে সদ্ব্যৱহাৰ নকৰাকৈ নাথাকে। নাইবা আপুনি কিবা অভিমান কৰি পিতাক কিবা কটু কথা কৈছে নেকি? সেইবাবে

(১) অন্যদা মাং পিতা দৃষ্ট্বা কুপিতোঽপি প্ৰসীদতি।
তস্য মামদ্য সংপ্ৰেক্ষ্য কিমায়াসঃ প্ৰবৰ্ত্ততে।। ১-অযোধ্যা ১[illegible]

তেওঁ ইমান অবসন্ন আৰু বিষণ্ণ হৈ আছে? পিতাৰ এই বিষণ্ণতাৰ কাৰণ কি মোক দয়া কৰি কওক।

ৰামচন্দ্ৰ পিতৃৰ বিষাদত কিমান অধীৰ হৈছে, কিমান মৰ্ম্মান্তিক বেদনা পাইছে। কিমান উদ্বিগ্ন হৈ পৰিছে।

কৈকেয়ী দেৱীয়ে লাজ লজ্জা পাহৰি গৈছে। ৰামৰ এই ৰূপ প্ৰশ্নৰ উত্তৰ স্পষ্ট ভাষাৰে দিলে — ৰাম! ৰজাৰ কোনো বিপদ হোৱা নাই আৰু তোমাৰ ওপৰত ক্ৰুদ্ধও হোৱা নাই কিন্তু তেওঁৰ মনত এটা অভিপ্ৰায় আছে। তেওঁ ভয়তে সেই কথা তোমাৰ আগত কব পৰা নাই। তুমি তেওঁৰ অত্যন্ত প্ৰিয়, সেইবাবে অপ্ৰিয় বাক্য তোমাক ক'ব পৰা নাই। পূৰ্ব্বে তেওঁ প্ৰতিজ্ঞাবদ্ধ হৈ আছিল — মোক দুটা বৰ দিবলৈ। সেই বৰ দুটা দিবৰ সময়ত তেওঁ অনুতাপ কৰিব ধৰিছে— যিও তেনে নিষ্ফল। সত্যই ধৰ্ম্মৰ মূল। সেই সত্য ধৰ্ম্ম ৰজাই ত্যাগ কৰা উচিত নহয়। তোমাৰ কাৰণে আজি ৰজা মোৰ ওপৰত ক্ৰুদ্ধ হৈছে। ৰজাই যাতে সত্যধৰ্ম্ম পৰিত্যাগ নকৰে সেইটো তুমি চোৱা উচিত। ৰজাই তোমাক যি কবলগীয়া আছে, সেইকথা অনুসাৰে যদি তুমি কাৰ্য্য কৰিবলৈ সম্মত হোৱা তেতিয়া মই তোমাৰ ওচৰত সেই কথা ব্যক্ত কৰিম। সেই কথাত তোমাৰ শুভই হওঁক বা অশুভই হওক তুমি যদি পালন কৰিবলৈ সম্মত হোৱা তেন্তে ময়ে সেই কথা তোমাক কম; কাৰণ ৰজাই সেই কথা তোমাক কেতিয়াও কব নোৱাৰিব।

পিতৃৰ অস্বাভাৱিক ব্যৱহাৰত এনেয়ে ৰামচন্দ্ৰই মনত বৰ দুখ অনুভৱ কৰিছে; নিতান্ত উদ্বিগ্ন হৈ পৰিছে। পিতৃৰ বিষণ্ণ বদন দেখি বহুপ্ৰকাৰ অমঙ্গলৰ আশঙ্কা কৰিছে। তাৰ উপৰি মাতৃ কৈকেয়ীৰ এনে ধৰণৰ কথা শুনি আৰু বেছিকৈ ব্যথিত হৈ পৰিল। কৈকেয়ীৰ কথাত এটি সন্দেহ, এটি আশঙ্কাৰ ইঙ্গিত আছে যে ৰামচন্দ্ৰই হয়তো আচল কথাটো জানিব পাৰিলে সেই কথা মতে কাৰ্য্য নকৰিব। এই ধৰণৰ আশঙ্কাই ৰামচন্দ্ৰৰ মনত বেছি ব্যথা দিলে। নিজৰ ওপৰত ধিক্কাৰ আহিছে। ৰামচন্দ্ৰই কৈছে হে মাতৃ। মোৰ পিতৃ ভক্তিৰ উপৰত ই কি নিদাৰুণ আঘাত। মোৰ কাৰণে ই কিমান লজ্জাৰ বিষয়। আপুনি মোক তেনেদৰে নকব। ৰজা দশৰথ মোৰ পিতৃ, মোৰ গুৰু আৰু মোৰ ৰজা। মই তেওঁৰ আদেশত জুইত জাপ দি পৰিব পাৰোঁ। হলাহল বিষ ভক্ষণ কৰিব পাৰোঁ আৰু সমুদ্ৰতো নিমগ্ন হব পাৰোঁ। হে দেবি! আপুনি স্পষ্টকৈ কওক আপোনাৰ কি ক'ব লগা আছে। ৰজাৰ অভিপ্ৰায় কি? মই প্ৰতিজ্ঞা কৰি কৈছোঁ মই নিশ্চয় সেই মতে কাৰ্য্য কৰিম। আপুনি নিশ্চয়কৈ জানিব যে ৰামে দুই ৰকম কথা নকয়। (ৰামো দ্বিৰ্নাভাষতে)

নীচ প্ৰকৃতিসম্পন্না কৈকেয়ীয়ে সৰল আৰু সত্যবাদী ৰামচন্দ্ৰৰ এই কথা শুনি অতি দাৰুণ আৰু নিষ্ঠুৰ ভাবে কবলৈ ধৰিলে— পূৰ্ব্বে দেবাসুৰ যুদ্ধত ৰজা দশৰথৰ শৰীৰত এপাত শেল সোমাই গৈছিল। সেই শেল মই নিজ হাতেৰে টানি

উলিয়াই তেওঁক শুশ্ৰূষা কৰি তেওঁৰ প্ৰাণ ৰক্ষা কৰিছিলোঁ। তাৰবাবে তেওঁ সন্তুষ্ট হৈ দুটা বৰ দিব খুজিছিল। এতিয়া মই সেই বৰ দুটা খুজিছো এই বুলি যে প্ৰথম বৰটো হ'ব আজিয়েই ৰজাই স্বীকাৰ কৰিব লাগে ভৰতৰ ৰাজ্যাভিষেক আৰু তোমাৰ দণ্ডকাৰণ্যলৈ গমন। যদি "সত্য প্ৰতিজ্ঞং ত্বং পিতৰং কৰ্ত্তুমিচ্ছসি" - যদি তুমি তোমাৰ পিতাৰাক আৰু তোমাৰ নিজক (আত্মানং চ নৰ শ্ৰেষ্ঠ মম বাক্যমিদংশৃনু) সত্যপ্ৰতিজ্ঞাৰ প্ৰমাণ কৰিব খোজা তেন্তে মোৰ কথা শুনা। হে নৰ শ্ৰেষ্ঠ ৰাম - তুমি চৈধ্য বছৰ জটা বল্কল ধাৰণ কৰি বনবাসত থাকিব লাগিব।(১) এই ৰাজ্যাভিষেক ত্যাগ কৰিব লাগিব আৰু ভৰত তোমাৰ ঠাইত ৰাজ্যত অভিষিক্ত হ'ব লাগিব। তোমাৰ অভিষেকৰ কাৰণে যি আয়োজন কৰা হৈছে, যিবোৰ দ্ৰব্য সংগ্ৰহ কৰা হৈছে সেই আয়োজন আৰু দ্ৰব্যৰ দ্বাৰা ভৰতৰ অভিষেক কাৰ্য্য সম্পন্ন হ'ব। মই যে ৰজাৰ ওচৰত এই দুটা বৰৰ কাৰণে প্ৰাৰ্থী হৈছো সেইবাবে ৰজা কৰুণাত আপ্লুত হৈ ক্লেশ বদন হৈ পৰিছে আৰু তোমাৰ ফালে মুখ তুলি চাব পৰা নাই। তুমি এই সত্য পালন কৰি ৰজাক উদ্ধাৰ কৰা। কৈকেয়ীয়ে যদিও অতি নিষ্ঠুৰভাবে এই কথা কৈছিল ৰামচন্দ্ৰ কিন্তু তাত অলপো দুঃখিত নহ'ল। মহানুভাব ৰজা কিন্তু দুঃখিত হ'ল। ৰজাৰ মন যথেষ্ট সবল আছিল; কিন্তু প্ৰিয় পুত্ৰৰ আসন্ন বিৰহ বেদনাত গভীৰ শোকগ্ৰস্ত হৈ পৰিল। মানসিক ভাবে বৰ দুৰ্বল হৈ গ'ল।

আমি ইয়াত তিনিটা মনুষ্য চৰিত্ৰৰ ক্ৰমবিকাশ দেখিবলৈ পাওঁ। সুকোমলা উদাৰ হৃদয়া কৈকেয়ীৰ চৰিত্ৰত প্ৰায় পূৰ্ণ অধঃপতনৰ বিকাশ পৰিলক্ষিত হয় - নিজ পুত্ৰৰ ৰাজ্য লাভৰ চৰম দুৰাকাঙ্ক্ষা আৰু সতিনী বিদ্বেষৰ তীব্ৰ জ্বালাৰ পৰিণতি স্বৰূপে। মহানুভৱ ৰজা দশৰথৰ চৰিত্ৰত দেখিবলৈ পাওঁ তেওঁৰ সুকোমল হৃদয়ত থকা পুত্ৰস্নেহৰ বিচিত্ৰ বিকাশ আৰু ধৰ্ম্ম ভীৰুতাৰ দৌৰ্ব্বল্য আৰু আত্মসন্মান ৰক্ষাৰ ব্যৰ্থ প্ৰয়াস। ৰজা দশৰথে আকুলি বিকুলি হৈ ক্ৰমাগতভাৱে খং অভিমান অনুতাপ মনস্তাপৰ মাধ্যমত ঘনে ঘনে মূৰ্চ্ছাগত হৈও কৈকেয়ীক এই দাৰুণ বৰ প্ৰাৰ্থনাৰ পৰা বিৰত কৰিবলৈ কি দুৰ্ঘোৰ প্ৰচেষ্টা চলালে - যি কোনো দুৰ্ব্বলমনা লোকৰ পক্ষে ই সম্ভৱ নহয়। পাছত যেতিয়া সেই প্ৰচেষ্টাত সফল হ'ব নোৱাৰিলে আৰু এই দুৰ্ব্বাৰ দাম্পত্য কলহ আৰু প্ৰহসনৰ মাজত সুমন্ত্ৰই উপস্থিত হৈ অভিষেকৰ আয়োজন আৰু নিমন্ত্ৰিত ৰজা প্ৰজা গন্য-মান্য লোক সকলৰ উপস্থিতিৰ সংবাদ পৰিবেশন কৰিলে তেতিয়া ৰজাই দুঃখিত মনে হলেও কি গম্ভীৰ মূৰ্ত্তি ধাৰণ কৰিলে। কৈকেয়ীয়ে সেই সংকোচময় পৰিস্থিতিৰ ওপৰত এটা

(১) অহো ধিক্ নাৰ্হসে দেবি বক্তুং মামীদৃসং বচঃ।
অহং হি বচনাদ্ ৰাজ্ঞ পতেয়মপি পাৱকে।। ২৮
ভক্ষয়েয়ং বিষং তীক্ষ্ণংপতয়েমপি চাৰ্ণবে।
নিযুক্তো গুৰুণা পিতা নৃপেন চ হিতেন চ ।। ২৯ অযোধ্যা -১৮ অধ্যায়

আৱৰণ দিবলৈ যত্ন কৰি ৰামৰ ৰাজ্যাভিষেকৰ আনন্দত ৰজাৰ নিদ্ৰাহানিৰ যি ছল উদ্ভাৱন কৰিলে সেই ছলে যদিও সুমন্ত্ৰৰ মনত যেন একো বিশেষ পৰিস্থিতিৰ উদ্ভৱ হোৱা নাই এনে বিশ্বাস অনাব নোৱাৰিলে তথাপি যি হেতুকে ৰজাৰ পৰা বৰদানৰ সন্মতি তেতিয়াও পোৱা নাই সেই হেতুকে সেই পৰিস্থিতিৰ সম্ভাব্য আৰু উপযুক্ত আৱৰণ এটি দিয়াৰ কৌশল উদ্ভাৱনে কৈকেয়ীৰ বিচিত্ৰ বুদ্ধিৰ পৰিচয় দিছে।

ৰজা দশৰথে পৰিস্থিতি বুজি স্থৈৰ্য্য নেহেৰুৱাই ৰাম চন্দ্ৰক চাবৰ মন কৰি ৰামচন্দ্ৰক মাতি অনাৰ যি আদেশ কৈকেয়ীয়ে সুমন্ত্ৰক দিছিল সেই আদেশ সমৰ্থন কৰি ৰাজ-আজ্ঞাৰ ৰূপ দান কৰিলে। ৰজা দশৰথৰ ভাষণ আছিল অতি সংক্ষিপ্ত কিন্তু সেই ভাষণ আছিল বৰ অৰ্থপূৰ্ণ।

ৰজাৰ এই স্থৈৰ্য্যৰ পৰিচয় ইতিপূৰ্ব্বেও পোৱা গৈছে। আকুলি বিকুলি বিলাপ বিননিৰ মাজতো, ঘনে ঘনে মূৰ্চ্ছা যোৱাৰ পাছতো, ক্ৰোধ, অভিমানৰ সহিত কৈকেয়ীক তিৰস্কাৰ ভৰ্ৎসনা কৰাৰ মাজতো দশৰথ চৰিত্ৰৰ স্থৈৰ্য্য, দৃঢ়তা আৰু অন্যায় বৰ প্ৰাৰ্থনাৰ প্ৰতিৰোধ চেষ্টাৰ যথেষ্ট পৰিচয় পোৱা গৈছে। পৰিচয় পোৱা গৈছে সত্যভ্ৰষ্ট নহবলৈ উৎকট প্ৰযত্নৰ। ৰামচন্দ্ৰৰ প্ৰতি, স্নেহময় পুত্ৰৰ প্ৰতি অন্যায় আদেশ দিয়াৰ পৰা বিৰত থকাত সমৰ্থ হৈছিল— সেই আদেশ নিজ মুখে শেষলৈকে দিয়া নাই। সকলো চেষ্টা ব্যৰ্থ হোৱাত যেন দশৰথে কালৰ গতিত আৰু নিয়তিৰ হাতত সম্পূৰ্ণভাৱে আত্মসমৰ্পন কৰিলে। কৈকেয়ীয়ে ৰামচন্দ্ৰৰ আগত দশৰথৰ প্ৰতিজ্ঞাবদ্ধতাৰ যি সংবাদ পৰিবেশন কৰিলে, কৈকেয়ীয়ে বৰ প্ৰাৰ্থনাৰ যি চৰ্ত্ত প্ৰকাশ কৰিলে— তাক প্ৰতিবাদ কৰিবৰ পথ নাছিল। ৰজা দশৰথ নীৰৱ দৰ্শক বা শ্ৰোতা হে মাথোন হৈ আছিল।

দশৰথ ৰজাৰ দৰে সঙ্কটপূৰ্ণ অৱস্থাত পৰা চৰিত্ৰ বিৰল। তাৰ কাৰণ সত্যপ্ৰতিজ্ঞ ব্যক্তিৰ সত্য ৰক্ষণৰ ক্ষেত্ৰত দুৰ্দ্দমনীয় মনোভাব আৰু বাহ্যিক পৰিবেশৰ লগত বিপৰীত সংঘাত। ক্ষেত্ৰ বিশেষে সত্যও সত্য নহয়। ধৰ্ম্মও ধৰ্ম নহয়। অসত্য হে সত্য, অধৰ্ম হে ধৰ্ম্ম। এই মনোভাব দশৰথৰ নাই। সেইবাবে এই দ্বন্দ্বৰ মীমাংসাৰ পথ নাই।

এই পৰিস্থিতিত ৰামচন্দ্ৰৰ চৰিত্ৰৰ বিকাশো প্ৰায় পূৰ্ণ পৰ্য্যায়লৈ উঠি আহিছে। ইয়াৰ পাছত প্ৰস্ফুটিত চৰিত্ৰ-পুষ্পৰ সুগন্ধিহে পাম। ৰামচন্দ্ৰ নিজৰ চৰিত্ৰ-বলত সৰ্বজনপ্ৰিয় হৈ উঠিছে। পিতৃভক্তিৰ বলত পিতৃৰ মনতে অতি প্ৰিয় পুত্ৰ ৰূপে পৰিগণিত হৈছে। ৰামচন্দ্ৰক এক মুহূৰ্ত্ত কালো দেখা নাপালে ৰজা বাচি

(১) সপ্ত সপ্ত চ বৰ্ষাণি দণ্ডকাৰণ্যমাশ্ৰিতঃ।
অভিষেকমিমং ত্যক্ত্বা জটাচীৰ ধৰো ভৱ।। ৩৭ অযোধ্যা ১৮ অধ্যায়।

থাকিব নোৱাৰে। ৰজা দশৰথৰ পুত্ৰস্নেহ যেনে অতুলনীয়, ৰামচন্দ্ৰৰ পিতৃভক্তিও তেনে অসীম। এই অসীমতাৰ অতুলনীয়তাৰ বিকাশ অতি সৌন্দৰ্য্যময়।

কৈকেয়ীৰ বৰ প্ৰাৰ্থনাৰ মৰ্ম হৈছে ৰামচন্দ্ৰৰ চৈধ্য বছৰলৈ জটা বল্কল পৰিধান কৰি বনবাস আৰু নিজৰ ন্যাযতঃ প্ৰাপ্য ৰাজ্য পৰিত্যাগ। যিকোনো মানুহৰ পক্ষে ই কিমান দুঃখদায়ক আৰু কেনে বেদনাদায়ক। এই সংবাদ শুনিবলৈ অপ্ৰীতিকৰ আৰু মৃত্যুৰ নিচিনা ভয়ঙ্কৰ। কিন্তু ৰামচন্দ্ৰক সেই দুঃখ বেদনাই তিল মাত্ৰও স্পৰ্শ কৰিব নোৱাৰিলে। "ইতীব তস্যাং পুৰুষং বদন্যাং ন চৈব ৰামঃ প্ৰবিবেশ শোকম।" কৈকেয়ীৰ এই নিদাৰুণ নিষ্ঠুৰ বাক্যই ৰামৰ প্ৰাণত অকনো শোকৰ উদ্ৰেক কৰিব নোৱাৰিলে। বৰঞ্চ — হাস্য কৰি বোলন্ত যাইবোঁহো বনবাস।

এই অপ্ৰিয় আৰু মৃত্যুতুল্য যাতনাদায়ক বাক্য কৈকেয়ীৰ মুখৰ পৰা শুনি ৰাম অকণো ব্যথিত নহ'ল। ৰামে তুৰন্তে উত্তৰ দিলে— হে মাতৃ! সেয়ে হওঁক। পিতৃৰ প্ৰতিজ্ঞা পালনৰ বাবে জটাধাৰী আৰু বল্কল পৰিধায়ী হৈ মই অযোধ্যা ত্যাগ কৰি বনত আশ্ৰয় লমগৈ। কিন্তু পুত্ৰ বৎসল পিতাই মোক কিয় সম্ভাষণ কৰা নাই সেইটো জানিবলৈ হে মোৰ পৰম অভিলাষ হৈছে। হে দেবি! মই আপোনাক এই কথা সোধা বাবে যেন আপুনি মোৰ অন্য কোনো ভাৱৰ আশঙ্কা কৰি মোৰ ওপৰত খং নকৰে। মই আপোনাৰ ওচৰত ইয়াকেই কৈছো যে মই নিশ্চয়ই জটাধাৰী আৰু বল্কল পৰিধায়ী হৈ বনলৈ যাম— আপুনি মোক বিশ্বাস কৰক। ৰজা দশৰথ মোৰ পিতা, গুৰু আৰু পৰম হিতকাৰী। গতিকে যি কোনো লোকে উপকাৰ কৰিছে তাৰ প্ৰত্যুপকাৰ কৰাৰ বাবে এনে কোনো কাৰ্য্য নাই যি কাৰ্য্য মই নিঃসঙ্কচিত্তে আৰু আনন্দে মনে কৰিব নোৱাৰোঁ। এনে ক্ষেত্ৰত যে ৰজা দশৰথে স্বয়ং মোক ভৰতৰ অভিষেকৰ কথা কোৱা নাই এই অলীক মনোদুঃখে মোৰ অন্তৰ দগ্ধ কৰিব ধৰিছে। ভৰত মোৰ কনিষ্ঠ ভাই। মই নিজেই হৰ্ষ সহকাৰে তাক ৰাজ্যও এৰি দিব পাৰোঁ আৰু মোৰ যি ধন সম্পত্তি আছে তাকো দিব পাৰোঁ। আনকি সীতা আৰু মোৰ অতি প্ৰিয় প্ৰাণ পৰ্য্যন্ত দিব পাৰোঁ। আপোনাক সন্তুষ্ট কৰিবলৈ আৰু পিতৃৰ প্ৰতিজ্ঞা ৰক্ষাৰ বাবে মই যে ভৰতক ৰাজ্য এৰি দিব পাৰোঁ তাত কিয় সন্দেহ কৰিব লগে? পিতৃ দশৰথ আশ্বস্ত হওঁক। তেওঁ কিয় অধোমুখ হৈ চকুৰ পানী পেলাব লাগে? বৰঞ্চ এতিয়াই আদেশ কৰক— অতি সত্বৰ কৰি ঘোঁৰাত উঠি দূত গৈ ভৰতক মাতুলালয়ৰ পৰা লৈ আহক গৈ। ময়ো আৰু পিতাৰ আদেশলৈ বাট নাচাই দণ্ডকাৰণ্যলৈ যোৱাৰ ব্যৱস্থা কৰোঁ।

কৈকেয়ী ৰামৰ কথাত বৰ খুচি হ'ল। ৰাম যে বনবাসী হ'ব সেই বিষয়ে কৈকেয়ীৰ কোনো সন্দেহ নাথাকিল। সেইবাবে তেওঁ ৰামচন্দ্ৰক ক'লে — তুমি ঠিকেই কৈছা। ভৰতক আনিবলৈ শীঘ্ৰগামী ঘোঁৰা লৈ দূত যাব আৰু তুমিও যেতিয়া যাবলৈ উৎসুক হৈছা তোমাৰো গমন কৰা উচিত নহয়।

ৰজা দশৰথে বৰ লাজ পাইছে আৰু সেইবাবে তোমাক একো কব পৰা নাই। সেইটো বিশেষ একো কথা নহয়। তাৰ বাবে তুমি কোনো দুঃখ নকৰিবা। তুমি বনলৈ যাত্ৰা কৰাৰ পাছত হে তোমাৰ পিতৃয়ে স্নান ভোজন কৰিব। সেই বাবে তুমি পলম কৰা উচিত নহয়।

ৰজা দশৰথে কৈকেয়ীৰ এই কথা শুনি শোকাৰ্ত্ত হৈ উঃ কি কষ্ট! এই বুলি কৈ পালঙ্কৰ ওপৰতে মূৰ্চ্ছা গ'ল। কিন্তু কৈকেয়ীৰ সেই কথাই ৰামৰ মনত কোনো আঘাত দিব নোৱাৰিলে, তেওঁ তাত মুঠেও ব্যথা অনুভৱ নকৰিলে। বৰঞ্চ ঘোৰাক কশাঘাত কৰিলে ঘোৰা যেনেকৈ যাবলৈ ত্বৰান্বিত হয়, সেইদৰে কৈকেয়ীৰ সেই নিদাৰুণ কথা শুনি তেৰোঁ বনলৈ যাবলৈ ত্বৰান্বিত হ'ল। কৈকেয়ীক উদ্দেশ্য কৰি ৰামচন্দ্ৰই ক'লে — হে দেবি! মই স্বাৰ্থপৰায়ণ মনোভাৱ লৈ ক্ষণমাত্ৰও এই পৃথিৱীত বাস কৰিবলৈ ইচ্ছা নকৰোঁ। ঋষি সকলৰ নিচিনাকৈয়ে মই ধৰ্ম্মত মতি ৰাখিব খোজোঁ। পিতৃসেৱা আৰু পিতৃবাক্য পালন কৰাতকৈ মহত্তৰ ধৰ্ম্ম একো নাই। পিতৃদেৱৰ যি কোনো প্ৰিয়কাৰ্য্য সাধন কৰিবলৈ মই যদি মোৰ প্ৰাণ বিসৰ্জ্জন দিব লগা হয় মই প্ৰাণ বিসৰ্জন দিম। হে মাতৃ! আপুনিয়েই মোৰ প্ৰভু। আপুনি মোক গুণহীন ব্যক্তি বুলি কিয় ভাবিছে? আপুনি স্বয়ং এই আদেশ নিদি পিতাক আদেশ কৰিবলৈ কিয় কৈছে।[১] আজিয়েই মই মোৰ মাতৃৰ অনুমতি লৈ মোৰ পত্নী সীতা দেৱীক অনুনয় বিনয়ৰ দ্বাৰা সন্মত কৰাই মহাৰণ্যলৈ গমন কৰিম। এতিয়া ইয়াৰ পাছত ভৰতে যাতে ৰাজ্য পালন আৰু পিতৃদেৱক সেৱা শুশ্ৰূষা কৰিব পাৰে সেই পথ মুকলি কৰি দিয়াটোহে মোৰ কৰ্ত্তব্য।

ৰজা দশৰথ ৰামৰ এই কথা শুনি অত্যন্ত দুঃখিত হ'ল। ইমান দুঃখিত হ'ল যে অন্তৰৰ পৰা উঠি অহা দুঃখৰ অনুভূতি ৰোধ কৰিব নোৱাৰি চিঞৰি চিঞৰি কান্দি উঠিল। সেই সময়ত ৰামচন্দ্ৰই পিতৃদেৱৰ আৰু কৈকেয়ী দেৱীৰ চৰণ বন্দনা কৰি তাৰ পৰা ওলাই গুচি গ'ল। যাবৰ সময়ত দুয়োকো প্ৰদক্ষিণ কৰি কৈকেয়ী ভৱনৰ অন্তঃপুৰ ত্যাগ কৰিলে আৰু বাহিৰত ৰৈ থকা বন্ধুবান্ধৱ সকলক দৰ্শন দিলে। সুমিত্ৰা নন্দন লক্ষ্মণ এই কথাত বৰ ক্ৰোধান্বিত হ'ল। "ৰাম নাথাকিলে মোৰ জীৱন ধাৰণৰ কোনো অভিলাষ নাই"। এই কথা চিন্তা কৰি তেৰোঁ ৰামৰ লগত বনলৈ যাবলৈ দৃঢ়-সঙ্কল্প হ'ল। ৰামৰ ৰাজ্যভিষেকৰ কাৰণে যিবোৰ দ্ৰব্য সংগ্ৰহ কৰা হৈছিল সেইবোৰৰ ফালে কোনো দৃষ্টি নিদিলে ৰামচন্দ্ৰই। কিন্তু অভিষেকৰ বাবে অনা মঙ্গল ঘটটো প্ৰদক্ষিণ কৰি লাহে লাহে আগবাঢ়ি যাবলৈ ধৰিলে। ৰামচন্দ্ৰৰ কিন্তু সেই ৰাজ্যনাশে ৰামচন্দ্ৰৰ ব্যক্তিত্বপূৰ্ণ মহতী শ্ৰীৰ কোনো হ্ৰাস ঘটাব নোৱাৰিলে— যেনেকৈ চন্দ্ৰ কলাৰ যি ক্ষয় হয় সেই ক্ষয়ে চন্দ্ৰৰ শোভাৰ হ্ৰাস ঘটাব নোৱাৰে। ৰামচন্দ্ৰ বনলৈ যাবলৈ ওলাইছে সেইবাবে তেওঁৰ প্ৰিয় বা অপ্ৰিয় কোনো বস্তুৱেই তেওঁৰ চিত্ত বৈকল্য ঘটাব নোৱাৰিলে— যেনেকৈ যোগী

সকলৰ মনত প্ৰিয় বা অপ্ৰিয় বুলি কোনো মানসিক বৈকল্য নাথাকে। তেওঁ নিৰ্বিকাৰ চিত্ত হৈ যাবলৈ ওলাইছে।

## কৌশল্যা দেৱীৰ ওচৰত ৰাম ঃ

মোহোৰ হৃদয় বজ্ৰ লোহায়ে গঢ়িল।
তোৰ বনবাস শুনি প্ৰাণ নছাড়িল।।

কৈকেয়ী দেৱীৰ ভৱনৰ কৰা ৰাম ওলাই আহিব ধৰিছে। ৰজা দশৰথৰ আৰু সাত শ মহিষী আছিল। তেওঁলোক ৰাজ ভৱনৰ ভিন্ন ভিন্ন গৃহত থাকিছিল। শ্ৰীৰামচন্দ্ৰৰ পৰা এই মহিষী বিলাকে সকলোৱে মাতৃবৎ মান সন্মান সেৱা যত্ন পাইছিল। কৈকেয়ীৰ আদেশ আৰু ৰামৰ বন গমনৰ দৃঢ় সংকল্পৰ কথা ইতিমধ্যে জনাজাত হৈ গৈছে। কেৱল কৌশল্যা দেৱীৰ ওচৰত এই সংবাদ এতিয়াও গৈ পোৱাগৈ নাই। এই মাতৃ সকলে যেতিয়া ৰামৰ বনবাসৰ খবৰ পালে তেতিয়া তেওঁলোক অত্যন্ত দুঃখিত হৈ পৰিল আৰু সকলোৱে ক্ৰন্দন কৰিব ধৰিলে। সিও এক অতিশয় শোকাবহ দৃশ্য। তেওঁলোকৰ বিননিত ৰামৰ গুণ-গৰিমাৰ বৰ্ণনা প্ৰকাশ পাব ধৰিলে। ৰামচন্দ্ৰই কৌশল্যা দেৱীক যেনে ব্যৱহাৰ কৰিছিল এই মাতৃ সকলকো ঠিক তেনে ব্যৱহাৰ কৰিছিল। মাতৃ সেৱাৰ বাবে পিতৃৰ আদেশৰ কোনো আবশ্যক নাই। ই শাস্ত্ৰীয় কথা। সেইবাবে তেওঁ মাতৃ সেৱাৰ ক্ষেত্ৰত পিতৃৰ পৰা কোনো আদৰ্শলৈ বাট চাই নাথাকিছিল। ইয়াকে সুঁৱৰি মাতৃসকলে কান্দিবলৈ ধৰিলে। তেওঁলোকে বিলাপ কৰিবলৈ ধৰিলে যে ৰাম এনে এজন সৰ্ব্বগুণী পুৰুষ যে কোনো লোকে যদি ক্ৰুদ্ধ হৈও তেওঁক অভিশাপ দিয়ে, তেওঁ সেই বুলি কেতিয়াওঁ খং নকৰিছিল। খং উঠা কোনো কথা কৈ কোনো প্ৰত্যুত্তৰ নিদিছিল আৰু শান্ত ব্যৱহাৰেৰে সকলোকে প্ৰসন্ন কৰিছিল। এনেহেন পুত্ৰক বনবাস দিয়া বাবে সকলোবিলাক স্ত্ৰীয়ে পতি নিন্দা কৰিব ধৰিলে। তেওঁলোক ইমান শোকগ্ৰস্তা হৈছিল যে পতিনিন্দা কৰিবলৈ তেওঁলোকৰ অলপো কুণ্ঠাবোধ হোৱা নাছিল। তেওঁলোকে দামুৰী হেৰোৱা গাভীৰ দৰে ক্ৰন্দন কৰিব ধৰিলে।

সেই ক্ৰন্দন শুনি ৰজা দশৰথ আৰু বেছি শোক কাতৰ হৈ নিজৰ আসনত ঢলি পৰিল। শ্ৰীৰামচন্দ্ৰও তেওঁলোকে হুৰাওৱাৰে কান্দিব ধৰা দেখি কম দুঃখিত বা ক্ষুণ্ণ হোৱা নাছিল। কিন্তু জিতেন্দ্ৰিয় ৰামচন্দ্ৰই সংযত ভাৱে দীৰ্ঘ নিশ্বাস এৰি এৰি ভাই লক্ষ্মণৰ সহিত কৌশল্যা মাতৃৰ অন্তঃপুৰলৈ যাব ধৰিলে। তাত গৈ

(১) মনু সংহিতাত আছে— মাতৃ পিতৃতকৈ দহগুণে মাননীয়া— পিতৃর্দশগুনা মাতা গৌৰৱেণা তিৰিচ্যতে।

ৰামচন্দ্ৰই সম্ভৱতঃ এই শাস্ত্ৰীয় নীতিৰ নজীৰত এই কথা [illegible]ছে।

দেখিলে যে কৌশল্যা মাতৃৰ কাণত তেতিয়াও এই দুঃসংবাদ পৰা গৈ নাই। তেওঁ স্নান কৰি পাটৰ কাপোৰ পিন্ধি লৈ নিজে বিষ্ণু পূজা কৰি ঋত্বিকৰ দ্বাৰা অগ্নিত আহুতি দিয়াব ধৰিছে। ঐকান্তিক ভাবে তেওঁ তাতেই নিমগ্ন হৈ আছে। ৰামচন্দ্ৰ অহাত তেওঁ বৰ আনন্দ পালে আৰু ঘোটকী যেনেকৈ নিজৰ নিজৰ বৎসক দেখিলে ঢাপলি মেলি যায়, সেইদৰে ৰামৰ ফালে আগবাঢ়ি গ'ল। ৰামে মাতৃদেৱীৰ চৰণ বন্দনা কৰিলে। কৌশল্যা দেৱীয়ে পুত্ৰ ৰামচন্দ্ৰক আনন্দৰ আতিশয্যেৰে কবলৈ ধৰিলে— তোমাৰ পিতা দশৰথ অতি ধৰ্ম্মাত্মা আৰু সত্য প্ৰতিজ্ঞ— আজিয়েই তেওঁ তোমাক ৰাজ্যত অভিষিক্ত কৰিব।

কৌশল্যা দেৱীয়ে এইদৰে কৈ ৰামক ভোজনৰ বাবে অনুৰোধ জনালে আৰু বহিবৰ বাবে আসন পাৰি দিলে। অতি বিনয়ী ৰামচন্দ্ৰই সেই আসনত নবহি মাত্ৰ হাতেৰে স্পৰ্শ কৰি মাতৃক যথাবিহিত সন্মান প্ৰদৰ্শনৰ বাবে আৰু বেছি অৱনত মস্তক হৈ হাতযোৰ কৰি কবলৈ ধৰিলে— হে দেৱি! আপোনাৰ ব্যৱহাৰত মোৰ বোধ হৈছে যে আপোনাৰ কাৰণে, সীতাৰ কাৰণে আৰু ভাই লক্ষ্মণৰ কাৰণে ইতিমধ্যে অতি দুঃখজনক আৰু ভয়ানক ঘটনা ঘটি গৈছে। সেই কথা আপুনি এতিয়াও শুনা নাই। মাতৃ! মই চৈধ্যবছৰ মুনিসকলৰ দৰে জটা বল্কল পিন্ধি বনত বাস কৰিব লাগিব আৰু মহাৰাজে ভৰতৰ ৰাজ্যাভিষেক কৰাব। আপুনি মোক বহিবলৈ যি আসন দিছে তেনে আসনত বহিবৰ এতিয়া মোৰ অধিকাৰ নাই। কুশাসনহে মোৰ কাৰণে যোগ্য আসন(১)। মই এতিয়া নিৰ্জ্জন বনত চৈধ্য বছৰ কাল বাস কৰিব লাগিব। ৰামচন্দ্ৰই ইতিমধ্যে বনবাসীৰ ব্ৰত ধাৰণ কৰিছেই।

শালগছ এজোপা কুঠাৰেৰে কাটি ছেদন কৰি দিয়াৰ পাছত সেই বৃক্ষ যেনেকৈ মাটিত পৰি যায়, শ্ৰীৰামচন্দ্ৰৰ এই নিদাৰুণ বাক্য শুনি কৌশল্যা অকাস্মতে মাটিত ঢলি পৰিল। স্বৰ্গৰ পৰা পতিত হোৱা দেৱতাৰ নিচিনাকৈ শোভায়মানা হৈ তেওঁ ভূপতিতা হৈ থাকিল। ৰামচন্দ্ৰই তেওঁক লাহে লাহে তুলি ধৰিলে আৰু তেওঁৰ গাৰ পৰা ধূলি মাটি গুচাব ধৰিলে। কৌশল্যা দেৱীয়ে তেতিয়া বৰ দুঃখেৰে ৰামচন্দ্ৰক কবলৈ ধৰিলে— বাছা! তুমি কেৱল দুঃখ দিবৰ বাবেহে মোৰ গৰ্ভত জন্ম গ্ৰহণ কৰিছা। ইয়াতকৈ মই বজা হৈ থাকিলেও ভাল আছিল। কাৰণ বজাই স্ত্ৰী বিলাকৰ দৰে এনে দুঃখ নাপায়। মই স্বামীৰ ৰাজত্বত স্বামীৰ পৰা কোনো সুখ শান্তি পোৱা নাই, পুত্ৰৰ পৌৰুষত সুখ পাম এই আশা কৰি জীৱন ধাৰণ কৰি আছিলোঁ। এতিয়া তোমাৰ পৌৰুষ প্ৰকাশৰ সময় যদিও উপস্থিত হৈছে, এতিয়াও তোমাৰ বনবাসৰ পাছত মই প্ৰধানা মহিষী হৈও সপত্নী সকলৰ মাজত অপ্ৰধানা হৈ অতি নগণ্যা স্ত্ৰী হিচাবে জীৱন কটাব লাগিব। স্ত্ৰী জাতিৰ পক্ষে ইয়াতকৈ আৰু

(১) পৰিষ্যে দণ্ডকাৰণ্য কিমনেনাসনেন মে।
বিষ্টৰাসন যোগ্যো হি কালোঽয়ং মামুপস্থিতঃ। ২৮ অযোধ্যা ২০ সৰ্গ।

দুঃখৰ কাৰণ কি থাকিব পাৰে? মই চিৰদিনেই স্বামীৰ অপ্ৰিয় হৈ আহিছোঁ, তেওঁ মোক সদায় নিগ্ৰহ কৰি আহিছে, তেওঁ মোক কৈকেয়ীৰ দাসীৰ নিচিনা ব্যৱহাৰ কৰি আহিছে— নহয় তাতোকৈ নিকৃষ্ট ব্যৱহাৰ কৰি আহিছে।(২) যিবিলাক মোৰ নিজা দাসী সেই বিলাকেও কৈকেয়ীৰ পুত্ৰ ভৰতক সমুখত দেখিলে মোৰ লগত কথা নকয়। তোমাৰ বিৰহত মই দুঃখিনী হৈ থাকি মই কেনেকৈ সেই কটুভাষিণী কৈকেয়ীৰ কটুবাক্য সহ্য কৰিম? তোমাৰ বয়স এতিয়া ২৭ বছৰ ইমান দিনে মই ধৈৰ্য্য ধৰি আছোঁ— তোমাৰ মুখলৈ চাই তোমাৰ পৰা সুখ পাম বুলি। মই বহু কষ্ট পৰিশ্ৰম কৰি তোমাক লালন পালন কৰি আহিছোঁ। এতিয়া তোমাৰ চন্দ্ৰ বদন দেখা নাপালে মই কেনেকৈ জীৱন ধাৰণ কৰিম? তোমাৰ মুখত এই দুঃসংবাদ পায়ো যেতিয়া মোৰ হৃদয় বিদীৰ্ণ হৈ যোৱা নাই নিশ্চয় বৰ কঠিন মোৰ হৃদয়। পুত্ৰ! মই নিশ্চয় জানিছো যে মোৰ মৰণ নাই। যমৰ ঘৰতো মোৰ বাবে কোনো স্থান নাই। পুত্ৰৰ হিতৰ কাৰণে মই যিবোৰ ব্ৰত, নিয়ম, দান আৰু তপস্যা কৰিলোঁ সেইবোৰ সকলো নিষ্ফল হৈ গৈছে।

কৌশল্যা দেৱীয়ে ৰামচন্দ্ৰৰ এই মহা বিপত্তিৰ কথা শুনি সেই দুঃখ সহ্য কৰিব নোৱাৰি ৰামৰ ফালে চাই চাই এইদৰে বিলাপ কৰিব ধৰিলে।

## লক্ষ্মণৰ ক্ৰোধ ঃ

ৰাম অনুৰক্ত লক্ষ্মণে এতিয়ালৈকে নিজৰ মনৰ দুঃখ আৰু ক্ৰোধ প্ৰকাশৰ সুযোগ পোৱা নাছিল। নিজৰ মনতে সেই দুঃখ দমন কৰি ৰাখি আছিল। কৌশল্যা দেৱীৰ বিলাপ শুনি সেই দুঃখ হৃদয় উপচি বাহিৰত প্ৰকাশ পালে। তেওঁ কবলৈ ধৰিলে— হে আৰ্য্যে। ৰঘুপুত্ৰ ৰামচন্দ্ৰই স্ত্ৰীলোক এগৰাকীৰ কথাতে ৰাজ্য, স্ত্ৰী পৰিত্যাগ কৰি বনলৈ যাব। এই কথা মোৰ অভিৰুচিত নহয়, ই অতি বিষম যেন লাগিছে— এই কথা মই কেতিয়াও সমৰ্থন কৰিব নোৱাৰোঁ। ৰজা দশৰথৰ বিপৰীত বুদ্ধি ঘটিছে। তেওঁৰ চিত্ত বিষয়ক্লিষ্ট হৈ পৰিছে। বিশেষতঃ তেওঁ বৃদ্ধ হৈ অতিশয় কাম-পৰায়ণ হৈ পৰিছে। সেইবাবে তেওঁ স্ত্ৰীলোকৰ অনুৰোধত যিহকে তিহকে কৰিবলৈ প্ৰস্তুত হৈছে।

আমি ৰঘুতিলক ৰামচন্দ্ৰৰ এনে কোনো দোষ দেখা নাই যাৰ বাবে তেওঁ ৰাজ্যৰ পৰা নিৰ্ব্বাসিত আৰু বনবাসী হ'ব লাগে। এই ৰাজ্যত এনে কোনো এজন ব্যক্তিয়েই নাই যিজনে ৰামচন্দ্ৰক পাছতো নিন্দা কৰে। যিবিলাক লোকে সৰ্ব্বদায় তেওঁৰ শত্ৰুতা আচৰণ কৰে আৰু যিবিলাক লোকক অপৰাধৰ বাবে তেওঁ তিৰস্কাৰ

(২) অত্যন্তং নিগৃহীতাস্মি ভৰ্তুৰ্নিত্যমসম্মতা।
পৰিবাৰেণ কৈকেয্যাঃ সমা বা যদি বাবৰা।। ৪২ অযোধ্যা - ২০ অধ্যায়

কৰে, সেইবিলাক লোকেও তেওঁৰ নিন্দা নকৰে। পৃথিবীৰ ভিতৰত যিজন লোক সৰ্বাপেক্ষ ধৰ্ম্মিষ্ঠ সেই জন লোকেও ধৰ্মক অৱহেলা কৰি যি জন পুত্ৰ শত্ৰুৰ প্ৰতি স্নেহশীল আৰু যিজন পুত্ৰ দেৱ-স্বভাৱ সৰল আৰু জিতেন্দ্ৰিয় সেই হেন পুত্ৰক পৰিত্যাগ কৰিব নোৱাৰে। গতিকে এই ক্ষেত্ৰত ৰজা দশৰথৰ ধৰ্ম্মিষ্ঠতাৰ কোনো লক্ষণ নাই। বালসুলভ আচৰণৰ হে লক্ষণ আছে। ৰজা মহাৰজা সকলৰ যি পৰম্পৰা আজিলৈকে বৰ্ত্তমান আছে সেই পৰম্পৰা মতে ৰজাৰ এই আচৰণ পালন কৰিবলৈ ৰাম বাধ্য নহয় আৰু তাক পালন কৰিবলৈ তেওঁ অভিলাষী হোৱাও উচিত নহয়।

ৰাজপুত্ৰ লক্ষ্মণৰ এই যুক্তিৰ সাৰবত্তা আছে; ই অতি গভীৰতা পূৰ্ণ, ই অতি ন্যায় সঙ্গত যুক্তি। লক্ষ্মণে ৰজাৰ এই ব্যৱস্থা মানি লবলৈ নিতান্ত নাৰাজ।

এতিয়া লক্ষ্মণে ৰামক সম্বোধন কৰি কৈছে যে— আপোনাৰ প্ৰতি ৰজাৰ ব্যৱহাৰৰ কথা, আপোনাৰ বনবাস আৰু ভৰতৰ ৰাজ্যাভিষেকৰ কথা সাৰ্বজনীনভাবে জনাজনি হোৱাৰ পূৰ্ব্বে এই ৰাজ্য দখল কৰক। মই হাতত ধনুশৰ লৈ আপোনাক ৰক্ষা কৰিম। আপোনাক কোনেও একো কৰিব নোৱাৰিব। এই ৰাজ্যত ভৰতৰ পক্ষাৱলম্বী যি সকল লোক আছে, সেই বিলাকক সকলোকে মই বধ কৰিম। হিতাহিত জ্ঞান শূন্য হৈ যদি গুৰুত কদাচাৰী হয়, তেন্তে গুৰুও দণ্ডিত হোৱা উচিত। কৈকেয়ী দেৱীৰ বশীভূত হৈ যদি আমাৰ পিতৃয়ে পিতা হৈও শত্ৰুতাচৰণ কৰে, তেওঁকো বধ কৰা বা বন্দী কৰা উচিত। কিহৰ বলত ৰজা দশৰথে আপোনাক আপোনাৰ ন্যায্য প্ৰাপ্তিৰ পৰা বঞ্চিত কৰিব খুজিছে? আপোনাৰ লগত শত্ৰুতা কৰি ভৰতক ৰাজ্য দিবৰ তেওঁৰ কি শক্তি আছে?

সমদলে সাজি আসন্তোক মহীপাল।
লক্ষ্মণৰ হাতত সবাৰো হৈব কাল।।
অশ্বদল গজদল নৰদল ছেদি।
আজি মই শোণিত বোৱাইবোঁ একনদী।।

মই এই ধনুলৈ সত্য প্ৰতিজ্ঞা কৰিছোঁ— মই আপোনাক সৰ্বান্তঃকৰণে সহায় কৰিম।

কৌশল্যাক উদ্দেশ্য কৰি কৈছে — হে দেৱি! মই ৰামৰ প্ৰতি প্ৰকৃত অনুৰক্ত। যদি প্ৰদীপ্ত অনলত বা গভীৰ অৰণ্যত প্ৰৱেশ কৰিব লাগে মই ৰাম প্ৰৱেশ কৰাৰ আগতে প্ৰৱেশ কৰিম। ৰঘুনন্দন ৰামে মোৰ পৰাক্ৰম চাই লওক, মই আপোনাৰ দুঃখ আঁতৰ কৰিম। মই স্বয়ং ৰজা দশৰথক হত্যা কৰিম।

বীৰ লক্ষ্মণৰ এই ধৰণৰ কথা শুনি শোকাকুলা ৰাণী কৌশল্যাই কান্দি কান্দি পুত্ৰ ৰামক কবলৈ ধৰিলে— পুত্ৰ! তুমিতো লক্ষ্মণৰ কথা শুনিলা। এনে ক্ষেত্ৰত তোমাৰ ৰাজত্ব কৰাই কৰ্ত্তব্য। মোৰ সপত্নীৰ কথাত তুমি মোক পৰিত্যাগ কৰি

যোৱা উচিত নহ'ব। তোমাৰ ধৰ্ম্মজ্ঞান যথেষ্ট আছে। তোমাক এই বিষয়ে বুজাবৰ আৱশ্যক নকৰে। ৰজা দশৰথ তোমাৰ পিতৃ আৰু তোমাৰ পূজনীয় সেইটো কথা যেনে সচাঁ— পক্ষান্তৰে এইটোও সঁচা যে মাতৃ হিচাবে মই তোমাৰ পূজ্য তথা[১] মই তোমাৰ বনবাসলৈ যোৱা সমৰ্থন নকৰোঁ আৰু তাৰ বাবে মই অনুমতি নিদিওঁ। যদিহে তুমি মোৰ বিনানুমতিত যোৱা মোৰ জীৱন ধাৰণ কৰি থকা সম্ভৱ নহ'ব। তোমাৰ বিৰহত মোৰ জীৱন ধাৰণৰ কোনো আৱশ্যক নাই। মই অত্যন্ত শোকাকুলা হৈছোঁ। তোমাৰ লগত থাকি মোৰ তৃণভক্ষণ কৰি বাচি থাকিলেও মঙ্গল জনক হ'ব।

ইমান খিনি ঘটনা ঘটি যোৱাৰ পাছত সাধাৰণতে আমাৰ মনত কি কি প্ৰশ্নৰ উদয় হয়, সেই বিষয়ে অলপ আলোচনাৰ আৱশ্যক।

শ্ৰীৰামচন্দ্ৰই দশৰথ ৰজাই আদেশ নিদিয়াতো কিয় বনবাসী হ'বলৈ স্বতঃপ্ৰবৃত্ত হৈ নাইবা কৈকেয়ীৰ আদেশ ক্ৰমে স্বীকাৰ কৰিলে?

ৰজা দশৰথে সাৰথি সুমন্ত্ৰক আদেশ দিছিল যে সুমন্ত্ৰই যেন ৰামচন্দ্ৰক লৈ আহে গৈ — ৰামচন্দ্ৰক চাবৰ মন হৈছে ৰজা দশৰথৰ, এই বুলি। কিন্তু কি পৰিস্থিতিত সেই আদেশ দিছিল সেইকথা আমি আগেয়ে উল্লেখ কৰিছোঁ (ৰাণী কৈকেয়ীয়ে তেওঁলোক উভয়ৰ মাজত ঘটি থকা শোকাবহ দৃশ্য ঢাকিবলৈ মিছা কথা কৈছিল; কৈছিল যে ৰজাৰ নিদ্ৰাৰ আৱশ্যক হৈছে যিহেতু যোৱা ৰাতি আনন্দৰ আতিশয্যত ৰজাৰ নিদ্ৰা হোৱা নাই আৰু কৈকেয়ীয়ে লগতে ৰামক আনিবলৈ সুমন্ত্ৰক আদেশ দিছিল; কিন্তু ৰাজ আজ্ঞা নহলে তেওঁ ৰামচন্দ্ৰক আনিব নোৱাৰে বুলি সুমন্ত্ৰই যেতিয়া আপত্তি দৰ্শালে, তেতিয়া সেই পৰিস্থিতিৰ উপযুক্ত সামঞ্জস্য বিধানৰ কৰ্ত্তব্য দশৰথৰ গাত স্বাভাৱিকতে পৰিল। দশৰথ ৰজাই নিজেও সেই শোকাবহ দৃশ্য সুমন্ত্ৰৰ পৰা তেতিয়া লুকাব খোজে— কাৰণ শেষ পৰিণতি কি হয় তেতিয়াও ভৱিষ্যতৰ গৰ্ভতে আছে। কৈকেয়ীৰ আদেশৰ মানৰক্ষাৰ বাবে দশৰথে সেই আদেশক ৰাজ আজ্ঞাৰ ৰূপ দান কৰিলে। কিন্তু ইয়াত কৈকেয়ীৰ উদ্দেশ্য কি আছিল সেই সময়ত ৰজা দশৰথে বুজা নাছিল আৰু সেইবিষয়ে ভবাও নাছিল।

---

(১) দশ বিপ্ৰ অধিক গৌৰৱ উপাধ্যায়।
ততো দশ গুণ পিতা দেখিতে যুৱাই।।
বাপত অধিক দশগুণে অধিক হোৱে সৱে।
পৃথিবীত গুৰুতৰ দেখিব সুভাৱ।।
হেন মনুবাক্য তুমি নকৰিবা বাধা।
পাপ এৰি বাপু তুমি ধৰ্ম্মপথ সাধা।।
মোত পৰে তোৰ নাই গুৰুতৰ।
কায়মন বাপৰ বচন পৰিহৰ।। (মাধৱ কন্দলী)

ইতিপূৰ্বে ৰজা কিংকৰ্ত্তব্যবিমূঢ় হৈ যেন নিয়তিৰ ওপৰতে নিৰ্ভৰ কৰিছে— এনে মন্তব্য আমি কৰিছোঁ। দশৰথ ৰজা তেতিয়া সেই মানসিক অৱস্থাত আছে। তেওঁ বৰ দিয়াও নাই নিদিও বুলি খাটাংকৈ কোৱাও নাই।

আনফালে কৈকেয়ীয়ে ৰজাৰ পৰা প্ৰতিশ্ৰুতি আদায় কৰিব নোৱাৰি কি কৰা যায় এনে চিন্তাত আছে। উভয়ে একে আসনতে বিমূঢ় হৈ নিৰৱতা অৱলম্বন কৰি আছে। এনে সময়তে হৈছে সুমন্ত্ৰৰ আগমন। কৈকেয়ীয়ে তেতিয়া ভাবিছে যে ৰামচন্দ্ৰ আহিলে ৰামৰ আগত কৈকেয়ীয়ে যদি নিজৰ বৰ প্ৰাৰ্থনাৰ কথা ভাঙি পাতি ৰজাৰ সাক্ষাততে কয় তেতিয়া সেই জটিল সমস্যাৰ সমাধান হোৱাৰ সম্ভাৱনা আছে। ৰামচন্দ্ৰ আহিলত কৈকেয়ীৰ সেই উদ্দেশ্য সিদ্ধি হ'ল। কিন্তু ৰজাই ৰামচন্দ্ৰক কিয় মাতিছে— সেই সময়ত তেওঁ কি কব? ৰামে ভাবি আহিছে ৰজাই ৰামৰ ৰাজ্যাভিষেকৰ কথাকে কব। ৰজায়ো সেই কথা বুজিছে আৰু কৈকেয়ীয়ো সমস্ত পৰিস্থিতি নিজৰ আয়ত্তত আছে। সেই পৰিস্থিতিত ৰজা অধিকতৰ বিমৰ্ষ হোৱাই স্বাভাৱিক। আৰু সেইবাবে ৰামক কোনো কথা কবলৈ ৰজাৰ ভাষা নাইকিয়া হৈছে— কেৱল 'ৰাম' বুলি এবাৰ মাত মাতি নিস্তব্ধ হৈছে। ৰজাই নিজে সমস্ত পৰিস্থিতি বুজাই ৰামচন্দ্ৰক আদেশ দিবৰ মনোবলো তেতিয়া নাই। সেই সঙ্কটৰ পৰা কিবা প্ৰকাৰে উদ্ধাৰ হোৱাৰ সম্ভাৱনাৰ আশাও সম্পূৰ্ণ মনৰ পৰা আঁতৰ হোৱা নাই। ৰজাৰ ব্যৱহাৰৰ বৈলক্ষণ্য দেখি ৰামে স্বভাৱিকতে কৈকেয়ীক প্ৰশ্ন কৰিবই আৰু কৰিলেও। কৈকেয়ীয়ে যেতিয়া নিৰ্লজ্জভাৱে সমস্ত ঘটনা বিবৃত কৰিলে তীক্ষ্ণ বুদ্ধি ৰামে গোটেইটো পৰিস্থিতি উপলব্ধি কৰিব পাৰিলে। ৰামে বুজিলে যে ৰজা সত্যপাশত আৱদ্ধ হৈ আছে। তেওঁক পুনঃ প্ৰশ্ন কৰি অধিকতৰ দুঃখ দিবৰ ইচ্ছা ৰামে নকৰিলে। পিতৃৰ অস্বাভাৱিক ব্যৱহাৰত কৈকেয়ীৰে ওচৰত দুঃখ প্ৰকাশ কৰিছে, আক্ষেপ কৰিছে; কিন্তু পিতাকক প্ৰশ্ন কৰা নাই আৰু পিতৃৰ সত্য পালন কৰিবলৈ সানন্দে কৈকেয়ীৰ পৰা শুনা মাত্ৰকে স্বীকাৰ কৰিছে। পিতৃভক্তিৰ যি আদৰ্শ ৰামৰ মনত জ্বলন্ত হৈ আছে সেই আদৰ্শই ৰামক প্ৰণোদিত কৰিছে। পিতৃক বিপদৰ পৰা ৰক্ষা কৰা পুত্ৰৰ কৰ্ত্তব্য — তাত আদেশৰ আৱশ্যক নাই। পিতৃয়ে বিপন্ন অৱস্থাৰ কথা ফুটাই ক'ব পৰা নাই। ই যে তেওঁৰ মহাবিপদ। ৰামচন্দ্ৰই ৰজাৰ এই সংকটপূৰ্ণ অৱস্থা বুজি পাইছে। যদি ৰজাই আদেশ নিদিয়ে ৰজা সত্যভ্ৰষ্ট হব। আদেশ দিব লগা হলেও ৰজাৰ মনত অধিকতৰ কষ্ট হ'ব। ৰজাই আদেশ নিদিলেও ৰামে ৰজাক সত্যভ্ৰষ্ট হ'বলৈ নিদিয়ে আৰু সেইবাবে আদেশ দিব লগা হোৱাৰ সংকীৰ্ণ অৱস্থাৰ পৰা ৰজাক নিজেই ৰক্ষা কৰিলে। ৰামচন্দ্ৰই তাত অলপো দুঃখ পোৱা নাই বৰঞ্চ কৈকেয়ীৰ মনোবাঞ্ছা পূৰ্ণ কৰিবলৈ পাই আৰু পিতৃৰ ওচৰত পুত্ৰৰ কৰ্ত্তব্য কৰাৰ দায়িত্বৰ পৰা নিজক বঞ্চিত নকৰি আত্মপ্ৰসাদহে লাভ কৰিছে। সেইবাবে কৌশল্যাদেৱী আৰু লক্ষ্মণৰ কোনো

যুক্তিয়েই ৰামচন্দ্ৰৰ মনত কোনো সাঁচ বহুৱাব পৰা নাই। ৰাজ্যৰ কাৰণেও তেওঁ সেই আদৰ্শৰ পৰা চ্যুত হ'ব নোৱাৰে আৰু সেইবাবে লক্ষ্মণে উল্লেখ কৰা ন্যায় যুক্তিও ৰামও মনত কোনো সাঁচ বহুৱাব নোৱাৰিলে। ৰজাৰ পৰা আদেশ লোৱাৰো আৱশ্যকতা বোধ নকৰিলে। কিন্তু কৌশল্যাৰ মনত লক্ষ্মণৰ যুক্তিৰ ক্ৰিয়া দেখা গ'ল। কৌশল্যাই সাহস পালে। কৌশল্যাৰ মনত কিঞ্চিৎ আশাৰ সঞ্চাৰ হ'ল। ৰামচন্দ্ৰই কৌশল্যা দেৱীৰ কথাৰ উত্তৰ দিছে।

হে মাতৃ! পিতৃ সত্য লঙ্ঘন কৰিবৰ মোৰ সামৰ্থ্য নাই। অতি বিজ্ঞ তপস্যা পৰায়ণ কণ্ডু ঋষিয়েও পিতৃ-আজ্ঞাত গো বধ কৰিছিল। আমাৰ পূৰ্ব্বপুৰুষ সগৰ ৰজাৰ পুত্ৰসকল পিতৃৰ আদেশত পৃথিবী খনন কৰি গৈ যজ্ঞ অশ্বৰ বিচাৰি ফুৰি কপিল মুনিৰ শাপত ভস্মীভূত হৈছিল আৰু পিতৃৰ আদেশত জমদগ্নি পুত্ৰ পৰশুৰামে মাতৃহত্যা কৰিছিল। এই পৃথিবীত সকলো লোকেই পিতৃ আজ্ঞা পালন কৰা উচিত। ইয়েই ধৰ্ম্ম সাধনৰ পৰম্পৰা। সেই পৰম্পৰানুসাৰেহে ধৰ্ম্ম ৰক্ষা কৰিব খুজিছোঁ। মই কোনো নতুন ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰিব খোজা নাই।

তাৰ পাছত লক্ষ্মণৰ ফালে চাই লক্ষ্মণৰ যুক্তিবোৰ খণ্ডণ কৰিছে— ভাই! এই জগতত ধৰ্ম্মই পুৰুষাৰ্থ, ধৰ্মতে সত্য প্ৰতিষ্ঠিত আছে আৰু এই অনুত্তম পিতৃ সত্যত ধৰ্ম সমন্বিত। সেই কাৰণে এই ধৰ্ম সৰ্বতোভাৱে অনুষ্ঠেয়। মই পিতৃ শাসন অতিক্ৰম কৰিব কেতিয়াও নোৱাৰিম। মই কোনো অকাৰ্য্য কৰিবলৈ ওলোৱা নাই।

তুমি যি যুক্তি দিছা সি ক্ষত্ৰিয় ধৰ্ম্ম সঁচা— কিন্তু তাত ক্ৰূৰতা আছে— বুদ্ধিৰ নিৰ্মলতা নাই। সি প্ৰকৃত ধৰ্ম্ম নহয়। সেইবাবে মই তোমাক কৈছোঁ তুমিও প্ৰকৃত ধৰ্ম্মৰ পথকেই লোৱা— মোৰ বুদ্ধিকেই অনুসৰণ কৰা।(১) ক্ষাত্ৰধৰ্মৰ তীক্ষ্ণতা পৰিত্যাগ কৰা। ৰজাক বন্দী কৰি বা ৰজাক বধ কৰি ৰাজ্য গ্ৰহণ কৰাটো ক্ষাত্ৰ ধৰ্মোচিত হব পাৰে কিন্তু সি প্ৰকৃত ধৰ্ম্ম নহয়, আৰ্য্য ধৰ্ম নহয় - এইটো বুজি চাবা।

পৃথিবীৰ বুৰঞ্জীত পিতৃক বন্দী কৰি নাইবা পিতৃক হত্যা কৰি ৰাজপাট লোৱা উদাহৰণ বহুতো আছে। কিন্তু ধৰ্ম্মৰ এনে সূক্ষ্ম বিচাৰ কৰি ন্যায্য প্ৰাপ্তিৰ পৰা নিজক বঞ্চিত কৰা উদাহৰণ নাই। ই জানো ৰামৰ দুৰ্বলতা? লক্ষ্মণৰ যুক্তি মানি ৰাজপাট লোৱা হলে জানোঁ ৰামৰ মহত্ত্ব বাঢ়িল হেঁতেন? চৈধ্য বছৰ বনবাস খাটি ঘূৰি আহিলেতো ৰামে নিষ্কণ্টক ভাৱে নিৰুপদ্ৰৱে ৰাজ্য ভুঞ্জাই পাৰই। চৈধ্য বছৰনো কি ইমান দীৰ্ঘ সময়। ১৪ বছৰৰ পাছত ৰামৰ বয়স ৪১ বছৰ মাথোন হব। ইয়াৰ পাছত ৰাজত্বৰ বাবে দীৰ্ঘকাল জীৱনত পাব পাৰিব। তেতিয়া নিজৰ

---

(১) তদেতাং বিসৃজানাৰ্য্যং ক্ষত্ৰ ধৰ্মাশ্ৰিতাং মতিম্ ;
ধৰ্মমাশ্ৰয় মা তৈক্ষ্ণ্যং মদ্বুদ্ধিৰনু গম্যতাম্।। ৪৪ অযোধ্যা ২১ অধ্যায়

চৰিত্ৰত কোনো মলি নলগোবাকৈয়ে ৰাজপাটত উঠিব পাৰিব। ৰামচন্দ্ৰৰ মনত এনে দূৰদৰ্শিতা আছিল বুলি ভাবিলেও আমাৰ একো ভুল নহ'ব। অনুৰূপ যুক্তি ৰামচন্দ্ৰই মাতৃ কৌশল্যা দেৱীক দিছেও। ৰামচন্দ্ৰই কৈছে যে ৰাজৰ্ষি যযাতিয়ে যেনেকৈ স্বৰ্গ পৰিত্যাগ কৰি আহি পুনৰায় স্বৰ্গলৈ ঘূৰি গৈছে, ময়ো সেইদৰে প্ৰতিজ্ঞাৰ পৰা উত্তীৰ্ণ হৈ পুনঃ অযোধ্যালৈ ঘূৰি আহিম। সেইবাবে হে মাতৃ! আপুনি শোক নকৰিব। পিতৃ বাক্য পালন কৰি মই পুনঃ ঘূৰি আহিম ইয়াকে ভাবি আপুনি ধৈৰ্য্য ধৰক। আপুনি নিজে, মাতৃ সুমিত্ৰা দেৱীয়ে, সীতাই, লক্ষ্মণে আৰু মই আমি সকলোৱে ৰজা দশৰথৰ আদেশ পালন কৰিব লাগে - ইয়েই সনাতন ধৰ্ম্ম। গতিকে আপুনি হৃদয়ৰ দুঃখ নিগ্ৰহ কৰক। মোৰ ৰাজ্যাভিষেক স্থগিত থাকক আৰু মোৰ বনবাসৰ বাবে ধৰ্মীয় বুদ্ধিত সমৰ্থন দিয়ক।

ৰাণী কৌশল্যা ৰামচন্দ্ৰৰ এই কথা শুনি মূৰ্চ্ছিতা হৈ পৰিল। কিছুসময়ৰ পাছত সংজ্ঞা লাভ কৰি কবলৈ ধৰিলে তোমাৰ ওচৰত তোমাৰ পিতা যেনে পূজনীয়, ময়ো তেনে পূজনীয়া। মই তোমাক লালন-পালন কৰিছোঁ। মোৰ মাতৃ— ধৰ্ম আৰু মাতৃ স্নেহৰ বাবে ময়ো তোমাৰ পূজনীয়া। তুমি গুচি গলে মোৰ সহ্য দুঃখ উপস্থিত হ'ব, সেইবাবে মই তোমাক যাবলৈ অনুমতি নিদিওঁ। তোমাৰ অবিহনে কি পিতৃযজ্ঞ, কি মোৰ জীৱন, কি স্বৰ্গীয় অমৃত বা কি বন্ধু বান্ধৱ একোৰে মোৰ আৱশ্যক নাই। তোমাৰ অবিহনে পৃথিবীৰ কোনো কিছুৱেই মোক শান্তি দিব নোৱাৰে।

ৰাণী কৌশল্যাৰ এই বিলাপ বাক্য শুনি ৰামৰ মনত দুঃখানল প্ৰজ্জ্বলিত হৈ উঠিল। মাতৃৰ এই প্ৰকাৰ বিলাপৰ আগমুহূৰ্ত্তলৈকে ৰাজ্যনাশ আৰু বনবাস অৱশ্যম্ভাবী বা নিশ্চিত হোৱাতো ৰামচন্দ্ৰৰ মনত দুঃখ উপস্থিত হোৱা নাছিল। অনুৰক্ত ভ্ৰাতৃ লক্ষ্মণ দুঃখ সন্তপ্ত হৈছে; স্নেহময়ী মাতৃ কৰ্ত্তব্য অকৰ্ত্তব্য বিবেক বিহীনা হৈ পৰিছে। ৰামচন্দ্ৰৰ মহা দুঃখৰ কাৰণ এয়ে। এওঁলোকক কি দৰে বুজনি দিয়া যায়? ধীৰ, স্থিৰ-মান ৰামচন্দ্ৰই ধৰ্ম্ম আৰু কৰ্ত্তব্য অকৰ্ত্তব্য নিৰ্ণয় কেনেকৈ কৰিব পাৰি তাকে বিশদভাৱে বুজাব ধৰিলে।

প্ৰথমতে লক্ষ্মণক সম্বোধন কৰি ক'লে — ভাই লক্ষ্মণ! মোৰ প্ৰতি তোমাৰ যেনে ভক্তি আছে আৰু তুমি বীৰত্ব পৰাক্ৰমৰ যিমান অধিকাৰী সেই বিষয়ে মোৰ বিলক্ষণ জ্ঞান আছে। কিন্তু তুমি আৰু মাতৃদেৱীয়ে মোৰ প্ৰকৃত অভিপ্ৰায় বুজিব পৰা নাই— সেইবাবে তোমালোক দুয়ো বৰ ব্যথিত হৈ পৰিছা। মই কওঁ শুনা— ধৰ্ম, অৰ্থ আৰু কাম কৰ্মৰ দ্বাৰাই সাধন কৰিব পাৰি। সেই কৰ্ম্মৰ যি ফল পোৱা যায় সিয়েই লৌকিক সুখৰ হেতু হয়। যেনেকৈ ভাৰ্য্যা যদি অনুগতা হয়, সেই ভাৰ্য্যাৰ সহায়ত ধৰ্ম সাধন হয়, সেই ভাৰ্য্যাৰ অভিমত থাকিলেহে কাম সাধন হয় আৰু ভাৰ্য্যা পুত্ৰৱতী হ'লেহে পৰকালৰ অৰ্থ সাধন হয়। সেইদৰে কৰ্ম্মৰ দ্বাৰাহে

ধৰ্ম কাম আৰু অৰ্থ উৎপন্ন হয়। যিবোৰ কৰ্মত ধৰ্ম, কাম আৰু অৰ্থৰ একত্ৰ সমাবেশ নাই, সেইবোৰ কৰ্মৰ ভিতৰত যি কৰ্মত কেৱল ধৰ্ম আছে তাকেহে কৰা কৰ্ত্তব্য; কাৰণ যিবিলাক কৰ্ম্মৰ দ্বাৰা কেৱল অৰ্থ উপাৰ্জ্জন হয়, সেই কৰ্ম কৰিলে লোকৰ বিদ্বেষ ভাজন হ'ব লাগে। যিবোৰ কৰ্মত কেৱল কাম মাত্ৰ সাধন হয় ধৰ্ম্মৰ লগত যি কৰ্মৰ সম্বন্ধ নাই সেই কৰ্ম কৰিলে কৰ্ত্তাক কেতিয়াওঁ ভাল নোবোলে, সমাজত তেওঁ ঘৃনণীয় হয়। আমাৰ যিজন পিতৃ তেওঁ বৃদ্ধ হলেও পিতৃ। তেৱেঁই পুনঃ গুৰু আৰু ৰজা। তেওঁ আজ্ঞা একাধাৰে পিতৃ আজ্ঞা, গুৰু আজ্ঞা আৰু ৰাজ আজ্ঞা। আমি যদি সচাকৈয়ে নিষ্ঠুৰ নহও, তেনেহলে আমি এই আজ্ঞা পালন কৰা আমাৰ পৱিত্ৰ ধৰ্ম বুলি গ্ৰহণ কৰিব লাগিব যদিওবা সেই আজ্ঞা কাম, ক্ৰোধ বা হৰ্ষৰ আবেগত পিতৃয়ে দান কৰে। সেইবাবে হে ভাই। মই পিতাৰ এই প্ৰতিজ্ঞা ন্যায়তঃ পালন নকৰাকৈ থাকিব নোৱাৰিম। তেওঁ আমাৰ আদেশ কৰ্তা, গুৰু আৰু মাতৃ কৌশল্যা দেবীৰো স্বামী। স্বামী হিচাবে ৰজা মাতৃৰ ধৰ্ম আৰু একমাত্ৰ গতি। সত্য পথৰ পথিক ধৰ্মৰাজ ৰজা দশৰথ বাচি আছে। তেওঁক এৰি মই মাতৃকনো সাধাৰণ বিধবা নাৰীৰ নিচিনাকৈ মোৰ লগত কেনেকৈ লৈ যাম বা তেঁৱেই বা কেনেকৈ মোৰ লগত যাব?

পুনঃ ৰামচন্দ্ৰই মাতৃদেবীক সম্বোধন কৰি কৈছে— হে দেৱি! মোক বনলৈ যাবলৈ অনুমতি দিয়ক। মোৰ কাৰ্য্য সমাধা হলেই মই যযাতি ৰজাৰ নিচিনাকৈ পুনঃ উলটি আহিম। যাতে সেইদৰে ঘূৰি আহিব পাৰোঁ, তেনে মাঙ্গল্য কাৰ্য্যৰ হে আপুনি অনুষ্ঠান কৰক। হে দেৱি। মনুষ্য জীৱন তেনেই অস্থায়ী। কেৱল ৰাজ্যৰ কাৰণে মই মহাফল বা যশ পৰিত্যাগ কৰিব নোৱাৰোঁ। মই অধৰ্ম অনুসাৰে তুচ্ছ পৃথিৱী ৰাজ্যও প্ৰাৰ্থনা নকৰো।(১)

নৰবৰ ৰামচন্দ্ৰই কনিষ্ঠ ভ্ৰাতাক এইদৰে উপদেশ দি মাতৃকো এইদৰে সন্তোষ পূৰ্ণ বাক্য কৈ অনুমতি নাপালেও বনলৈ যোৱাটো মনে মনে স্থিৰ কৰিলে। তেওঁ কৰ্ত্তব্য বিমুখ কেতিয়াও নহয়।

ৰামৰ মানত ৰাজ্য লাভ বৰ ডাঙৰ কথা নহয়। সত্য পালন ধৰ্মহে ডাঙৰ। জীৱন ক্ষণস্থায়ী। মৃত্যুৰ পাছত ধৰ্ম পালনৰ যি মহাফল পৰকালত পাবৰ আশা, সেইটোহে তেওঁ কামনা কৰে আৰু ইহকালতো যশৰহে তেওঁ আকাঙ্ক্ষা কৰে। পাৰলৌকিক মহাফল আৰু ইহলৌকিক যশ তেওঁ কেতিয়াও পৰিত্যাগ কৰিব নোৱাৰে। ভাৰতীয় সংস্কৃতিৰ মূল সূত্ৰ আৰু সমাজ বন্ধনৰ সুদৃঢ় ভিত্তি— এই নীতিৰ ওপৰতে প্ৰতিষ্ঠিত। আদৰ্শ মানৱৰ আদৰ্শনীয় উক্তি আৰু কৰ্মৰ চানেকী

(১) যশো হ্যহং কেৱল ৰাজ্যকাৰণা ন পৃষ্ঠতঃ কৰ্তুং মশং মহোদয়ম অদীৰ্ঘকালেন তু জিৱিতে জীৱিতে বৃণে ৰৱামদ্য মহীমধৰ্মতঃ।। ৬৩
অৱলম্বন সূত্ৰ— অযোধ্যা - ২১ অঃ

এয়ে। ইয়াত কোনো প্ৰিয়তম আত্মীয়ই বা বন্ধু বান্ধবে বাধাৰ সৃষ্টি কৰিলেও সেই বাধা উলংঘা কৰাত কোনো দোষ নাই। সেই হেতুকে ৰামচন্দ্ৰই মনে মনে বনবাসৰ দৃঢ় সংকল্প গ্ৰহণ কৰিছে আৰু মনে মনেই মাতৃ দেৱীৰ চৰণ চিন্তা কৰি মাতৃদেৱীক প্ৰদক্ষিণ কৰিছে।

লক্ষ্মণ এই যুক্তিত সন্তুষ্ট নহ'ল। ৰামৰ ৰাজ্য হানিৰ দুঃখত তেওঁ অত্যন্ত দুঃখিত আৰু বৰ দীন ভাবাপন্ন হ'ল। প্ৰকাশ্যে একো উত্তৰ নিদি তেওঁ খণ্ডত অধীৰ হৈ বিস্ফাৰিত নয়নে সাপৰ দৰে ফোঁচ ফোঁচ শব্দেৰে দীৰ্ঘ নিশ্বাস পেলাব ধৰিলে। লক্ষ্মণৰ অকৃত্ৰিম আৰু নিঃস্বাৰ্থ ভ্ৰাতৃভক্তিৰ অতি উজ্জ্বল নিদৰ্শন ইয়াত পোৱা যায়।

ৰামচন্দ্ৰইও লক্ষ্মণৰ এই অকৃত্ৰিম ভ্ৰাতৃ প্ৰেমৰ মহিমা উপলব্ধি নকৰাকৈ থকা নাই। তেওঁ তাক ভালদৰে উপলব্ধি কৰিছে। কিন্তু নিজ কৰ্ত্তব্যত অবিচলিত হৈ ধৈৰ্য্য গ্ৰহণ কৰি লক্ষ্মণক পুনৰায় বুজাইছে—

ভাই! তুমি কিয় ইমান বিচলিত হৈছা? তুমি শোক আৰু ৰোষ পৰিত্যাগ কৰা। তুমি হৰ্ষান্বিত হৈ নিৰ্দ্দোষ কাৰ্য্য কৰা। মই কওঁ শুনা— মোৰ অভিষেকৰ কাৰণে যিবোৰ বিশেষ বিশেষ দ্ৰব্য মোৰ ব্যৱহাৰৰ বাবে সংগ্ৰহ কৰা হৈছে— সেই সমস্তবোৰ অতি সোনকালে বিসৰ্জ্জন কৰা। মোৰ অভিষেকৰ উদ্যোগৰ কাৰণে তোমালোকৰ প্ৰাণত যি উৎসাহ উদ্দীপনা জাগৃত হৈছিল সেই উৎসাহ উদ্দীপনা মোৰ অভিষেক নিবৃত্তিৰ উদ্যোগত পৰিণত কৰা। আৰু এটি ভাল কাম তুমি কৰিব পাৰা— মোৰ অভিষেক বন্ধ হোৱাত মাতৃদেৱীৰ মন বৰ পৰিতপ্ত হৈছে। মোৰ বনলৈ যোৱাত তেওঁ যেন একো শঙ্কা নকৰে। সেই কথা তুমি ভালকৈ বুজাই কোৱা তেওঁ শঙ্কিত হোৱাত মই বৰ দুঃখিত হৈছো। ই যে অহেতুক শঙ্কা সেই কথা মাতৃ দেৱীয়ে বুজি পাব লাগে। শ্ৰীৰামচন্দ্ৰই পিতৃ স্নেহত অলপো শঙ্কা কৰা নাই। তাৰ প্ৰমাণ পোৱা যায় তেওঁ লক্ষ্মণক এই মুহূৰ্ত্ততে যি কথা কৈছে সেই কথাৰ পৰা। তেওঁৰ শঙ্কা কি কাৰণত তাক তেওঁ অতি স্পষ্ট ভাষাৰে এই ঠাইত কৈছে— লক্ষ্মণক উদ্দেশ্য কৰি। তেওঁ কৈছে যে জ্ঞানতঃ বা অজ্ঞানতঃ তেওঁ পিতৃ বা মাতৃ সকলৰ ওচৰত কেতিয়াও এনে কোনো অপ্ৰীতিকৰ ক্ষুদ্ৰতৰ কাৰ্য্যও কৰা নাই যাৰ দ্বাৰা তেওঁলোক তেওঁৰ প্ৰতি অসন্তুষ্ট হ'ব পাৰে। আজি যদি মাতৃদেৱীৰ বিনানুমতিত তেওঁ বনলৈ যাব লগা হয়, সেইটো তেওঁৰ কাৰণে বৰ দুঃখৰ কথা হ'ব; আৰু যদি মাতৃদেৱীৰ আদেশ আৰু অনুৰোধ ক্ৰমে তেওঁ বনবাসী নহয় তেন্তে পিতৃদেৱতাৰ সত্য ৰক্ষা নহয়। তেওঁ সদায় সত্যবাদী, সত্য প্ৰতিজ্ঞ আৰু সত্য পৰাক্ৰম সম্পন্ন হৈ জীৱন যাপন কৰিছে। তেওঁৰ সত্য ৰক্ষা নহলে পৰকালত তেওঁ সেই অসত্যৰ হাতৰ পৰা সাৰিব নোৱাৰিব এই ভয়ত ভীত হৈছে। তেওঁ মোক বনলৈ যোৱাৰ আদেশ দিব পৰা নাই কাৰণ তাৰ দ্বাৰা মোৰ নিচিনা নিৰ্দ্দোষ প্ৰিয়

পুত্ৰ এজনৰ প্ৰতি অন্যায় আৰু অবিচাৰ কৰা হয়। উভয়কালৰ পৰা তেওঁ ভীত হৈছে। সেইবাবে মোৰ এই আশঙ্কা হৈছে যে এই অভিষেক কাৰ্য্য যদি নিবৰ্ত্তিত নহয় তেন্তে তেওঁৰ বাক্য সত্য নহ'ব আৰু তাৰ বাবে তেওঁৰ মনস্তাপ হ'ব পাৰে। যদিহে মই কিবা প্ৰকাৰে তেওঁৰ মনস্তাপৰ কাৰণ হওঁ সেইটো মোৰ পক্ষে বৰ সন্তাপৰ কাৰণ হ'ব। সেইবাবে মই তোমাক কৈছোঁ যে এই অভিষেক কাৰ্য্য নিবৰ্ত্তিত হওঁক, কাৰণ মই যোৱাটোকে অভিলাষ কৰোঁ। আৰু মোৰ এই অভিলাষ পূৰণ কৰি ১৪ বছৰৰ পাছত মই ঘূৰি আহিম— এই সময়খিনিৰ ভিতৰত যেন মাতৃ দেৱীও মোৰ বাবে কোনো শঙ্কা তেওঁৰ মনলৈ নানে।

তাৰ পাচত শ্ৰীৰামচন্দ্ৰই দৈবৰ ওপৰতো তেওঁৰ বিশ্বাস আনিছে। তাৰ কাৰণ তেওঁ এইদৰে দিছে— ই যদি দৈবৰে কৰ্ম নহয়, তেন্তে কৈকেয়ী দেৱীয়ে কেতিয়াও এনে পীড়াদায়ক প্ৰস্তাৱ উত্থাপন কৰিব নোৱাৰে। সেই দৈব-বিধাতাৰ প্ৰভাৱতে কৈকেয়ী দেৱীৰ এই বুদ্ধি হৈছে। তুমি নিজেই জানা যে কোনো এগৰাকী মাতৃৰ প্ৰতিও মই নিজ মাতৃ কৌশল্যা দেৱীতকৈ ভিন্ন ব্যৱহাৰ কৰা নাই। সকলো বিলাকক মই সমানে ভক্তি কৰি আহিছোঁ আৰু কৈকেয়ী দেৱীৰো মোৰ প্ৰতি স্নেহ ভৰতৰ প্ৰতি থকা স্নেহতকৈ কোনো গুণেই কম নাছিল। গুনেই কম নাছিল। ভৰত আৰু মোৰ প্ৰতি তেওঁ কোনো দিনেই ভিন্ন ভাৱ লোৱা নাছিল। অথচ তেওঁ মোৰ বনগমন আৰু ভৰতৰ ৰাজ্যাভিষেক লৈ পিতাৰ প্ৰতি যিবোৰ দুৰ্বাক্য ব্যৱহাৰ কৰিছে সেই কথাও দৈব নিবন্ধন ব্যতিৰেকে আন একো নহয়। কৈকেয়ী দেৱী ইমান গুণৱতী হৈও, তেওঁ ৰাজনন্দিনী আৰু অতি সৎ স্বভাব সম্পনা হৈও সাধাৰণ তিৰোতাৰ দৰে তেওঁৰ স্বভাব কেনেকৈ হ'বলৈ পালে আৰু তেওঁ নিজ স্বামীৰ ওচৰত মোৰ পীড়াজনক বাক্য ক'বলৈ কেনেকৈ তেওঁৰ মতি হ'ল? তেওঁৰ আৰু মোৰ ভিতৰত যে ইমান মধুৰ সম্বন্ধৰ বিপৰ্য্যয় ঘটিল ই নিশ্চয় দৈব নিবন্ধনত ঘটিছে। যি অচিন্তনীয় আৰু যাৰ প্ৰভাৱ কোনো প্ৰাণীয়ে ৰোধ কৰিব নোৱাৰে সেয়ে দৈব, সুখ, দুঃখ, ভয়, ক্ৰোধ, লাভালাভ উৎপত্তি আৰু বিনাশ সকলো দৈবৰে কাৰ্য্য। সেই বিলাক কাৰ্য্যত বাজে দৈবক জানিবৰ আন কোনো উপায় নাই। সেই যে অপৰিজ্ঞাত দৈব তাৰ লগত কোন ব্যক্তিয়ে যুদ্ধ কৰিব পাৰে? উগ্ৰতপা ঋষি বিলাকেও দৈবৰ দ্বাৰা পীড়িত হৈ কাম আৰু ক্ৰোধৰ বশবৰ্ত্তী হৈ তীব্ৰ নিয়মবোৰ ভঙ্গ কৰি পেলায় আৰু ভ্ৰষ্ট হয়। যিবিলাক বিষয়ে কাৰ্য্য আৰম্ভ কৰিবৰ সময়ত কোনো সঙ্কল্পও কৰা নহয় বা কোনো ভাৱনাও কৰা নহয়, তেনে বিষয় বা ঘটনাবোৰ অকস্মাতে উপস্থিত হৈ আৰব্ধ কাৰ্য্য ভ্ৰষ্ট কৰি দিয়ে সেয়ে দৈবৰ কাৰ্য্য। মোৰ অভিষেক কাৰ্য্যত ব্যাঘাত ঘটিলেও মই এই তত্ত্বজ্ঞানৰ দ্বাৰা মোৰ চিত্তক নিয়ন্ত্ৰিত কৰিছো। সেই কাৰণে মোৰ কোনো পৰিতাপ হোৱা নাই। তুমিও মোক অনুসৰণ কৰি সেই বুদ্ধি যোগাৰ বলত পৰিতাপ শূন্য হোৱা। মোৰ অভিষেকৰ বাবে

যিবোৰ জলপূৰ্ণ ঘট আহৰণ কৰা হৈছে সেই সমস্ত ঘটৰ দ্বাৰাই মোৰ তাপস ব্ৰতৰ স্নান হব। ৰাজ্যাভিষেক বিষয়ক দ্ৰব্যৰ মোৰ প্ৰয়োজন কি? মই নিজে পানী তুলি ব্ৰত স্নান কৰিম। মোৰ যে ৰাজ্যনাশ হৈছে সেই বিষয়ে তুমি মুঠেও সন্তাপ নকৰিবা। ৰাজত্ব আৰু বনবাস এই দুটাৰ ভিতৰত বনবাসেই মোৰ কাৰণে মহাফল দায়ক হব। মই জটাধাৰী আৰু বল্কল পৰিধায়ী হৈ বনলৈ গ'লে কৈকেয়ী দেৱীৰ মনত সুখ হব, কাৰণ তেতিয়া তেওঁ ভৰতৰ ৰাজ্যাভিষেক সম্পন্ন কৰাব পাৰিব। সেইবুলি মোৰ ৰাজ্যনাশৰ বিষয়ে তুমি কৈকেয়ীদেৱীক কোনো প্ৰকাৰে সন্দেহ বা শঙ্কাৰ চকুৰে নাচাবা; কাৰণ তুমি এইটো ভালদৰে জানা যে দৈৱৰ অপ্ৰতিহত প্ৰভাৱৰ দ্বাৰা নিয়োজিত হৈয়েই লোকে আনৰ অনিষ্টাবৰণ কৰে।

ৰজা দশৰথ আৰু কৈকেয়ীৰ মাজত পৰস্পৰৰ ভিতৰত যি কলহ ঘটি গৈছে, সেই বিষয়ে ৰামচন্দ্ৰক কোনেও একো কোৱা নাই— আন কোনোৱে সবিশেষ নাজানেও। কৈকেয়ীয়ে কোৱা কথাখিনিৰ পৰাই ৰামচন্দ্ৰৰ মনত প্ৰকৃত ঘটনা ছবিৰ নিছিনাকৈ স্পষ্ট হৈ উঠিছে। ৰাম চন্দ্ৰৰ বুদ্ধিৰ তীক্ষ্ণতা যিমান আছিল, ধৈৰ্য্য অৱলম্বনৰ শক্তি ততোধিক আছিল। বিনামেঘে ব্ৰজপাত হলে বিনা দোষে শাস্তি পাব নাইবা আকস্মিক ঘটনাৰ মূল অন্বেষণ কৰি স্থিৰ কৰিব নোৱাৰিলে— দৈৱৰ ওপৰতে বিশ্বাস কৰা হয়। দৈৱৰ ওপৰত বিশ্বাস নাথাকিলে বহু ঘটনাৰ মূল কাৰণ আৰু তাৰ প্ৰকৃত বাখ্যা বুজি পোৱা নাযায়।

এইবোৰ যুক্তি ৰামে লক্ষ্মণৰ ওচৰত দিছে। উদ্দেশ্য লক্ষ্মণক সান্ত্বনা দিয়া আৰু লক্ষ্মণেও যেন এই পৰিস্থিতিক বিনা বাক্যব্যয়ে, বিনা আপত্তিৰে আৰু অতি সন্তোষমনেৰে এয়েই ভবিতব্যতা বুলি স্বীকাৰ কৰি লয়। ইয়াৰ ভিতৰত ৰামৰ কাপুৰুষতা আছে বুলি ভাবিলে ভুল হব। হৃদয়ৰ দৌৰ্ব্বল্য আছে বুলি ভাবিলেও ভুল হব। সংসাৰৰ সুখ দুখৰ ঘটনা প্ৰবাহৰ মাজত নিজক সুস্থিৰ কৈ ৰখাৰ ধৈৰ্য্য, সহিষ্ণুতা আৰু ধৰ্ম্ম পালনৰ পৰম্পৰা সৃষ্টি কৰা মনোবৃত্তি আৰু দুৰদৰ্শিতা আছে বুলি স্বীকাৰ কৰিব লাগিব। বিদ্ৰোহ কৰি ৰজা প্ৰজা বন্ধু বান্ধৱ আত্মীয় স্বজনৰ শান্তি ভঙ্গ কৰাতকৈ নিজৰ ফালৰ পৰা ত্যাগ স্বীকাৰ কৰা মহত্ত্ব কাৰ্য্য বুলি বিবেচনা কৰাৰ স্থল আছে বুলি স্বীকাৰ কৰিব লাগিব। শক্তি পৰীক্ষা কৰা বা ন্যাষ্য দাবী ৰক্ষা কৰাৰ প্ৰচেষ্টাত অযোধ্যাৰ হানি হব— গৃহ অশান্তি হব আৰু ভ্ৰাতৃবিচ্ছেদ হব এইবোৰ আশঙ্কা কৰি বীৰ ৰামচন্দ্ৰই বীৰত্ব দেখুৱাব খোজা নাই। কিন্তু তেওঁৰ মনে যে বৰ্ত্তমান পৰিস্থিতিক সৰ্বতোভাৱে স্বীকাৰ কৰি লোৱা নাই তাৰ প্ৰমাণ এই কথাখিনিৰ ভিতৰত আছে আৰু প্ৰমাণ আছে যে এই সঙ্কটৰ পৰা নিজক উদ্ধাৰ কৰি পিতৃ সত্য ৰক্ষাৰ ধৰ্ম পালনৰ পথ হৈছে একমাত্ৰ ত্যাগ। এনে ত্যাগৰ অন্য কোনো উদাহৰণ নাই। সেয়েহে ৰামৰ নিচিনা চৰিত্ৰ বিৰল। ৰাম আদৰ্শ পুৰুষ।

ৰামৰ এই বুজনিত লক্ষ্মণৰ অন্তৰত যুগপৎ ৰামৰ ধৰ্ম নিষ্ঠাৰ বাবে সুখ আৰু ৰাজ্যানশৰ বাবে দুঃখ উপস্থিত হ'ল। তেওঁ অধোমুখ হৈ ৰামৰ কথা শুনি আছিল তাৰ পাছত লক্ষ্মণৰ খং উঠিল। সেইবাবে ক্ৰুদ্ধসৰ্পৰ নিচিনাকৈ নিঃশ্বাস পেলাব ধৰিলে। অন্তৰৰ খং বাহিৰত ৰামৰ আগত প্ৰকাশ কৰিব পৰা নাই; কিন্তু ৰামচন্দ্ৰৰ যুক্তি গ্ৰহণ কৰিব পৰা নাই; সেইবাবে পোনে পোনে ৰামচন্দ্ৰৰ মুখৰ ফালে চাই নকলেও চকুৰে কেৰাহি কৰি চাই কলে— অন্যায় পিতৃ বাক্য পালন নকৰিলে জগতৰ আনবিলাক মানুহেও তাকে কৰিব এইবোৰ চিন্তা আপোনাৰ তেনেই ভ্ৰান্তি মূলক, আৰু সেইবাবে আপুনি বনলৈ যাবলৈ ওলাইছে সেই কথা মই সমৰ্থন নকৰোঁ। দৈৱ বুলি কোনো কথা মানিবৰো অৱশ্যক নাই; কাৰণ দৈৱই একো কাম নকৰে — কৰে পুৰুষকাৰে। যি ধৰ্মই আপোনাৰ কৰ্ত্তব্য কৰ্মত দ্বিধা সন্দেহ আনি দিছে তাক মই ধৰ্ম বুলিও নামানোঁ। অজ্ঞান আৰু কাপুৰুষ লোকেহে ভাগ্যক মানে। কোনো বীৰ পুৰুষে দৈবাধীন হৈ কোনো কাম নকৰে। যাৰ পুৰুষকাৰ আছে সেই ব্যক্তিৰ পুৰুষকাৰ প্ৰকাশত দৈৱ নিবন্ধত যদি কোনো বিপদো উপস্থিত হয় তথাপি তাত তেওঁ দুঃখিত নহয়। আজি দৈৱ আৰু মানুহৰ ক্ষমতা চাওক। যিবিলাকে আপোনাক ১৪ বছৰ বনলৈ পঠাব খুজিছে তেওঁলোকেই চৈধ্য বছৰ বনলৈ যাব লাগিব। মই অকলেই বিদ্ৰোহ কৰি এই ৰাজ্য আপোনাৰ কৰায়ত্ত কৰি দিম। মই আপোনাৰ কিঙ্কৰ— মোক মাথোন আদশ দিয়ক; মই এই ৰাজ্য উদ্ধাৰ কৰিম। শোকে, দুঃখে, খঙে লক্ষ্মণক ইমান অভিভূত কৰিছে যে তেওঁৰ চকুৰ পৰা আপোনা আপুনি পানী বৈ গৈছিল।

ৰামচন্দ্ৰই লক্ষ্মণৰ লগত কোনো তৰ্কৰ অৱতাৰণা নকৰিলে। ৰামচন্দ্ৰই কৰ্ত্তব্য স্থিৰ কৰি লৈছে। এই সমস্যা যিমানেই জটিল বা নিষ্ঠুৰ যেন দেখা নাযাওক ৰামচন্দ্ৰৰ যুক্তিৰ ফালৰ পৰা চিন্তা কৰি চালে বৰ সৰল যেন বোধ হয়। কৈকেয়ী দেৱীৰ মনত যিমানেই কুটিলতা নাথাকক ১৪ বছৰৰ পাছত সকলো কথাৰে পুনৰ প্ৰবৰ্ত্তন হব। বৃদ্ধ ধাৰ্ম্মিক পিতৃৰ সত্য ৰক্ষা কৰাও হওক। ভৰতে এই ১৪ বছৰ ৰাজত্ব কৰক আৰু তাৰ পাছত তেওঁ ঘূৰি আহি আত্মীয় স্বজনৰ লগত পুনৰ্মিলিত হব। ঘূৰি অহাৰ পাছত যদি দেখা যায় যে ৰাজ্য শাসন ভৰতৰ হাততে আশানুৰূপ ভাবে চলি আছে— তেনেহলে তেওঁ নিজেই ৰজা হওঁক বা ভৰতেই ৰজা হৈ থাকক পাৰিবাৰিক সুখ শান্তিৰ মাজত ৰাজ্য শাসন চলি থাকিব — চাৰিও ভায়ে পুনঃ পুনঃ মিলিত হৈ স্বাভাবিক ভাৱে নিজ নিজ কৰ্ত্তব্য কৰি থাকিব। ১৪ বছৰ বনবাসী হৈ থকাটো নো ইমান কি টান কথা হব? বৰং আনন্দৰ কথাহে হব। ৰামচন্দ্ৰই যদি ৰাজ্য শাসনত দোষ-ত্ৰুটী ঘটিছে যেন দেখে তেতিয়া তেওঁ নিজে ৰজা হৈ বা ভৰতকে ৰজা হৈ থাকিবলৈ দি সুশাসনৰ ব্যৱস্থা কৰিব পাৰিব। পিতৃসত্য ৰক্ষা কৰি ঘূৰি আহিলে সকলো কথাই পুনঃ শৃঙ্খলাবদ্ধ হব। ৰজা যেয়ে নহওঁক

ৰাজ্যৰ সুশাসনহে হে মূল কথা। সেইবাবে লক্ষ্মণক অতি সংক্ষেপ ভাবে মাথোন এই খিনিকে ৰামচন্দ্ৰই কলে যে পিতৃৰ বিদ্ৰোহাচৰণ কৰিব নাপায় - পিতৃ মাতৃৰ বাক্য পালন কৰাটোৱেই সৎপুত্ৰৰ কৰ্ত্তব্য। সাধু সকলে এই পথকে অনুসৰণ কৰে। এয়ে ধৰ্ম্ম। তুমিও এই পথৰে পথিক হোৱা। লক্ষ্মণ নীৰব হ'ল; কিন্তু ৰামৰ এই সৰল ভাৱৰ পৰাই পাছত বহু জটিল অৱস্থাৰ সৃষ্টি হ'ল। সেয়ে বিধিৰ বিড়ম্বনা বা দৈৱৰ পৰিহাস।

## কৌশল্যা দেৱীৰ সম্মতি লাভ ঃ

ধৰ্ম পথৰ পথিক ৰামচন্দ্ৰৰ সিদ্ধান্ত স্থিৰ। কোনো যুক্তিয়ে কোনো বিলাপ ক্ৰন্দনে ৰামচন্দ্ৰক পিতৃসত্য ৰক্ষাৰ পথৰ পৰা বিচলিত কৰিব নোৱাৰে। কৌশল্যা দেৱীয়ে এইটো বুজি পালে। তেতিয়া কৌশল্যা দেৱীয়ে চকুৰ পানী টুকি টুকি কবলৈ ধৰিলে— পুত্ৰ! তুমি ৰাজ পুত্ৰ। ইমানদিনে কোনো দুখ কষ্ট ভোগ কৰা নাই। তোমাৰ যি বিলাক পৰিচাৰক ভৃত্য বা দাস আছে সিহঁতেও বিশুদ্ধ অন্ন ব্যঞ্জন ভোজন কৰে। তুমি ৰাজ্যৰ পৰা নিৰ্বাসিত হৈ কেনেকৈ ফল মূল খাই জীৱন-ধাৰণ কৰি বনবাসী হবা? মই মাতৃ, এই দীৰ্ঘকাল মই তোমাক নেদেখি কেনেকৈ জীৱন ধাৰণ কৰি থাকিম? তুমি মোৰ একমাত্ৰ পুত্ৰ। তোমাৰ বিৰহ যন্ত্ৰণা মই কেনেকৈ সহ্য কৰি থাকিম? তুমি সৰ্বজন প্ৰিয় ৰঘুনন্দন ৰাম। তুমি নিৰ্ব্বাসিত হৈছা। এই কথা শুনিলে কোন মানুহে বিশ্বাস কৰিব? যদি বিশ্বাস কৰিবলৈ বাধ্য হয়, তেতিয়া লোক সমাজত এটা ভয়, এটা অশঙ্কাৰ সৃষ্টি নহব নে? এনে গুণৱান আৰু সাধু পুত্ৰৰ বনবাস ঘটিল— বিধিৰ ই কি বিড়ম্বনা এইদৰে নাভাবিব নে? মই বুজিছো ই দৈব্যৰে পৰিহাস।

তোমাৰ বনবাসী হোৱাটোৱেই যদি নিতান্ত ইচ্ছা, তেন্তে দামুৰী পোৱালীৰ পাছে পাছে যেনেকৈ গাই গৰুৱে ঢাপলি মেলে ময়ো সেইদৰে তোমাৰ অনুগামিনী হয়।

যদি বনে যাইবে বাপু মোকো লইয়া চল।
তোহোৰ লগতে মইও খাইবোঁ বনফল।।
শ্ৰীৰাম বোলন্ত মাব কোশল জীয়াৰী।
তোমাৰ আমাৰ নৃপতি যে অধিকাৰী।।

জননী কৌশল্যাৰ দুখৰ সীমা নাই। ৰামচন্দ্ৰই সেইটো নুবুজাকৈ থকা নাই। নিজৰ গমন পথত ই যে প্ৰবল বাধা। এই বাধা স্বাভাবিক। ইয়াকো অতিক্ৰম কৰিব লাগিব। এনে বাধাই ৰামচন্দ্ৰৰ প্ৰতিজ্ঞাৰ স্থিৰতা ভঙ্গ কৰিব নোৱাৰে।

সেইবাবে কৌশল্যা দেৱীক আশ্বস্ত কৰিবৰ আৱশ্যক হৈছে। তেওঁ মাতৃক

সান্ত্বনা দি এইদৰে আশ্বাস দিবলৈ ধৰিলে— হে মাতৃ! আপুনি ভাবি চাওঁক কৈকেয়ী দেৱীয়ে ৰজা দশৰথক প্ৰৱঞ্চনা কৰিছে। এই সময়ত যদি আপুনিও তেওঁক পৰিত্যাগ কৰি যায়, মই বনলৈ যোৱাৰ পাছত তেওঁ নিশ্চয় বাচি নাথাকে। বিশেষতঃ স্ত্ৰীধৰ্ম অনুসাৰে স্বামীক পৰিত্যাগ কৰা স্ত্ৰীৰ পক্ষে গৰ্হিত কাৰ্য্য, মহৎ অধৰ্ম। সেইবাবে এই লোক নিন্দাৰ কাৰ্য্য আপুনি কৰা উচিত নহব। যিমান দিন ৰজা বাচি থাকে সিমান দিন পৰ্য্যন্ত আপুনি তেওঁৰ শুশ্ৰূষা কৰি থাকক। স্বামী শুশ্ৰূষাই মহিলা সকলৰ সনাতন ধৰ্ম।

ৰাণী কৌশল্যা পতিব্ৰতা নাৰী। আৰ্য্য ৰমণীৰ সৰ্ব্বশ্ৰেষ্ঠ গুণ পতিভক্তি আৰু সৰ্ব্বশ্ৰেষ্ঠ কাৰ্য্য স্বামী শুশ্ৰূষা। সেই মৰ্মস্থানত যেতিয়া ৰামচন্দ্ৰই কৌশল্যা দেৱীক আঘাত কৰিলে— ৰাণীৰ প্ৰীতি ভাৱৰ উদয় হ'ল। স্বাভাৱিক বোধ শক্তি ঘূৰি আহিল আৰু তেওঁ ক'লে ভাল ভাৰু। সেয়ে হওঁক।

ৰামচন্দ্ৰই দুঃখিতা মাতৃক পুনঃ সান্ত্বনা দিলে— মাতৃ। ৰজা মোৰ জন্মদাতা গুৰু আৰু আপোনাৰ স্বামী গুৰু। আমি তেওঁৰ বাক্য পালন কৰা উচিত। আপুনি নিশ্চিত থাকক মই চৈধ্য বছৰ মহাৰণ্যত বিহাৰ কৰি পুনৰায় ঘূৰি আহিম আৰু আপোনাৰ আজ্ঞানুবৰ্ত্তী হৈ অযোধ্যাত থাকিম হি। আপুনি মোৰ লগত যাব নালাগে। যদি মই ঘূৰি অহালৈকে ৰজা জীৱিত থাকে, তেন্তে মই ঘূৰি আহিলে আপোনাৰ সুখ হব আৰু মনোবাঞ্ছা পূৰণ হব।

তেতিয়া কৌশল্যা দেৱীয়ে— দৈৱকে পৰম আশ্ৰয় যেন অনুভৱ কৰি আৰু ৰামচন্দ্ৰক বনগমনত দৃঢ়সংকল্প হোৱা দেখি ৰামচন্দ্ৰক আশীৰ্ব্বাদ কৰি অনুমতি দিলে আৰু বনবাস যাত্ৰাৰ সময়ত মঙ্গলানুষ্ঠান কৰিবলৈ সাজু হল। সেই মঙ্গলানুষ্ঠান অনুসাৰে ৰামচন্দ্ৰৰ ৰক্ষাবন্ধন কাৰ্য্য সমাপন কৰি অশ্ৰু পূৰ্ণ-নয়না হৈ ৰামক বাৰংবাৰ চাই চাই দুয়োহাতে সাবটি ধৰি মাতৃস্নেহত আপ্লুতা হৈ পৰিল। ৰামচন্দ্ৰই মাতৃচৰণ বন্দনা কৰি আশীৰ্ব্বাদ গ্ৰহণ কৰি সীতাৰ ভৱনলৈ গমন কৰিলে।

## সীতাও ৰামচন্দ্ৰৰ লগত যাবলৈ ওলাল ঃ

এইবাৰ ৰাম সীতাৰ ওচৰত উপস্থিত হ'ল। সীতাই এইবোৰ কথা একো শুনা নাই। ৰাম আহিব আহিব বুলি বাট চাই আছিল। ৰামৰ যৌৱৰাজ্যাভিষেক হব এই আনন্দেৰে আছিল। দেৱতা-আৰাধনা আদি কাৰ্য্য সমূহ সমাপ্ত কৰিছে। ৰামে অন্তঃপুৰত প্ৰৱেশ কৰিয়েই বুজিলে যে আনন্দ উৎসৱৰ পৰিৱেশ গঢ়ি উঠিছে। ৰামে লজ্জিতমনে অধোবদন হৈ অন্তঃপুৰত প্ৰৱেশ কৰিছে। সীতা দেৱী ৰামক অহা দেখি আনন্দমনে বহাৰ পৰা উঠি আগবাঢ়ি গ'ল কিন্তু ৰামৰ মুখৰ

ফালে চাই কঁপি উঠিল। ৰামে মনৰ শোক লুকাই ৰাখিব পৰা নাই। মুখ মণ্ডলত শোক আৰু দুখৰ ছায়া পৰিছে। স্বামীৰ বদন কমল শোকযুক্ত আৰু চিন্তাক্লিষ্ট দেখা পাই বৰ ব্যাকুলিতা হৈ সীতাদেৱীয়ে সুধিলে— প্ৰভু! এই আনন্দৰ সময়ত তোমাৰ এনে দুঃখ ভাব কিয়? আজি পুষ্যা নক্ষত্ৰ যুক্ত বৃহস্পতিবাৰ - ৰাজ্যাভিষেকৰ বাবে নিৰ্দ্ধাৰিত দিন। এই সময়ত তোমাৰ মনত কি দুখ উপস্থিত হৈছে? তোমাৰ অভিষেকৰ আয়োজন হৈছে — তোমাৰ আনন্দৰ সময়হে উপস্থিত হৈছে; কিন্তু তোমাৰ মলিন মুখ দেখি বুজা যায় যে তোমাৰ কোনো হৰ্ষ বা আনন্দ নাই। ইয়াৰ কাৰণ কি?

ৰামচন্দ্ৰৰ মলিন মুখ দেখিয়েই সীতা দেৱীয়ে আশঙ্কিত হৈ নানা প্ৰকাৰ বিলাপ বিননি আৰম্ভ কৰি দিলে। এতিয়া ৰামে এই অৱস্থাত কি উত্তৰ দিয়ে? আচল কথাটো ভাঙি পাতি কবই লাগিব। ৰামে সীতাৰ প্ৰশ্নৰ উত্তৰ দিছে— হে ধৰ্ম্মচাৰিণি। তুমি ধৰ্মৰ মূলতত্ত্ব বোৰ জানা — কাৰণ তুমি এক মহৎ কুলৰ জীয়ৰী। মোৰ বৰ্ত্তমান অৱস্থাৰ কথা কওঁ শুনা। পিতা ৰজা দশৰথ পূৰ্ব্বে আমাৰ বিমাতা কৈকেয়ী দেৱীক দুটা বৰ দিবলৈ প্ৰতিশ্ৰুত আছিল। এতিয়া ৰজাৰ আদেশত মোৰ ৰাজ্যাভিষেকৰ আয়োজন হোৱা দেখি কৈকেয়ী দেৱীয়ে সেই বৰ দুটা খুজিছে। সেই বৰ অনুসাৰে ভৰতক চৈধ্য বছৰৰ বাবে যৌৱৰাজ্য দিয়া হৈছে আৰু মোৰ সেই চৈধ্য বছৰৰ বাবে বনবাসৰ আদেশ হৈছে। মই দণ্ডকাৰণ্যত বাস কৰিব লাগিব আৰু সেইবাবে বনলৈ যাবলৈ সাজু হৈ তোমাক চাবলৈ আহিছোঁ। মই তোমাক উপদেশ দিও যে মোৰ অনুপস্থিতিকালত ভৰতৰ আগত মোৰ কোনো গুণৰ প্ৰশংসা নকৰিবা; কাৰণ ধন আৰু প্ৰতিষ্ঠা থকা কোনো পুৰুষে কেতিয়াও আনৰ প্ৰশংসা সহ্য কৰিব নোৱাৰে। তোমাক ভৰণ-পোষণ কৰাটো ভৰতৰ অৱশ্যে কৰ্ত্তব্য নহয়। গতিকে তুমি ভৰতৰ সহিত অনুকূল ব্যৱহাৰ কৰি চলিব লাগিব। ভৰত ৰজা হৈছে সেইবাবে তুমি তেওঁক প্ৰসন্ন ৰাখিব লাগিব। তুমি দুঃখ নকৰিবা। ৰজা দশৰথ মোৰ পৰম গুৰু। মই তেওঁৰ প্ৰতিজ্ঞা ৰক্ষাৰ বাবে আজিয়েই বনলৈ যাম। মই বনলৈ যোৱাৰ পাছত তুমি ব্ৰত, উপবাস আৰু কুল ধৰ্ম ৰক্ষা কৰি চলিবা। তুমি প্ৰত্যূষতে উঠি দেৱপূজা সমাপন কৰি মহীপতি দশৰথৰ চৰণ বন্দনা কৰিবা। শোকাকুলা মাতৃ কৌশল্যা দেৱীৰো চৰণ বন্দনা কৰিবা। শোকাকুলা মাতৃ কৌশল্যা দেৱীৰো চৰণ বন্দনা কৰি প্ৰত্যহ আন আন মাতৃ সকলকো সেৱা কৰিবা। তেওঁলোকে সকলোৱে আমাক স্নেহপ্ৰীতিৰ চকুৰে চায়। তেওঁলোককো নিজৰ মাতৃৰ দৰে মান সন্মান কৰা উচিত। ভৰত আৰু শত্ৰুঘ্ন মোৰ প্ৰাণতকৈও প্ৰিয়তম। তুমি তেওঁলোকক নিজৰ ভাই বা পুত্ৰৰ দৰে ব্যৱহাৰ কৰিবা। মই এতিয়াই বনলৈ যাম - মোৰ শেষ কথা এয়ে যে যি কাৰ্য্যৰ দ্বাৰা আন কোনো ব্যক্তিৰ অনিষ্ট হয়, তেনে কাৰ্য্য তুমি কেতিয়াও নকৰিবা।

এইখিনিতে সীতা চৰিত্ৰৰ বিষয়ে লক্ষ্য কৰিবৰ আৱশ্যক হৈছে। বাল্মিকী ৰামায়ণত পোৱা যায় যে ৰামচন্দ্ৰৰ কথা শুনি সীতাই উত্তৰ দিছে— তুমি মোক এইবোৰ কি উপদেশ দিছা? তোমাৰ কথাবোৰ ইমান লঘু যে তুমি মোক উপহাস কৰা যেন হে মই শুনিছোঁ। তুমি অস্ত্ৰশস্ত্ৰবিদ এজন বীৰ, এজন ৰাজপুত্ৰ - তুমি এনেদৰে মোক উপদেশ দিয়া অনুচিত হৈছে আৰু ই তোমাৰ মুখত শোভা নাপায়। এনে কথা শুনিবও নাপায়। হে আৰ্য্য পুত্ৰ! পিতা, মাতা, ভ্ৰাতা, পুত্ৰ আৰু পুত্ৰবধু সকলে নিজ নিজ ভাগ্য অনুসাৰে সুখ দুঃখ ভোগ কৰে। কেৱল পত্নী সকলেহে পতিৰ ভাগ্য অনুসাৰে সুখ দুঃখ ভোগ কৰে। সেইবাবে যদি তোমাৰ প্ৰতি বনবাসৰ আদেশ হৈছে, মোৰ প্ৰতিও সেই আদেশ হৈছে। ইহকালে পৰাকালে স্বামীয়েই নাৰীৰ গতি। নিজৰ আত্মা, পিতা মাতা, পুত্ৰ বা বন্ধুজন কোনেও নাৰীৰ আশ্ৰয়স্থল হব নোৱাৰে। হে ৰঘুবৰ! তুমি যদি দুৰ্গম বনলৈ যোৱা, ময়ো কুশ কন্টক ভৰিৰে মোহাৰি মোহাৰি তোমাৰ আগে আগে যাম। তুমি ঈৰ্ষা ৰোষ পৰিত্যাগ কৰি মোক লৈ যোৱা। স্বামী দুঃখতে থাকক বা সুখতেই থাকক পত্নীও স্বামীৰ লগতে একে অৱস্থাতে থাকিব লাগিব। সেয়ে পত্নীসুখ। তাতকৈ স্বৰ্গসুখ নাৰীৰ একো নাই। মোৰ পিতৃ-মাতৃয়ে স্বামীৰ প্ৰতি কি কৰ্ত্তব্য সেই বিষয়ে ভালদৰে উপদেশ দিছে,— তুমি মোক সেই উপদেশ দিব নালাগে। তোমাৰ লগত ময়ো নিশ্চয় বনলৈ যাম আৰু তোমাৰ দৰে ফলমূল খাই জীৱন ধাৰণ কৰি থাকিম। তোমাৰ আগে আগে যাম আৰু তোমাৰ পাছত ভোজন কৰিম। এই উক্তি দুৰ্বল চিত্তা ৰমণীৰ উক্তি নহয়। এই উক্তি পতিব্ৰতা হিন্দু ৰমণীৰ উক্তি এই উক্তি কুপিতা প্ৰণয়িনীৰ উক্তি — ইয়াত স্নেহ, প্ৰেম, ধৈৰ্য্য আৰু কৰ্ত্তব্য পৰায়ণতাৰ নিদৰ্শন আছে।

বাল্মিকিৰ সীতা অবলা দুৰ্বলা নহয়। বীৰ কন্যা আৰু বীৰ ৰমণী; কিন্তু মাধৱ কন্দলীৰ সীতা দুৰ্বল। যদিও সমানেই পতিব্ৰতা আৰু স্বামীৰ অনুগামিনী। ৰামে যেতিয়া সীতাক বনবাসৰ দুঃসংবাদ দিয়ে তেতিয়া মাধৱ কন্দলীৰ ৰামায়ণত সীতা বুকু চপৰিয়াই মাটিত পৰি যোৱা বুলি কৈছে—

পৰম দাৰুণ ৰামৰ বচন
শুনিয়া সীতা গোসানী
হা প্ৰভু বুলি পৰিলা ভূমিত
হৃদয়ত মুঠি হানি।।

কৃত্তিবাসী ৰাময়ণত কিন্তু এই স্থানত বাল্মিকি ৰামায়ণৰ অনুৰূপ উক্তি পোৱা যায়।

শ্ৰীরামের বচনে সীতার ওঠ কাপেঁ।
কহেন রামের প্রতি কুপিত সন্তাপে।।
পণ্ডিত হইয়া বল নির্ব্বোধের প্রায়।

কেন হেন জনে পিতা দিলেন আমায়।।
নিজ নারী ৰাখিতে যে করে ভয় মান।
দেখ তায় বীর বলে কোন বীর জনে।।
রাজ্য নিতে ভৰত না করিল অপেক্ষা।
তার রাজ্যে স্ত্রী তোমার কিসে পায় রক্ষা।।

বাল্মীকি ৰামায়ণত কিন্তু ভৰতৰ বিষয়ে এনে হীন উক্তি সীতাৰ মুখত প্ৰকাশ পোৱা নাই। বাল্মীকি ৰামায়ণৰ শ্লোকৰ অনুবাদ ইয়াৰ আগত দিয়া হৈছে। সীতা চৰিত্ৰৰ আলোচনা প্ৰসঙ্গ ক্ৰমে পাছতো কৰা হয়।

ধৰ্মবৎসলা সাধ্বী সীতা দেৱীয়ে এইদৰে বহু কথা কোৱাৰ পাছতো ৰামচন্দ্ৰই সীতাক লগত লৈ যাবলৈ ইচ্ছা নকৰিলে। বাহুল্য ভয়ত আটাইখিনি কথা ইয়াত উল্লেখ কৰা নহ'ল। বনবাসত সীতাই বহু কষ্ট সহিব লাগিব সেইটো ভয় কৰিহে ৰামে সীতাক লৈ যাবলৈ ইচ্ছা কৰা নাছিল। বনবাসত কিবোৰ দুঃখ কষ্ট হব সেই সকলোবোৰ কথাৰে সীতাক যথেষ্ট বুজনি দিলে। কিন্তু সীতা দেৱীয়ে একোতেই সান্ত্বনা গ্ৰহণ নকৰিলে; বৰং তীক্ষ্ণতৰ যুক্তি আৰু তীব্ৰ ভৰ্ৎসনাসূচক বাক্যহে ৰামৰ প্ৰতি ব্যৱহাৰ কৰিলে। কৃত্তিবাসী ৰামায়ণৰ পৰা উদ্ধৃত কৰা পদফাঁকিত তাৰ উল্লেখ আছে। তাৰ উপৰিও কৈছে হে ৰঘুবৰ। কোনো সাধ্বী স্ত্ৰীয়ে পতিবিহীনা হৈ জীৱন ধাৰণ কৰিব নোৱাৰে। তেনে ক্ষেত্ৰত তোমাৰ বিৰহ সহ্য কৰি জীৱন ধাৰণ কৰিবলৈ উপদেশ দিছা। মোৰ ভাগ্যত বনবাস নিশ্চিত হৈ আছে। পূৰ্ব্বে যেতিয়া মই পিতৃগৃহত আছিলোঁ তেতিয়া মই সামুদ্ৰিক বিদ্যা পাৰদৰ্শী বিজ্ঞ ব্ৰাহ্মণ সকলৰ মুখত শুনিছোঁ যে মই অৱশ্য অৱশ্য বনবাসলৈ যাব লাগিব। মোৰ বনবাসেই যেতিয়া বিধি লিপি, মই তোমাৰ লগতে বনলৈ যাম। তোমাৰ লগত বনবাস কৰি তোমাৰ পৰিচৰ্য্যা কৰিব পৰাটো মোৰ সৌভাগ্যৰ হে কথা। তুমি মোৰ স্বামী। তুমিয়েই মোৰ দেৱতা মই তোমাৰ ধৰ্মপত্নী। মোৰ চৰিত্ৰত কোনো দোষ নাই। তুমি মোক কিয় লগত নিনিবা? প্ৰভো! তুমিয়েই মোৰ ধ্যান তুমিয়েই মোৰ ভজন। তোমাৰেই সুখ দুঃখত সমভাগিনী হৈ মই মোৰ পতি ব্ৰত্য ধৰ্ম পালন কৰি আছোঁ। মোক তোমাৰ লগত লৈ যোৱাটো তোমাৰ অৱশ্য কৰ্ত্তব্য। যদিহে তুমি মোক লগত নিনিয়া তেন্তে মই নিশ্চয় বিষ পান কৰিম নাইবা অগ্নিত বা জলত প্ৰৱেশ কৰি মোৰ মৃত্যুক মই নিজে মাতি আনিম।

ইয়াৰ পাছতো শ্ৰীৰামচন্দ্ৰই অৰণ্যত কি কি ভয়ৰ কাৰণ আছে সেইবোৰ উল্লেখ কৰি সীতাক অৰণ্যত যাবলৈ নিবৃত্ত কৰিবলৈ ধৰিলে। ৰামৰ কথা শুনি

---

কিমিদং ভাষসে ৰাম বাক্যং লঘুতয়া ধ্ৰুবম্। ত্বয়া যদপহাস্যং মে শ্ৰুত্বা নৰবৰোত্তম।। ২
বীৰাণাং ৰাজ পুত্ৰাণাং শস্ত্ৰাৰ্থ বিদুষাং নৃপ। অনৰ্হমযশস্য চন শ্ৰোতব্যং ত্ব য়েৰিতম।। ৩
অযোধ্যা - ২৭ অঃ

সীতাৰ চকুৰ পৰা তপত চকুৰ পানী বিগলিত হ'বলৈ ধৰিলে আৰু সীতা দেৱী বৰ ভাৱনাত পৰিল। তথাপি ৰামচন্দ্ৰই সান্ত্বনাৰ কথা কৈ থাকিল।

এইবাৰ সীতাৰ সুৰ বদলিল। সেই সুৰত আক্ষেপ যিমান আছে ততোধিক আছে তীব্ৰ বিদ্ৰূপ। সেই বিদ্ৰূপ বাক্য সমূহ ভাবাতো পৰিস্ফুট হৈ উঠিছে— প্ৰেম, প্ৰণয় আৰু স্বামীভক্তি। সীতাই কৈছে — তুমি জাঁনো পুৰুষ? যদি তুমি পুৰুষ হোৱা তোমাৰ কাৰ্য্য কিয় স্ত্ৰীলোকৰ নিচিনা? তোমাক সুপুৰুষ বুলি ভাবিহে পিতা জনকে তোমাক জোঁৱাই কৰি লৈছিল। তোমাৰ ৰূপ সূৰ্য্যৰ প্ৰভাৰ নিচিনা— এই ৰূপ তোমাৰ স্বাভাৱিক; কিন্তু সেই ৰূপৰ আৰাঁলত যে স্ত্ৰীজনোচিত দুৰ্বলতা আছে - পিতাই তো এতিয়াও জনা নাই। তুমি বীৰ আৰু পৰাক্ৰমী ইও সঁচা; কিন্তু তুমি স্ত্ৰীক পৰিত্যাগ কৰি যে গুচি যাবা এই কথাই প্ৰমাণ কৰিব যে ৰামৰ পৰাক্ৰম নাই। ইয়াৰ দ্বাৰা তোমাৰ এটা মিথ্যা অপযশ প্ৰচাৰিত হ'ব তুমি ভাবি চাইছা নে? ই যে বৰ দুঃখৰ কথা হ'ব। তুমি কি ভাবি ইমান বিষণ্ণ হৈছা যে অনন্য পৰায়ণা স্ত্ৰীকো পৰিত্যাগ কৰিব খুজিছা? মোক লগত নিনিয়াকৈ তোমাৰ বনগমন কেতিয়াও বিধেয় নহয়। তোমাৰ লগত বিহাৰ শয্যাত থকাত মোৰ যেনে সুখ, তাত যেনেকৈ মোৰ কোনো কষ্ট বা পৰিশ্ৰম নাই, তোমাৰ লগত বনলৈ যোৱাতো মোৰ তেনে সুখ হ'ব— তাতো মোৰ কোনো পৰিশ্ৰম বা কষ্ট নহয়। তোমাৰ চকুৰ আগত থাকি যদি মই তৃণ শয্যাত শয়ন কৰোঁ আৰু তোমাৰ বিৰহত যদি সুকোমল কম্বল আস্তৰণ যুক্ত শয্যাত শয়ন কৰোঁ— মোৰ তৃণ শয্যাই সুখৰ নহয় জানোঁ? তোমাৰ লগত থকাই মোৰ স্বৰ্গবাস আৰু তোমাৰ পৰা বিচ্ছিন্না হৈ থকাটোৱেই মোৰ নৰক বাস। তুমি যদি মোক লগত লৈ নোযোৱা তেন্তে মই শত্ৰুৰ বশীভূতা হোৱাতকৈ নিশ্চয় বিষপান কৰিম। তাত মোৰ দুঃখ কম হ'ব— মুহূৰ্ত্তকালৰ মৃত্যু যন্ত্ৰণা মাথোন হ'ব; কিন্তু দীৰ্ঘকাল তোমাৰ বিৰহ-যন্ত্ৰণা মই ভোগ কৰিব নালাগিব। মুহূৰ্ত্ত কালো তোমাৰ বিয়োগ সহিব নোৱাৰোঁ; দীৰ্ঘ চৈধ্য বছৰ মই বিয়োগ যন্ত্ৰণা কেনেকৈ সহ্য কৰিম? তাৰ পাছত স্বামীক গাঢ় ভাবে আলিঙ্গন কৰি শোক সন্তপ্তা সীতা দেৱীয়ে উচ্চৈস্বৰে কান্দিব ধৰিলে। কান্দি কান্দি সংজ্ঞা হেৰুৱাই পেলালে। ৰামচন্দ্ৰই সীতাক মৰমেৰে সাৱটি ধৰি আশ্বাস দি দি সীতাৰ সংজ্ঞা ঘূৰাই আনিলে।

## সীতাক লগত নিবলৈ ৰামৰ সম্মতি :

ৰামচন্দ্ৰই সীতাক কবলৈ ধৰিলে — দেৱি। তোমাক দুঃখ দিময়ো স্বৰ্গসুখ অভিলাষ নকৰোঁ। তুমি জানা এই জগতৰ কোনো প্ৰাণীকেই মই ভয় নকৰোঁ। অৰণ্যত যে মই তোমাক ৰক্ষা কৰিব নোৱাৰিম এনে নহয়; কিন্তু তোমাৰ অভিপ্ৰায় নজনাকৈ তোমাক অৰণ্য বাসিনী কৰিবলৈ মোৰ অভিলাষ কেনেকৈ হ'ব পাৰে?

এতিয়া বুজিলোঁ। সেই কাৰণে পূৰ্বে ৰাজৰ্ষি বিলাকে যেনেকৈ সপত্নীক বান প্ৰস্থ ধৰ্ম গ্ৰহণ কৰিছিল ময়ো সপত্নীক বান প্ৰস্থ ধৰ্ম অবলম্বন কৰিম। প্ৰিয়ে, তুমি এতিয়া মোৰ অনুগামিনী হোৱা আৰু বানপ্ৰস্থ ধৰ্ম আচৰণ কৰা। তোমাৰ অভিপ্ৰায় অতি উত্তম হৈছে। বংশ মৰ্য্যদানুসাৰেও এই অভিপ্ৰায় উত্তম হৈছে। এতিয়া বনবাস উদ্দেশ্য কৰি যথাযোগ্য দানাদি কাৰ্য্য সম্পন্ন কৰা। তোমাক এৰি এতিয়া মই স্বৰ্গলৈকো যাবলৈ ইচ্ছা নকৰোঁ। তুমি ত্বৰান্বিতা হৈ ব্ৰাহ্মণ আৰু ভিক্ষুক সকলে যি প্ৰাৰ্থনা কৰে সেই অনুসাৰে ধনৰত্ন দান কৰা আৰু ভোজন কৰোৱা। তোমাৰ আৰু মোৰ যিবোৰ মহামূল্য ভূষণ, উত্তম বস্ত্ৰ, ৰমণীয় শিল্প দ্ৰব্য, শয্যা আৰু যান-বাহন আছে আৰু আন আন যিবোৰ ব্যবহাৰ্য্য বস্তু আছে সেই সমুদয় ভৃত্য বিলাকক দি দিয়া।

সীতা দেৱী সন্তুষ্টা হৈ যথানুৰূপ কাৰ্য্য সমাধা কৰাত ব্যস্ত হ'ল।

## লক্ষ্মণো সঙ্গী হব ঃ

ৰাম আৰু সীতাৰ যেতিয়া কথোপকথন হয় তাৰ আগতে লক্ষ্মণ তাত উপস্থিত হৈছিল। গতিকে সকলোবোৰ কথাকেই লক্ষ্মণে শুনিছিল। তেওঁলোকৰ শেষ সিদ্ধান্ত হৈ যোৱাৰ পাছত লক্ষ্মণে চকুৰ পানীৰে মুখ মণ্ডল আপ্লাবিত কৰি শ্ৰীৰামৰ চৰণ যুগলত সাবটি ধৰি কবলৈ ধৰিলে— আপোনালোকে যেতিয়া বনলৈ যাবলৈ উলাইছে, মোৰ অযোধ্যাত থকাৰ কি আৱশ্যক? মই আপোনালোকক এৰি স্বৰ্গও কামনা নকৰোঁ, অমৰত্বও মোক নালাগে, সমগ্ৰ পৃথিবীৰ ঐশ্বৰ্য্যতো মোৰ অভিলাষ নাই। ময়ো আপোনালোকৰ লগতে যাম আৰু হাতত ধনুশৰ লৈ আগে আগে গৈ মই আপোনালোকৰ ৰক্ষী হৈ ফুৰিম। আপোনালোকে মৃগ পছ আৰু সুস্বৰ পক্ষী বিলাকৰ সুমধুৰ কোমল মাতেৰে প্ৰতিধ্বনিত হোৱা অৰণ্য সমূহত বিচৰণ কৰি ফুৰিব।

ৰামচন্দ্ৰই তেতিয়া বহু সান্ত্বনা বাক্যৰে লক্ষ্মণক নিষেধ কৰিলে। লক্ষ্মণ কৃত সংকল্প। তেওঁ ৰামক সুধিলে আপুনি কিয় মোক নিষেধ কৰিছে? মই কি সুখেৰে ইয়াত থাকিম?

ৰামে তেতিয়া বুজাইছে— ভাই লক্ষ্মণ। তুমি বীৰ, তোমাৰ স্বভাব স্নিগ্ধ, তুমি সৎ, তুমি ধাৰ্মিক। তাতোকৈ তুমি মোৰ অনুৰক্ত। তুমি মোৰ ভাইয়েই নোহোৱা তুমি মোৰ সখা। কিন্তু তুমি যদি মোৰ লগত যোৱা মাতা কৌশল্যা দেৱীক আৰু সুমিত্ৰা মাতৃক কোনে চাব? ৰজা দশৰথে কৈকেয়ীদেৱীৰ মতানুসাৰী হৈ আগৰ দৰে তেওঁলোকক প্ৰতিপালন কৰি থাকিব বুলি মোৰ বোধ নহয়। ভৰতেও ৰাজ্যলাভ কৰি নিজ মাতৃৰ উপদেশ অনুসাৰে চলিব। কৌশল্যা দেৱী আৰু সুমিত্ৰা

দেৱীক স্মৰণ নকৰিব। উভয়ে পুত্ৰ বিৰহিনী হৈ দুঃখত কাল কটাব। তুমি স্বয়ং ৰজা দশৰথৰ অনুগ্ৰহ সম্পাদন কৰি তেওঁলোকক প্ৰতিপালন কৰি থাকা। তুমি যদি ইয়াকে কৰি থাকা তাৰ দ্বাৰাই তোমাৰ যি দৃঢ় ভক্তি মোলৈ আছে, সেই ভক্তিৰ অনুৰূপ কাৰ্য্য কৰা হব। তুমি মোৰ বাবেই সেইখিনি কাৰ্য্য সম্পাদন কৰি থাকা যাতে তোমাৰ আৰু মোৰ বিৰহত আমাৰ উভয় মাতৃয়ে কষ্ট নাপায়।

লক্ষ্মণে এই কথাৰ যথাযোগ্য উত্তৰ দিলে। হে বীৰ! কৌশল্যা আৰু সুমিত্ৰা দেৱীৰ কাৰণে চিন্তাৰ কোনো কাৰণ নাই। স্বয়ং ভৰতেই তেওঁ লোকক প্ৰতি পালন কৰিব। যদিহে নকৰে, ৰাজ্যলাভত মদগৰ্বী হৈ তেওঁলোকক অৱহেলা কৰে — মই নিশ্চয় ভৰতক বধ কৰিম — ভৰতৰ নিস্তাৰ নাই। কোনেও মোৰ হাতৰ কৰা ভৰতক ৰক্ষা কৰিব নোৱাৰিব। তদুপৰি কৌশল্যা দেৱীক কোনেও ভৰণ-পোষণ কৰিব নালাগে। তেওঁ যথেষ্ট মনস্বিনী। তেওঁ আশ্ৰিত বৰ্গক প্ৰতিপালন কৰিবলৈ এক হাজাৰখন গাওঁ পাইছে। তেওঁ অনায়াসে নিজক, মোৰ মাতৃক আৰু মোৰ নিচিনা এহেজাৰ ব্যক্তিক প্ৰতিপালন কৰিব পাৰে। গতিকে তেওঁলোকৰ বাবে কোনো চিন্তা নাই, সেইবাবে আপুনি মোক আপোনাৰ সহচৰ কৰক। তাত ধৰ্ম হানিৰ কোনো ভয় নাই। মই আপোনালোকৰ ভোজনৰ বাবে ফল-মূল আহৰণ কৰিম আৰু হোম-যজ্ঞাদিৰ বাবে যাৱতীয় দ্ৰব্য সংগ্ৰহ কৰি আনিম। লক্ষ্মণৰ কথাত ৰাম বৰ সন্তুষ্ট হ'ল। তেতিয়া ৰামে লক্ষ্মণক ক'লে তোমাৰ এই অভিপ্ৰায়ৰ কথা তোমাৰ বন্ধুবৰ্গৰ আগত কৈ তেওঁলোকৰ অনুমতি লৈ মোৰ অনুগামী হোৱা।

লক্ষ্মণে তেতিয়া বনবাসৰ বাবে কৃত নিশ্চয় হৈ সুহৃদ বিলাকৰ অনুমতি লৈ ইক্ষ্বাকু কুলৰ গুৰু বশিষ্ঠদেৱৰ ওচৰলৈ গ'ল আৰু তেওঁৰ পৰা উৎকৃষ্ট অস্ত্ৰ-শস্ত্ৰ সমূহ গ্ৰহণ কৰিলে আৰু ৰামৰ ওচৰলৈ গৈ বনলৈ যাবলৈ সাজু হৈ আহিল। ৰামে লক্ষ্মণক ক'লে — তুমি ঠিক সময়তে আহিছা। তুমি সোনকালে গৈ গুৰুপুত্ৰ আৰ্য্য সুযজ্ঞক ইয়ালৈ আনা। মই তেওঁক আৰু আন আন সচ্চৰিত্ৰ ব্ৰাহ্মণ সকলক পূজা অৰ্চ্চনা কৰি দান-দক্ষিণা দি বনলৈ গমন কৰিম।

লক্ষ্মণে অতি সত্বৰে গুৰুপুত্ৰ সুযজ্ঞক লৈ আহিল। ৰামে তেওঁক পূজা অৰ্চ্চনা কৰি বহু বেদজ্ঞ ব্ৰাহ্মণক ধন, সোণ, ৰত্ন, বস্ত্ৰ আৰু ৰূপ দান কৰিলে। চিত্ৰৰথ ৰামৰ সাৰথি আছিল। তেওঁকো বহুধন, মহমূল্য ৰত্ন আৰু বস্ত্ৰ, একহাজাৰ কৈ গৰু, ম'হ আৰু ছাগলী দান কৰিলে। ব্ৰহ্মচাৰী, বেদাধ্যয়নকাৰী ছাত্ৰ সকলকো বহু অৰ্থ দান কৰিলে। ব্ৰহ্মচৰ্য্যাশ্ৰম সাঙ্গ কৰি যিবিলাক ছাত্ৰ গৃহী হবলৈ ওলাইছিল সেই বিলাককো বিবাহাদি কাৰ্য্য সমাপনৰ বাবে বহু অৰ্থ দান কৰিলে। তাৰ পাছত ভৃত্য সকলক চৈধ্য বছৰ যাতে উত্তম ৰূপে জীৱন যাত্ৰা নিৰ্বাহ কৰিব পাৰে সেই অনুসাৰে বস্তুদ্ৰব্য আৰু অৰ্থ দান কৰি ক'লে— যে যেতিয়ালৈকে আমি ঘূৰি নাহোঁ তেতিয়ালৈকে তোমালোক লক্ষ্মণৰ ভৱনত থাকিবা।

সৰ্ব্বশেহত ত্ৰিভাট নামা এক দুখীয়া ব্ৰাহ্মণে ব্ৰাহ্মণীৰ অনুৰোধত ৰামৰ ওচৰলৈ গৈ বহু সহস্ৰ গাভী দান পালে।

সকলোৱে ৰামচন্দ্ৰক আশীৰ্বাদ কৰি বিদায় ললে।

## বনবাসলৈ যাত্ৰা ঃ

দান-কাৰ্য্য সমাধা হৈ গ'ল। বনলৈ যাত্ৰা কৰাৰ পূৰ্বে ৰজা দশৰথৰ পৰা বিদায় লোৱাৰ আৱশ্যক। সেইবাবে ৰাম, লক্ষ্মণ আৰু সীতা পিতৃ দৰ্শনৰ উদ্দেশ্যে ৰাজ ভৱনলৈ যাবলৈ ধৰিলে। এই উপলক্ষে ৰাজপথত এটা শোকাবহ দৃশ্যৰ উদ্ভৱ হ'ল। পূৰ্বে ৰাজভৱনলৈ যেতিয়া ৰাম গৈছিল তেতিয়া এটি বৃহৎ চতুৰঙ্গ সেনাবাহিনীয়ে ৰামচন্দ্ৰক অনুগমন কৰিছিল। মূৰৰ ওপৰত ছত্ৰ বাহিত হৈছিল আৰু ৰামচন্দ্ৰ ৰথত আৰোহণ কৰি গৈছিল। আজ ছত্ৰও নাই, অনুগমনকাৰী সৈন্য বাহিনীও নাই আৰু ভৰিত পাদুকাও নাই। যি সীতাক পূৰ্বে বিমান বাহিনীৰ লোকেও দেখা নাপাইছিল সেই সীতাই আজি পদব্ৰজে সৰ্বলোক সমক্ষে ৰাম-লক্ষ্মণৰ লগত ৰাজপথেদি যাব ধৰিছে। নগৰবাসী সকলৰ মনত এটা অভূতপূৰ্ব্ব শোকৰ উদ্ভৱ হ'ল। ৰামচন্দ্ৰ লক্ষ্মণ আৰু সীতাৰ লগত আগবাঢ়ি আহিছে— ৰজা দশৰথে দেখা পাই ৰাজ আসনৰ পৰা উঠি আগবঢ়াই নিবলৈ আহিল; কিন্তু কেইখোজমান আহিয়েই দুঃখত অভিভূত হৈ মূৰ্চ্ছিত হৈ মাটিত পৰি গ'ল। তেতিয়া ৰাম আৰু লক্ষ্মণ উভয়ে লৰালৰিকৈ ৰজাৰ ওচৰ চাপিল। সেই সময়তে ৰাজভৱনত অকস্মাৎ 'হা ৰাম' এই ধ্বনি মহিলা সকলৰ পৰা উত্থিত হ'ল।

কৌশল্যাক প্ৰমুখ্যে ৰামৰ শত মাৱ।
হা প্ৰাণ প্ৰভু বুলি তেজিলন্ত ৰাৱ।।
হৰি হৰি বিধি কত কৰিলে সঙ্গতি।
দশৰথ নৃপতিৰ হেন সে বিপতি।।

ৰাম আৰু লক্ষ্মণ উভয়ে সীতা দেৱীৰ সহিত কান্দি কান্দি ৰজাক হাতেৰে তুলি ললে। কিছুসময়ৰ পাছত ৰজাৰ সংজ্ঞা ঘূৰি আহিল। তেতিয়া ৰামে ৰজাক ক'লে— মহাৰাজ। আপুনি আমাৰ সকলোৰে প্ৰভু। আমি বনলৈ যোৱাৰ বাবে প্ৰস্তুত হৈ আপোনাৰ অনুমতি লবলৈ আহিছোঁ। আপুনি শোক পৰিত্যাগ কৰি আমাক আশীৰ্ব্বাদ সহ অনুমতি দিয়ক। লক্ষ্মণ আৰু সীতাক মই বহুপ্ৰকাৰে নিষেধ কৰা সত্বেও উভয়ে মোৰ লগত যাবলৈ ওলাইছে। আপুনিও অনুগ্ৰহ কৰি সম্মতি দান কৰক।

ৰজা দশৰথে ক'লে— হে বাছা ৰঘুনন্দন। মই কৈকেয়ীক বৰ দান কৰি বিমূঢ় হৈ পৰিছোঁ। এতিয়া তুমি স্বয়ং মোক নিগৃহীত কৰি ৰাজপাট লোৱা।

এনে পৰিস্থিতিত কেইজন ৰাজপুত্ৰই এনে লোভ সম্বৰণ কৰিব পাৰিব? কিন্তু ৰামচন্দ্ৰৰ উত্তৰ কি? হে মহাৰাজ। মই আপোনাক মিথ্যাবাদী কৰিব নোৱাৰোঁ। আপুনি বহু বছৰ পৰমায়ু লৈ ৰজা হৈ থাকক; মই চৈধ্য বছৰৰ পাছত পুনঃ আহি আপোনাৰ চৰণ বন্দনা কৰিম।

ৰজাই ৰামচন্দ্ৰক ক'লে— পুত্ৰ! মই শপথ কৰি কৈছো যে এই কাৰ্য্য মোৰ প্ৰিয় নহয়; কিন্তু কি কৰিম? মই এই প্ৰচ্ছন্নভাৱা ভাস্মাচ্ছাদিত — বহ্নিতুল্যা এই কুলোচিত চৰিত্ৰনাশিনী কৈকেয়ীৰ দ্বাৰা প্ৰবঞ্চিত হৈছোঁ। তুমি মোক সত্যবাদী কৰিবলৈ অভিলাষ কৰিছা সি বৰ আশ্চৰ্য্যৰ কথা নহয়। কিন্তু ইয়ে প্ৰৱঞ্চনাৰ মূল্য স্বৰূপ— তুমি সেই প্ৰৱঞ্চনাৰ নিষ্কৃতি বিধানত কৈকেয়ীৰ দ্বাৰা নিয়োজিত হৈ বনবাসলৈ যাবলৈ ওলাইছা— ইয়াত পুত্ৰৰ পিতৃভক্তি লাভৰ আনন্দ ক'ত? তুমি আজি যাব নালাগে; অন্ততঃ আৰু এটা দিন তোমাৰ লগত থাকি মোক সুখ দিয়া।

ৰামচন্দ্ৰই হাতযোৰ কৰি প্ৰাৰ্থনা কৰিলে— পিতা, মোক আৰু তেনে আদেশ নিদিব। মই বনলৈ যোৱাটো স্থিৰ কৰিছোঁ। সেই সিদ্ধান্তৰ কোনো লৰচৰ হব নোৱাৰে। মোক আজিয়েই যাবলৈ দিয়ক। আপুনি মোৰ পিতৃ— আপুনিয়েই মোৰ দেৱতা। দেৱতা সকলৰো পিতৃয়েই দেৱতা। মই অপোনাৰ সত্য ৰক্ষা কৰি চৈধ্য বছৰৰ পাছত উলটি আহিম। আপুনি ভৰতক ৰক্ষা কৰক। মই আত্মসুখৰ বাবে ৰাজপদ নিবিচাৰোঁ। আপোনাক ঋণমুক্ত আৰু সত্যযুক্ত কৰিবলৈ পালে যিমান সুখ পাম, ৰাজ্য ধন ভোগ স্বৰ্গসুখ আনকি মোৰ পত্নী সীতা দেৱীৰ পৰাও তেনে সুখ আশা কৰিব নোৱাৰোঁ। পিতৃক ঋণমুক্ত কৰা পুত্ৰৰ মহত্তম কৰ্ত্তব্য। আপুনি শোক পৰিত্যাগ কৰি আনন্দমনে মোক আজিয়েই বিদায় দিয়ক। মোৰ এই কৰ্ত্তব্য পালনত কোনো অবস্থাতে পৰাঙ্মুখ নহওঁ।

পুত্ৰ ৰামচন্দ্ৰৰ এনে কথা শুনি ৰজাৰ মনত দুঃখ আৰু সন্তাপ পুনঃ বৃদ্ধি পালে আৰু ৰামক দুয়োহাতে ধৰি বুকুৰ মাজত সাৱটি লৈ পুনঃ সংজ্ঞা হেৰুৱাই মাটিত পৰি গ'ল। তেতিয়া কৈকেয়ীৰ বাজে আন আন পত্নী সকলে একেলগে কান্দিব ধৰিলে। সেই সময়ত উপস্থিত সকলো লোকে "হায়! হায়" বুলি হাহাকাৰ কৰিব ধৰিলে।

## সাৰথি সুমন্ত্ৰৰ ক্ৰোধ ঃ

সাৰথি সুমন্ত্ৰ ৰজা দশৰথৰ মন বুজি আৰু মানসিক সন্তাপ আৰু অসহায় অবস্থা সম্পূৰ্ণৰূপে বুজি পাই খঙত উত্তপ্ত হৈ উঠিল। কৈকেয়ীৰ প্ৰতি সকলো শ্ৰদ্ধা, ভক্তি, সন্মান হেৰুৱাই পেলালে। কৈকেয়ীৰ প্ৰতি অতি কঠোৰ ভাৱাৰে তিৰস্কাৰ কৰিবলৈ ধৰিলে—

দেবি! তুমি ৰজা দশৰথ হেন নিজৰ স্বামীকো যেতিয়া ত্যাগ কৰিলা, পৃথিবীত এনে কোনো অকৰ্ত্তব্য নাই যে তুমি কৰিব নোৱাৰা। মোৰ বিবেচনাত তুমি পতি-নাশিনী আৰু কুলকলঙ্কিনী। ৰজা দশৰথ মহেন্দ্ৰৰ দৰে অপৰাজেয়, পৰ্বতৰ দৰে অটল আৰু অকম্পনীয় আৰু সমুদ্ৰৰ দৰে গম্ভীৰ আৰু অক্ষোভনীয়। তুমি নিজ কৰ্মৰ দ্বাৰা তেওঁক সন্তাপ দিছা। নাৰী সকল পুত্ৰৰ প্ৰতি পক্ষপাতিনী হোৱাতকৈ স্বামীৰ অভিপ্ৰায়ৰ অনুবৰ্ত্তিনী হোৱা হে উচিত। ইক্ষ্বাকুবংশৰ এই নিয়ম যে জ্যেষ্ঠ পুত্ৰই ৰাজ্য লাভ কৰে। তুমি ৰজা দশৰথ জীৱিত থাকোঁতে সেই নিয়ম লঙ্ঘন কৰি তোমাৰ পুত্ৰ ভৰতক ৰাজ্য দিব খুজিছা। তুমি যি ভাবিছা সেইটো হ'ব নোৱাৰে। ৰাম য'লৈকে যাব আমি সকলোৱে ত'লৈকে যাম। তুমি এনে কাৰ্য্য কৰিবলৈ উদ্যতা হৈছা যে তোমাৰ ৰাজ্যত কোনো সজ্জন থাকিব নোৱাৰিব। মই আচৰিত হৈছোঁ যে এতিয়াও পৃথিবী বিদীৰ্ণ হৈ যোৱা নাই।

তুমি এই কাৰ্য্যৰ পৰা এতিয়াও বিৰত হোৱা। মহাৰাজ দশৰথে যি কয় তাকে কৰা। মহা ধাৰ্মিক দেৱতুল্য ৰজা দশৰথক অৱমাননা নকৰিবা, তেওঁক অধৰ্মত নেপেলাবা। ৰামচন্দ্ৰ নিষ্পাপ— তেওঁ যি প্ৰতিজ্ঞা কৰিছে তাক পালন কৰিব। তুমিয়েই তেওঁক নিবৃত্ত কৰিব পাৰা। তেওঁ জ্যেষ্ঠ, তাতে আকৌ কৰ্মকুশল, ধৰ্মৰক্ষক আৰু বদান্য। তেওঁ প্ৰজাপালক আৰু প্ৰজাৰঞ্জক। তেওঁকেই অভিষিক্ত হবলৈ দিয়া। ৰাম যৌৱৰাজ্যাভিষিক্ত হলে ৰজা দশৰথ পূৰ্ব্বপুৰুষ সকলৰ পৰম্পৰা মানি বানপ্ৰস্থী হব; তেতিয়া ভৰত যুৱৰাজ হব পাৰিব।

সুমন্ত্ৰৰ এই তিৰস্কাৰ আৰু উপদেশৰ কোনো ফল নহ'ল। কৈকেয়ীৰ মনত কোনো দুঃখ বা ক্ষোভৰ সাঁচ নবহিল।

**দশৰথ ৰজাৰ ৰাম বনবাসৰ আদেশ ঃ**

ৰজা দশৰথে প্ৰতিজ্ঞা ৰক্ষাৰ দুঃসহ বেদনাত সন্তপ্ত হৈ ঘনে ঘনে দীৰ্ঘ নিশ্বাস এৰিবলৈ ধৰিলে। সুমন্ত্ৰক সম্বোধন কৰি বাষ্প গদ্ গদ্ বাক্যেৰে ক'লে— তুমি ৰামৰ লগত যাবলৈ ওলোৱা। ৰামৰ লগত যাবলৈ চাৰি প্ৰকাৰ নতুন সৈনিক (চতুৰঙ্গী সেনা) নিযুক্ত কৰা। সেই সেনা বিলাকৰ পৰিচৰ্য্যা আৰু আনন্দ বিনোদনৰ বাবে মিষ্ট ভাষিণী গণিকা নিয়োগ কৰা। বহু ধন সম্পন্ন বণিক সকলেও নিজ নিজ পণ্যদ্ৰব্যসহ সেনাবাহিনীৰ লগত যাওঁক। যিবিলাক মল্লযোদ্ধাৰ বীৰত্বত ৰাম সন্তুষ্ট হৈ আছে আৰু যিবিলাক মল্লবীৰে ৰামক অৱলম্বন কৰিয়েই জীৱিকা - নিৰ্বাহ কৰি আছে, সেই বীৰ সকলক ৰামক অনুগমন কৰিবলৈ বহুধন দি সৈনিক পদত নিয়োগ কৰা। এই নগৰীত বহু সংখ্যক ব্যাধ আছে যিবিলাকে অৰণ্যপথ ভালদৰে চিনি পায় সেই বিলাকে নিজৰ নিজৰ মুখ্য মুখ্য অস্ত্ৰসমূহ লৈ নিজ নিজ যান-বাহনত ৰামৰ লগত যাওঁক। তেতিয়া ৰামে হাতী চিকাৰ, মৃগচিকাৰ কৰি বিবিধ নদী, পৰ্বতৰ

শোভা দেখবলৈ পাই আৰু আৰণ্যক মধুপান কৰিবলৈ পাই ৰাজ্যৰ কথা পাহৰি যাব। যিবোৰ অৰণ্যত পুণ্যভূমি আছে তাত ৰামচন্দ্ৰই যাগ যজ্ঞ কৰি ঋত্বিক সকলক যথাশাস্ত্ৰ দান দক্ষিণা দি আনন্দে থাকিব পাৰিব। অযোধ্যা ৰাজ্য ভৰতে পালন কৰিব আৰু ৰামচন্দ্ৰক কাম্যবস্তু সমূহ দি বনলৈ যোৱাৰ ব্যৱস্থা কৰি দিয়া।

এইখিনিতে বুজিব লগা কথা এয়ে যে ৰামৰ বনবাসলৈ যোৱাৰ সময় উপস্থিত হোৱাত ৰজাই ৰামৰ বনগমনত ৰাজপুত্ৰোচিত ব্যৱস্থা কৰি দিবলৈ ধৈৰ্য্য গ্ৰহণ কৰিব পাৰিছে। কৈকেয়ীৰ বৰ অনুসাৰে ৰামৰ বনবাস অনিবাৰ্য্য— চৈধ্য বছৰ যদি ৰাম বনত সুখেৰে কাল কটাই আহিব পাৰে তাৰ ব্যৱস্থা কৰাই এতিয়া পিতৃৰ কৰ্ত্তব্য। কৈকেয়ী যদি এই ব্যৱস্থাত নিমাত থাকিলহেতেন আৰু সেই কৰ্ত্তব্য সাধনতো বাধা নিদিলেহেতেঁন ৰজা দশৰথৰ হয়তো এই চৈধ্যবছৰৰ ভিতৰত মৃত্যু নঘটিলহেঁতেন আৰু ইক্ষ্বাকুবংশতো বিপদ ইমান ঘনীভূত হৈ নুঠিলহেঁতেন। কিন্তু সেইটো বিধিৰ বিধান নহয়। কৈকেয়ীয়ে তাতো বিধি পথালি দিলে। কৈকেয়ীয়ে মলিন মুখ হৈ ৰজা দশৰথৰ ওচৰ চাপি কলে— হে সাধো! যি সুৰাৰ সাৰাংশ পান কৰা হৈছে সেই মাদকতাহীন সুৰাৰ নিচিনা অনুপভোগ্য এই ধনবিহীন অসাৰ ৰাজ্য ভৰতে গ্ৰহণ নকৰিব।(১)

শুনি কৈকেয়ীৰ মুখ জিহ্বা শুকাই গৈল।
ক্ৰোধে নৃপতিক বাক্য বুলিবাক লৈল।।
সাৰভাগ কাঢ়ি লৈলা পাইলোঁ সত্যবোল।
ঘৃত কাঢ়ি লৈলা মই কি কৰিবোঁ ঘোল।।

কৈকেয়ী দেৱীয়ে সকলো লাজ লজ্জাৰ মূৰ খাইছে। বুদ্ধি বিবেচনা হেৰুৱাই এই ধৰণৰ নিষ্ঠুৰ বাক্য যেতিয়া ক'লে তেতিয়া ৰজা দশৰথে তাৰ উত্তৰ অতি কাতৰ ভাৱে দিছে— তুমি মোক যি ভাৰ বহন কৰিবলৈ কৈছা সেইটোকে মই বহন কৰিবলৈ সাজু হৈছোঁ। হে অহিতকাৰিণি! তাতোকৈও মৰ্ম্মন্তুদ বাক্য কৈ মোক কিয় দুঃখ দিছা? এতিয়া মই বনবাসৰ ব্যৱস্থা যিদৰে কৰিব খুজিছোঁ তেনে ব্যৱস্থা নকৰিবলৈ তুমিতো মোক আগতে কোৱা নাই?

কৈকেয়ীৰ মুখ একোতে বন্ধ নহয়। বংশ পৰাম্পৰা ৰক্ষা কৰিবলৈ এতিয়া কৈকেয়ী দেৱীয়ে সোঁৱৰাই দিছে। পূৰ্ব্বে এই বংশৰ ৰাজপুত্ৰক যেনেকৈ বনলৈ পঠোৱা হৈছিল সেই পৰম্পৰা মানিবলৈ কৈছে। দশৰথৰ কথাত খঙত তেওঁ দুগুণ জ্বলি উঠিল আৰু তীব্ৰভাবে ক'লে— হে ৰজা! পূৰ্বে তোমাৰ বংশৰে পূৰ্বৰজা সগৰে যেনেকৈ তেওঁৰ জ্যেষ্ঠ পুত্ৰ অসমঞ্জাক বনবাস দিছিল— সেই পদ্ধতিহে লব লাগিব। ৰামো একেশৰণে প্ৰব্ৰাজিত হোৱা উচিত।

---

(১) ৰাজ্যং গতধনং সাধো পীত মণ্ডাং সুৰামিব।
নিৰাস্বাদ্যতমং শূন্যং ভৰতো নাভি পৎস্যতে।। ১২ অযোধ্যা ৩৬ অধ্যায়

কৈকেয়ীয়ে যেতিয়া এইদৰে উত্তৰ কৰিলে ৰজা দশৰথে কেৱল 'ধিক' এইখিনি মাথোন উচ্চাৰণ কৰিলে। তাত থকা সমস্ত লোক লজ্জান্বিত হৈ পৰিল। কিন্তু কৈকেয়ী দেৱীয়ে এই 'ধিক' শব্দৰ প্ৰকৃত মৰ্ম্ম উপলব্ধি কৰিব নোৱাৰিলে। এই কথা বুজি পাই পাছত ৰজাৰ এই 'ধিক' শব্দৰ অন্তৰালত কি অৰ্থ আছে ইয়াৰ দ্বাৰা দশৰথে কি ভাৱ প্ৰকাশ কৰিছে সেই কথা সিদ্ধাৰ্থ নামৰ প্ৰধান ব্যক্তি এজনে কৈকেয়ীক বুজাই দিলে। সিদ্ধাৰ্থ নামৰ ব্যক্তিজন আছিল বয়োবৃদ্ধ আৰু জ্ঞানবৃদ্ধ। তেওঁ ধনি শ্ৰেষ্ঠও আছিল। এই ব্যক্তি জনৰ ৰাজ দৰবাৰত এটা বিশিষ্ট স্থান আছিল, কাৰণ তেওঁৰ স্বভাৱ অতি নিৰ্মল আছিল। আৰু তেওঁ ক'লে— ৰজা সগৰে তেওঁৰ জ্যেষ্ঠপুত্ৰক নিৰ্বাসিত কৰিছিল সঁচা; কিন্তু সেই অসমঞ্জা নামৰ ৰাজপুত্ৰ জনৰ লগত ৰামৰ তুলনা নহয়। অসমঞ্জা বৰ দুৰ্মতি আছিল। তেওঁ ৰাজপথত খেলা কৰি থকা বালক বিলাকক সৰযূ নদীত পেলাই দি আনন্দ পাইছিল। তেতিয়া নগৰবাসী ব্যক্তিসকলে সম্মিলিত হৈ মহীপতি সগৰক লগ ধৰি ক'লে — হে ৰাষ্ট্ৰ বৰ্দ্ধন! আপুনি এই নগৰত আপোনাৰ পুত্ৰ অসমঞ্জাকেই থাকিবলৈ দিয়ক নহয় আমাকেই থাকিবলৈ দিয়ক। সগৰ ৰজাই সেই অভিযোগ বিচাৰ কৰি সেই কথাৰ তাৎপৰ্য্য বুজি পাই অসমঞ্জাক পৰিত্যাগ কৰিলে। লগত বোৱাৰীকো পঠাই দিলে আৰু জীৱিকা নিৰ্ব্বাহৰ বাবে উপযুক্ত দাও কুঠাৰ আদি লগত দি ভৃত্যবৰ্গক আদেশ দিলে যে "তোমালোকে ইয়াক অতি সোনকালে যাবজ্জীৱনৰ বাবে নিৰ্বাসিত কৰি থৈ অহা"। এই বুলি ৰাজ্যৰ পৰা ওলাই যাবলৈ উপযুক্ত যানৰ ব্যৱস্থা কৰি দিলে। ৰজা সগৰে অসমঞ্জাক পাপ কৰ্মৰ বাবে সেই শাস্তি দিছিল; এতিয়া ৰামে কি পাপ কৰ্ম কৰিছে যে তেওঁকো সেইদৰে নিৰ্বাসিত কৰিব লাগে? হে দেৱি! ৰামৰ যদি তেনেকুৱা কিবা দোষ থাকে সেইটো কওক। দোষী সাব্যস্ত হ'লে ৰামৰ নিৰ্বাসনো সেইদৰে হব। আপুনি বিনাদোষে ৰামৰ ৰাজ্য লাভত ব্যাঘাত নঘটাব। আপুনি অধৰ্ম কাৰ্য্য কৰিবলৈ ভয় নাপাব পাৰে কিন্তু ইয়াৰ দ্বাৰা আপোনাৰ অপবাদ অপযশ হব, সেইটো পৰিহাৰ কৰা উচিত। সিদ্ধাৰ্থৰ কথা শুনি ৰজা দশৰথে কৈকেয়ী দেৱীক আনে নুশুনাকৈ মৃদুস্বৰে ক'লে— হে পাপিনী। শুনিছা নে জনা বুজা মানুহ বিলাকে কিদৰে কয়? তুমি কাৰো হিত কথাত কাণ নিদিয়া। তোমাৰ বা মোৰ হিত কিহত হয় তাকো বুজিবৰ ইচ্ছা নকৰা; কেৱল কুৎসিৎ পথ অনুসৰণ কৰি কুকাৰ্য্য কৰিবৰ হে চেষ্টা কৰি আছা। তোমাৰ এই চেষ্টা নিতান্ত অসৎ প্ৰবৃত্তিৰ পৰিচায়ক। গতিকে মই ৰাজ্য ধন আৰু সুখ পৰিত্যাগ কৰি ৰামৰ লগতে গুচি যাম। তুমি ভৰতক লৈ যথাসুখে ৰাজ্য ভোগ কৰি থাকা। ৰাজ্য লুব্ধা কৈকেয়ীক এই কথাই স্থিৰ সংকল্পৰ পৰা কেনেকৈ বিচলিত কৰিব?

মহাজ্ঞানী সিদ্ধাৰ্থৰ কথাত কিন্তু ৰামৰ মনত অন্য প্ৰতিক্ৰিয়া হ'ল। ৰামচন্দ্ৰই ইক্ষ্বাকু বংশৰ পৰম্পৰা ৰজাৰ কথাহে চিন্তা কৰিলে। যি কাৰণতে মহৰ্ষক দোষ

থাকক বা নাথাকক ৰাজপুত্ৰৰ বনবাস গমনৰ যি পন্থা সেই পন্থাকে গ্ৰহণ কৰা উচিত। তেতিয়া তেওঁ ৰজা দশৰথক অতি বিনয়েৰে কলে— ৰাজন্! মই বনলৈ যাম। বনত যিবোৰ ফলমূল উৎপন্ন হয়, তাকেহে খাই বনবাসীৰ জীৱন যাপন কৰিব লাগিব। মই নাগৰিকৰ সমস্ত সুখ আৰু ভোগ পৰিত্যাগ কৰি যাম। বনত গৈ নাগৰিকৰ সুখ ভোগ কৰাৰ মোৰ ইচ্ছা নাই। মোৰ লগত সৈন্য সামন্ত যোৱাৰো কোনো আৱশ্যক নাই। বনবাসী হৈ ৰাজপুত্ৰৰ আড়ম্বৰ লগত লৈ যোৱাৰ কোনো প্ৰয়োজন নাই। হে পিতঃ মই মোৰ ৰাজ্যৰ লগতে ভৰতৰ বাবে সেই সকলোবোৰ ত্যাগ কৰিছো। সেইবোৰ ধনসম্পত্তি সৈন্য সামন্ত ভৰতক দিব লাগে বুলি মোৰ সন্মতি দান কৰিছোঁ। মই বল্কল পিন্ধিয়ে বনবাসী হ'ব লাগিব।

এই খিনিতে পুত্ৰ স্নেহত দুৰ্বল ৰজাৰ দৌৰ্ব্বল্যৰ পৰিচয় পোৱা যায় আৰু আনফালে পিতৃভক্ত উপযুক্ত পুত্ৰৰ কৰ্ত্তব্য পৰায়ণতাৰ প্ৰধান লক্ষণ এটি দেখিবলৈ পোৱা যায়। ৰজাই যদিও কৈকেয়ীক কৈছে যে বৰ প্ৰাৰ্থনা কৰিবৰ সময়ত তুমি ধন সম্পত্তি দাস দাসী আৰু জন পৰিজন লগত দিবলৈ নিষেধ কৰা নাই, সেই যুক্তিৰ সবলতা নাই; কাৰণ কৈকেয়ী দেৱীয়ে বৰ প্ৰাৰ্থনাৰ সময়ত স্পষ্ট কৈ কৈছিল যে ৰামে জটাধাৰী হৈ আৰু বল্কল পৰিধেয়ী হৈ বনলৈ যাব লাগিব। কৈকেয়ী সেই কথাত দৃঢ় হৈ আছে। পুৰুষ প্ৰধান জ্ঞানবৃদ্ধ সিদ্ধাৰ্থৰ যুক্তি ৰজা দশৰথৰ যুক্তিত কৈ বেছি বলৱতী আছিল তাত সন্দেহ নাই;

তীক্ষ্ণ বুদ্ধি ৰামচন্দ্ৰই কৈকেয়ীৰ দাবী মানি লোৱাত কোনো প্ৰকাৰ দ্বিধা ভাৱো প্ৰকাশ নকৰিলে আৰু অসন্তুষ্টিৰ ভাৱো নেদেখুৱালে। পূৰ্ব পৰম্পৰা ৰক্ষাৰ বাবে আৰু সত্য প্ৰতিজ্ঞা ৰক্ষাত যাতে কোনো দোষ ত্ৰুটি নাথাকে তাৰ বাবে পূৰ্ণ দৃষ্টি দি ৰামচন্দ্ৰই ৰজাক কলে— পিতঃ, দাসী বিলাকক কওক — মোক যেন সোনকালে বল্কল বস্ত্ৰ আনি দিয়ে (পিন্ধিব পৰা বল্কল বোৰ গছৰ বাকলিৰে প্ৰস্তুত কৰা এক প্ৰকাৰ বস্ত্ৰই আছিল)। সেই বস্ত্ৰ বনবাসী তপস্বী সকলেহে ব্যৱহাৰ কৰিছিল।

আৰু এটা কথা মন কৰিবলগীয়া এই যে যদিহে ৰামচন্দ্ৰৰ লগত সৈন্য সামন্ত ধন সম্পত্তি, দাস-দাসী, জন-পৰিজন আদিক নিবলৈ দিয়া হ'লহেঁতেন আৰু ৰামচন্দ্ৰয়ো লৈ গ'লহেতেঁন তেন্তে ৰামচন্দ্ৰই য'ত বসতি কৰিব ধৰিলেহেঁতেন সেয়ে অযোধ্যা নগৰীৰ দৰে হৈ উঠিলহেঁতেন আৰু অযোধ্যা নগৰীৰো শোভা সমৃদ্ধিৰ হ্ৰাস হ'লহেঁতেন তাত কোনো সন্দেহ নাই। ৰাজ্যাকাঙ্ক্ষী লোকে সেইটো নকৰাকৈ নাথাকিলহেঁতেন। বৰ প্ৰাৰ্থনা যদি অন্যায় বুলি বিবেচিত হৈছিল তাক প্ৰত্যাখ্যান কৰা দোষৰ কথা নাছিল সেই মন্তব্য আমি ইতিপূৰ্বে কৰিছোঁ; কিন্তু ধৰ্মৰ নামত সত্য ৰক্ষাৰ আলমত নতুন ৰাজধানীৰ সৃষ্টিৰ পৰম্পৰা কেতিয়াও প্ৰশংসাৰ কথা নহ'লহেঁতেন।

ৰামচন্দ্ৰই ৰজা দশৰথক বল্কল বস্ত্ৰ আনিবলৈ দাসীবিলাকক আদেশ দিবলৈ কৈছে যদিও সি অনুমতি গ্ৰহণৰ কথাহে; কিন্তু তাৰ পাছতে ৰামচন্দ্ৰই নিজেই দাসী বিলাকক সেই চীৰ (বল্কল বস্ত্ৰ) আনিবলৈ কৈছে। কৈকেয়ী দেৱী তেতিয়া সেই বিষয়ে নিজেই তৎপৰ হৈ উঠিল। কৈকেয়ীদেৱীয়ে স্বয়ং সেই চীৰ আনি ৰামচন্দ্ৰক দি কলে— লোৱা! পিন্ধা। জনসমাজৰ মাজতে তেওঁ এইদৰে কবলৈ কোনো লাজ সঙ্কোচ নকৰিলে। ৰামচন্দ্ৰই দুইখণ্ড সেই চীৰ হাতত লৈ একখণ্ড পিন্ধিলে আৰু পিন্ধি থকা সূক্ষ্ম আৰু মূল্যবান বস্ত্ৰ পৰিত্যাগ কৰিলে। আন একখণ্ড গাত চাদৰৰ দৰে ল'লে। লক্ষ্মণেও তাকে কৰিলে কিন্তু সীতাদেৱীয়ে বৰ বিষণ্ণ হৈ আনফালে মুখ কৰি থাকিল।

সীতা দেৱীয়ে কৌষেয় পট্ট বস্ত্ৰ পিন্ধি আছিল; কিন্তু যেতিয়া চীৰ বস্ত্ৰ দেখিলে তেতিয়া তেওঁ মৃগী পহুৱে জাল দেখিলে যেনেকৈ ভীতা হৈ উঠে, সেইদৰে ভীতা হৈ পৰিল। সীতা দেৱীয়েও কৈকেয়ীৰ হাতৰ পৰা দুইখণ্ড কুশবস্ত্ৰ গ্ৰহণ কৰিলে; কিন্তু সেই বস্ত্ৰ কেনেকৈ পিন্ধিব লাগে তাক নাজানে। লজ্জিতা হৈ বৰ ব্যাকুলিতা হ'ল। ক্ৰমে তেওঁৰ চকুৰ পানী ববলৈ ধৰিলে আৰু বৰ মুহ্যমানা হৈ পৰিল। স্বামীৰ ফালে চাই ক'লে— ইয়াক কেনেকৈ পিন্ধিব লাগে। তাৰে একখণ্ড কান্ধত লৈ আনখণ্ড হাতত লৈ বৰ লজ্জিতা হৈ থিয় দি থাকিল। তেতিয়া ৰামে গৈ সীতাই হাতত লৈ থকা চীৰখণ্ড সীতাই পিন্ধি থকা কৌষেয় বস্ত্ৰৰ ওপৰত বান্ধি দিবলৈ ধৰিলে। তেতিয়া যি কৰুণ দৃশ্য এটি উপস্থিত হৈছিল তাকে দেখি অন্তঃপুৰত থকা মহিলাসকলে চকুৰ পানী মছিব ধৰিলে—

হা বিধি বুলি বোল উথলিল জাৰি।
সীতা গোসাঁনীক লাগি নাহি পাট সাৰি।।

তেওঁলোকে বৰ দুঃখেৰে তেজস্বী ৰামচন্দ্ৰক কবলৈ ধৰিলে— বাপু! তুমি পিতৃসত্য ৰক্ষা কৰিবলৈ বনলৈ যাবলৈ ওলাইছা; কিন্তু সীতা দেৱীৰতো বনবাসিনী হোৱাৰ কাৰণ নাই। তুমি যেতিয়ালৈকে ঘূৰি নাহা সিমানদিন সীতা আমাৰ লগতে থাকক। তুমি সদায় ধৰ্ম মানি চলা। তুমি যদি নিতান্তই ইয়াত থাকিবলৈ ইচ্ছা নকৰা, লক্ষ্মণৰ লগতে তুমি যোৱা। সীতা যাব নালাগে। তুমি আমাৰ এই প্ৰাৰ্থনা মঞ্জুৰ কৰা। সীতা ইয়াতেই থাকক।

ৰামচন্দ্ৰই কাণেৰে মাতৃসকলৰ সেই কথা শুনি থাকিল আৰু হাতেৰে সীতাৰ লগত সেই চীৰ খণ্ড বান্ধি থাকিল। সীতা দেৱীৰ চীৰ পৰিধান কাৰ্য্য সমাপ্ত হ'ল। তাকে দেখি কুল গুৰু বশিষ্ঠৰ চকুতো পানী আহিবলৈ ধৰিলে। তেওঁ ইয়াৰ পূৰ্বে কোনো কথা কোৱা নাছিল। সীতাক চীৰ পৰিধান কৰা দেখি বশিষ্ঠৰ দৰে ক্ষমাধৰ্মী আৰু ধৈৰ্য্যধাৰী ঋষিৰো ধৈৰ্য্যচ্যুতি হৈ গ'ল। তেওঁৰ মুখতো কৈকেয়ীৰ প্ৰতি দুবাৰ্ক্য বাহিৰ হৈ গ'ল। হে কুল কলঙ্কিনি কৈকেয়ী- তুমি সীমা পাৰ হৈ গৈছা। নিজৰ

মৰ্য্যাদাও তুমি ৰাখিব জনা নাই। তুমি ৰজাক প্ৰতাৰণা কৰিছা। তুমি তোমাৰ লাজ— সৰম সকলোকে বিসৰ্জ্জন দিছা। তুমি সভ্যতা ভদ্ৰতাও ৰাখিবৰ ইচ্ছা কৰা নাই। মই আদেশ দিছোঁ— সীতা বনলৈ যাব নোৱাৰে, কাৰণ সীতাই ৰামে ত্যাগ কৰা সিংহাসনত বহিব। পত্নীয়েই গৃহস্থৰ আত্মা; গতিকে সীতাই ৰামৰ আত্মা। তেওঁই এই পৃথিৱী প্ৰতি পালন কৰিব। মই এই আদেশ দিয়া সত্বেও যদি সীতা দেৱী ৰামৰ লগত বনলৈ যায়, আমিও লগে লগে যাম আৰু সমস্ত পুৰবাসীও তেওঁলোকৰ লগত যাব।(১) অন্তঃপুৰ ৰক্ষক সকলো যাব। মোৰ বিশ্বাস যে ভৰত আৰু শত্ৰুঘ্নয়ো জটাধাৰী আৰু চীৰ পৰিধেয়ী হৈ বনলৈ গৈ ৰামৰ লগত বাস কৰিব। যি ৰাজ্যত ৰাম ৰজা হৈ নাথাকে, সেই ৰাজ্য বন হ'ব আৰু যি বনত ৰামে বাস কৰিব সেই বনেই ৰাজ্য হ্‌ব। বিশেষতঃ ভৰত যদি দশৰথৰ পুত্ৰ হয়, ভৰতে পিতাই ইচ্ছামতে যি ৰাজ্য দিয়া নাই, সেই ৰাজ্য কেতিয়াও শাসন নকৰে। তোমাকো পুত্ৰৰ দৰে ব্যৱহাৰ নকৰে। তুমি যদি তাব বাবে মৰিও যোৱা বিজ্ঞ ভৰতে কেতিয়াও ইয়াৰ অন্যথা নকৰে। তুমি ভাবিছা যে এই কাৰ্য্য তুমি পুত্ৰৰ মঙ্গলৰ কাৰণে কৰিছা কিন্তু তোমাৰ এই কাৰ্য্য তোমাৰ পুত্ৰৰ অতি অপ্ৰিয় বুলি জানিবা। আজি পৃথিবীত এনে কোনোলোক নাই যি ৰামৰ অনুগত নহয়। তুমি এতিয়াই দেখিবা যে ৰামৰ লগত পশুপক্ষীবোৰো যাবলৈ ধৰিব, আনকি বৃক্ষ বোৰো যাবলৈ ইচ্ছুক হৈ উঠিব।

বশিষ্ঠ ঋষিয়ে পুনঃ কৈকেয়ী দেৱীক ক'লে— তুমি সীতাক চীৰ বস্ত্ৰ পিন্ধিবলৈ নিদিবা। উত্তম উত্তম বস্ত্ৰ, অলঙ্কাৰ আনি তোমাৰ পুত্ৰ বধূ এই সীতাক দিয়া। তুমিতো সীতাৰ বনবাসৰ বৰ খোজা নাছিলা; সেইবাবে সীতাই চীৰ বস্ত্ৰ পৰিধান কৰিবৰ আৱশ্যক নাই। উত্তম বস্ত্ৰ অলঙ্কাৰ পিন্ধি ৰামৰ লগত যাবলৈ দিয়া।

কৈকেয়ী নীৰৱ। সীতাও ৰামক অনুসৰণ কৰি, উত্তম বস্ত্ৰ অলঙ্কাৰ পিন্ধিবলৈ অনিচ্ছুক। উভয়ৰে সংকল্প অবিচলিত। বস্ত্ৰ অলঙ্কাৰৰ প্ৰতি কোনো লোভ বা মায়া নাই।

ইয়াৰ পাছত ৰজা দশৰথক সকলোৰে দেখা দেখিকৈ নিন্দা কৰিব ধৰিলে। ধিক্ ৰজা দশৰথ! বুলি সকলো লোকে উচ্চৈঃস্বৰে ক্ৰন্দন কৰি কৰি কন্দিলে ধৰিলে। সেই ক্ৰন্দন ধ্বনি আৰু নিন্দা বাক্য নিজৰ কাণেৰে শুনিবলৈ পাই ৰজা

(১) অতি প্ৰবৃত্তে দুৰ্মেধে কৈকেয়ী কুলপাংসেনি।
বঞ্চয়িত্বা তু ৰাজানং নপ্ৰমাণে বতিষ্ঠতি ।। ২২
ন গন্তব্যং বনে দেব্যা সীতয়া শীলবৰ্জিতে।
অনুষ্ঠাস্যতি ৰামস্য সীতা প্ৰকৃত মাসনম্ ।। ২৩
আত্মা হি দাৰাঃ সৰ্বেষাং দাৰ সংগ্ৰহ বৰ্তিনাম।
আত্মেয়মিতি ৰামস্য পালয়িষ্যতি মেদিনীম্।। ২৪ অযোধ্যা ৩৭ অধ্যায়

দশৰথ সন্তাপিত আৰু অত্যন্ত দুঃখিত হৈ পৰিল। তেওঁ যি সত্য ধৰ্ম ৰক্ষা কৰিবলৈ অন্যায় বৰ প্ৰদানতো নিৰস্ত হবলৈ ভীত হৈছিল— সেই ধৰ্মই বা থাকে ক'ত? তেওঁৰ যশমানেই বা থাকে ক'ত? তেওঁ কৈকেয়ীক উদ্দেশ্য কৰি পুনঃ বিলাপ কৰি কবলৈ ধৰিলে— হে পাপীয়সী। মই মৰণমুখী তোমাক কৈছিলোঁ যে তুমি যিহকে খোজা মই তাকে দিম। সেই কথাৰ ওপৰতে ভিত্তি কৰি মোৰ সন্মুখতে সেই বৰ দানৰ প্ৰতিজ্ঞাৰ কথা ৰামক কৈছিলা। মই প্ৰতিবাদ কৰা নাছিলোঁ— ধৰ্মচ্যুত হোৱাৰ ভয়ত। এতিয়া তুমি তাকো অতিক্ৰম কৰি সীতাক চীৰ বস্ত্ৰ পিন্ধাইছা। এইদৰে বিলাপ কৰি মাটিত পৰি গ'ল। ৰজা দশৰথ পূবফালে মূৰ দি মাটিত পৰি আছে— তেনে অৱস্থাত ৰামচন্দ্ৰই পিতৃৰ ওচৰলৈ গৈ কবলৈ ধৰিলে— পিতঃ! যোৱাৰ সময়ত এষাৰ কথা মই আপোনাক কৈ যাওঁ। মোৰ মাতৃদেৱী কৌশল্যাৰ নীচ স্বভাৱ নাই। সেইবাবে তেওঁ লোকসমাজত যশস্বিনী। মই যোৱাৰ পাছত পুত্ৰৰ বিৰহত শোক সাগৰত নিমগ্না হব। তেওঁ যাতে মোৰ মঙ্গল কৰি জপ তপ পূজা অৰ্চ্চনা কৰি বাঁচি থাকিব পাৰে, তাৰবাবে আপুনি যেন যথাবিহিত আদৰ যত্ন কৰে। আপুনি যেন মোৰ শোকত তেওঁ যাতে মৃত্যু বৰণ নকৰে তালৈ দৃষ্টি ৰাখি সহানুভূতি সূচক ব্যৱহাৰ কৰে। ৰজা দশৰথ ইমান শোক সন্তপ্ত হৈছে যে ৰামৰ ফালে মূৰ তুলি চাবও নোৱাৰিলে। তেওঁ চৈতন্যবিহীন হৈ পৰিল। কিছু সময় চৈতন্যবিহীন হৈ থাকি সংজ্ঞা লাভ কৰি 'ৰাম' এইষাৰ বাক্য মাথোন উচ্চাৰণ কৰিলে— অৱৰুদ্ধ কণ্ঠ হৈ কি কব খুজিছিল— একো ব্যক্ত কৰিব নোৱাৰিলে।

তাৰ পাছত ৰজা দশৰথৰ বহু বিলাপ, বহু আত্মশোচনা আৰু কৈকেয়ীৰ প্ৰতি বহু ভৰ্ৎসনা আৰু তেওঁ বহুবাৰ মূৰ্চ্ছা গৈছিল। অৱশেষত ৰজাই সাৰথিক আদেশ দিলে যে ৰাজকোষৰ পৰা বহুমূল্য বস্ত্ৰ আৰু অলঙ্কাৰ সীতাৰ বাবে লৈ আহিব লাগে আৰু চৈধ্য বছৰৰ বাবে সীতাই বস্ত্ৰ অলঙ্কাৰৰ যাতে কোনো অভাৱ বোধ নকৰে সেইদৰে সীতাৰ লগত দিব লাগে। সুমন্ত্ৰ সাৰথিয়ে ততালিকে ৰথ লৈ গৈ সেই বস্তুবোৰ আনিলে আৰু সীতা দেৱীয়ে ইয়াৰ পাছত সেইবোৰ গ্ৰহণ নকৰাকৈ থাকিব নোৱাৰিলে— কাৰণ ই শহুৰেকৰ আদেশ আৰু তেওঁ চীৰ পৰিধেয়ী হোৱাৰো কোনো যুক্তি নাই। সেইবাবে তেওঁ পুনঃ বস্ত্ৰ অলঙ্কাৰ পিন্ধিলে।

**কৌশল্যা মাতৃৰপৰা বিদায় গ্ৰহণ ঃ**

বস্ত্ৰালংকাৰেৰে ভূষিতা হৈ সীতা দেৱী শাহুৱেক কৌশল্যা দেৱীৰ ওচৰত

---

(২) নহি তদং ভবিতা ৰাষ্ট্ৰং যত্ৰ ৰামো ন ভূপতিঃ।
তদ্ বনং ভবিতা ৰাষ্ট্ৰং যত্ৰ ৰামো নিবৎস্যতি॥ ২৯

উপস্থিত হ'ল। কৌশল্যা দেৱীয়ে সীতাক দুয়োহাতে আলিঙ্গন কৰি বুকুৰ মাজত সাৱটি ধৰি — সীতাদেৱীৰ মস্তকৰ ঘ্ৰান ললে আৰু পাছত উপদেশ দিলে যে নাৰীয়ে সদায় গুৰুজন সকলৰ আদেশ মানি কুলধৰ্ম ৰক্ষা কৰিব লাগে, যিবিলাক নাৰী সদাচাৰসম্পন্না, পতিব্ৰতা আৰু সত্যবাদিনী তেওঁলোকৰ মনত স্বামীয়েই একমাত্ৰ দেৱতা, স্বামীৰ পৰাই ইহজীৱনত সকলো প্ৰকাৰ ধৰ্ম কৰ্মৰ পুণ্য অৰ্জ্জন কৰিব পাৰে। এতিয়া তোমাৰ স্বামী বিপন্ন হৈছে— তেওঁৰ ওচৰত এতিয়া তোমাৰ মান অভিমান কৰা উচিত নহয়।(১) যিসকল নাৰীৰ স্বভাৱ বেয়া তেওঁলোকে স্বামীৰ দুঃখৰ ভাগ নলৈ স্বামীৰ পূৰ্বৰ প্ৰেমৰ কথা পাহৰি বিকাৰগ্ৰস্তা হয়। সীতাই তেতিয়া কৌশল্যা দেৱীক এইদৰে সান্ত্বনা দিছে—

সীতায়ে বোলন্ত মাৱ তেজা চিন্তা শোক।
ইতৰ নাৰীৰ সম নেদেখিবা মোক।।
সুস্বামী থাকন্তে শোভে সবে অলঙ্কাৰ।
স্বামী হীন হৈলে হোৱে সব ছাৰখাৰ।।
পৰিমিত ধন মাত্ৰ দেই বাপ ভাই।
পুত্ৰত থাকিলে ধন হাততো নাপাই।।
স্বামীৰ ধনক সুখ ভোগ কৰে দান।
কোন নাৰী কৰায়ে স্বামীক অপমান।।
কোকিল শোভন হোৱে সুশোভন ৰাৱে।
নাৰীগণ শোভে পতিব্ৰতা ধৰ্ম ভাৱে।।
পুৰুষ শোভন গুণ সদা বিদ্যা ভাৱে।
তাপস শোভন হোৱে ক্ষমা অলঙ্কাৰে।।
শুনিয়া গোসাঁনী বোলোঁ সীতা পৰবাসু।
জন্মে জন্মে ৰাম স্বামী তুমি হৈবা শাশু।।

কি পিতা, কি ভ্ৰাতা, কি পুত্ৰ সকলোৱে পৰিমিত সুখ দিয়ে। কেৱল স্বামীৰ পৰাই অপৰিমিত সুখ পোৱা যায়।(২) মই পিতৃৰ ঘৰতে পতিব্ৰতা নাৰীৰ সাধাৰণ ধৰ্ম আৰু বিশেষ ধৰ্মৰ কথা শুনিছোঁ। নাৰী সকলৰ স্বামীয়েই দেৱতা সেইটো মই জানোঁ। মই স্বামীক কেতিয়াও অৱহেলা বা অৱমাননা কৰিব নোৱাৰোঁ।

বোৱাৰীৰ মুখত কোন শাহুয়েকে এনে হৃদয় আনন্দকাৰক কথা শুনি সন্তুষ্ট

---

(১) সাধ্বীনাংতু স্থিতানাং তু শীলে সাত্য শ্ৰুতে স্থিতে।
স্ত্ৰীনাং পবিত্ৰং পৰমং পতিৰেকো বিশিষ্যতে।। ২৪
(২) মিতং দদাতি হি পিতা মিতং ভ্ৰাতা মিতং সুতঃ।
অমিতস্য তু দাতাৰং ভৰ্ত্তাৰং কা বা ন পূজয়েৎ।। ২৫ অযোধ্যা ৩৯ অঃ

নোহোৱা কৈ থাকিব পাৰে? ঈৰ্ষা পৰায়ণা কুটিল স্বভাৱা শাহুয়েকো এনে কথাত সন্তুষ্ট নোহোৱাকৈ থাকিব নোৱাৰে। কৌশল্যা দেৱীৰ স্বভাৱ অতি বিশুদ্ধ, মন অতি পৱিত্ৰ। বোৱাৰীয়েকৰ মুখত এনে কথা শুনি একে সময়তে বিষাদ আৰু আনন্দত তেওঁৰ হৃদয় উদ্বেলিত হৈ পৰিল। তেওঁৰ চকুৰ পৰা অশ্ৰু নিৰ্গত হব ধৰিলে। ই যে কি কৰুণ দৃশ্য! স্নেহ আৰু ভক্তিৰ কি অভিব্যক্তি!

ৰামচন্দ্ৰই বুজিলে যে মাতৃদেৱীৰ শোক পুনঃ পুনঃ বৃদ্ধি হব ধৰিছে। সেইবাবে আৰু বেছি সময় বিলম্ব নকৰি তেওঁ মাতৃক প্ৰদক্ষিণ কৰি মাতৃক অনুৰোধ জনালে মাতৃ! আপুনি কেতিয়াও দুঃখ মনে পিতৃ দশৰথৰ প্ৰতি দৃষ্টি নিদিব। আপোনাৰ মলিন সুখ আৰু দুঃখিত মন দেখিলে তেওঁৰ শোক বাঢ়ি যাব আৰু অসহনীয় দুঃখ অনুভৱ কৰিব। আপুনিও সান্ত্বনা লওক আৰু পিতাকো সান্ত্বনা দিয়ক যে চৈধ্যবছৰ কাল বৰ দীঘল নহয়। এই কালডোখৰ পাৰ হৈ গলে মই ঘূৰি আহি আপোনালোকৰ দুয়োৰে চৰণ বন্দনা কৰিমহি। এইদৰে নিজ মাতৃক প্ৰবোধ দি তেওঁ সাৰে সাত শ বিমাতাৰ প্ৰত্যেকৰে সেই সময়ৰ প্ৰচলিত ৰীতি অনুসাৰে সাক্ষাৎ কৰিলে আৰু তেওঁ লোকেও আহি দৰ্শন দিলে। বিমাতা সকলো কৌশল্যা দেৱীৰ দৰে শোকান্বিতা হৈছিল। তেওঁলোকক সেৱা জনাই ৰামচন্দ্ৰই বিদায় সময়ত তেওঁ যদি কেতিয়াবা কোনো কাৰণত জ্ঞানতঃ বা অজ্ঞানতঃ কিবা দোষ কৰিছে, কেতিয়াবা কোনো কঠোৰ বাক্য বুলিছে— তাৰ বাবে অতি আন্তৰিকতাৰে ক্ষমা ভিক্ষা কৰিলে। "আপোনালোকে মোৰ সেই দোষবোৰ ক্ষমা কৰিব বুলি মই সকাতৰ প্ৰাৰ্থনা জনাইছে।" এই বুলি কৰলৈ ধৰিলে।

ৰামৰ কথাত মাতৃসকল স্নেহ বিগলিতা হৈ পৰিল। সকলোবিলাকে হায় হায়! বুলি উচুপি উচুপি কান্দিব ধৰিলে। সেই উচুপি উচুপি কন্দাৰ এনে এটি শোকজনিত ধ্বনি উদ্ভৱ হ'ল যে সমগ্ৰ ৰাজভৱন— যি ৰাজ ভৱন সদায় গান বাদ্যৰে আনন্দ মুখৰিত হৈ থাকিছিল, সেই ৰাজভৱন এটা শোকসূচক ধ্বনিৰে প্ৰতিধ্বনিত হৈ উঠিল। সেই ধ্বনি যেন শত শত শোকাৰ্ত ক্ৰৌঞ্চ চৰাইৰ সন্মিলিত ক্ৰন্দন ধ্বনিহে।

# ৰামৰ বন গমন

সুমন্ত্র মন্ত্রীক বুলিলন্ত ৰামে
শীঘ্রে ৰথখন ডাক।
শুনৰে সুমন্ত্র নডাকিবি ৰথ
দশৰথে দেন্ত হাক।।

বিদায় লোৱা পৰ্ব শেষ হৈ আহিল। এতিয়াও লক্ষ্মণে মাতৃদেৱী সুমিত্রা দেৱীৰ পৰা বিদায় লোৱা নাই। সেই সময় উপস্থিত হৈছে। এতিয়ালৈকে সকলোৰে পৰা বিদায় লোৱা হৈছে যথাসম্ভৱ ব্যক্তিগত ভাৱে। আনুষ্ঠানিকভাৱে যথাৰীতি বিদায় লবৰ বাবে ৰাম লক্ষ্মণ আৰু সীতা তিনিও অঞ্জলিবদ্ধ হৈ অতি নম্রভাৱে ৰজা দশৰথক প্ৰণাম কৰি ৰজাক প্রদক্ষিণ কৰিলে। তাৰ পাছত ধৰ্ম্মানুসাৰে বনগমনৰ বিষয়ে ৰজাৰ পৰা অনুমতি গ্রহণ কৰিলে। এই সময়ত হে ৰামৰ মনত শোকৰ উদয় হৈছে। সেই শোক বনবাস বা ৰাজ্য নাশৰ শোক নহয়। সেই শোক হৈছে মাতৃ বিৰহৰ শোক। সেই মাতৃ শোকত বিহ্বল হৈ ৰাম আৰু সীতা উভয়েই একত্রে কৌশল্যা দেৱীক অভিবাদন কৰিলে।(১)

এতিয়া লক্ষ্মণে নিজ মাতৃৰ পৰা বিদায় লব। লক্ষ্মণ ৰামৰ লগতে বনলৈ যাব— এই স্থিৰ সিদ্ধান্ত হৈয়ে আছে আৰু সেই সিদ্ধান্ত কৰোঁতে লক্ষ্মণে মাতৃৰ অনুমতি লোৱাৰ আৱশ্যক বোধ কৰা নাছিল; কাৰণ সুমিত্রা দেৱীয়ে যে তাত একো বাধা জন্মাব বা অনুমতি দিবলৈ অসম্মত হব তেনে কোনো শঙ্কা লক্ষ্মণৰ মনত হবই নোৱাৰে— সেই সম্মতি সুনিশ্চিত বুলি এনেয়ে জানে। ৰাম-বনবাসৰ শোক কৌশল্যা দেৱীতকৈ সুমিত্রাৰ কম নহয় আৰু লক্ষ্মণ লগত গ'লে যে ৰাম আৰু সীতাৰ বনবাসৰ কষ্টৰ লাঘৱ হব— সেই কথা সুমিত্রা দেৱীয়ে সম্পূর্ণ ভাৱে উপলব্ধি কৰি বৰঞ্চ লক্ষ্মণৰ প্রতি শুভ ভাৱাপন্ন হৈছে। লক্ষ্মণে যেতিয়া যোৱাৰ পূৰ্বে মাতৃ সুমিত্রাদেৱীক মাত লগাবলৈ আহিছে তেতিয়া সুমিত্রা দেৱীৰ কথাৰ পৰাই সেইকথা স্পষ্ট বুজা যায়। সুমিত্রা দেৱীৰ মহত্ত্ব আৰু চৰিত্রৰ মাধুৰ্য্য সেই স্বল্প কথাতে পৰিস্ফুট হৈ উঠিছে। লক্ষ্মণে প্রথমতে কৌশল্যা দেৱীক অভিবাদন কৰিলে। তাৰ পাছত সুমিত্রা দেৱীৰ চৰণ বন্দনা কৰিলে। পুত্র সকলে আনন্দ বৰ্দ্ধন কৰে। সেইবাবে পুত্রক নন্দন বোলা হয়। আনন্দবৰ্দ্ধনকাৰী পুত্র লক্ষ্মণে যেতিয়া চৰণত ধৰি বন্দনা কৰিছে - সুমিত্রা দেৱীয়ে কান্দি কান্দি পুত্রক মূৰত ধৰি তুলি পুত্ৰৰ হিত কামনা কৰি শিৰোঘ্রাণ কৰিলে আৰু আশীৰ্ব্বাদ দিলে; লগে লগে উপদেশ দিলে— পুত্র! তুমি ৰামৰ বৰ অনুৰক্ত। সেইবাবে মই তোমাক ৰামৰ

(১) ....সহসীতয়া। ৰাঘৱঃ শোক সম্মূঢ়ো জননীমভ্য বাদয়ৎ।। ২ অযোধ্যা ৪০ অ.

লগত বনলৈ যোৱাত অনুমতি দিলো। মই জানোঁ তুমি নিষ্পাপ। তুমি বনবাসী জ্যেষ্ঠ ভ্ৰাতা ৰামৰ সেৱাত কেতিয়াও অৱহেলা নকৰিবা। এই সংসাৰত জ্যেষ্ঠৰ অনুবৰ্ত্তী হোৱাটোৱে প্ৰধান ধৰ্ম্ম।(২) ৰাম সুখতেই থাকক বা দুঃখতেই থাকক তোমাৰ গতি ইক্ষবাকু বংশৰ পৰম্পৰা হৈছে — দান, যজ্ঞ আৰু যুদ্ধত প্ৰাণ বিসৰ্জ্জন। এইবোৰ বংশ পৰম্পৰাগত চিৰন্তন ৰীতি। তুমি ৰামক তোমাৰ পিতৃ ৰজা দশৰথৰ দৰে জনক কন্যা সীতাক মোৰ দৰে আৰু অৰণ্যক অযোধ্যাৰ দৰে ভাবিবা।(১) নিজৰ চকুৰ মনি আনন্দদায়ক পুত্ৰক এইদৰে আশীৰ্বাদ কৰি পুনঃ পুনঃ কবলৈ ধৰিলে যোৱা বাছা। যোৱা তুমি শত্ৰুপক্ষ বিনাশ কৰি বিজয় আৰু অৰ্থলাভ কৰি যেন পুনঃ ঘূৰি অহা। পুনঃ যেন তোমাৰ মুখ দেখিবলৈ পাওঁ।

কি মধুৰ কি মহান্ চৰিত্ৰ সুমিত্ৰা দেৱীৰ। জগতৰ কেইজনা বিমাতৃয়ে সপত্নীপুত্ৰৰ প্ৰতি এনে ব্যৱহাৰ কৰিব পাৰে। নিজৰ পুত্ৰৰ প্ৰতি কি মনোহৰ বাণী, কি জ্ঞানগৰ্ভ উপদেশ।

এনেতে সাৰথি সুমন্ত্ৰই আহি ৰামক খবৰ দিলে যে ৰথ প্ৰস্তুত হৈছে আৰু ক'লে আপুনি ৰথত উঠক— য'লৈকে আপুনি ৰথ লৈ যাবলৈ কয় ত'লৈকে মই লৈ যাম। আজিৰ পৰাই চৈধ্য বছৰ বনবাসৰ দিন আৰম্ভ কৰক। এই কথা শুনি সীতা দেৱী উত্তম বস্ত্ৰ অলঙ্কাৰ পিন্ধি আহি আনন্দ মনে যাবলৈ ওলাল আৰু ৰথত উঠিলগৈ। তাৰ পাছত ৰাম আৰু লক্ষ্মণ দুয়োভাই গৈ ৰথত উঠিল। সুমন্ত্ৰই যিখন ৰথ আনিছিল সেই ৰথৰ জেউতি অগ্নিৰ নিচিনা আছিল— কাৰণ তাত সোণ খটোৱা আছিল। সীতা দেৱীৰ কাৰণে চৈধ্য বছৰৰ উপযোগী যি বস্ত্ৰ অলঙ্কাৰ ৰজা দশৰথে দিছিল সেই সমস্ত দুয়ো ভায়ে ৰথত তুলি ল'লে আৰু নিজ নিজ ধনু শৰ, অস্ত্ৰ-শস্ত্ৰও তুলি ললে। সকলো বোৰ বস্তু চামৰাৰ পেটকত সুমাই লোৱা হৈছিল। পাছত সুমন্ত্ৰই ৰথ চলাই দিলে। ঘোৰা বিলাকে বায়ুবেগে লৰিব ধৰিলে।

ৰামক বনলৈ লৈ যোৱা ৰথ দেখা পাই সমস্ত পুৰবাসী আনকি হাতী ঘোঁৰা আদি সমস্ত প্ৰাণী মুহ্যমান হৈ পৰিল। বালবৃদ্ধ বনিতা সকলো নৰনাৰী ইতি কৰ্ত্তব্যতাবিহীন হৈ তীব্ৰ পানীৰ পিয়াহত পৃথুবীৰ ফালে ধাৱমান হোৱা মানুহৰ দৰে লৰি ৰামৰ ওচৰলৈ আহিব ধৰিলে। হাতীবিলাকে খঙত অধীৰ হৈ চিঞৰিব ধৰিলে আৰু ঘোঁৰা বিলাকেও শোকাকুল হৈ করুণ হ্ৰেষা ধ্বনি কৰিব ধৰিলে। সেই ধ্বনি জন কোলাহলৰ লগত মিলিত হৈ এটা তুমুল শব্দৰ সৃষ্টি হ'ল। নৰনাৰী

(১) ব্যসনী বা সমৃদ্ধো বা গতিৰেষঃ তবানঘ।
এষলোকে সতাং ধৰ্মো যজ্জ্যেষ্ঠ বশগো ভবেৎ॥ ৬ অযোধ্যা ৪৩ অ.

(২) ৰামং দশৰথং বিদ্ধি মাং বিদ্ধি জনকাত্মজাম্।
অযোধ্যামটবীং বিদ্ধি গচ্ছ তাত যথাসুখম্॥ ৯ অযোধ্যা ৪০ অ.

বিলাকে সুমন্ত্ৰক চিঞঁৰি চিঞঁৰি কবলৈ ধৰিলে— হে সাৰথি। ৰথৰ ঘোঁৰাৰ ৰশ্মি সংযত কৰা— লাহে লাহে যাবলৈ ধৰা। আমি এবাৰ ৰামচন্দ্ৰৰ মুখখন চাই লওঁ। ইয়াৰ পাছত ৰামক আৰু চাবলৈ নাপাম। সকলো বিলাক নৰ নাৰীয়ে আক্ষেপ আৰু অভিমানত কবলৈ ধৰিলে যে কৌশল্যা দেৱীৰ হৃদয় নিশ্চয় লোহাৰে নিৰ্ম্মিত; নহলে ৰামৰ বনগমনত কিয় বাৰু তেওঁৰ বুকু ফাটি চৌচিৰ হোৱা নাই? সূৰ্য্যৰ কিৰণে যেনেকৈ মেৰু পৰ্ব্বতক ত্যাগ নকৰে সেইদৰে ধৰ্মনিৰতা জনক নন্দিনী সীতাই স্বামীক ত্যাগ নকৰি ছায়াৰ দৰে লগে লগে যাবলৈ ওলাইছে। এই বিপন্ন কালত অনুগতা স্বামী সেৱাৰ কৰ্ত্তব্য কাৰ্য্যৰ পৰা বঞ্চিত হোৱাৰ যি সমস্যাৰ উদ্ভৱ হৈছিল তাৰ উত্তম সমাধান বিচাৰি পাইছে। হে লক্ষ্মণ। তুমিয়েহে ৰামৰ উপযুক্ত ভাই। দেৱতুল্য জেষ্ঠ্য ভ্ৰাতাৰ পৰিচৰ্য্যাৰ কাৰণে তুমি সমস্ত সুখ জলাঞ্জলি দি বনবাসী হবলৈ লগে লগে তুমিও ওলাইছা। ধন্য লক্ষ্মণ। তুমি উত্তম কাৰ্য্য কৰিছা। তোমাৰ বুদ্ধি উত্তম। ইহকালত এই বুদ্ধিয়েই উত্তম; ইয়েই ঐশ্বৰ্য্য আৰু পৰকালত স্বৰ্গ প্ৰাপ্তিৰ হেতু। এইদৰে কৈ কৈ পুৰবাসী নৰনাৰী সকলে চকুৰ পানী ধৰি ৰাখিব নোৱাৰিলে।

এনেতে শোক সন্তপ্ত ৰজা দশৰথ শোকাৰ্ত্তা স্ত্ৰী সকলৰ দ্বাৰা পৰিবেষ্টিত হৈ "মোৰ প্ৰিয়পুত্ৰ ৰামচন্দ্ৰক এবাৰ চাঁও এই বুলি কৈ কৈ নিজ ভৱনৰ পৰা বাহিৰ হৈ আহিল। মহিলা সকলে উচ্চৈঃস্বৰে ৰোদন কৰিব ধৰিলে আৰু ৰামচন্দ্ৰই ৰোদনৰ সেই তুমুল ধ্বনি শুনিবলৈ পালে। ৰামচন্দ্ৰই দেখিলে যে মাতৃসকলৰ লগত ৰজা দশৰথো আছে। ৰামচন্দ্ৰই তেতিয়া সুমন্ত্ৰক সত্বৰ হৈ ৰথ পৰিচালনা কৰিবলৈ আদেশ দিলে। আনফালে ৰামক চাবলৈ অহা দৰ্শক সকলে 'ৰ'বা, ৰ'বা" বুলি চিঞঁৰিবলৈ ধৰিলে। সাৰথি সুমন্ত্ৰ দোমোজাত পৰি হতবুদ্ধি হৈ গ'ল। সুমন্ত্ৰক ইতস্ততঃ কৰা দেখি ৰামচন্দ্ৰই পুনঃ সুমন্ত্ৰক ক'লে অতি সত্বৰ,ৰথ চলোৱা-শীঘ্ৰে যোৱা। এনে অৱস্থাত পৰি সুমন্ত্ৰই ৰথ পৰিচালনা সুচাৰুৰূপে কৰিব নোৱাৰিলে। যেনে তেনে প্ৰকাৰে আহি থাকি যেতিয়া অযোধ্যা পুৰীৰ পৰা বহিৰ্গত হবৰ সময় উপস্থিত হ'ল সেই সময়ত পুৰবাসী সকলৰ মনত এনে এটি বিষাদৰ ভাৱ উপস্থিত হৈছিল যে তেওঁলোকে অবিৰল ধাৰাত চকুৰ পানী পেলাব ধৰিলে। সমগ্ৰ অযোধ্যাপুৰীয়ে পৰম দুঃখত খেদাশ্ৰু বৰ্ষণ কৰিব ধৰিলে।

যেতিয়া সমস্ত পুৰবাসী ৰামৰ বনগমনত দুঃখিত হৈ হুৱাহুৱাকৈ কান্দিব ধৰিলে, ৰজা দশৰথে ধৈৰ্য্য ৰক্ষা কৰিব নোৱাৰিলে। এনে হেন লোকপ্ৰিয় পুত্ৰক তেওঁ বনবাস দিলে সেই দুখত তেওঁ মূৰ্চ্ছিত হৈ পৰিল।

ৰাম গুচি গ'ল; কিন্তু পুৰবাসী সকল নিৰানন্দ হ'ল। আহাৰ বিহাৰত কাৰো ৰুচি নোহোৱা হ'ল। অযোধ্যাবাসী সকলোৱে 'হা ৰাম হা ৰাম' বুলি দীৰ্ঘ নিশ্বাস পেলাব ধৰিলে।

তেওঁলোক ইমান শোক পৰায়ণ হৈছিল যে সেই বিষাদত তেওঁলোকৰ মনত হৈছিল যেন শীতল বায়ুৰ স্নিগ্ধকাৰিত্ব গুণ নাইকিয়া হৈছে; চন্দ্ৰ যেন[১] শোভাহীন হৈ গৈছে। আৰু সূৰ্য্যৰো যেন আগৰ দৰে উত্তাপ নাই। সমস্ত জগতেই যেন বিপৰীত ভাবাপন্ন হৈছে। সকলোৱে অকল ৰামৰ চিন্তাতেই নিমগ্ন হৈ থাকিল।

(১) নবাতি পবনঃ শীতো ন শশী সৌম্য দর্শনঃ।
ন সূর্য্যস্তপতে লোকং সর্ব্বং পর্য্যাকুলং জগৎ।। ১৮ অযোধ্যা ৪১ অ.

# দশৰথ ৰজাৰ পীড়া

ৰাম, লক্ষ্মণ আৰু সীতাই লৈ যোৱা ৰথৰ ধূলি যেতিয়ালৈকে দেখা গৈছিল তেতিয়ালৈকে ৰজা দশৰথে সেই পথৰ ফালে দৃষ্টি কৰি আছিল। যেতিয়া ৰথৰ ধূলি দেখা নোপোৱা হ'ল তেতিয়া ইমান বিষণ্ণ হ'ল যে তেওঁ স্থিৰেৰে থাকিব নোৱাৰিলে। মাটিত ঢলি পৰিল। তেতিয়া কৌশল্যা দেবী সোঁহাতত আৰু কৈকেয়ী দেৱীয়ে বাওঁহাতত ধৰি তুলিবলৈ চেষ্টা কৰিলে। কৈকেয়ীক দেখা মাত্ৰকে ৰজাৰ শোক বাঢ়ি গ'ল। কৈকেয়ীক কবলৈ ধৰিলে— পাপীয়সি। তই মোক নুছুবি - মই তোৰ মুখ চাবলৈ ইচ্ছা নকৰোঁ। এতিয়া আৰু তই মোৰ ভাৰ্য্যাও নহব, মোৰ বান্ধৱীও নহব। মই অগ্নি সাক্ষী কৰি তোক বিবাহ কৰিছোঁ — সেই বন্ধন ছিঙিবৰ মোৰ উপায় নাই। কিন্তু তথাপি মই তোক পৰিত্যাগ কৰিলোঁ; তোৰ গৰ্ভজাত পুত্ৰ ভৰত যদি এই ৰাজ্য প্ৰাপ্তিত সন্তুষ্ট হয় তেন্তে তাকো মই ত্যাগ কৰিলোঁ। পিতৃৰ অৰ্থে দিয়া কোনো দ্ৰব্য যেন মোৰ কোনো ভোগত নাহে। কৈকেয়ী! তই এতিয়া বিধবা হৈ এই ৰাজ্য ভোগ কৰ— ৰামৰ অবিহনে মই জীৱন ধাৰণ কৰি থাকিব নোৱাৰিম।

ৰজাই তেতিয়া দ্বাৰৰক্ষী সকলক ক'লে— তোমালোকে এতিয়া মোক ৰাজজননী কৌশল্যাৰ ওচৰলৈ লৈ ব'লা। আন কোনো ঠাইত মোৰ হৃদয়ৰ শান্তি নহ'ব। ৰজা দশৰথে পুনঃ আগৰ দৰে ৰাম আৰু সীতাক সুঁৱৰি সুঁৱৰি বিলাপ কৰিব ধৰিলে।

ইফালে ৰামে বনত প্ৰৱেশ কৰিলে। তেতিয়ালৈকে অযোধ্যা বাসী বহুলোক ৰামৰ লগে লগে গৈ আছে। ৰামচন্দ্ৰই অযোধ্যাবাসী সকলক প্ৰত্যাবৰ্ত্তনৰ কাৰণে অনুৰোধ জনালে। হে অযোধ্যাবাসী লোকসকল! মই তোমালোকৰ মৰম প্ৰীতিত বৰ আনন্দিত হৈছোঁ। এতিয়া তোমালোক ঘৰলৈ উলটি যোৱা। ভৰতৰ বয়স কম হ'লেও ভৰত অতিশয় জ্ঞানী লোক। তেওঁৰ শাসনত তোমালোকৰ সুখ বৃদ্ধি হব। তোমালোকে কৈকেয়ী দেৱীক শ্ৰদ্ধা ভক্তি দেখুৱাই তেওঁৰ মনত আনন্দ দিবা।

প্ৰজা বিলাকক এইদৰে বহু প্ৰকাৰ উপদেশ দি ৰামচন্দ্ৰই ৰথৰ পৰা নামি, সীতা আৰু লক্ষ্মণৰ সৈতে লাহে লাহে বনত প্ৰৱেশ কৰিলে। সুমন্ত্ৰই ৰথৰ ঘোঁৰা মুকলি কৰি দি চৰাবলৈ ধৰিলে।

তেতিয়া সন্ধ্যা হৈ গৈছে— ৰামচন্দ্ৰয়ো গভীৰ বনত প্ৰৱেশ কৰিব নোৱাৰে। সুমন্ত্ৰও ৰথ লৈ প্ৰত্যাবৰ্ত্তন কৰিব নোৱাৰে আৰু প্ৰজাসকলো ঘূৰি যাব নোৱাৰে।

ৰথখন চলি থাকোঁতে ৰথৰ আগে আগে, পাছে পাছে আৰু দুয়োকাষেদি প্ৰজা সকল গৈ আছিল। ৰথ দ্ৰুতবেগে চলাই নিব নোৱাৰে। ৰথ দ্ৰুত বেগে চলাই দিলে প্ৰজাসকলক অৱজ্ঞা কৰা হয়— সেইবাবে ৰামচন্দ্ৰ ৰথৰ পৰা নামি বনৰ

ফালে যাবলৈ ধৰিলে; কিন্তু সেই ৰাতিখন কোন্ কলৈ যাব? তাতে গছৰ তলতে সকলো বিলাকে ৰাত্রি যাপন কৰিলে। প্ৰত্যুষতে উঠি ৰামচন্দ্ৰই সুমন্ত্ৰক আদেশ দিলে যে প্ৰজাসকল টোপনিৰ পৰা উঠাৰ আগতে আমি যাব লাগিব। সেইকালে তুমি ৰথত আমাক তুলি লৈ এইদৰে ৰথ পৰিচালনা কৰা যাতে প্ৰজাবিলাকে আমি কোন পথে গৈছোঁ সেইটো বুজি নাপায়। তুমি প্ৰথমতঃ ৰথখন উত্তৰ ফালে চলাই দিয়া আৰু তাৰ কিছু সময়ৰ পাছত ঘূৰাই আনা। এইদৰে ৰথ চক্ৰৰ গতি পথ নিৰ্ণয়ত যাতে ভুল হয়, সেই দৰে আমাক কিছুদূৰ লৈ গৈ তুমি প্ৰত্যাবৰ্ত্তন কৰিবা। সুমন্ত্ৰই যথাযথভাৱে আদেশ পালন কৰিলে। সেই সময়ত প্ৰজাসকল টোপনিত আছিল; পাছত টোপনিৰ পৰা উঠি প্ৰজাসকলে মোহগ্ৰস্ত হৈ ৰাম কোন পথেদি গ'ল ধৰিব নোৱাৰি অতি শোক সন্তপ্ত হৈ কান্দি কান্দি ৰামৰ গুণ গাই গাই ঘৰৰ ফালে খোজ ললে।

ৰামচন্দ্ৰ কিমান জনপ্ৰিয় আছিল আৰু প্ৰজাসকলৰ ৰামৰ প্ৰতি কিমান আন্তৰিক শ্ৰদ্ধা ভক্তি আৰু মৰমপ্ৰীতি আছিল— তাৰ নিদৰ্শন প্ৰজাসকলৰ কৰুণ বিননি, আক্ষেপ, ৰামচন্দ্ৰৰ গুণ-কীৰ্ত্তন ইত্যাদি কথাৰ পৰা অতি স্পষ্টকৈ বুজা যায়। গ্ৰন্থৰ কলেবৰ বৃদ্ধিৰ ভয়ত সেইবোৰ কথা ইয়াত বৰ্ণনা কৰা নহ'ল। মাধৱ কন্দলী কবিয়ে গাইছে—

জাগি প্ৰজাসৱে বোলে হৰি হৰি বিধি।
খুজি ফুৰে হাতৰ হৰাইল যেন নিধি।।

## শ্ৰীৰামচন্দ্ৰৰ গুহক ৰজাৰ লগত সাক্ষাৎ ঃ

শৃঙ্গবেৰ পুৰে বীৰ ইন্দ্ৰ সমসৰ।
গুহ নামে ৰাজা বৰ সুহৃদ ৰামৰ।।

সাৰথি সুমন্ত্ৰই শৃঙ্গবেৰপুৰ পাই এক ইঙ্গুদী বৃক্ষৰ তলত ৰথখন ৰাখিলে। ইঙ্গুদী বৃক্ষ হৈছে এৰণ্ড জাতীয় এবিধ বৃক্ষ— ইয়াক তাপস তৰুও বোলে। ইয়াৰ তলত বহি তপস্বী সকলে তপস্যা কৰে। এই ঠাই গঙ্গাৰ পাৰত বৰ্ত্তমান নাম শিং-গ্ৰোৰ।

সেই ঠাইত নিষাদ জাতিৰ গুহ নামে এজন ৰজা আছিল। তেওঁ সুপতি নামেও জানজাত আছিল। এই ৰজা জনৰ চতুৰঙ্গ সেনাৰ এটা ফোজ আছিল। হস্তী, অশ্ব, ৰথ আৰু পদাতি— এই চাৰি অঙ্গেৰে পৰিপূৰ্ণ সৈন্য বাহিনীক চতুৰঙ্গ সেনা বুলিছিল। এই ৰজাজন শ্ৰীৰামচন্দ্ৰৰ প্ৰাণতুল্য প্ৰিয় সখা আছিল। ৰামস্য আত্মসমঃ সখা) ৰজা গুহই যেতিয়া শুনিলে যে ৰামচন্দ্ৰ তেওঁৰ ৰাজ্যত উপস্থিত হৈছে— তেতিয়া তেওঁ তেওঁৰ চতুৰঙ্গ সেনা আৰু অন্যান্য গণ্য মান্য ব্যক্তিসকল

সমভিব্যাহাৰে ৰামচন্দ্ৰক আগবঢ়াই আনিবলৈ গ'ল। ৰামচন্দ্ৰই ৰজা গুহক অপেক্ষা কৰি থকা দেখা পাই, লক্ষ্মণৰ সৈতে তেওঁৰ ওচৰ চাপিল। উভয়ে উভয়ক কোলাকুলি কৰিলে। ৰজা গুহই ৰামচন্দ্ৰক বনবাসী তপস্বীৰ বেশত দেখা পাই বৰ দুঃখিত হৈ কাতৰ ভাৱে কবলৈ ধৰিলে— হে মহাবাহু ৰামচন্দ্ৰ! অযোধ্যা নগৰীত আপোনাৰ যেনে অধিকাৰ এই পুৰ ৰাজ্যতো আপোনাৰ তেনে অধিকাৰ আছে। আজি মই বৰ ভাগ্যৱান কাৰণ আপোনাৰ নিচিনা লোকক পোৱাটো কাৰো ভাগ্যত নঘটে। মই আপোনাৰ কাৰণে বিভিন্ন প্ৰকাৰ অন্ন ব্যঞ্জনাদি লৈ আহিছোঁ। মোৰ এই ৰাজ্য আপোনাৰেই, আপুনি আমাৰ প্ৰভু আৰু আমি আপোনাৰ ভৃত্য— আপুনিয়েই মোৰ এই ৰাজ্য শাসন কৰক। মই আপোনাৰ কাৰণে চৰ্ব্ব্য, চোৰ্ষ্য, লেহ্য আৰু পেয় সকলো প্ৰকাৰ ভোজ্য দ্ৰব্য আৰু অন্ন ব্যঞ্জনাদি আনিছোঁ। শয়ন কৰিবৰ বাবে উত্তম শয্যা লৈ আহিছোঁ আৰু আপোনাৰ ৰথৰ ঘোঁৰা বিলাকৰ বাবে উত্তম ঘাঁহ পানী আনিছোঁ।

ৰজা গুহই সেইদৰে সাদৰ সম্ভাষণ জনোৱাত ৰামচন্দ্ৰই প্ৰতি সম্ভাষণ জনাবৰ বাবে ক'লে— তুমি যে পদব্ৰজে আহি মোক স্নেহ মৰম দেখুৱাইছাহি, তাৰ দ্বাৰাই মই যথেষ্ট সম্মানিত বোধ কৰিছোঁ আৰু বৰ আপ্যায়িত হৈছোঁ। এই বুলি দুয়োহাতে ৰজা গুহক আলিঙ্গন কৰি সুসমাচাৰ সুধিবলৈ ধৰিলে— হে গুহ! তোমাৰ সৰ্ব্বাঙ্গীন কুশলতো? ধনে, জনে, আত্মীয় আৰু বন্ধুবৰ্গৰ সহিত তুমি ভালে আছাতো? তোমাৰ ৰাজ্যৰ সকলো পিনে মঙ্গলতো? মই ভাগ্যৰ বলতহে তোমাক ইয়াত সুস্থ শৰীৰে লগ পাইছোঁ। তুমি প্ৰেমবশতঃ অনা সকলো প্ৰকাৰ উপহাৰ দ্ৰব্য মই আনন্দে গ্ৰহণ কৰিছোঁ কিন্তু তোমাক পুনঃ এইবোৰ গ্ৰহণ কৰিবলৈ অনুৰোধ জানইছোঁ. কাৰণ মই নিজৰ সুখৰ বাবে এইবোৰ গ্ৰহণ কৰিব নোৱাৰোঁ। (নহি বৰ্ত্তে প্ৰতিগ্ৰহে) মই ব্ৰতধাৰী। কুশ বস্ত্ৰ মোৰ পৰিধান আৰু ফলমূল মোৰ আহাৰ্য্য। তুমি অনা দ্ৰব্য সমূহৰ ভিতৰত ঘোঁৰালৈ অনা ঘাঁহ পানী খিনিৰ মোৰ আৱশ্যক আছে। এই অশ্ব কেইটি মোৰ পিতাৰ বৰ প্ৰিয় আৰু সিহঁতক ভালদৰে খুৱালে মই বৰ আপ্যায়িত হ'ম।

ৰজা গুহই সেইদৰে তেওঁৰ ভৃত্যসকলক আদেশ দিলে— ঘোঁৰাবিলাকক উত্তম খাদ্য আৰু উত্তম পানীয় দিবলৈ। তাৰ পাছত ৰামচন্দ্ৰই সায়ং সন্ধ্যা সমাপন কৰি লক্ষ্মণে অনা গঙ্গাজল পান কৰি ভাৰ্য্যাৰ সহিত ভূমি শয্যাত শয়ন কৰিলে লক্ষ্মণেও এটি বৃক্ষৰ তল আশ্ৰয় কৰি উপবেশন কৰিলে। তাৰ পূৰ্বে ৰামচন্দ্ৰ আৰু সীতা দেৱীৰ চৰণ ধুৱাই দিলে। ৰজা গুহ আৰু সুমন্ত্ৰ সাৰথিয়ে লক্ষ্মণৰ লগত সাদৰ সম্ভাষণাদি কথা বতৰাৰে ৰাতিটো জাগি থাকিল।

ৰাত্ৰি প্ৰভাত হ'ল। ৰামচন্দ্ৰই লক্ষ্মণক ক'লে— ভাই! ৰাত্ৰি অতীত হৈ গ'ল— এতিয়া আহা আমি গঙ্গা পাৰ হৈ অৰণ্যৰ ফালে গতি কৰোঁ। ৰামচন্দ্ৰৰ

এই আদেশ সুপতি গুহক লক্ষ্মণে জনালে। তেতিয়া লক্ষ্মণ, সুমন্ত্ৰ আৰু গুহ তিনিও পৰামৰ্শ কৰিলে আৰু গুহই তেওঁৰ মন্ত্ৰী সকলক উপযুক্ত নৌকা প্ৰস্তুত কৰি ঘাটলৈ আনিবলৈ আদেশ দিলে। নৌকা প্ৰস্তুত হৈ আহিল আৰু ৰামচন্দ্ৰ লক্ষ্মণ আৰু সীতা ঘাটলৈ গৈ নাৱত উঠিল আৰু ৰামচন্দ্ৰই ধনুশৰ আদি লগত অহা যাৱতীয় বস্তু ৰথৰ কৰা নমাই নাৱত তুলিবলৈ আদেশ দিলে। ৰাম আৰু লক্ষ্মণে ধনু হাতত লৈ তূণ আৰু খড়্গ যথা স্থানত বান্ধি ল'লে।

# সুমন্ত্ৰ বিদায়

সেই সময়ত সুমন্ত্ৰ সাৰথিয়ে ৰামচন্দ্ৰক হাত জোৰকৈ সুধিলে এতিয়া মোৰ প্ৰতি কি আদেশ হয়? তেতিয়া ৰামচন্দ্ৰই সুমন্ত্ৰৰ কান্ধত সৌহাতখন থৈ ক'লে— সুমন্ত্ৰ। এতিয়া তুমি ঘূৰি যোৱা। তুমি মোক যিখিনি সহায় কৰিব লাগে— তাক পূৰাকৈ কৰিছা, এতিয়া ৰজা দশৰথৰ ওচৰলৈ ঘূৰি যোৱা আৰু আমি পদব্ৰজে অৰণ্যত প্ৰৱেশ কৰোঁ।

সুমন্ত্ৰই দুঃখিত হৈ কবলৈ ধৰিলে— আপোনাৰ নিচিনা ব্যক্তিয়েই যেতিয়া আজি দৈৱ যোগে ভ্ৰাতৃ আৰু ভাৰ্য্যাৰ লগত বনবাসী হব লগা হ'ল, তেনেস্থলত অইন সাধাৰণ লোকে কেনেকৈ সেই দৈৱৰ প্ৰভাৱৰ পৰা সাৰিব পাৰিব? আপোনাৰেই যেতিয়া এনেকুৱা দুঃখ হবলৈ পালে, তেতিয়ানো সৰলতা, অমায়িকতা, ব্ৰহ্মচৰ্য্য পালন আৰু বেদাধ্যয়নৰ ফল কি? আপুনি ভাই লক্ষ্মণ আৰু সীতাৰ লগত বনবাসী হৈ ত্ৰিভুৱন বিজয়ী লোকৰ প্ৰতিষ্ঠা লাভ কৰিব পাৰিব তাত মোৰ কোনো সন্দেহ নাই; কিন্তু আমি আপোনাৰ সঙ্গ সুখৰ পৰা বঞ্চিত হৈ আৰু পাপচাৰিণী কৈকেয়ীৰ বশৱৰ্ত্তী হৈ দিন যাপন কৰিব লাগিব।

সুমন্ত্ৰ কিমান দুঃখিত হৈছে— ৰামচন্দ্ৰই সেইটো পূৰাকৈ অনুভৱ কৰিব পাৰিছে। সুমন্ত্ৰক সান্ত্বনা দিবৰ আৱশ্যকতা বোধ কৰিছে। সুমন্ত্ৰক এইদৰে সান্ত্বনা দিছে— সুমন্ত্ৰ, তুমি আমাৰ বংশ পৰিয়ালৰ এজন পৰম সুহৃদ্। তেনে সুহৃদ আন কোনো নাই। ৰজা দশৰথ কাম পৰায়ণ, তাতে আকৌ শোকগ্ৰস্ত। সেইবাবে মই তোমাক কওঁ যে ৰজাই কৈকেয়ীৰ মনোৰঞ্জন কৰিবৰ বাবে তোমাক যিহকে কৰিবৰ আদেশ দিয়ে— তুমি তাকে কৰিবা। তাত কোনো প্ৰকাৰ সংশয় নকৰিবা। ৰজা দশৰথ যাতে শোকগ্ৰস্ত হৈ নাথাকে সেইবাবে তুমি তেওঁক ক'বা যে মই, ভাই লক্ষ্মণ আৰু সীতাৰ সহিত যে বনবাসী হৈছো, তাত আমাৰ কোনো দুঃখ নাই। চৈধ্য বছৰ পাৰ হৈ গ'লে আমি নিশ্চয় পুনঃ ঘূৰি আহিম আৰু তেতিয়া আমি পুনঃ তেওঁৰ চকুৰ আগতে থাকিব পাৰিম। সম্প্ৰতি ৰজাই ভৰতক মাতুলালয়ৰ পৰা অনাই ৰাজপদত অভিষিক্ত কৰক। ভৰতক তুমি ক'বা যে তেওঁ যেন ৰজা দশৰথ আৰু সমুদয় মাতৃসকলৰ প্ৰতি সমান ব্যৱহাৰ কৰে। এনেদৰে আন বহু উপদেশ দিলে; কিন্তু সুমন্ত্ৰই প্ৰবোধিত হব নোৱাৰি কবলৈ ধৰিলে মোৰ এই মাত্ৰ প্ৰাৰ্থনা যে আপুনি মোক পৰিত্যাগ কৰিব নোৱাৰিব, মই শূন্য ৰথ লৈ অযোধ্যালৈ ঘূৰি যাবও নোৱাৰিম আৰু ঘূৰি গৈ আপোনাৰ পুত্ৰ ৰাম চন্দ্ৰক বনত থৈ আহিলোঁ গৈ এই কথাও ৰজাৰ আগত কব নোৱাৰিম। আপুনি ঘূৰি নগলে মই অযোধ্যালৈ ঘূৰি যাব নোৱাৰোঁ। যদিহে আপুনি মোক পৰিত্যাগ কৰে তেন্তে মই অগ্নিত প্ৰৱেশ

কৰিম। আপুনি প্ৰসন্ন হৈ মোক আপোনাৰ অনুচৰ হবলৈ আদেশ কৰক। মই লগত থাকিলে আপোনাৰ তলা-বিঘ্নকৰ বহুপ্ৰকাৰ বাধা মই নিবাৰণ কৰিব পাৰিম।যি অযোধ্যাত নাইবা যি স্বৰ্গৰাজ্যত আপুনি নাই তাত মই থাকিব নোৱাৰিম। মোৰ এয়ে অভিলাষ যে আপুনি যেতিয়া বনবাস সম্পূৰ্ণ কৰিব, তেতিয়া মই পুনঃ এই ৰথেৰে আপোনক লৈ পুনঃ অযোধ্যালৈ প্ৰত্যাবৰ্ত্তন কৰিম। মই আপোনাৰ ভৃত্য। ভৃত্যই নিজৰ প্ৰভুক যেনেদৰে সেৱা পৰিচৰ্য্যা আৰু ব্যৱহাৰ কৰিব লাগে—মই চিৰদিন তাৰ ত্ৰুটি নোহোৱাকৈ সকলো কাৰ্য্য কৰি আহিছোঁ। মোৰ নিচিনা ভৃত্যক আপুনি পৰিত্যাগ কৰা কেতিয়াও উচিত নহ'ব।

সুমন্ত্ৰৰ এনেবোৰ কথাত কাৰ মন বিচলিত নহয়? সুমন্ত্ৰৰ কি করুণ আবেদন! প্ৰভুভক্তিৰ কি চৰম নিদৰ্শন! সুমন্ত্ৰ ৰামৰ প্ৰবোধ বাক্যত আশ্বস্ত হোৱা নাই। শূন্য ৰথ ঘূৰাই নিব লগা হোৱাত হে সুমন্ত্ৰ সাৰথিৰ শোকৰ আবেগ চৰম সীমাত উপনীত হৈছে। আযোধ্যাৰ পৰা অহাৰ সময়ত অযোধ্যাবাসীয়ে যি শোকৰ আবেগ অনুভুতিত মৰ্মান্তিক ভাৱে আহত হৈছিল, অনুসৰণকাৰী প্ৰজা বৰ্গই যেতিয়া ৰামক টোপনিৰ পৰা উঠি ৰাতিপুৱা দেখা নাছিল, তেতিয়া যি শোক পাইছিল, তেনে শোক সুমন্ত্ৰই হয়তো অনুভৱ কৰা নাছিল, কাৰণ সুমন্ত্ৰ তেতিয়াও ৰামৰ সঙ্গ সুখৰ পৰা বঞ্চিত হোৱা নাছিল। ৰাম বিৰহৰ আশু সম্ভাৱনা দেখি সুমন্ত্ৰৰ হৃদয় এতিয়া যেনেদৰে উদ্বেলিত হৈ উঠিছে, ধীৰ, স্থিৰ স্বভাৱৰ সুমন্ত্ৰই সকলো ধৈৰ্য্য হেৰুৱাই পেলালে; কিন্তু এনে অৱস্থাতো, সাধাৰণ লোকৰ কাৰণে যি এক মহা সমস্যাৰূপে দেখা দিয়ে সেই সমস্যাৰ মাজতো সত্যব্ৰতী, আদৰ্শবাদী শ্ৰীৰামচন্দ্ৰই কৰ্ত্তব্যবোধ তিলমাত্ৰও হেৰুৱা নাছিল। যেনে অৱস্থাত যেনে ধৰনৰ ব্যৱহাৰ সুসঙ্গত হয়, সেই ব্যৱহাৰৰ বাবে প্ৰত্যুৎপন্নমতিত্বৰ অভাৱ ৰামৰ কেতিয়াও হোৱা নাছিল।

ৰামচন্দ্ৰই সুমন্ত্ৰক কবলৈ ধৰিলে—হে প্ৰভুভক্ত সুমন্ত্ৰ! মোৰ প্ৰতি যি তোমাৰ পৰম ভক্তি আছে—সেইটো মই ভালদৰে জানোঁ; কিন্তু তুমি ঘূৰি যোৱাটো যে নিতান্ত উচিত সেইটো তুমি বুজি চোৱা। তোমাক শূন্য ৰথ লৈ ঘূৰি যোৱা দেখিলেহে কৈকেয়ী দেৱীয়ে বিশ্বাস কৰিব যে মই সচাঁ-সঁচিকৈ বনবাসী হৈছোঁ আৰু তেতিয়া ৰজা দশৰথ যে সত্যনিষ্ঠ সেই কথা প্ৰমাণিত হব। তুমি মোৰ হিতৰ বাবে আৰু ৰজা দশৰথৰ সত্য নিষ্ঠাৰ প্ৰমাণ প্ৰদৰ্শনৰ বাবে পুনঃ আযোধ্যালৈ যোৱাৰ আৱশ্যক আছে। তুমি ঘূৰি গৈ মই যাক যেনেদৰে যি কথা কবলৈ কৈছোঁ, সেইদৰে মোৰ কথাখিনি জনাই দিয়া গৈ। ইয়েই হে তোমাৰ প্ৰভুভক্তিৰ কাৰ্য্য হব।

ৰামচন্দ্ৰই এই কথাৰ দ্বাৰা সুমন্ত্ৰৰ প্ৰভুভক্তিৰ দুৰ্ব্বল স্থানত আঘাত কৰিলে আৰু আন কোনো কথাৰ সময় সুচল নিদি সুহৃদ্‌বৰ গুহকক ক'লে—যে মই আত্মীয় স্বজন থকা দেশৰ পৰা আঁতৰি গৈ নিৰ্জ্জন বনাশ্ৰমত বাস কৰিব লাগিব।

এতিয়া তপস্বীৰ নিয়ম মানি চলিব লাগিব। সখি! তুমি সোনকালে বটগছৰ এঠা লৈ অহা, তাৰে মোৰ চুলিত জটা বনাব লাগিব। গুহক ৰজাই বটগছৰ এঠা লৈ অহাত ৰামচন্দ্ৰ আৰু লক্ষ্মণ উভয়ে জটা তৈয়াৰ কৰিলে। তাৰ পাছত গুহকৰজাক বিদায় সম্ভাষণ কৰি ক'লে— ৰাজ্য ৰক্ষা কৰা বৰ কঠিন কাৰ্য্য। ৰাজ্য ৰক্ষাৰ বাবে সৈন্য, ধনাগাৰ, দুৰ্গ আৰু জন বসতি পূৰ্ণ ঠাইবোৰ সুযত্নেৰে ৰক্ষা কৰিব লাগে। এই কাৰ্য্যত তোমাৰ যেন কেতিয়াও ভুল নহয়। এই বুলি কৈ লক্ষ্মণ আৰু সীতাক লৈ গঙ্গাৰ পাৰলৈ আগবাঢ়িলে। গঙ্গাৰ পাৰত উপস্থিত হৈ পাৰ কৰা নাৱত উঠিলে। নাও যেতিয়া গঙ্গাৰ মাজ পাইছে— তেতিয়া সীতা দেৱীয়ে ভগৱতী গঙ্গাক স্তৱ কৰিলে। গঙ্গা নদী পাৰ হৈ লক্ষ্মণ পথ-প্ৰদৰ্শক হৈ আগে আগে আৰু ৰামচন্দ্ৰ ৰক্ষক হৈ পাছে পাছে সীতাক উভয়ৰ মাজত লৈ বনলৈ যাব ধৰিলে। সাৰথি সুমন্ত্ৰ নিৰুপায় হৈ ৰাম লক্ষ্মণ আৰু সীতা দেৱীক নিৰ্নিমেষ নয়নে গঙ্গা পাৰ হোৱা চাই থাকিল আৰু যেতিয়া তেওঁলোক দৃষ্টিৰ বাহিৰ হৈ গ'ল তেতিয়া পৰম দুঃখিত হৈ কান্দিব ধৰিলে।

ৰাম লক্ষ্মণ আৰু সীতা গৈ গৈ মৎস্য দেশৰ (বৰ্ত্তমানন ৰাজস্থানৰ জয়পুৰ বিভাগ) এখন বন পালেগৈ। বাটত মৃগ পছু চিকাৰ কৰি আৰু ফলমূল আহৰণ কৰি লৈ গৈ সন্ধ্যাৰ সময়ত এজোপা বৃহৎ বৃক্ষৰ তলত বহিলগৈ। সায়ং সন্ধ্যা সমাপন কৰি ৰন্ধন কৰি ভোজন কৰিলে।

"প্ৰকৃত বনবাসৰ ৰাত্ৰি আজিহে উপস্থিত হৈছে। আজি সুমন্ত্ৰ সাৰথি লগত নাই আৰু ওচৰত কোনো লোকালয় নাই; আৰু এই বৰ্ণাশ্ৰম অযোধ্যা ৰাজ্যৰ বহিৰ্ভূত স্থান। বনবাসত ৰাত্ৰি যাপনৰ বাবে সাবধানতা অৱলম্বন কৰিব লাগিব আৰু আজিৰ পৰাই আমি প্ৰত্যেক ৰাত্ৰি জাগি থাকিব লাগিব। সীতাৰ কেতিয়া কি আৱশ্যক হয় সেইটো সংগ্ৰহ কৰা আৰু সীতাৰ নিৰাপত্তাৰ বিধান কৰা আমাৰ উচিত হব"। শ্ৰীৰামচন্দ্ৰই এইদৰে লক্ষ্মণক সম্বোধন কৰি কৈছে। ইমান দিনে ৰাজ— প্ৰাসাদত পৰ্য্যঙ্কত সুখেৰে ৰাত্ৰি যাপন কৰা অভ্যাস পৰিত্যাগ কৰি ৰাতি উজাগৰে থাকিব লাগিব— বনবাসৰ জীৱন যাত্ৰাৰ পদ্ধতি সম্পূৰ্ণ ভিন্ন ধৰণৰ হব লাগিব। এনেবোৰ চিন্তা ৰামচন্দ্ৰৰ মনত উদয় হৈছে। লগে লগে তেওঁৰ মনত উদয় হৈছে—অযোধ্যাৰ কথা। ৰাজপুত্ৰ ৰামচন্দ্ৰ আজি বনবাসী হৈ প্ৰথম ৰাত্ৰি আত্মীয় স্বজন বিৰহিত হৈ গছৰ তলত শয়ন কৰিব খুজিছে। মনত নিজৰ বৰ্ত্তমান অৱস্থাৰ লগত বিজাই অতীত কালৰ আৰু ভৱিষ্যৎ কালতো কি হব পাৰে তাৰ বাবে চিন্তা উদ্বিগ্নতা হোৱাটো অতি স্বাভাৱিক কথা। এইখিনি কথা আমি মাধৱ কন্দলীৰ মুখে শুনোঁহক—

শ্ৰীৰামে বোলন্ত বাপ শুনিয়ো লখাই।
তোৰ শয্যা কৰ মোৰ সন্নিত চপাই।।

আজি ভালে জানিবি প্ৰথম পৰবাস।
সুমন্ত্ৰে এৰিল দেখি তেজিলা নিশ্বাস।।
কতো নিশা যাহন্তে উদিত ভৈল শশী।
লক্ষ্মণক বুলিলা শয্যাতে ৰামে বসি।।
আজি জনো সাফলিলোঁ বাপৰ শপত।
কৈকেয়ী মাৱৰ সিদ্ধি ভৈল মনোৰথ।।
হৰি হৰি বাপ দশৰথ মহীপাল।
কৈকয়ী তোমাৰ ভৈলন্ত নিজ কাল।।
ভৰত নৃপতি ভৈলে লখাই বুজ উলি।
মাৰিবে কৈকেয়ী মোৰ মাৱ বাপ পুলি।।
এভো তই লখাই দেশক চলি যাহা।
অনাথিতি মাৱক বাপক ভালে চাহা।।

ৰামচন্দ্ৰই ভাবিছে যে ভৰত ৰজা হ'লে কৈকেয়ীয়ে সৌভাগ্যৰ অহঙ্কাৰ মত্তা হৈ কৌশল্যা দেৱী আৰু সুমিত্ৰা দেৱীকো তেওঁৰ কাৰণেই ক্লেশ দিব পাৰে। সেই বাবে তেওঁ পুনঃ লক্ষ্মণক অযোধ্যালৈ ঘূৰি যাবলৈ অনুৰোধ কৰিছে।(১) ৰামচন্দ্ৰই লক্ষ্মণক কৈছে "তুমি সীতাৰ বাবে চিন্তা কৰিব নালাগে। মই অকলে সীতাক ৰক্ষা কৰিব পাৰিম— তুমি আযোধ্যালৈ ঘূৰি গৈ কৌশল্যা মাতৃ আৰু সুমিত্ৰা মাতৃৰ ৰক্ষক হোৱাগৈ। কৈকেয়ীয়ে তেওঁলোকক বিষ দিবও পাৰে।

(পৰি দদ্যাদ্ধি ধৰ্মজ্ঞ। গৰং তে মম মাতৰম্)

প্ৰথম ৰাত্ৰি বনবাসত শ্ৰীৰামচন্দ্ৰই মানসিক অশান্তি ভোগ কৰিছে— কৈকেয়ীৰ চৰিত্ৰত বিশেষকৈ বৰ সন্দিগ্ধ হৈ পৰিছে। ৰামৰ প্ৰতি থকা দ্বেষৰ বাবে নিজ মাতৃক তো কষ্ট দিব পাৰেই, আনকি সুমিত্ৰা দেৱীয়ে ৰামক ভাল পায় কাৰণে তেওঁকো কষ্ট দিব পাৰে। মানুহৰ স্বভাৱতে যিবোৰ সন্দেহ উদ্বিগ্নতা উপস্থিত হয়, মানব চৰিত্ৰৰ শ্ৰীৰামচন্দ্ৰৰো সেই সন্দেহ উদ্বিগ্নতা উপস্থিত হৈছে আৰু কৌশল্যা দেৱীৰ শোক দুঃখৰ কাৰণে ইমান মানসিক অশান্তি ভোগ কৰিছে যে তেওঁ যে কৌশল্যাৰ পুত্ৰ হৈ এই শোক দুঃখৰ সময়ত একো উপকাৰ কৰিব নোৱাৰিলে তাৰ বাবে মৰ্ম্মান্তিক ভাৱে মনস্তাপত ভুগিছে। তেওঁ কৈছে "ভাই লক্ষ্মণ! মোৰ নিচিনা পুত্ৰ যেন কোনো ৰামণীৰে নহয়। (মা স্ম সীমন্তিনী কাচিতাজ্জ নয়েৎ পুত্ৰ সী দৃশম্)

এই দুঃখত লক্ষ্মণে সান্ত্বনা দিছে— হে পুৰুষ শ্ৰেষ্ঠ ৰাম! আপুনি এইদৰে

---

অপীদানীং কৈকেয়ী সৌভাগ্য মদ মোহিতা।
কৌশল্যাং চ সুমিত্ৰাং চ সা প্ৰবাধতে মৎকৃতে।।১৫
মাতাস্মৎকাৰণাৎ দেৱী সুমিত্ৰা দুঃখ মাৱসেৎ।
অযোধ্যামিত এব ত্বং কালে প্ৰবিশ লক্ষ্মণ।। ১৬ অযোধ্যা ৫৩ অঃ

শোক কৰি মোৰ আৰু সীতা দেৱীৰ মনত কষ্ট দিব ধৰিছে। আপুনি এইদৰে পৰিতাপ কৰা উচিত নহয়। মই আপোনাক এৰি যাব নোৱাৰোঁ। মই আপোনাক এৰি মোৰ পিতৃ বা মাতৃ বা ভাই শত্ৰুঘ্নকো চাবলৈ যাব নোৱাৰোঁ— আনকি মই স্বৰ্গলোক দৰ্শনৰো ইচ্ছা নকৰোঁ।

এইদৰে সিদিনাৰ ৰাত্ৰি শেষ হ'ল আৰু পাছদিনা সেই স্থান ত্যাগ কৰিলে আৰু গঙ্গা যমুনাৰ সঙ্গমস্থান প্ৰয়াগ ক্ষেত্ৰত থকা ভৰদ্বাজ মুনিৰ আতিথ্য গ্ৰহণ কৰি, তেওঁলোক এতিয়া ক'লৈ যাব আৰু ক'ত থকা উচিত হ'ব সেই বিষয়ে ভৰদ্বাজ মুনিৰ পৰামৰ্শ বিচাৰিলে। ভৰদ্বাজ মুনিৰ আশ্ৰমত বহুপ্ৰকাৰ আলোচনা হ'ল আৰু তাৰপাছত ভৰদ্বাজ মুনিয়ে তেওঁলোকৰ বাসস্থান চিত্ৰকূট পৰ্ব্বত নিৰ্ণয় কৰি দিলে। সেই অনুসাৰে তেওঁলোক গৈ চিত্ৰকূট পৰ্ব্বতত উপস্থিত হ'লগৈ।

এই চিত্ৰকূট পৰ্বততে বাল্মীকি মুনিৰ ৰমণীয় আশ্ৰম আছিল। ইয়াতে ৰামচন্দ্ৰৰ বাল্মীকিৰ লগত সাক্ষাৎ হয় আৰু বাল্মীকিৰ আশ্ৰম দেখি ৰামচন্দ্ৰ মুগ্ধ হৈ যায়।

এই চিত্ৰকূট পৰ্ব্বততে ৰামে বনবাসৰ স্থায়ী বাসস্থান হিচাবে স্থিৰ কৰি লৈছিল। বাস্তুযাগ আৰু শাস্ত্ৰোক্ত সকলোবিধ কৰ্ম মসাপন কৰি সেই ঠাইত নিৰ্ম্মান কৰা পৰ্ণশালাত প্ৰৱেশ কৰিছিল। তাত যজ্ঞবেদী আৰু নিত্য উপাসনাৰ বাবে দেৱালয় স্থাপন কৰিছিল। বনবাসী পশু পক্ষী সকলক যাৰ যেনে খাদ্য মাংসাদিৰ দ্বাৰা পৰিতুষ্ট কৰিছিল। পশু-পক্ষী বোৰেই তেওঁলোকৰ প্ৰতিবেশী বুলি জ্ঞান কৰিছিল।

ইফালে ৰামচন্দ্ৰ যেতিয়া গঙ্গা পাৰ হৈ দক্ষিণতীৰবৰ্ত্তী হৈ যায় গুহক ৰজা বৰ দুঃখাৰ্ত্ত হৈ সুমন্ত্ৰৰ লগত বাক্যালাপ কৰি উভয়ে গুহক ৰজাৰ ঘৰত উপস্থিত হ'ল। তাতেই খবৰ পালে যে ৰামচন্দ্ৰই ভৰদ্বাজ মুনিৰ আতিথ্য গ্ৰহণ কৰি ভৰদ্বাজ মুনিৰ পৰামৰ্শ অনুসাৰে চিত্ৰকূট পৰ্ব্বতলৈ গৈছে।

## দশৰথ ৰজাৰ মৃত্যু ঃ

কৌশল্যা বোলন্ত প্ৰভু কিনো পুণ্য কৈল।
ৰাম ৰাম সুমৰন্তে প্ৰাণ ছুটি গৈল।।

সুমন্ত্ৰ গুহক ৰজাৰ পৰা বিদায় লৈ অযোধ্যালৈ ঘুৰি আহিল। অযোধ্যাৰ সকলো নগৰবাসী শোকগ্ৰস্ত হৈছে আৰু ৰজা দশৰথৰ দুৰ্মতি আৰু কৈকেয়ীৰ ৰাজ্যলোভৰ দুৰাকাঙ্ক্ষাৰ বিষয়ে অতি দুঃখ প্ৰকাশ কৰি ঘৰে ঘৰে আলাপ আলোচনা হৈ থকা সুমন্ত্ৰই গম পালে। পুত্ৰ-শোকাতুৰ দশৰথ ৰজা অতি দুঃখমনে বহি আছে। সুমন্ত্ৰ তেনে অৱস্থাত ৰজাক গৈ অভিবাদন কৰিলে আৰু ৰামচন্দ্ৰই

যিদৰে ৰজাক যিবোৰ কথা কবলৈ কৈছিল সেই কথাবোৰ নিবেদন কৰিলে। ৰজা দশৰথে সেই কথাবোৰ শুনি ব্যাকুল চিত্ত হৈ মূৰ্চ্ছিত হৈ মাটিত পৰি গ'ল। অন্তঃপুৰৰ আন আন সকলো মহিলাই সুমন্ত্ৰৰ কথাবোৰ শুনিবলৈ পাই ৰোদন কৰিব ধৰিলে আৰু কৌশল্যা, সুমিত্ৰা দেবীয়ে ৰজাক মাটিৰ পৰা তুলি লৈ সান্ত্বনা দিব ধৰিলে। এতিয়া শোক কৰি একো লাভ নাই। সুমন্ত্ৰৰ পৰা ৰামৰ সকলো সংবাদ লোৱাহে উচিত। ৰজা দশৰথে কৌশল্যা আৰু সুমিত্ৰাৰ প্ৰবোধ বাক্যত অলপ যেন আশ্বস্ত হৈ ৰামে কেনেদৰে শয়ন কৰিছে, কি খাইছে, সীতাদেৱী কি ভাৱে আছে, লক্ষ্মণে কেনেদৰে তেওঁলোকৰ সেৱা কৰিছে সকলো কথা সুধিলে। সুমন্ত্ৰই ৰামৰ প্ৰবোধ বাক্য আৰু লক্ষ্মণৰ যে পিতৃৰ ওচৰত ক্ৰোধ হৈছে সেই সকলো কথা অবিকল বৰ্ণনা কৰিলে। ৰজা দশৰথে যে অৱজ্ঞা বশতঃ বেদজ্ঞ ব্ৰাহ্মণ সকলৰ আৰু অমাত্যবৰ্গৰ কোনো মন্ত্ৰণা নোলোৱাকৈ ৰামক নিৰ্বাসিত কৰিলে সেই কথা সুঁৱৰি বৰ অনুতাপ কৰিব ধৰিলে আৰু কৌশল্যা দেৱী অত্যন্ত অধীৰা হৈ সুমন্ত্ৰক কবলৈ ধৰিলে হে সুমন্ত্ৰ! ৰামৰ অবিহনে মই ইয়াত থাকিব নোৱাৰোঁ। তুমি মোকো বনলৈ লৈ গৈ ৰামৰ লগত লগ লগাই দিয়া। সুমন্ত্ৰই ৰাণী কৌশল্যাক বহুপ্ৰকাৰ সান্ত্বনা বাক্য কৈ ৰাণীক আশ্বস্ত হবলৈ অনুৰোধ জনালে।

কৌশল্যা দেৱীয়ে তেতিয়া ৰজা দশৰথক নানা প্ৰকাৰ ভৰ্ৎসনা কৰিব ধৰিলে। কৌশল্যাৰ শোক আৰু ভৰ্ৎসনা সহিব নোৱাৰি ৰজা পুনৰায় মূৰ্চ্ছা গৈ অচেতন হৈ পৰিল।

বহুসময়ৰ পিচত সংজ্ঞা লাভ কৰি দশৰথে পুনঃ বিলাপ আৰম্ভ কৰিলে আৰু কৌশল্যাক কবলৈ ধৰিলে— হে দেৱি, তুমি প্ৰসন্ন হোৱা, মই কৰজোৰে তোমাৰ ক্ষমা ভিক্ষা কৰিছোঁ। তুমি শত্ৰুৰ প্ৰতিও কেতিয়াও নিৰ্দ্দয় হোৱা নাই। হে দেৱি! স্বামী নিৰ্গুণেই হওঁক বা গুণৱাণেই হওঁক, ধাৰ্মিকা মহিলাৰ দেৱতাস্বৰূপ। তুমি দুঃখ পাইছা যদিও তথাপি মোক অপ্ৰিয় বাক্য কোৱা উচিত নহয়। তেতিয়া ৰাণী কৌশল্যাই স্বামীক ভৰ্ৎসনা কৰাটো যে অপৰাধ হৈছে সেইটো বুজি পাই ৰজাৰ ওচৰত ক্ষমা ভিক্ষা কৰি কবলৈ ধৰিলে— হে দেৱ! মই ভূলণ্ঠিতা হৈ আপোনাৰ চৰণত ধৰি ক্ষমা ভিক্ষা কৰিছোঁ, আপুনি প্ৰসন্ন হওঁক। মোৰ ওচৰত আপুনি ক্ষমা প্ৰাৰ্থনা কৰা উচিত নহয়। এই পৃথিবীত এনে কোনো স্ত্ৰীলোক নাই যি স্বামীৰ ক্ষমা প্ৰাৰ্থনাত সুখী হব পাৰে। স্বামী ইহলোক আৰু পৰলোক উভয় লোকতেই পূজনীয়। হে ধৰ্ম্মজ্ঞ! মই ধৰ্ম্ম কি তাক জানো আৰু আপুনি যে সত্যবাদী সেইকথাও মই ভালদৰে জানোঁ। মই পুত্ৰশোকত কাতৰা হৈ বিবেচনা নকৰি আপোনাক কটুবাক্য কৈছো। শোকৰ পৰা ধৈৰ্য্য নষ্ট হয় আৰু শোকৰ পৰা জ্ঞানো

নষ্ট হয়। এই জগতত শোকৰ সমান শত্রু নাই। কাৰণ শোকৰ পৰা সকলো ধ্বংস হৈ যায়।(১)

কৌশল্যাৰ কথাত ৰজা দশৰথে মনত শান্তি লাভ কৰিলে আৰু নিদ্ৰিত হৈ পৰিল। তেতিয়া সন্ধ্যা হৈছিল।

অলপ সময়ৰ পাছতে নিদ্ৰাভঙ্গ হ'ল আৰু পুনৰায় চিন্তাত আচ্ছন্ন হৈ পৰিল। এসময়ত ৰজা দশৰথে হস্তীবোধে শব্দভেদী বাণ নিক্ষেপ কৰি এক তাপস কুমাৰক বধ কৰিছিল। সেই তপস্বী বালক আছিল বৃদ্ধ আৰু অন্ধ পিতা-মাতাৰ চকুৰ মণি। বালক পানী আনিবলৈ গৈছিল আৰু কলহত পানী ভৰাবৰ সময়ত যি শব্দ হৈছিল সেই শব্দ হাতীয়ে পানী খোৱাৰ শব্দ বুলি ভাবি সেই শব্দক লক্ষ্য কৰি ৰজাই বাণ নিক্ষেপ কৰিছিল। পিছত ৰজাই গৈ দেখে যে বালকৰ মৃত্যু সুনিশ্চিত। বালক মৰিল আৰু অনুতপ্ত ৰজাই বিচাৰি বিচাৰি মৃত বালকৰ পিতৃ-মাতৃক লগ ধৰি তেওঁলোকৰ ওচৰত সত্য ঘটনা বৰ্ণনা কৰিলে আৰু কৰজোৰে ক্ষমা ভিক্ষা কৰিলে। বালকৰ পিতৃ মুনিয়ে সমস্ত ঘটনা শুনি কৈছিল— "ৰজা! তুমি যে এই দুষ্কৰ্ম্ম কৰিছা, সেইকথা যদি তুমি নিজেই মোক নকলাহেঁতেন তোমাৰ মস্তক এতিয়াই শত সহস্ৰ খণ্ড হৈ মাটিত পৰিলহেঁতেন। মোৰ পুত্ৰৰ দৰে ব্ৰহ্মবাদী তপোনিষ্ঠ ঋষিৰ ওপৰত জ্ঞানতঃ শৰ নিক্ষেপ কৰিলে স্বয়ং মহেন্দ্ৰৰো নিস্তাৰ নাছিল। তুমি অজ্ঞানবশতঃ এই কৰ্ম কৰিছা সেইবাবে এতিয়াও বাচি আছা। নহলে আজি সমগ্ৰ ৰঘুবংশ নিৰ্মূল হৈ গ'লহেঁতেন"। ৰজা দশৰথৰ অনুতাপ হৈছে যে সেই পাপতে তেওঁ আজি পুত্ৰ শোকগ্ৰস্ত হৈছে। প্ৰিয়পুত্ৰ ৰামচন্দ্ৰক বনবাস দি নিতান্ত ব্যাকুল আৰু আতুৰ হৈ পৰিছিল; এতিয়া দুঃখত অতিমাত্ৰা অভিভূত হৈ পৰিছিল।

ৰজাই সুঁৱৰিছিল যে অন্ধক মুনিয়ে পুত্ৰ শোকত ৰজাক শাপ দিছিল। "পুত্ৰৰ শোকত আজি প্ৰাণক সুজাইব। অন্তকালে তোৰো পুত্ৰ-শোকে প্ৰাণ যাইবো"।। কৌশল্যাক ৰজাই কৈছিল— কৌশল্যা! পুত্ৰ শোকত মোৰ প্ৰাণ বহিৰ্গত হব। ঋষিৰ শাপ এতিয়া নিশ্চয় ফলিব। মোৰ চকুৰে এতিয়া মই তোমাক দেখা পোৱা নাই। তুমি মোক ছুই থাকিলে মই বুজিম যে তুমি মোৰ ওচৰতে আছা। এই সময়ত ৰামে যদি মোক হাতেৰে নাইবা আন কিবা বস্তু হাতত লৈ তাৰেই মোক ছুলেহেঁতেন নাইবা ৰামে যদি ঘুৰি অহি ৰাজ্য গ্ৰহণ কৰিলে হেঁতেন তেতিয়াও হয়তো মই বাচিব পাৰিলোহেঁতেন। মই ৰামৰ প্ৰতি যেনে ব্যৱহাৰ কৰিছোঁ সি

---

জানামি ধৰ্মং ধৰ্মজ্ঞ ত্বাং জানে সত্যবাদিনম্।
পুত্ৰ শোকাৰ্ত্তয়া তত্তু ময়া কিমপি ভাষিতম।। ১৪
শোকো নাশয়তে ধৈৰ্য্যং শোকো নাশয়তে শ্ৰুতম।
শোকো নাসয়তে সৰ্বং নাস্তি শোক সমো ৰিপুঃ।। ১৫ অযোধ্যা ৫৩ অঃ

কেতিয়াও শোভনীয় হোৱা নাই; কিন্তু ৰামচন্দ্ৰই মোৰ প্ৰতি যেনে ব্যৱহাৰ কৰিছে— সেই ব্যৱহাৰ কেৱল ৰামচন্দ্ৰৰ বাবেহে সম্ভৱ, ৰামচন্দ্ৰৰহে উপযুক্ত। পুত্ৰ যদি কুপুত্ৰও হয়, তাথাপি কোনেও তাক ত্যাগ নকৰে। পিতৃয়ে যদি পুত্ৰক বনবাস দিয়ে কোন পুত্ৰইনো পিতৃক ভাল চকুৰে চায়? সি যি নহওঁক হে দেৱি! মই তোমাক দেখা পোৱা নাই, মোৰ স্মৰণ শক্তিও লোপ পাই আহিছে। কালৰ দূত সকলে মোক ত্বৰণা দিব ধৰিছে। মই যে মৃত্যুৰ সময়তো মোৰ প্ৰিয় পুত্ৰ ধৰ্মজ্ঞ সত্য পৰাক্ৰম ৰামচন্দ্ৰক দেখা নাপালোঁ, তাতকৈ দুঃখৰ কথা আৰু কি আছে? যিবিলাক লোকে চৈধ্য বছৰৰ পিছত পুনঃ ৰামচন্দ্ৰৰ মুখমণ্ডল দেখা পাব, তেওঁলোক সঁচাকৈ নৰমনিষ নহয়। তেওঁলোক নিশ্চয় দেৱতা। ৰামৰ মুখমণ্ডলৰ লগত কেৱল শৰৎ কালৰ চন্দ্ৰৰ আৰু প্ৰস্ফুটিত পদুম ফুলৰ হে তুলনা হব পাৰে। আজি মোৰ এই শোক আৰু মৃত্যুৰ কাৰণ মই নিজে। ৰামক বনবাস দি মই একেবাৰে অনাথ হৈছো। মোৰ এতিয়া চেতনা নাই; মোৰ ইন্দ্ৰিয় বৰ্গ নষ্ট হৈ গৈছে, মই চকুৰে নেদেখা হৈছো, কাণেৰে নুশুনা হৈছোঁ, নাকেৰে গোন্ধ নোপোৱা হৈছোঁ। মই নিশ্চয় বিনষ্ট হলোঁ হায় ৰাম! হায় মহাবাহো! তুমিয়েই মোৰ পুত্ৰ আৰু তুমিয়েই মোৰ প্ৰভু। তুমি ক'ত? তুমি কলৈ গ'লা? হায় কৌশল্যা, হায় সুমিত্ৰা মই তোমালোকক দেখা পোৱা নাই। হায় কৈকেয়ী হায় কুলনাশিনী— হায় মোৰ পৰমশত্ৰু কৈকেয়ী! তই কি কৰিলি?

এইদৰে শোক কৰি ৰজাই কৌশল্যা আৰু সুমিত্ৰাৰ আগতে প্ৰাণত্যাগ কৰিলে। সেইসময়ত অৰ্দ্ধৰাত্ৰি হৈছিল।

## ৰাজ্যজুৰি শোকৰ ছায়া ঃ

পাত্ৰ পুৰোহিত মিলি আলোচিলা কাজ
অৰাজকে নিৰন্তৰে ছন্ন হৈবে ৰাজ।।

ৰাতি পুৱাল। ৰাজ বন্দী সকলে প্ৰভাত সময়ত আহি ৰজাৰ গুণ কীৰ্তন, আৰ্শীবচন আৰু স্তুতি পাঠ কৰিব ধৰিলে। সেই স্তুতি আৰু কীৰ্ত্তনৰ ধ্বনি ৰাজ প্ৰাসদত প্ৰতিধ্বনিত হব ধৰিলে— সূৰ্য্যোদয় হ'ল আৰু ৰাজদৰ্শনৰ বাবে সকলো উৎকণ্ঠিত হ'ল— কিন্তু ৰজা নুঠিল। ই কি হ'ল বুলি সকলোৰে মনত শঙ্কা ওপজিল।

---

হা ৰাঘব মহাবাহো হা মমায়াশ নাশন।
হা পিতৃ প্ৰিয় মে নাথ হা মমানি গতঃ সুতঃ।।৭৫
হা কৌশল্যে ন পশ্যামি হা সুমিত্ৰে তপস্বিনী।
হা নৃশংসে মমামিত্ৰে কৈকেয়ী কুলপাংশনি।।৭৬
.... ইতি শোচন জীবিতান্তমুপা গমৎ।।৭৭ অযোধ্যা ৬৪ অঃ

ৰজাই যে প্ৰাণত্যাগ কৰিছে— কৌশল্যা আৰু সুমিত্ৰাই ৰাতিৰ ভিতৰত একো বুজা নাছিল। কৌশল্যা আৰু সুমিত্ৰা পুত্ৰশোকত অভিভূত হৈ সমস্ত ৰাত্ৰি জাগি আছিল আৰু শেষ ৰাত্ৰি নিদ্ৰাত আচ্ছন্না হৈ পৰিছিল। সেইবাবে তেওঁলোকো তেতিয়ালৈকে জাগি উঠা নাই। তেওঁলোকে ৰজাৰ বিলাপ হে শুনিছিল। বিলাপ বন্ধ হোৱাত যে ৰজাৰ মৃত্যু হৈছে সেই শঙ্কা তেওঁলোকৰ মনত অহা নাছিল। ৰজা পুনঃ পুনঃ মূৰ্চ্ছা যোৱাটো যেন এটা অভ্যাসত পৰিণত হৈছিল; আকৌ ক্ষন্তেক পাছতে সংজ্ঞা লাভ কৰিছিল। সেইবাবে হয়তো কৌশল্যা আৰু সুমিত্ৰাৰ বাজেও আন আন মহিষী ওচৰতে থকা সত্ত্বেও ৰজাৰ যে সেই মূহুৰ্ত্তত মৃত্যু হৈছে সেই কথা তেওঁলোকে তৰ্কিব পৰা নাছিল। সেইবাবে আনদিনাৰ দৰে ৰজাই যেতিয়া শয্যা ত্যাগ কৰা নাছিল, তেতিয়া মহিষী সকলে ৰজাক জাগৰিত কৰিবৰ চেষ্টা কৰিলে। তেওঁলোকে যথাৰীতি বিনীত ভাৱে স্বামীৰ শয্যা স্পৰ্শ কৰি যেতিয়া দেখিলে যে স্বামীৰ দেহত প্ৰাণৰ স্পন্দন নাই তেতিয়া তেওঁলোকৰ যেন প্ৰাণ উৰি গ'ল। তেওঁলোকে ব্যাকুল হৈ চিৎকাৰ কৰিব ধৰিলে।

স্বামীৰ মৰণ দেখি ৰমণী সকলে।
বেঢ়িয়া কান্দিল সবে হাকলে বিকলে।।
হাঁ নাথ হাঁ প্ৰভো হাঁ মহাৰাজ।
বেঢ়িয়া কান্দিল সবে সুন্দৰী সমাজ।।
ৰোল শুনি কৌশল্যা সুমিত্ৰা পটেশ্বৰী।
চমকি উঠিলা চকু তৰবৰ কৰি।।
কৌশল্যা বোলন্ত প্ৰভু কিনো পুণ্য কৈল
ৰাম ৰাম সুমৰন্তে প্ৰাণ ছুটি গৈল।।

এইদৰে কান্দি কান্দি দশৰথৰ সমুদয় স্ত্ৰীয়েই শোক সন্তপ্ত আৰু চেতানশূন্য হৈ মাটিত পৰি গ'ল।

আকাশৰ পৰা যেন এটা উজ্জ্বল তৰা হে খহি পৰিল। আকাশ যেনেকৈ সেই উজ্জ্বল তৰা নোহোৱাত প্ৰভাহীন হয় সেইদৰে যেন কৌশল্যা দেৱীও দশৰথৰ মৃত্যুত প্ৰভাহীনা হৈ পৰিল।

ৰজা দশৰথৰ মৃতদেহ যেন তেতিয়াও প্ৰাণবন্ত হৈ আছে। এনে দেখা গৈছিল কৌশল্যা দেৱী শোকাকুলা হৈ ৰজাৰ মস্তকটি কোলত তুলি লৈ কৈকেয়ীক তিৰস্কাৰ কৰিব ধৰিলে— হে দুষ্টচাৰিণি কৈকেয়ী, এতিয়া তোৰ মনস্কামনা পূৰ্ণ হ'ল। তই এতিয়া নিষ্কণ্টক ৰাজ্য ভোগ কৰ। ৰামে মোক ত্যাগ কৰি গৈছে। স্বামীও স্বৰ্গস্থ হ'ল। মই এতিয়া জীৱন ধাৰণ কৰি থকাৰ কোনো অৰ্থ নাই। ধৰ্ম্মত্যাগিনী নাৰীত বাজে কোনো সাধ্বী স্বামী নাথাকিলে জীয়াই থাকিবলৈ ইচ্ছা নকৰে।

হাওৰে পাপিষ্ঠীচাৰী তই স্বামী খাইলি।
সমস্ত লোকক শোক সাগৰে পেলাইলি।।
তোৰ গৰ্ভে ঠাই ভৈল সুস্বামী আমাৰ।
সব ৰঘুবংশ চিণ্ডিলি বুন্দামাৰ।।

সমস্ত ৰঘুবংশৰ তই কুখ্যাতি আনিলি। ৰাজৰ্ষি জনকে যেতিয়া এই কথা শুনিব — তেওঁ কিমান দুঃখিত হ'ব; তেওঁ কি ভাবিব? দশৰথ হেন ৰজাই প্ৰিয়তম পুত্ৰ ৰামক বনবাস দিছে। ৰাম জীৱিত থাকিও অদৃশ্য হৈছে। সীতা দেৱীও ৰামৰ লগত বনবাসিনী হৈছে। সীতাৰ দুঃখৰ কথা চিন্তা কৰি কৰি সেই বৃদ্ধ জনক ৰজায়ো শোকবিষ্ট হৈ প্ৰাণ ত্যাগ কৰিব। মোৰ আন কোনো সান্ত্বনাৰ উপায় নাই— মই নিশ্চয় পাতিব্ৰত্য ধৰ্ম্ম ৰক্ষাৰ কাৰণে আজিয়েই প্ৰাণত্যাগ কৰিম। স্বামীৰ সহগামিনী হৈ চিতাত প্ৰৱেশ কৰিম।

দশৰথ ৰজাৰ মৃত্যু সংবাদ যেতিয়া প্ৰচাৰিত হ'ল— সমগ্ৰ অযোধ্যা ৰাজ্যত শোকৰ ছায়া ঘনীভূত হৈ আহিল। কাৰো মনত তিলমাত্ৰ আনন্দ নোহোৱা হ'ল। সকলো লোকেই অনবৰত ৰোদন কৰিব ধৰিলে।

ইতিমধ্যে ৰাজকাৰ্য্য নিৰ্ব্বাহকাৰী ব্ৰাহ্মণ সকল সভাস্থ হ'ল। মাৰ্কণ্ডেয়, মৌদ্‌গল্য, বামদেৱ, কাশ্যপ, কাত্যায়ণ, গৌতম আৰু পৰম যশস্বী জাবালি এই সমস্ত ব্ৰাহ্মণ ৰজাৰ অন্তিম ক্ৰিয়া সম্পাদনৰ বাবে তাত সমাগত হ'ল। সকলো বিলাক মন্ত্ৰী অৰু ৰাজ পুৰোহিত বশিষ্ঠ দেৱো আহিল। তেতিয়া পৰামৰ্শ সভা বহিল। ৰাম অৰণ্যবাসী হৈছে, লক্ষ্মণো তেওঁৰ লগতে গৈছে। ভৰত কেকয় ৰাজ্যলৈ মাতুল ঘৰলৈ গৈছে। শত্ৰুঘ্নও ভৰতৰ লগতে গৈছে। কোনো এজন পুত্ৰও ৰজাৰ মৃত্যুৰ সময়ত উপস্থিত নাই। ৰাজ্য অৰাজক হৈছে। অৰাজক ৰাজ্যৰ বহু বিপদ আছে। অৰাজক ৰাজ্য আশু বিনষ্ট হব পাৰে। ৰাজ্য অৰাজক হলে সময়ত বৰষুণ নহয়— অনাবৃষ্টিৰ কাৰণে শস্য হ'ব নোৱাৰে। অৰাজক ৰাজ্যত শৃঙ্খলা নাথাকে, সামাজিক শাসন নাথাকে। পুত্ৰ পিতৃৰ বাধ্য হৈ নাথাকে, স্ত্ৰী স্বামীৰ বশীভূতা হৈ নাথাকে আৰু স্ত্ৰীসকল ভ্ৰষ্টা হয়। অৰাজক ৰাজ্যত সত্য ব্যৱহাৰ লোপ পায়। প্ৰজাবিলাকে ন্যায় বিচাৰৰ বাবে সামাজিক মেল সভা নাপাতে সভাঘৰো নিৰ্মান নকৰে। প্ৰজাবিলাকে ৰমণীয় উদ্যান প্ৰস্তুত কৰিব নোৱাৰে আৰু পান্থ শালা ধৰ্ম্মশালাও নিৰ্ম্মাণ কৰিব নোৱাৰে কাৰণ শত্ৰুৱে আৰু অসৎ প্ৰবৃত্তিৰ লোকে ধ্বংস কৰিবৰ ভয় থাকে। অৰাজক ৰাজ্যত ব্ৰাহ্মণ সকলে যজ্ঞৰ অনুষ্ঠান কৰিব নোৱাৰে। প্ৰধান প্ৰধান যজ্ঞ বিলাকত আনৰ কথা দূৰৈত থাওক ধনবান ব্ৰাহ্মণ সকলেও ঋত্বিক সকলক উপযুক্ত দক্ষিণা নিদিয়ে। কাৰণ উপযুক্ত দান দক্ষিণা দিলে সমাজত তেওঁলোক ধনী মানুহ বুলি পৰিচিত হব আৰু চোৰ ডকাইতে তেওঁলোকক আক্ৰমণ কৰি ধন-সম্পত্তি লুট কৰি নিব — এই ভয়।

তেতিয়া দেশৰ উন্নতিত বাধা হয়। নট আৰু নৰ্ত্তকী সকলে প্ৰফুল্ল চিত্তে বাস কৰিব নোৱাৰে। কাৰণ ধৰ্ম্মানুষ্ঠান নহলে আৰু ঈশ্বৰৰ গুণ কীৰ্ত্তন কৰিব নোৱাৰিলে তেওঁলোকৰ আনন্দ নহয়। অৰাজক ৰাজ্যত ব্যৱহাৰজীৱি সকল (উকীল, মহৰী বিলাক) থকাৰ কোনো প্ৰয়োজন নোহোৱা হয়; কাৰণ ভূমি সংক্ৰান্ত বিবাদ নিষ্পত্তিৰ কোনো পথ নাথাকে। ধৰ্ম্মশাস্ত্ৰ, পুৰাণ শাস্ত্ৰৰ ধৰ্ম্মীয় কথা শুনিবৰ কাৰো ইচ্ছা নাথাকে। ৰাজ্যৰ কুমাৰী সকলে সন্ধ্যা সময়ত মূল্যৱান্ বস্ত্ৰ অলঙ্কাৰ পিন্ধি ক্ৰীড়োদ্যানলৈ যোৱা বন্ধ কৰি দিয়ে— দুষ্ট প্ৰকৃতিৰ লোক বিলাকে নানা প্ৰকাৰ উৎপীড়ন কৰিব পাৰে বুলি ভয় কৰি। অৰাজক ৰাজ্যত ধনীৰ ধন সুৰক্ষিত নহয়। যি সকল কৃষিজীৱি আৰু গোপালনকাৰী গৃহস্থ লোক সেই সকলৰ ঘৰত জনসংখ্যা বা পৰিচাৰক সংখ্যা বেছি থাকিলেও নিৰ্ভয়ে দুৱাৰ খুলি থৈ ৰাতি শুব নোৱাৰে— কাৰণ চোৰ ডকাইতৰ ভয় হয়। যিবিলাক লোক বিলাসী তেওঁলোকেও স্ত্ৰীপুত্ৰক লৈ অৰণ্যৰ শোভা দৰ্শন কৰিবলৈ বা অৰণ্যত বিহাৰ কৰিবলৈ শীঘ্ৰগামী বাহনতো যাব নোৱাৰে। সৈন্যবাহিনীত অন্তৰ্ভুক্ত ষাঠি বছৰীয়া দতাঁল হাতীবিলাকো ৰাজপথত বিচৰণ কৰিব নোৱাৰে; কাৰণ হাতীবিলাকৰ দাঁতবোৰ আৰু গলত আঁৰি দিয়া ঘণ্টাবোৰ চুৰ কৰি নিয়া মানুহৰ অভাৱ নহয়। অৰাজক ৰাজ্যত যোদ্ধা সকলেও ধনুৰ্ব্বান শিক্ষাৰ সুযোগ নাপায়। ব্যৱসায়ী সকলেও পণ্য দ্ৰব্য লগত লৈ যাব নোৱাৰে। ব্ৰহ্মধ্যানপৰায়ণ যতি আৰু জিতেন্দ্ৰিয় ঋষি সকলো সন্ধ্যা সময়ত পথেদি যাব নোখোজে কাৰণ কোনো লোকেই তেওঁলোকক ৰাতি আতিথ্য নিদিয়ে। অৰাজক ৰাজ্যত কোনেও নতুন ধন-সম্পত্তি আৰ্জ্জিব নোৱাৰে। পূৰ্ব্বৰ অৰ্জ্জিত ধন-সম্পত্তিও ৰক্ষা কৰিব নোৱাৰে। ইত্যাদি ধৰণৰ নানা প্ৰকাৰ আঁলৈ আহুকাল হয় অৰাজক ৰাজ্যত। যি সকল লোক নাস্তিক হৈ বৰ্ণাশ্ৰম ধৰ্ম্ম লঙ্ঘন কৰা বাবে ৰাজদণ্ডত দণ্ডিত হৈছিল, সেইসকল লোকেও দণ্ডভয় ৰহিত হৈ নিজৰ নিজৰ প্ৰভাৱ বিস্তাৰ কৰাত প্ৰবৃত্ত হয়। চকুৱে যেনেকৈ শৰীৰৰ হিত সাধনত আৰু অহিত নিবাৰণত সদায় প্ৰবৃত্ত থাকে, ৰজাইও সেই দৰে ৰাজ্যত সত্য আৰু ধৰ্ম্ম ৰক্ষা কৰি প্ৰজাসকলৰ মঙ্গল বিধান কৰি থাকে। পৰামৰ্শ সভাত এইবোৰ কথাৰ আলোচনা হ'ল আৰু ইক্ষ্বাকু বংশৰ কোনো এজন উপযুক্ত লোকক অভিষিক্ত কৰা উচিত— ভৰতক বা আন কোনো এজনক। পৰামৰ্শ সভাৰ এই সিদ্ধান্তৰ কথা শুনি বশিষ্ঠ দেৱে উত্তৰ কৰিলে যে ৰজা দশৰথে ভৰতকহে ৰাজ্য দি গৈছে। তেওঁ এতিয়া শত্ৰুঘ্নৰ সহিত মাতুলালয়ত আছে। এতিয়া সোনকালে দ্ৰুতগামী দূত পঠাই তেওঁলোকক অনাবৰ দিহা কৰিব লাগে "বিশেষ প্ৰয়োজন উপস্থিত হৈছে— ভৰত সোনকালে অয়োধ্যালৈ আহিব লাগে"— এইখিনি কথামাত্ৰ দূতে ভৰতক কব। কুল পুৰোহিত বশিষ্ঠ দেৱে আৰু মন্ত্ৰী সকলে এইদৰে আমাক কৈছে।(১)

---

পুৰোহিতস্থাং কুশলং প্ৰাহ সৰ্ব্বেচ মন্ত্ৰিণঃ।
ত্বৰমানশ্চ নিৰ্যাহি কৃত্যমাত্যয়িকং ত্বয়া।।৭ অযোধ্যা ৪৩ অ.

ৰাম বনলৈ গৈছে আৰু দশৰথৰ পৰলোক প্ৰাপ্তি হৈছে— এইবোৰ অমঙ্গলীয়া কথা যেন দূতে নকয় সেই বিষয়ে সাৱধান কৰি দিব লাগে। এই সিদ্ধান্ত অনুসাৰে সিদ্ধাৰ্থ, অশোক, বিজয়, জয়ন্ত আৰু নন্দন নামেৰে পাঁচ জন দূত পঠাবৰ ব্যৱস্থা কৰি বশিষ্ঠদেৱে আদেশ দিলে যে তোমালোকে অশ্বাৰোহণ কৰি জোৰ কদমত গৈ ভৰতক লগ ধৰি কথা যে বিশেষ প্ৰয়োজন হৈছে— আপুনি সোনকালে অযোধ্যালৈ যাব লাগে। আন কোনো কথা নক'বা।

## ভৰতৰ দুঃস্বপ্ন দৰ্শন ঃ

যি ৰাত্ৰিত দূতবিলাক কেকয়পুৰত উপস্থিত হ'ল, সেই ৰাত্ৰিতেই ভৰতে এটি দুঃস্বপ্ন দেখিলে। ৰাজাধিৰাজ পুত্ৰ ভৰতে দুঃস্বপ্ন দেখি বৰ অসুখী হৈ উঠিল। ভৰতৰ সমনীয়া বন্ধু সকলে সভাৰ মাজত ভৰতক মন মাৰি থকা দেখি ভৰতৰ মনত আনন্দ আনয়নৰ বাবে নানা প্ৰকাৰ ৰসাল কথাৰ প্ৰসঙ্গ উত্থাপন কৰিলে। ভৰতৰ মনৰ শান্তিৰ বাবে কোনো জনে বীণা বজাব ধৰিলে, কোনো জনে হাস্যৰস প্ৰধান নাটকাদি পাঠ কৰিব ধৰিলে। কিন্তু ভৰতৰ মনৰ অশান্তি নুগুচিল। তেতিয়া মিত্ৰমণ্ডলীৰ ভিতৰত এজনে ভৰতক সুধিলে— সখি, তোমাৰ চিত্ত বিনোদনৰ বাবে সুহৃদসকলে নানা প্ৰাকৰ চেষ্টা কৰিলে কিন্তু সেইবোৰলৈ তুমি অকনো মন কৰা নাই— ইয়াৰ কাৰণ কি?

ভৰতে তেতিয়া উত্তৰ দিলে— ভাই! মই কি কাৰণে ব্যাকুল হৈছোঁ শুনা। যোৱা ৰাতি মই এটি অতি ভীষণ বেয়া সপোন দেখিছোঁ— সেই সপোনটো অতি ভয়ানক। পিতা দশৰথৰ চুলিবোৰ উখৰা মখৰা আৰু আলুলায়িত হৈছে। পিন্ধনত মলিন পোছাক। তেওঁ যেন পৰ্ব্বতৰ টিঙৰ পৰা এটা হ্ৰদত পৰিছে। সেই হ্ৰদটো গৰুৰ গোবৰ আৰু বোকা মাটিৰে পৰিপূৰ্ণ আছিল। তাত ভাহি ভাহি যেন তেওঁ পুনঃ পুনঃ হাঁহিব ধৰিছে আৰু দুয়োহাতে অঞ্জলি কৰি তৈল পান কৰিব ধৰিছে। তাৰ পাছত আকৌ পুনঃ পুনঃ তিলসনা অন্ন ভোজন কৰি, গাত তৈলসানি অধোমুখক হৈ তৈলতে অৱগাহন স্নান কৰিলে। তাৰ পাছত আকৌ দেখিলোঁ সাগৰ যেন শুকাই গৈছে আৰু সমুদয় পৃথিবীখন অন্ধকাৰত আচ্ছন্ন হৈ নাইকীয়া হৈ গৈছে। ৰজাক তুলি লৈ যোৱা হাতীবিলাকৰ দাঁতবোৰ যেন ভাঙি গৈছে। জুই জ্বলি উঠি উঠি যেন হঠাতে নুমাই যায়। পৃথিবী যেন ফাটি গৈছে। গছবোৰ যেন শুকাই গৈছে। পৰ্ব্বতবোৰ যেন ছিন্ন-ভিন্ন হৈছে আৰু তাৰপৰা ধোঁৱা ওলাব ধৰিছে। লোৰে নিৰ্ম্মাণ কৰা কৃষ্ণবৰ্ণ পীঠৰ ওপৰত কৃষ্ণবৰ্ণৰ আৰু বেঙুনীয়া ৰঙৰ তিৰোতাসকলে যেন ধৰ্মাত্মা দশৰথ ৰজাক প্ৰহাৰ কৰিব ধৰিছে আৰু ৰজাই যেন লৰালৰিকৈ গাত ৰক্ত সানি ৰক্ত সনা মালা পিন্ধি গাৰ্দ্দভে টনা ৰথত উঠি দক্ষিণ

কালে প্ৰস্থান কৰিলে। সপোনত আৰু দেখিলো যেন কোনো এক বিকট বদনা ৰাক্ষসী ৰক্তবস্ত্ৰ পৰিধান কৰি অট্টহাস্য কৰি ৰজাক বলেৰে টানি নিব ধৰিছে। মই এনে এটি ভয়াবহ সপোন দেখিছোঁ। মোৰ নিশ্চয় বোধ হৈছে যে হয় মোৰ, নহয় ৰজাৰ, নহয় ৰামৰ বা লক্ষ্মণৰ মৃত্যু হব। গৰ্দ্দভচালিত ৰথত যি ব্যক্তি সপোনত যোৱা যেন দেখে তেওঁৰ অতি শীঘ্ৰে মৃত্যু ঘটে— এনে সপোন মই পূৰ্ব্বে কেতিয়াও দেখা নাই। তেনে ধৰণৰ কথা মই কোনো দিন চিন্তাও কৰা নাই। সেইবাবে মই তোমালোকৰ লগত আনন্দ কৰিব পৰা নাই।

ইতিমধ্যে ভৰতক নিবলৈ অহা দূত বিলাক উপস্থিত হ'ল আৰু ভৰত আৰু শত্ৰুঘ্নই সকলোৰে পৰা বিদায় লৈ অযোধ্যালৈ যাত্ৰা কৰিলে।

## ভৰত অযোধ্যাত উপস্থিত ঃ

যাত্ৰাৰ পূৰ্ব্বে ভৰতে দূতবিলাকক ঘৰৰ খবৰ সুধি ব্যতিব্যস্ত কৰিছিল। দূতবিলাকে মাত্ৰ সবিনয়ে আৰু সংক্ষিপ্ত বাক্যেৰে এইখিনি কৈছিল যে "আপুনি যিবিলাকৰ কুশল কামনা কৰিছে, তেওঁলোক সকলোৱে কুশলে আছে। স্বয়ং লক্ষ্মীদেৱী পদ্ম হাতত লৈ আপোনাক বৰণ কৰিবলৈ উদাত্তা হৈ আছে — আপুনি শীঘ্ৰে ওলাওক"।

অতি দ্ৰুতবেগে ৰথ পৰিচালনা কৰি ভৰত শত্ৰুঘ্ন আৰু দূতসকল অযোধ্যাত উপস্থিত হ'ল। বাটত সাতৰাত্ৰি অতিবাহিত হৈ গ'ল। তীৰ্থস্থান আৰু আশ্ৰমবিলাকত ৰাত্ৰিবোৰ যাপন কৰিছিল। অযোধ্যা পাই অযোধ্যাৰ ৰূপ আৰু অবস্থা দেখি ভৰত বিস্মিত হৈ গৈছে আৰু দুঃখ আৰু ভয়ত আতঙ্কিত হৈ উঠিছে। অযোধ্যাত— "বেদধ্বনি নৃত্যগীত নাহি কোলাহল।"

ভৰতে ৰথৰ সাৰথিক সম্বোধন কৰি কৈছে— "মলিন দেখোহোঁ নগৰ উপবন। - শুন ওৰে সাৰথি বচন বোলোঁ তোক। আমাক নমাতে কিয় নগৰৰ লোক।। মলিন বস্ত্ৰক পিন্ধি কৰে নৰে শোক। কি কাৰণে অভিনন্দা নকৰয় মোক"।। এই বুলি কৈ তেওঁ ৰাজভৱনলৈ আহি অন্তঃপুৰত প্ৰৱেশ কৰি পিতৃগৃহত পিতৃক দেখা নাপালে। মাতৃৰ লগত সাক্ষাৎ কৰিবৰ মনেৰে মাতৃৰ গৃহলৈ গ'ল। বহুদিনৰ মূৰত পুত্ৰ ঘূৰি আহিছে দেখি কৈকেয়ীয়ে বৰ আনন্দ পালে; কিন্তু ধৰ্ম্মাত্মা ভৰতে মাতৃগৃহত প্ৰৱেশ কৰিয়েই দেখিলে যে ঘৰৰ শ্ৰীভ্ৰষ্ট হৈছে। প্ৰথমতঃ তেওঁ মাতৃচৰণৰ সেৱা জনালে। কৈকেয়ীয়ে পুনৰ মস্তক আঘ্ৰাণ কৰি আলিঙ্গন কৰিলে আৰু কোলত বহুৱাই সুধিবলৈ ধৰিলে— (অঙ্কে ভৰতমাৰোপ্য প্ৰষ্টুং সমুপচক্ৰমে)। বোপা! তোমাৰ আতাৰ ঘৰৰ পৰা ওলাই অহাৰ আজি কেইদিন হ'ল? বাটত তোমাৰ কোনো কষ্ট হোৱা নাইতো? তোমাৰ আতা আৰু

মামা যুধাজিতৰ ভালনে? তাত থাকি তুমি ভাল পাইছিলাতো ইত্যাদি প্ৰশ্ন ভৰতক সুধিলে। ভৰতে সকলো প্ৰশ্নৰে যথাযথ উত্তৰ দি মাকক সুধিলে ৰজা দশৰথ প্ৰায়েই তোমাৰ ঘৰত থাকে — আজি নাই কিয়? তেওঁ কৌশল্যা মাতৃৰ ঘৰত আছে নেকি?

এই প্ৰশ্নৰ উত্তৰত কৈকেয়ীয়ে যেন কোনো এটা সুখবৰহে দিছে— তেনেদৰে কবলৈ ধৰিলে— (তং প্ৰত্যুবাচ কৈকেয়ী প্ৰিয়বদ্ ঘীৰমপ্ৰিয়ম্) বোপা! তোমাৰ পিতৃৰ সকলো জীৱৰে যি গতি হয় সেই গতি হৈছে (যা গতিঃ সৰ্বভূতানাং তাং গতিং তে পিতা গতঃ) এই কথা শুনি ভৰত পিতৃশোকত সহসা মাটিত পৰি গ'ল আৰু মাটিত পৰি কান্দি কান্দি কবলৈ ধৰিলে— হা! হতোস্মি — হায় মই হত হলোঁ।

মাতৃ কৈকেয়ীয়ে ভৰতক পিতৃশোকত অভিভূত হোৱা দেখি শোকাকুল পুত্ৰক মাটিৰ পৰা তুলিবৰ যত্ন কৰি কবলৈ ধৰিলে— তুমি বুদ্ধিমান্ ল'ৰা। সকলো বিষয়ে তোমাৰ জ্ঞান আছে। তুমি শোকাচ্ছন্ন নহ'বা।

তেতিয়া ভৰতে মাটিত বাগৰি বাগৰি কান্দি কান্দি উত্তৰ দিলে মাতৃ! মই ভাবিছিলোঁ ৰজাই ৰামক ৰাজ্য দিব আৰু পিতৃ দশৰথে যজ্ঞ কৰিব। সেই আনন্দতে মই লৰালৰিকৈ আহিছোঁ। তাৰ পৰিবৰ্ত্তে পিতাৰ মৃত্যুহে ঘটিছে— এই বাবে মোৰ হৃদয় যেন ফাটি যাব খুজিছে। মাতঃ কি ৰোগত পিতাৰ মৃত্যু হ'ল?

কৈকেয়ী উত্তৰ দিছে — তেওঁ হা ৰাম! হা সীতা ! হা লক্ষ্মণ এই বুলি বিলাপ কৰি কৰি প্ৰাণত্যাগ কৰিছে। মৃত্যুৰ সময়ত তেওঁ মোক এই কথা কৈছিল যে যিবিলাক মানুহে ৰামক সীতা আৰু লক্ষ্মণৰ লগত পুনঃ ঘুৰি অহা দেখা পাব সেই বিলাকেই ভাগ্যবান লোক।

ভৰতে কৈকেয়ীৰ এই কথাত আৰু এটা অপ্ৰিয় সংবাদ পালে। সেইবাবে সুধিলে— মা! ৰাম, ভাই লক্ষ্মণ আৰু সীতাৰ লগত কলৈ গৈছে?

ভৰতে এইদৰে প্ৰশ্ন কৰাত কৈকেয়ীয়ে ভাবিলে যে সত্য ঘটনাটো কৈ দিলে সি অতি দাৰুণ সত্য আৰু অপ্ৰিয় হ'লেও ভৰতৰ মনত প্ৰীতি জন্মাব পাৰে; সেই দেখি কৈকেয়ীয়ে উত্তৰ দিলে যে ৰামচন্দ্ৰ বল্কল পৰিধান কৰি সীতা আৰু লক্ষ্মণৰ লগত দণ্ডকাৰণ্যলৈ গৈছে। এই উত্তৰ শুনি ভৰতৰ মনত ৰামচন্দ্ৰৰ চৰিত্ৰ সম্পৰ্কে আৰু ত্ৰাস উপস্থিত হ'ল। ৰামচন্দ্ৰৰ কোনো অপকৰ্ম্মৰ দ্বাৰা বিখ্যাত ইক্ষ্বাকু বংশৰ কীৰ্ত্তিত কলঙ্ক পৰিছে বুলি এই ত্ৰাস আৰু শঙ্কা হ'ল। সেইবাবে ভৰতে পুনঃ সুধিছে মাতৃ! ৰামচন্দ্ৰৰ ওপৰত এই শাস্তিৰ বিধান কিয়? ৰামচন্দ্ৰই কোনো ব্ৰাহ্মণৰ ধন অপহৰণ কৰিছে নেকি নাইবা তেওঁ অকাৰণে কোনো নিষ্পাপ আৰু নিৰ্দোষ ধনী বা দৰিদ্ৰ ব্যক্তিক হত্যা কৰিছে নেকি? কিংবা ৰাজপুত্ৰ ৰামচন্দ্ৰই কোনো পৰস্ত্ৰীত আসক্ত হৈছে নেকি?

ভৰতৰ এই তিনিটা প্ৰশ্নৰ পৰা কোনো লোকৰ বুজিবলৈ বাকী নাথাকে যে এই তিনিটা দোষৰ যি কোনো এটা দোষ নাথাকিলে কোনো প্ৰজাৰ ওপৰত নিৰ্ব্বাসন দণ্ডৰ বিধান হ'ব নোৱাৰে।

চপল স্বভাৱা কৈকেয়ীয়ে স্ত্ৰীস্বভাৱবশতঃ এই প্ৰশ্ন তিনিটাৰ গুৰুত্ব উপলব্ধি নকৰি, বৰঞ্চ— ভৰতে ভাল পাব বুলি ভাবি আনন্দ সহকাৰেহে আনুপূৰ্ব্বিক সকলো ঘটনা বৰ্ণনা কৰি ক'লে— যে ৰামচন্দ্ৰই তেনে কোনো দোষ কৰা নাই। ৰজাই মোক দিবলগীয়া বৰ দুটাৰ বাবেহে ৰামৰ বনবাস আৰু তোমাৰ ৰাজ্যলাভ হৈছে। প্ৰিয়পুত্ৰ ৰামচন্দ্ৰৰ শোকত ৰজাই প্ৰাণত্যাগ কৰিছে। এই ৰাজ্য আৰু ৰাজধানী এতিয়া তোমাৰ হাতলৈ আহিছে। তুমি নিৰুপদ্ৰৱে ভোগ কৰা। বশিষ্ঠ প্ৰভৃতি ব্ৰাহ্মণ সকলৰ লগত মিলিত হৈ যথাবিধানে ৰজাৰ অন্ত্যোষ্টিক্ৰিয়া সম্পাদন কৰা। মনত কোনো ক্ষোভ নাৰাখিবা।

পিতৃৰ মৃত্যুত আৰু ভ্ৰাতৃ দুজনৰ বনবাসৰ কথা শুনি ভৰত দুঃখত সন্তপ্ত হৈ কবলৈ ধৰিলে— মাতঃ, পিতা আৰু পিতৃতুল্য ভ্ৰাতাৰ বিহনে মই সমূলঞ্চে নাশ পালোঁ। এনে শোচনীয় অৱস্থাত ৰাজ্য লৈ মোৰ কি হ'ব? তুমি ৰজা দশৰথক বিনষ্ট কৰিলা আৰু ৰামচন্দ্ৰক তপস্বী কৰিলা। এই কাৰ্য্যৰ দ্বাৰা মোৰ কটা ঘাত ক্ষাৰ সানিছা। মোৰ দুঃখৰ ওপৰত দুঃখৰ ব্যৱস্থা কৰিছা। তুমি যেন এক কালৰাত্ৰি, বংশনাশ কৰিবৰ বাবে ৰঘুবংশলৈ আহিছা। হে পাপদৰ্শিনি! তুমি ইমান অনায়াসে ৰজাক বিনাশ কৰিলা আৰু ৰামক বনবাস দিলা। ৰজা দশৰথে সত্যভ্ৰষ্ট হ'বৰ ভয়ত তোমাক এই বৰ দিছে আৰু তাৰ দ্বাৰা শোক সন্তপ্ত হৈ নিজে মৃত্যুবৰণ কৰিছে। তুমি কিয় পিতাক বিনাশ কৰিলা আৰু কি কাৰণেই বা ৰামক বনবাস দিলা? তেৱেঁই বা কিয় বনলৈ গ'ল? আমাৰ বংশত সৰ্ব্বজ্যেষ্ঠ জনেই ৰজা হয় আৰু আন আন ভাইসকল তেওঁৰ অধীনত থাকে। ওৰে, নৃশংসে, ৰাজধৰ্মত তোমাৰ জ্ঞান নাই। ৰাজধৰ্ম্ম পালন কৰিলে অক্ষয় স্বৰ্গালাভ হয়। শ্ৰীৰামচন্দ্ৰই যদি তোমাক নিজৰ মাতৃৰ দৰে শ্ৰদ্ধা নকৰিলেহেঁতেন মই আজিয়েই তোমাক ত্যাগ কৰিলোহেতেঁন। তোমাৰ পৰাই আমাৰ বংশ মৰ্য্যদাৰ হানি হ'ল। ৰাজকুলত জন্মগ্ৰহণ কৰি তোমাৰ এই প্ৰকাৰ নিন্দনীয় স্বভাৱ আৰু আচৰণ কিয় হ'ল? তুমি মোৰ দাৰুণ বিপদ ঘটাইছা। এইদৰে মাতৃক গালি পাৰি মহাত্মা ভৰতে সিংহৰ দৰে গৰ্জ্জন কৰিব ধৰিলে।

ভৰতে মাকক যথোচিত লাঞ্চনা কৰিও ক্ষান্ত নহ'ল। পুনৰায় ক্ৰুদ্ধ হৈ উঠিল— দুৰাচাৰিণি! তুমি কুলৰ স্ত্ৰীধৰ্ম ত্যাগ কৰিছা। মৃত স্বামীৰ উদ্দেশ্যে তোমাৰ ৰোদন কৰা শোভা নাপায়। তুমি এই কাৰ্যৰ দ্বাৰা ভ্ৰূণ হত্যাৰ পাতকত লিপ্ত হৈছা; কাৰণ তুমি আমাৰ বংশ মৰ্য্যদা নাশ কৰিছা। গতিকে তুমি নৰকলৈ যোৱা—

তোমাৰ যেন পৰজন্মত স্বামীলাভ নহয়। তুমি ধীমান্ অশ্বপতিৰ কন্যা নহয়। তেওঁৰ ঔৰসত তুমি ৰাক্ষসী ৰূপে জন্ম লৈছা।

কৌশল্যা মাৰক তই দিলি বৰ শোক।
ময়ো আবে পেটপুড়ি মাৰিবোহোঁ তোক।।
এতিক্ষণে ময়ো আজি যাইবো বনমাজ।
স্বতঃন্তৰী দাৰুণী আপুনি লহ ৰাজ।।

মই মহাবল মহাবাহু ৰামচন্দ্ৰক বনৰ পৰা অনাই নিজে বনলৈ যাম। ওৰে পাপীয়সি। তই যি পাপ কৰিছ তাক মই কোনোমতে সহ্য কৰিব নোৱাৰিম। তই জুইত প্ৰবেশ কৰি মৰিব পাৰ, নাইবা বনলৈও যাব পাৰ নাইবা গলত ৰছি লগাই মৰিবও পাৰ। তোৰ অন্য কোনো গতি নাই। সত্যপৰাক্ৰম ৰামচন্দ্ৰ ৰজা হলে মই পাপমুক্ত হম। মই কৃতকৃত্য হম।

এইদৰে বিলাপ কৰি কৰি ভৰত উত্তেজিত হাতীৰ দৰে নিতান্ত ক্ৰুদ্ধ হৈ সাপৰ দৰে নিশ্বাস ত্যাগ কৰিব ধৰিলে আৰু কিছুসময় পিছত ভূপতিত হ'ল।

ভৰত কিছুসময়ৰ পাছত সুস্থিৰ হ'ল। কৈকেয়ীৰ আশা ভঙ্গ হ'ল। তাৰবাবে কৈকেয়ী নিতান্ত ব্যাকুলিতা হৈ পৰিল। ভৰত ঘূৰি অহা গম পাই মন্ত্ৰীসকল উপস্থিত হৈছে। তেতিয়া ভৰতে ব্যাকুলিতা কৈকেয়ী মাতৃৰ ফালে চাই মন্ত্ৰী সকলৰ আগতে মাকক বহু ভৰ্ৎসনা কৰিলে। মন্ত্ৰীবৰ্গ আপোনালোকে শুনক— মোৰ ৰাজ্য গ্ৰহণৰ কোনো অভিলাষ নাই। ৰাজ্যগ্ৰহণৰ আশা কৰি মই মোৰ মাতৃক কোনো পৰামৰ্শও দিয়া নাই। ৰজাই যে ৰামক ৰাজ্য দিব সেই কথাও মোৰ জনা নাছিল। মই শত্ৰুঘ্নৰ সৈতে দুৰ দেশত আছিলোঁ। মহাত্মা ৰাম যে ভ্ৰাতা আৰু ভাৰ্য্যাৰে সৈতে নিৰ্বাসিত হৈছে সেই কথাও মই নাজানোঁ। মহানুভৱ ভৰতে উচ্চৈঃস্বৰে এইদৰে বিলাপ কৰি থাকোঁতে কৌশল্যা দেৱীয়ে ভৰতৰ কণ্ঠ স্বৰ শুনি ভৰত যে ঘূৰি আহিছে সেইটো বুজি পালে। তেওঁ সুমিত্ৰা দেৱীক ক'লে- ক্ৰূৰ স্বভাবা কৈকেয়ীৰ পুত্ৰ ভৰত আহিছে। দীৰ্ঘদৰ্শী ভৰতৰ লগত মই এবাৰ সাক্ষাৎ কৰিব খোজোঁ। সুমিত্ৰা দেৱীক এই বুলি কৈ সেই শীৰ্ণ দেহা, বিবৰ্ণবদনা, অচেতন-প্ৰায়া কৌশল্যা ভৰতৰ ওচৰত আহি উপস্থিত হ'ল। সেই সময়ত ভৰত আৰু শত্ৰুঘ্নও কৌশল্যাৰ ঘৰৰ ফালে যাব ধৰিছিল। কৌশল্যা দেৱীক দেখা পাই দুয়ো ভাই দুঃখিত হ'ল আৰু কৌশল্যাও দুঃখত অভিভূত আৰু হতচেতনা হৈ মাটিত পৰি গ'ল। কৌশল্যা দেৱীক সাৱটি ধৰি দুয়ো ভায়ে কান্দিব ধৰিলে। কৌশল্যা দেৱীও নিতান্ত দুঃখিত হৈ শোকাৰ্ত্তভাৱে ৰোদন কৰি ভৰতক আলিঙ্গন কৰি খেদৰ সহিত কবলৈ ধৰিলে— বাছা। তুমি ৰাজ্য কামনা কৰিছিলা, সেইবাবে তোমাৰ মাতৃয়ে দাৰুণ উপায়েৰে অতি শীঘ্ৰে তোমাক ৰাজ্য প্ৰাপ্তি ঘটাই দিলে। মোৰ একমাত্ৰ দুঃখ এইযে ৰামক তপস্বীৰ বেশত বনলৈ পঠোৱাত ক্ৰূৰ বুদ্ধি কৈকেয়ীৰ কি লাভ হ'ল— সেই কথা

বুজি নাপাওঁ। সি যি নহওক এতিয়া ৰাম য'তে আছে ত'লৈকে ময়ো যাব লাগিব। কৈকেয়ীয়ে নিজে ব্যৱস্থা কৰি মোক তালৈ পঠিয়াই দিয়া উচিত। নহলে মই নিজেই সুমিত্ৰাক লৈ তালৈ যাম অথবা তুমিয়েই ৰামৰ আশ্ৰমলৈ আমাক আজিয়েই লৈ যাব লাগিব। কৈকেয়ীয়ে ধন ধান্যেৰে পৰিপূৰ্ণ, হস্তী-অশ্ব ৰথেৰে পূৰ্ণ এই বিস্তীৰ্ণ ৰাজ্য তোমাক পোৱাই দিছে। কৌশল্যা দেৱী ক্ৰুৰতাৰে এনেদৰে ভৰতক ভৰ্ৎসনা কৰিলত বহুদিনৰ পুৰণি ঘা এডোখৰ বেজিৰে খুচি দিলে যেনে যন্ত্ৰণা হয়, ভৰতে ততোধিক যন্ত্ৰণা উপলব্ধি কৰিলে আৰু তৎক্ষণাৎ বিলাপ কৰি কৰি থাকোঁতে অচেতন হৈ কৌশল্যা দেৱীৰ চৰণত সহসা পতিত হ'ল। কিছুসময়ৰ পাছত চেতনা লাভ কৰি কৌশল্যা দেৱীক কৰলৈ ধৰিলে— আৰ্য্যে! মই ইয়াৰ একোকে নাজানোঁ। মোৰ কোনো দোষ নাই। ৰামৰ প্ৰতি যে মোৰ বিপুল প্ৰীতি আৰু ভক্তি আছে তাক আপুনি বিলক্ষণ জানে। তথাপি আপুনি কিয় বিনা অপৰাধত মোক ভৰ্ৎসনা কৰিব ধৰিছে? যাৰ মতে ৰাম বনলৈ যাব লগা হৈছে সেই ব্যক্তি যেন পাপাত্মা ব্যক্তি বিলাকৰ দাস হয়। সূৰ্য্যৰ ফালে মুখ কৰি যেন মূত্ৰাদি ত্যাগ কৰে আৰু নিদ্ৰিত গৰুক যেন পদাঘাত কৰে। এইদৰে শাস্ত্ৰত যিবোৰ পাপকৰ্মৰ উল্লেখ আছে, সেই পাপ কৰ্মৰ ফলভোগৰ বাবে অভিসম্পাত দি ভৰতে কঠোৰ কঠোৰ শপথ বোৰ কাঢ়িলে আৰু দুঃখত অভিভূত হৈ থাকিল।

মোহোৰ কপট যেৱে সত্য ঘটুৱাওঁ।
মিছা সেবে বোলোঁ ব্ৰহ্মবধ পাপ পাওঁ।।
দশ কপিলাক মাৰোঁ গুৰু ভাৰ্য্যা হৰোঁ।
ৰামক পঠাইলোঁ বনে আত্মঘাত কৰো।।
মোৰ বোলে বুলিলা কৈকেয়ী নিজ মাৱ।
ঘোৰ নৰকত তেৱে মোৰ হৌক ঠাৱ।।
বচনে দিলেক দান নিদিলে অধৰ্ম।
ৰাজদ্ৰোহ কৰিলে যতেক পাপ কৰ্ম।।
সব পাপ পাওঁ যেৱে মোৰ আছে মন।
যত ধৰ্ম কৰি আঁছো সিও হোৱে ছন।।

তেতিয়া কৌশল্যা দেৱীয়ে ভৰতক কলে— বাছা! তুমি নানা প্ৰকাৰ শপথ কাঢ়ি মোৰ প্ৰাণত আঘাত দিছা— ইয়াত মোৰ বৰ দুঃখ হৈছে।

কৌশল্যা বোলন্ত তোক জানো শুদ্ধভাৱ।
দাৰুণ শপথ শুনি পোৰে মোৰ গাৱ।।
চিৰকাল জীৱি আশীৰ্ব্বাদ দিলোঁ তোক।
ৰাম আইলে দেখি পাশৰিবো সব শোক।।

সি যি নহওঁক এইটো বৰ সৌভাগ্যৰ বিষয় যে তোমাৰ মন অতি পবিত্ৰ,

অতি শুভলক্ষ্মণযুক্ত আৰু তুমি ধৰ্মপথৰ পৰা বিচলিত হোৱা নাই। তোমাৰ সদ্গতি হব। এইবুলি আশীৰ্ব্বাদ দি ভৰতক কোলত তুলি ললে।

কি এক কৰুণ দৃশ্য স্বৰ্গীয় ভাৱৰাশিৰে পৱিত্ৰীকৃত হৈছে! নিৰপৰাধ ভৰতৰ মৰ্ম্মান্তিক যন্ত্ৰণা পুত্ৰ শোকাতুৰা মাতৃৰ স্নেহ ধাৰাত কেনেকৈ অভিসিঞ্চিত হৈছে তাক উপলব্ধি কৰিব পাৰিলে মাতৃস্নেহৰ সুধাপান কৰি যিকোনো পাপী তাপীয়ে শান্ত হব পাৰে, নিৰ্ম্মল আনন্দ উপভোগ কৰিব পাৰে। বৈমাত্ৰেয় ভ্ৰাতৃৰ প্ৰতি কিমান স্নেহ ভক্তি আৰু শ্ৰদ্ধা থাকিব পাৰে তাৰ জ্বলন্ত দৃশ্য ফুটি উঠিছে ভৰতৰ চৰিত্ৰত। যাৰ ৰাজ্যলাভৰ বাবে নিজপুত্ৰ ৰাজ্যভ্ৰষ্ট হৈছে, বনবাসী হৈ কঠোৰ তপস্যাব্ৰত গ্ৰহণ কৰিছে, যাৰ পুত্ৰ সৰ্ব্বগুণান্বিত, সৰ্ব জনপ্ৰিয় আৰু দেৱচৰিত্ৰ তেনে পুত্ৰৰ শোকত আছন্ন হৈ থকা বিমাতাই বিদ্বেষিণী, ক্ৰূৰপৰায়ণা, পতিঘাতিনী সতিনীৰ ৰাজ্যাপহাৰী পুত্ৰকো কেনেদৰে স্নেহ মৰম আৰু আশীৰ্ব্বাদেৰে সিক্ত কৰিব পাৰে কৌশল্যাৰ চৰিত্ৰত সেই ছবি কেনেদৰে পৰিস্ফুট হৈ উঠিছে। ই যে কবিৰ কল্পনা নহয়, ইযে ঐতিহাসিক সত্য। ইযে এটা জাতিৰ, এখন দেশৰ ঐতিহ্য মণ্ডিত এক মহতী স্মৃতি তাক ভাবিলেও দেহ ৰোমাঞ্চিত হয়। মন, প্ৰাণ, শীতল শান্ত হয়।

এইদৰে শোকগ্ৰস্ত, হতচেতন আৰু হতবুদ্ধি হৈ ভূমি শয্যাতে পুনঃ পুনঃ নিশ্বাস ত্যাগ কৰি ভৰতে সেই ৰাত্ৰি যাপন কৰিলে।

## দশৰথ ৰজাৰ মৃত দেহ সৎকাৰ ঃ

ভৰত অযোধ্যালৈ ঘূৰি আহিছে। দশৰথৰ মৃতদেহ তৈলপূৰ্ণ কটাহত (লৌহপাত্ৰত) সুগন্ধিযুক্ত কৰি সুৰক্ষিত আছে; এতিয়া সেই মৃতদেহ সৎকাৰ কৰা অৱশ্যক। ৰাত্ৰি প্ৰভাত হোৱাত কুল পুৰোহিত বশিষ্ঠদেৱ আহি উপস্থিত হ'ল। শোকগ্ৰস্ত ভৰতক উদ্দেশ্য কৰি ক'লে— হে পৰম যশস্বী ৰাজপুত্ৰ তোমাৰ মঙ্গল হওঁক। বৃথা শোকৰ প্ৰয়োজন নাই। এতিয়া সময় উপস্থিত হৈছে, উৎকৃষ্ট বিধানে ৰজাৰ অন্ত্যেষ্টি ক্ৰিয়া সম্পাদন কৰা।

ভৰতে বশিষ্ঠৰ চৰণত সাষ্টাঙ্গে প্ৰণিপাত কৰি যাৱতীয় প্ৰেতকৰ্ম কৰিবলৈ প্ৰবৃত্ত হ'ল।

তাৰপাচত দহদিনৰ মূৰত ভৰত কৃতশৌচ হ'ল। দ্বাদশ দিনা সপিণ্ডন কাৰ্য্য ঋত্বিক্ সকলৰ দ্বাৰা সম্পাদন কৰিলে। লৌকিক মঙ্গলৰ কাৰণে ব্ৰাহ্মণসকলক ধন, সোণ, গৰু আদি দান কৰিলে আৰু ভৃত্য বিলাককো যানবাহন গৃহ দান কৰিলে। ত্ৰয়োদশ দিবসৰ দিনা অস্থিচয়নৰ বাবে চিতাস্থানলৈ গৈ ভৰত দুঃখত মুহ্যমান হৈ পিতৃক সম্বোধন কৰি বিলাপ কৰিবলৈ ধৰিলে। ভৰতৰ লগত

শত্ৰুঘ্নয়ো বিলাপ আৰু ক্ৰন্দনত যোগ দিলে। ভৰতে বিলাপ কৰি কৈছে যে "পিতা স্বৰ্গলৈ গ'ল, ৰাম বনবাসী হ'ল, মোৰ জীয়াই থকাৰ ফল কি? মই অগ্নিতেই প্ৰৱেশ কৰিম নাইবা ময়ো বনবাসী হৈ তপস্বী হম। পিতৃহীন ভ্ৰাতৃহীন হৈ শূণ্য অযোধ্যা ৰাজ্যত মই আৰু প্ৰৱেশ নকৰোঁ।"

শত্ৰুঘ্নই বিলাপ কৰিছে আজি আমি বৰদান ৰূপ শোকৰ সাগৰত নিমগ্ন হৈছোঁ। সেই সাগৰৰ উৎপত্তি হৈছে মন্থৰাৰ পৰা আৰু তাত কৈকেয়ীৰূপ কুম্ভীৰে বাস কৰিছে(১)। এইদৰে নানাপ্ৰকাৰ কৰুণ বিননি উভয় ভ্ৰাতাই আৰম্ভ কৰিলে আৰু উভয়ে পাছত ভূলুণ্ঠিত হৈ পৰিলে। বশিষ্ঠদেৱে ভৰতক তুলি ধৰিলে আৰু সুমন্ত্ৰ সাৰথিয়ে শত্ৰুঘ্নক তুলি ললে। বশিষ্ঠ দেৱে বুজালে যে ক্ষুৎপিপাসা, শোক, মোহ, জৰা মৃত্যু, জন্মমৰণ, সুখ দুঃখ, লাভ অলাভ প্ৰাণীমাত্ৰেই ভোগ কৰে। ইয়াৰ পৰা কাৰো নিস্তাৰ নাই। সেইবাবে সকলো জীৱৰে এই সাধাৰণ ধৰ্মত অভিভূত হোৱা উচিত নহয়(১) ইয়াৰ পাছত উভয়ে চকুৰ পানী টুকি টুকি ৰজাৰ অস্থি চয়ন কৰিলে।

**শত্ৰুঘ্নৰ খং ঃ**

ইমানতো ভৰত শান্ত নহ'ল। তেওঁ ৰামৰ ওচৰলৈ যাবলৈ উদ্যত হ'ল। তেতিয়া শত্ৰুঘ্নই ভৰতক কবলৈ ধৰিলে ৰামচন্দ্ৰ আছিল সকলো প্ৰাণীৰে বিপৎকালৰ আশ্ৰয় আৰু অবলম্বন। সেই সত্ত্বগুণী ৰামচন্দ্ৰক স্ত্ৰীলোকৰ কথাত বনবাস দিয়া হ'ল। যি লক্ষ্মণ ইমান বলবান আৰু বীৰ্য্যবান তেওঁনো বাৰু পিতাক নিগ্ৰহ কৰি ৰামক এই বিপদৰ পৰা কিয় মুক্ত নকৰিলে? এই সময়ত কুব্জী মন্থৰা সৰ্বালঙ্কাৰেৰে ভূষিতা হৈ সেই গৃহৰ দুৱাৰ মুখত উপস্থিত হ'ল। দুৱৰীয়ে সেই কুৰূপা কুব্জীক নিৰ্দ্দয়ভাবে ধৰি নি শত্ৰঘ্নৰ ওচৰত উপস্থিত কৰালে আৰু নিবেদন কৰিলে যে এই কুব্জীয়েই যত অনৰ্থৰ মূল। এইক যথেচ্ছ ব্যৱহাৰ কৰক। কুব্জীৰ লগত দাসীবিলাক ভীতা হৈ কৌশল্যাৰ আশ্ৰয় গ্ৰহণ কৰিলে আৰু শত্ৰুঘ্নই মন্থৰাক ধৰি খণ্ড আৰু দুঃখেৰে মাটিত পেলাই দি টানি নিব ধৰিলে। এই পাপৰ প্ৰায়শ্চিত্ত ভোগ কৰক। তাই উচ্চৈঃস্বৰে চিঞৰিব ধৰিলে। শৰীৰত থকা বিচিত্ৰ অলঙ্কাৰ ইতস্ততঃ বিক্ষিপ্ত হৈ পৰিল। তাৰ পাছত কৈকেয়ীকো নানা প্ৰকাৰ কটুবাক্য কবলৈ ধৰিলে। কৈকেয়ীয়ে ভীতা হৈ পুত্ৰ ভৰতৰ আশ্ৰয় ল'লে। শত্ৰুঘ্নৰ খং দেখি ভৰতে

---

মন্থৰা প্ৰভবস্তীব্ৰঃ কৈকেয়ী গ্ৰাহসঙ্কুলঃ।
বৰদানমায়োঽশোকোঽভ্যোহমজয় যচ্ছোক সাগৰঃ। ১৩ — অযোধ্যা ৭৭ অঃ

(১) ত্ৰীনি দ্বন্দ্বানি ভূতেষু প্ৰবৃত্তান্য বিশেষতঃ।
তেষু চাপৰি হাৰ্য্যেষু নৈবং ভবিতুমৰ্হসি।। ২৩ — অযোধ্যা ৭৭ অঃ

ক'লে ভাই! নাৰীজাতি অবধ্যা। সেইবাবে স্ত্ৰীজাতিক ক্ষমা কৰা। ৰাম অতি ধৰ্মনিষ্ঠ। যদিহে ৰামে মাতৃঘাতক বুলি মোক খং নকৰে বুলি বুজিলোহেঁতেন, ময়ে এই দুৰাচাৰিণী পাপিনী কৈকেয়ীক এতিয়াই বিনাশ কৰিলোহেঁতেন আৰু এই কুমন্ত্ৰিনী কুব্জীকো হত্যা কৰিছোঁ বুলি জানিব পাৰিলে সেই ধৰ্ম্মাত্মা ৰামচন্দ্ৰই তোমাৰ লগত আৰু মোৰ লগত বাক্যালাপ নকৰিব। শত্ৰুঘ্নই উভয়কে এৰি দিলে।

## ভৰতে ৰামক ঘূৰাই অনা প্ৰস্তাব

বেদত শাস্ত্ৰত জ্যেষ্ঠৰেসে ৰাজ্য যোগ।
জ্যেষ্ঠ ভাইৰ ৰাজ্য মই কেনে কৰোঁ ভোগ।।

পাছদিনা সভাগৃহত সভা বহিল। পাত্ৰ মিত্ৰ গুৰু ব্ৰাহ্মণে ভৰতক ৰজা পাতিবলৈ আলোচনা কৰিছে। তেতিয়া ভৰতে কৈছে যে মই ৰজা হ'ম কেনেকৈ? জ্যেষ্ঠপুত্ৰহে ৰাজ্যৰ অধিকাৰী। আপোনালোক সকলোৱে মোৰ লগত বলক বনৰ পৰা ৰামচন্দ্ৰক ঘূৰাই আনোঁগৈ। অতি আনন্দেৰে সকলো মান্তি হ'ল।

চড়িয়া ৰথত লৰিলা ভৰত
ৰক্ষণ বিহি ৰাজ্যত।
কৌশল্যা সুমিত্ৰা কৈকেয়ী চলিলা
ৰথত চড়ি পাচত।।
নিজ কুল গুৰু বশিষ্ঠ প্ৰমুখ্যে
ব্ৰাহ্মণ আছন্ত যত।
ভৰতৰ আগ হৈয়া চলিলন্ত
চড়িয়া নিজ ৰথত।।
ক্ষত্ৰী বৈশ্যগণ কায়স্থ সজ্জন
নট ভাট তেলি তান্তি।
ঠঠাৰি সোণাৰী কসাৰ শঙ্খাৰি
ভৰতৰ লগে যান্তি।।
বনিয়া চমাৰ কমাৰ সুতাৰ
ধোবা আৰু কুম্ভকাৰ।
ই সব প্ৰমুখ্যে চলিল যতেক
আদি অন্ত নাহি তাৰ।।

এইদৰে চতুৰঙ্গিনী সেনা সমভিব্যাহাৰে ভৰত গঙ্গানদীৰ তীৰ পালেগৈ। তাতে ৰাত্ৰি বাসৰ ব্যৱস্থা হ'ল। গঙ্গাৰ পাৰত সৈন্য বিলাক সন্নিবিষ্ট হৈ চাৰিওফালে থকা দেখি গুহক ৰজাই নিজৰ জ্ঞাতি সকলক কবলৈ ধৰিলে— ইমান সৈন্য ইয়ালৈ কিয় আহিছে? মই একো বুজিব পৰা নাই। নিশ্চয় দুৰ্বুদ্ধি ভৰত নিজে আহিছে কাৰণ ৰথত কোবিদাৰ ধ্বজ[১] শোভা পাইছে। ভৰতে নিশ্চয় আমাক বন্ধন কৰিব নহলে হত্যা কৰিব। পাছত নিৰ্বাসিত ৰামক হত্যা কৰিব। ভৰতে

---

কোবিদাৰ — এক প্ৰকাৰ গছ।

অযোধ্যাৰ ৰাজ্যশ্ৰী সম্পূৰ্ণৰূপে অধিকাৰ কৰিবৰ মনেৰে এইদৰে আহিছে। ৰামক বধ কৰাই উদ্দেশ্য।

ভৰতৰ এই অভিযানৰ আচল তথ্যটো জনা উচিত, যদিহে ভৰত ৰামৰ প্ৰতি তুষ্ট মন লৈ আহিছে। তেতিয়াহে এই সৈন্য কুশলে গঙ্গা পাৰ হ'ব পাৰিব। নহলে নোৱাৰে। এই উদ্দেশ্য লৈ গুহক ৰজাই মাছ মাংস আৰু মৌ উপঢৌকন লৈ ভৰতৰ ওচৰলৈ গ'ল। উভয়ৰ সাক্ষাৎ হ'ল। গুহক ৰজাই স্পষ্টতঃ সুধিলে— আপুনিতো ৰামৰ প্ৰতি অশুভ ভাব লৈ অহা নাই? আপোনাৰ এই সৈন্যবাহিনী দেখি মোৰ মনত শঙ্কা উপস্থিত হৈছে। গুহকে এই প্ৰশ্ন কৰিলত নিৰ্ম্মল চৰিত্ৰৰ ভৰতে মধুৰ বাক্যেৰে উত্তৰ দিলে— ৰাম মোৰ জ্যেষ্ঠ ভ্ৰাতা। পিতাৰ সমান। মোৰ পৰা যেন ৰামৰ কোনো অমঙ্গল নহয় এয়ে মোৰ মনৰ বাঞ্ছা। তুমি মোক সন্দেহ নকৰিবা। মই সত্য কৈছোঁ মই ৰামক ঘূৰাই নিবৰ বাবেহে আহিছোঁ। ভৰতৰ এই কথা শুনি গুহকৰ আনন্দৰ সীমা নোহোৱা হ'ল। গুহকে ভৰতক অতি হৰ্ষমনে কবলৈ ধৰিলে— আপুনি ধন্য আপোনাৰ দৰে লোক এই পৃথিবীত মই কাকো দেখা নাই। বিনা যত্নে পোৱা ৰাজ্য আপুনি ত্যাগ কৰিবলৈ ওলাইছে আৰু আপুনি বনবাসী ৰামক ঘূৰাই নিবলৈ আহিছে। এই কাৰ্য্যই আপোনাৰ অক্ষয় কীৰ্ত্তি ৰক্ষা কৰিব। এই কীৰ্ত্তি তিনিও লোকতে ব্যাপ্ত হ'ব(১)। ইয়াৰ পাছত গুহক ৰজাই প্ৰাৰ্থনা জনালে— আজি ৰাতি আপুনি ইয়াতে থাকক, মই সসৈন্যে আপোনালোকক আতিথ্য দি সেৱা কৰোঁ। ভৰত আচৰিত হ'ল—

ধন্য তোৰ জীৱন সাফল তোৰ আস।
এতেক সৈন্যক আল ধৰিবাক চাস।।

গুহক ৰজাই মানুহ পঠাই দি সকলো সম্ভাৰ অনালে।

ভক্ষ্য ভোজ্য মৎস্য মাংস বহু ফলমূল।
থানে থানে থোৱাইল পৰ্ব্বত যেন মূল।।
— — ভৰতে সসৈন্যে পাছে আহাৰ কৰিল।
দুয়ো ভাই কিছু শোক দুখ পসৰিল।।

কিছুসময়ৰ পাছত পুনঃ দুয়ো ভাই শোকাতুৰ হৈ চিন্তামগ্ন হৈ পৰিল। 'পৰ্ব্বত' সমান শোকে পুনুহো জাতিল'। ভৰতে কৈছে মোৰ দাদাৰ শোকৰ উপশম নহয়। ক'লৈ গলে মই তেওঁ লোকক লগ পাম। ৰাম, সীতা লক্ষ্মণক সুঁৱৰি আমাৰ নিদ্ৰা নহয়। গুহক ৰাজক সুধি সুধি ভৰত ৰামৰ এই ঠাইলৈ আগমনৰ বিষয়ে

---

(১) ধন্যস্ত্বং নত্বয়া তুল্যং পশ্যামি জগতীতলে।
অযত্নাদাগতং ৰাজ্যং যস্ত্বং ত্যক্তুমিচ্ছসি।। ২৩
শাশ্বতী খলু তে কীৰ্ত্তি লোঁকাননু চৰিষ্যতি।
যস্ত্বং কৃচ্ছ্ৰ গতং ৰামং প্ৰত্যানয়িতুমিচ্ছসি।। ২৪ অযোধ্যা ৮৫ অঃ

সকলো কথা অৱগত হ'ল আৰু ৰাতি পুওৱাৰ লগে লগে ৰামচন্দ্ৰই যি ইঙ্গুদী বৃক্ষৰ তলত তৃণ শয্যাত শয়ন কৰিছিল তাকে চাবলৈ শত্ৰুঘ্ন আৰু ভৰতক গুহকে লগত লৈ গ'ল। তৃণশয্যা তেতিয়াও সেই ঠাইতে আছিল— তাকে দেখি ভৰত আৰু বেছি শোকাতুৰ হৈ পৰিল আৰু বেছি কৰুণ বিলাপ কৰিব ধৰিলে। ৰামচন্দ্ৰই এই ঠাইত জটা আৰু বল্কল ধাৰণ কৰিছিল বাবে ভৰতেও এই ঠাইতে জটা বল্কল ধাৰণ কৰিলে।

তাৰ পাছত গুহক ৰজাৰ সাহায্যত নাৱেৰে সৈন্য সামন্ত ব্ৰাহ্মণ পুৰোহিত, অমাত্যবৰ্গ আৰু মাতৃসকলক লৈ ভৰত গঙ্গা নদী পাৰ হৈ ভৰদ্বাজ মুনিৰ আশ্ৰমৰ ফালে গতি কৰিলে। ৰামচন্দ্ৰ যে ভৰদ্বাজ মুনিৰ আশ্ৰমৰ ফালে গৈছিল, সেই সংবাদ গুহক ৰজাৰ পৰাই পাইছিল। ক্ৰমে সকলো বিলাক নাৱেৰে প্ৰয়াগ বন পালেহি। প্ৰয়াগ বনতেই ভৰদ্বাজ মুনিৰ আশ্ৰম। ভৰদ্বাজ মুনিৰ আশ্ৰম পাবলৈ প্ৰায় দুমাইল আঁতৰত আশ্ৰমৰ যাতে কোনো অনিষ্ট নহয় সেইকথা ভাবি ভৰতে সমুদায় সৈন্য স্থাপন কৰিলে। নিজেও অস্ত্ৰ শস্ত্ৰ পৰিত্যাগ কৰি ক্ষৌম বস্ত্ৰ যুগল পৰিধান কৰি পুৰোহিত সকলক আগত লৈ মন্ত্ৰী সকলৰ সহিত আশ্ৰম চাবলৈ পদব্ৰজে যাত্ৰা কৰিলে। তাৰপাছত কিছু দূৰৈৰ পৰা ভৰদ্বাজ মুনিক দেখিবলৈ পাই মন্ত্ৰী সকলকো এৰি স্বয়ং পুৰোহিত বশিষ্ঠ দেৱৰ পাছে পাছে যাবলৈ ধৰিলে। মহাতপা ভৰদ্বাজ মুনিয়ে বশিষ্ঠদেৱক দেখিয়েই শিষ্যসকলক পাদ্য অৰ্ঘ্য আনিবলৈ আদেশ দি আসনৰ পৰা উঠিল। বশিষ্ঠদেৱৰ লগে লগে গৈ থকা ৰাজপুত্ৰ ভৰতে ভৰদ্বাজ মুনিক যথাৰীতি অভিবাদন কৰিলে। ভৰদ্বাজ মুনিয়ে বশিষ্ঠদেৱৰ লগত যোৱা কাৰণে ভৰতক দশৰথৰ পুত্ৰ বুলি চিনি পালে। ভৰদ্বাজ মুনিয়ে উভয়কে যথাক্ৰমে পাদ্য অৰ্ঘ্য আৰু বিবিধ ফল দি ঘৰৰ কুশলবাৰ্তা সুধিলে। অযোধ্যাৰ কথাও সুধিলে। ৰজা দশৰথৰ পৰলোক হোৱা খবৰ আগতে পাইছিল কাৰণে সেই বিষয়ে মুনিয়ে কোনো প্ৰশ্ন নকৰিলে। বশিষ্ঠ আৰু ভৰতেও ভৰদ্বাজ মুনিৰ আশ্ৰমৰ সম্পৰ্কে সকলো কুশলবাৰ্তা সুধিলে। মহাতপা ভৰদ্বাজে মোৰ সকলো কুশল বুলি উত্তৰ দি ভৰতক প্ৰশ্ন কৰিলে তুমি ৰাজ্যশাসনত নিযুক্ত হৈ আছা, তুমি কিয় আহিছা? সকলো কথা কোৱা— তুমি অহাৰ প্ৰয়োজন কি মই বুজিব পৰা নাই। তুমি ৰজা হৈ ভৱিষ্যতলৈ সেই ৰাজ্য নিষ্কণ্টক কৰিবৰ অভিলাষ কৰি ৰামৰ অনিষ্ট সাধনৰ উদ্দেশ্যে তুমি ইয়ালৈ আহিছা নেকি? ভৰদ্বাজৰ প্ৰশ্ন শুনি ভৰত বৰ ব্যথিত হ'ল। ভৰতে অশ্ৰু পূৰ্ণ-নয়ন হৈ গদ্‌গদভাৱে উত্তৰ দিলে— ভগৱন। আপুনি সৰ্বজ্ঞ হৈও যদি মোক ইমান পাষণ্ড বুলি ভাবে তেন্তে মোৰ জীৱন আৰু জন্ম সকলো বৃথা। উপস্থিত এই বিপদ মোৰ দ্বাৰা সংঘটিত হোৱা নাই। মাতৃদেৱীয়ে মোৰ ৰাজ্যাভিষেক আৰু ৰামচন্দ্ৰৰ বনবাসৰ যি কথা ৰজা দশৰথক

কৈছিল, সেই কথাত মোৰ কোনো অভিমত নাই। তাত মই মুঠেও সন্তুষ্ট বা সন্মত নহয়। সেইবাবে মই সেই পুৰুষোত্তম ৰামচন্দ্ৰক প্ৰসন্ন কৰি তেওঁৰ চৰণ বন্দনা কৰি অযোধ্যালৈ লৈ যাম বুলি ভাবি আহিছোঁ। ভগৱন! এয়ে মোৰ উদ্দেশ্য।

ভৰতৰ উত্তৰ শুনি ভৰদ্বাজ মুনিয়ে ক'লে— ভৰত! তোমাৰ স্বভাৱ, চৰিত্ৰ আৰু মনোভাৱৰ কথা মই জানোঁ। তথাপি বহুলোকৰ সাক্ষাতত সেইকথা ব্যক্ত হওক আৰু তোমাৰ যশ বৰ্দ্ধিত হওক, সেই কাৰণেহে মই তেনেদৰে প্ৰশ্ন কৰিছিলোঁ। সীতা, লক্ষ্মণ আৰু ধৰ্ম্মজ্ঞ ৰামকো মই ভালদৰে জানোঁ। তেওঁ এতিয়া মহাগিৰি চিত্ৰকূট পৰ্ব্বতত আছে। হে ধীমন! আজি মন্ত্ৰীসকলৰ সহিত ইয়াতে থাকা কাইলৈ তালৈ যাবা।

ভৰত সন্মত হ'ল। মহৰ্ষিৰ আশ্ৰমতে ৰাতি থকাটো স্থিৰ কৰিলে।

ভৰদ্বাজ মুনিয়ে যথাযোগ্যভাৱে সকলোবিলাক লোকক যাৰ যেনে অভিৰুচি তেনে ভোজ্য বস্তু দি আৰু অন্যান্য সুখ সুবিধা দি অতিথি সেৱা কৰিলে। সৈন্য বিলাকক সুৰা মাংস আদি দিয়াতো ত্ৰুটি কৰা নাই। হস্তী, অশ্ব, উট আদি পশুবিলাককো যথাযোগ্য আহাৰ প্ৰচুৰ পৰিমাণে দান কৰিছে।

## ভৰতৰ চিত্ৰকূট পৰ্ব্বতলৈ গমন ঃ

ভৰদ্বাজ আশ্ৰমত ৰাত্ৰি যাপন কৰি পাছদিনা যেতিয়া মুনিবৰে সন্ধ্যা পূজা আৰু নিত্য হোমাদি ক্ৰিয়া সমাপন কৰে, তেতিয়া ভৰত মুনিৰ ওচৰত বিদায় প্ৰাৰ্থনাৰ বাবে উপস্থিত হ'ল। মুনিয়ে ভৰতক সুধিলে— হে অনঘ! তোমাৰ আৰু তোমাৰ লগত অহালোক সকলৰ ৰাত্ৰি যাপনত কোনো অসুবিধা হোৱা নাইতো? আতিথ্য লাভ কৰি তোমালোক সন্তুষ্ট হৈছাতো?

ভৰতে উত্তৰ দিলে ভগৱন, আপোনাৰ আতিথ্যত পৰম কৃতাৰ্থ আৰু সন্তুষ্ট হৈছো। এতিয়া আমি শ্ৰীৰামচন্দ্ৰক বিচাৰি চিত্ৰকূট পৰ্ব্বতলৈ যাবলৈ ইচ্ছা কৰিছোঁ। আপুনি অনুগ্ৰহ কৰি আমাৰ পথ নিৰ্দ্দেশ দি আমাক বিদায় দিয়ক।

মহৰ্ষি ভৰদ্বাজে তেতিয়া ভৰতক সুধিলে— তোমাৰ মাতৃসকলৰ লগত মোৰ পৰিচয় ভূমি কৰি দিয়া নাই। মই তেওঁলোকৰ বিশেষ পৰিচয় জানিব খোজোঁ।

ভৰতে কৌশল্যা দেবী আৰু সুমিত্ৰা দেবীক পৰিচয় কৰাই দি কৈকেয়ীক পৰিচয় কৰাই দিবৰ সময়ত কৈছে— এৰেঁই মোৰ জননী, এওঁৰ কাৰণেই ৰাম লক্ষ্মণৰ মৃত্যুসম বিপদ হৈছে আৰু ৰজা দশৰথ পুত্ৰহীন হৈ স্বৰ্গলৈ গৈছে। এওঁক আৰ্য্য ৰমণী যেন দেখা গলেও— এওঁ অনাৰ্য্যা, কাকা এওঁ ক্ৰুদ্ধ স্বভাৱা, অকৃতবুদ্ধি,

গৰ্ব্বিতা, নিজৰ সৌভাগ্যত অভিমানিনী। ধন ঐশ্বৰ্য্যন অভিলাষিনী, পাপাশয়া আৰু নিষ্ঠুৰা। মই যে এতিয়া বিষম সঙ্কটত পৰিছোঁ এঁৱেই তাৰ মূল(১)

কলহত প্ৰিয় এহো প্ৰচণ্ড প্ৰভাৱ।
কৈকেয়ী মাৱত আমি চণ্ডালৰ মাৱ।।
ৰাম হেন ভাতৃক দিলে বনবাস।
ইহানে কাৰণ ভৈল বাপৰ বিনাশ।।
জন্মান্তৰে কতক পাতেক মই কৈলোঁ।
সি কাৰণে আন গৰ্ভে উতপতি ভৈলোঁ।।

ভৰতে এইখিনি কথা কোৱাৰ লগে লগে বাষ্প গদ্ গদ কণ্ঠ হৈ পৰিল আৰু ক্ৰুদ্ধ সৰ্পৰ নিচিনাকৈ দীৰ্ঘনিশ্বাস ত্যাগ কৰোঁতে কৰোঁতে তেওঁৰ চকুদুটা ৰঙা হৈ পৰিল।

মহামতি মহৰ্ষি ভৰদ্বাজে ভৰতক এইদৰে কথা কোৱা দেখি সস্নেহে ভৰতক ক'লে— তুমি কৈকেয়ীক দোষী বুলি বোধ নকৰিবা; কাৰণ ৰামৰ এই প্ৰব্ৰাজন পৰিণামত মহান্ সুখৰ হেতু হব। ৰামৰ এই বনবাস উপলক্ষে দেৱতা দানৱ আৰু ঋষি সকলৰ সকলোৰে হিত সাধন হব। এই বুলি মহৰ্ষিয়ে আশীৰ্ব্বাদ কৰিলে। ভৰতে ঋষিক অভিবাদন কৰি সসৈন্যে সপৰিয়ালে চিত্ৰকূট পৰ্ব্বত অভিমুখে যাত্ৰা কৰিলে।

## চিত্ৰকূটত ৰামৰ আশ্ৰম আৰু ভৰতৰ আগমন ঃ

ৰাম সীতা ক্ৰীড়া কৰে চিত্ৰকূট বনে।
শচী সমে দেৱৰাজ যে হেন নন্দনে।।
সীতাক বুলিল ৰাম হৰিষ বদনে।
অযোধ্যাৰ ভোগ আউৰ নপৰয় মনে।।

চিত্ৰকূট পৰ্ব্বতৰ বনত ৰামচন্দ্ৰ সীতাৰ সহিত বিহাৰ কৰি আছে যেন ইন্দ্ৰইহে নন্দন কাননত শচীৰ লগত বিহাৰ কৰি আছে। ৰামচন্দ্ৰই সীতাক কৈছে— ভদ্ৰে। ৰমণীয় এই চিত্ৰকূট বনৰ শোভা দেখা পাই কি ৰাজ্য-নাশ, কি বন্ধুবিৰহ, একোৱেই মোৰ মনত দুখ দিব পৰা নাই। ইয়াৰ প্ৰাকৃতিক সৌন্দৰ্য্য মনোমুগ্ধকৰ।

(১) যস্যাঃ কৃতে নৰ ব্যাঘ্ৰৌ জীবনাশ্মিতো গতৌ। ২৫
ৰাজা পুত্ৰ-বিহীনশ্চ স্বৰ্গে দশৰথো গতঃ।। ২৬
ক্ৰোধনামকৃত প্ৰজ্ঞাং দৃপ্তাং সুভগমানিনীম্।
ঐশ্বৰ্য্যকামাং কৈকেয়ীমনাৰ্য্যামাৰ্য্যৰূপিনীম্।। ২৭
মমৈতাং মাতৰং বিদ্ধি নৃশংসা পাপ নিশ্চায়াম্।
যতো মূলং হি পশ্যামি ব্যসনং মহদাত্মনঃ।। ২৮ অযোধ্যা ৭৭ অঃ

চিত্ৰকূট পৰ্ব্বতৰ শৃঙ্গ সমূহ বিভিন্ন ধৰণৰ। ইয়াত নানাজাতীয় পশু পক্ষীয়ে বাস কৰে। ইয়াৰ জলপ্ৰপাত আৰু নিজৰা সমূহে এই পৰ্ব্বতৰ শোভা বৃদ্ধি কৰিছে। বিবিধ সুগন্ধি, পুষ্প, বৃক্ষ ইয়াত আছে। সেই পুষ্পৰ গন্ধত প্ৰাণ মন স্নিগ্ধ আৰু হৰ্ষান্বিত হয়। এই ৰমণীয় চিত্ৰকূটে মোৰ মনত অতিশয় প্ৰীতি জন্মাইছে। এই বনবাসৰ পৰা মোৰ দুটা লাভ হৈছে। প্ৰথম সত্য ধৰ্ম্ম পালন কৰি পিতাৰ ঋণ শোধ। দ্বিতীয় ভৰতৰ পৰম প্ৰীতি সাধন। প্ৰিয়তমে! তুমিও জানো ইয়াত ভাল পোৱা নাই? বহুবিধ ফলমূল আৰু স্বচ্ছ জলসম্পন্ন এই চিত্ৰকূট গিৰি কুবেৰৰ অলকা, ইন্দ্ৰৰ অমৰাৱতী তথা উত্তৰ কুৰুদেশক চেৰ পেলাই যেন শোভমান হৈ আছে। তোমাৰ আৰু লক্ষ্মণৰ লগত বনবাসৰ এই চৈধ্য বছৰ যদি সাধু সন্যাসী সকলৰ নিয়ম পালন কৰি সাত্ত্বিক জীৱন যাপন কৰি এই চিত্ৰকূট পৰ্বতত বিহাৰ কৰিব পাৰো, তেতিয়া কুল আৰু ধৰ্ম্ম উভয়ৰে পৰম উন্নতি সাধন কৰি সুখী হব পাৰোঁ।

এইদৰে উভয়ে কথোপকথন আৰু চিত্ৰকূট বনৰ শোভা চাই ইতস্ততঃ ঘূৰি ফুৰোঁতে অদূৰত চিত্ৰকূট বনৰ ফালে আহি থকা ভৰতৰ সৈন্যবিলাকৰ পদধূলি আৰু কোলাহল ধ্বনি গগন ভেদি প্ৰাদুৰ্ভূত হ'ল। সেই কোলাহল ধ্বনি শুনি বনৰ হাতীবিলাক চাৰিওফালে পলাব ধৰিলে। তাকে দেখি আৰু সৈন্য কোলাহল শুনি শ্ৰীৰামচন্দ্ৰই লক্ষ্মণক আদেশ দিলে। সেই যে ভয়ঙ্কৰ মেঘ গৰ্জ্জনৰ দৰে সুগভীৰ তুমুল শব্দ ধ্বনি শুনা গৈছে সেইটো কিহৰ শব্দ নিৰ্ণয় কৰা। সেই পদধ্বনি শুনি হাতী, সিংহ, মৃগ আৰু অন্যান্য পশুবিলাক ভীত হৈ চাৰিওফালে পলাব ধৰিছে। কোনোবা ৰজা বা ৰাজপুত্ৰ মৃগয়ালৈ আহিছে নেকি? চিত্ৰকূট বন পৰ্ব্বতত পক্ষী বিলাকেও নিৰ্ভয়ে বিচৰণ কৰিব পাৰে; কিন্তু সমস্ত পশুবৰ্গ কিয় ভীত হৈছে?

তেতিয়া লক্ষ্মণে অতি সোনকালে ফুলি থকা শালগছ এজোপাত উঠি চাৰিওফালে নিৰীক্ষণ কৰিব ধৰিলে। তেওঁ দেখিবলৈ পালে যে হাতী ঘোৰা ৰথ আৰু সুসজ্জিত পদাতি সৈন্য সমূহ আগবাঢ়ি আহিব ধৰিছে। লক্ষ্মণে গছৰ পৰাই ৰামক ক'লে— আপুনি সোনকালে অগ্নি নিৰ্বাপিত কৰক আৰু ধনুশৰ আৰু কবচ সজ্জিত কৰক। সীতা দেৱী গুহাত প্ৰবেশ কৰক।

ৰামে সুধিলে - কিয়? সেইবিলাক কাৰ সৈন্য বিশেষ ভাৱে নিৰীক্ষণ কৰা।

লক্ষ্মণে ৰামৰ কথা শুনি ক্ৰোধত অগ্নিশৰ্ম্মা হৈ ক'লে— আৰু কাৰ সৈন্য হব? কৈকেয়ী নন্দন ভৰত ৰাজ্যাভিষিক্ত হৈ আমাক দুয়োজনকে সংহাৰ কৰিবৰ উদ্দেশ্যে আহিব ধৰিছে। ৰথৰ ওপৰত কোবিদাৰ ধ্বজ বিৰাজ কৰিছে। যাৰ বাবে আমাৰ এই মহা দুঃখ উপস্থিত হৈছে, আজি সেই ভৰতৰ বল কিমান বুজা যাব। আপুনি, মই আৰু সীতা দেৱী যাৰ কাৰণে আজি এই দাৰুণ অৱস্থা প্ৰাপ্ত হৈছোঁ, বিশেষতঃ যাৰ বাবে আপুনি শাসত ৰাজ্যৰ পৰা চ্যুত হৈছে, এতিয়া সেই পৰম শত্ৰু

ভৰত উপস্থিত হৈছে। সেই ভৰত বধ হোৱাৰ যোগ্য-ভৰতক বধ কৰাত কোনো দোষ নাই। ভৰত আততায়ী, পূৰ্ব্বৰ অপকাৰী ব্যক্তি। সেই বাবে ভৰতক এৰি দিব নোৱাৰি। এৰি দিলে অধৰ্ম্ম হ'ব। ভৰত নিহত হ'লে আপুনি সমগ্ৰ বসুন্ধৰা শাসন কৰিব পাৰিব। ৰাজ্যলোভিনী কৈকেয়ীয়ে আজি পুত্ৰক যুদ্ধত নিহত হোৱা দেখা পাব। মই আজি কৈকেয়ীক কুঁজীৰ সহিত সবান্ধৱে নিহত কৰিম। আজি পৃথিবী মহাপাপৰ পৰা মুক্ত হ'ব। আজি এই মহাবনত ভৰতক সসৈন্যে নিহত কৰি ধনু আৰু শৰৰ ওচৰত নিঃসন্দেহে অঋনী হ'ম।

## ভৰতৰ আগমন সম্পৰ্কে ৰাম লক্ষ্মণৰ আলোচনা ঃ

লক্ষ্মণৰ খং আৰু ভৰতৰ প্ৰতি বিদ্বেষ ভাৱ দেখি ৰামচন্দ্ৰই সান্ত্বনা দিব ধৰিলে— লক্ষ্মণ। ভৰত যদি স্বয়ং আহিছে তেন্তে এই ধনু খড়্গ আৰু কবচ ধাৰণৰ আৱশ্যক কি? মই পিতৃসত্য পালন কৰিম এই প্ৰতিজ্ঞাত আবদ্ধ হৈ ভৰতক যুদ্ধত নিহত কৰিম— এই অপবাদময় ৰাজ্য লৈ মই কি কৰিম? বান্ধৱ বা মিত্ৰক নিহত কৰি যি বস্তু পোৱা যায়, সেই বস্তু বিষতুল্য। মই তাক অভিলাষ নকৰোঁ। মই তোমাৰ ওচৰত সত্য শপত কাঢ়ি কৈছোঁ যে ধৰ্ম্ম অৰ্থ কাম বা ৰাজ্য মই ইচ্ছা কৰোঁ কেৱল তোমালোকৰ বাবে। মই মাতৃসকলক পালন কৰিম, তেওঁলোকৰ সুখ সাধন কৰিম— মোৰ ৰাজ্যাভিলাষ এই বাবে। এই সসাগৰা পৃথিবী মোৰ দুৰ্লভ নহয় আৰু তাক লাভ কৰিবলৈ মই সক্ষম হলেও অধৰ্ম কৰি মোক ইন্দ্ৰপদো নালাগে। হে মানদ! তুমি নহলে বা ভৰত বা শত্ৰুঘ্ন নহলে যদি মোৰ কিবা সুখ আহে, সেই সুখ হুতাশনত ভস্মীভূত হওক। তেনে সুখ মোক নালাগে।,[১]

ভাই লক্ষ্মণ, তুমি বুজা নাই। মোৰ বোধহয় যে প্ৰাণাধিক ভ্ৰাতৃবৎসল ভৰত আমাক নিহত কৰিবলৈ অহা নাই। আহিছে কুল ধৰ্ম্ম স্মৰণ কৰি জ্যেষ্ঠ ভ্ৰাতৃক ৰাজ্য দিবলৈ। আহিছে ব্যাকুল চিত্ত হৈ যে তোমাক আৰু সীতাক লগত লৈ মই জটা বল্কল পৰিধান কৰি বনলৈ আহিছোঁ। আমাক চাবলৈ তেওঁ আহিছে। আন কোনো উদ্দেশ্য লৈ ইয়ালৈ অহা নাই, তেওঁ আহিছে কৈকেয়ী দেৱীক নিষ্ঠুৰ বাক্যেৰে তিৰস্কাৰ কৰি, পিতা দশৰথক প্ৰসন্ন কৰি মোক ৰাজ্য দিবলৈ। এই বিপদৰ সময়তো যেতিয়া তেওঁ আমাক চাবলৈ আহিছে, তেতিয়া তেওঁ যে আমাৰ অহিত আচৰণ কৰিবলৈ আহিছে তেনে কথা প্ৰত্যয় নাযায়। ইয়াৰ আগতে ভৰতে

---

নেয়ং মম মহী সৌম্য দুৰ্লভা সাগৰাম্বৰা।
নহীচ্ছেয়মধৰ্ম্মেণ শক্ৰত্বমপি লক্ষ্মণ।।৭
যদ্ বিনা ভৰতং ত্বাং চ শত্ৰুঘ্নং বাপি মানদ।
ভবেন্মম সুখং কিঞ্চিদ্ ভস্ম তৎকুৰুতাং শিখী।।৮ অযোধ্যা— ৯৭ অধ্যায়।

কেতিয়া তোমাৰ কি অন্যায় কৰিছে যে এই প্ৰকাৰ ভয়ৰ কথা তুমি কৈছা? ভৰতক কোনো প্ৰকাৰ নিষ্ঠুৰ বা অপ্ৰিয় কথা কোৱা তোমাৰ উচিত নহয়। ভৰতক অপ্ৰিয় কথা কোৱা মানে মোকেই অপ্ৰিয় কথা কোৱা হ'ব। কোনো প্ৰকাৰ আপদ উপস্থিত হলেও কেতিয়াও পিতাই পুত্ৰক অথবা ভ্ৰাতাই প্ৰাণতুল্য ভ্ৰাতাক বধ কৰিব নোৱাৰে। ৰাজ্যৰ বাবে যদি এনেকুৱা কথা কৈছা তেন্তে ভৰতৰ লগত সাক্ষাৎ হ'লেই মই তোমাক ৰাজ্য দিবলৈ কওঁ, তেন্তে ভৰত নিশ্চয় সন্মত হ'ব।

ধৰ্ম্মশীল ভ্ৰাতা ৰামে যেতিয়া এইদৰে ক'লে তেওঁৰ হিতৈষী লক্ষ্মণ লাজতে সঙ্কুচিত হৈ পৰিল। ইমান সঙ্কোচ অনুভৱ কৰিছে যেন নিজৰ শৰীৰতে নিজে প্ৰৱেশ কৰিব। তাৰ পাছত লক্ষ্মণে নিতান্ত লজ্জিত হৈ প্ৰত্যুত্তৰ কৰিলে যে মোৰ বোধহয় স্বয়ং পিতৃদেৱ দশৰথ আপোনাক চাবলৈ অহিছে। মহাবাহু ৰামচন্দ্ৰই লক্ষ্মণৰ এই কথাও অনুমোদন কৰিলে। তেনেও হ'ব পাৰে। ৰামচন্দ্ৰই পুনঃ ক'লে যে মোৰ অনুমান হয় পিতৃদেৱ আমাক চাবলৈ আহিছে। তেওঁ হয়তো ভাবিছে যে বনবাসৰ দুঃখ আমি ভোগ কৰিব নোৱাৰিম, আমাক সুখ স্বাচ্ছন্দ্য লাগে সেইবাবে নিশ্চয় আমাক অযোধ্যালৈ লৈ যাব, কিংবা জনক নন্দিনী সীতা সুখতে লালিতা পালিতা, তেওঁ বনবাসৰ ক্লেশ সহিব নোৱাৰিব সেইবাবে তেওঁকেই বনৰ পৰা লৈ যাব। ইতিমধ্যে ৰথ অগ্ৰসৰ হোৱা দেখা গ'ল কিন্তু পিতৃদেৱৰ লোক বিখ্যাত পাণ্ডুবৰ্ণ দিব্যছত্ৰ দেখিবলৈ নাপাই সন্দেহ উপস্থিত হ'ল। লক্ষ্মণ তুমি বৃক্ষৰ পৰা নামি আহা আৰু মই যি কওঁ তাকে কৰা। লক্ষ্মণ গছৰ পৰা নামি আহিল আৰু কৃতাঞ্জলি হৈ ৰামৰ কাষত থিয় দিলেহি।

## ভৰত সমুপস্থিত আৰু ৰামৰ লগত সাক্ষাৎ :

ইফালে ৰামৰ আশ্ৰমৰ যাতে কোনো প্ৰকাৰ অনিষ্ট নহয় তাৰ বাবে ভৰতে চিত্ৰকূট পৰ্ব্বতৰ চাৰিওফালে দূৰ ঠাইত সৈন্যবাহিনী স্থাপন কৰি ৰামৰ ওচৰলৈ পদব্ৰজে আহিবলৈ মনস্থ কৰিলে। ভৰতে শত্ৰুঘ্নক ক'লে যে তুমি কেইজনমান লোক আৰু কেইজনমান ব্যাধ লগত লৈ এই বনৰ চাৰিওঁফালে ৰাম, লক্ষ্মণ আৰু সীতা দেৱীক অন্বেষণ কৰা। স্বয়ং গুহক ৰজাইও তেওঁৰ ধনুশৰধাৰী জ্ঞাতিসকলৰ লগত অন্বেষণ আৰম্ভ কৰক। মই অমাত্য নগৰবাসী, আৰু গুৰু ব্ৰাহ্মণসকলক লৈ পদব্ৰজে বিচৰণ কৰি অন্বেষণ কৰোঁ। এই বুলি কৈ তেওঁ পদব্ৰজেই মহাবনত প্ৰৱেশ কৰিলে। কিছুক্ষণ পাছত ভৰত এজোপা শাল গছত উঠি ৰামৰ আশ্ৰমৰ উন্নত ধ্বজ দেখিবলৈ পালে। সেই ঠাইতে ৰাম আছে বুলি ভাবি গুহকৰ সহিত সেই স্থানলৈ প্ৰস্থান কৰিলে। সুমন্ত্ৰ আৰু শত্ৰুঘ্নও পাছে পাছে গৈ থাকিল। বনৰ মাজেদি পথ বিচাৰি বিচাৰি দেখা পালে যে এটা পৰ্ণ কুটিৰত জটা বল্কলধাৰী হৈ

কৃষ্ণজিনৰ উত্তৰীয় লৈ অগ্নিৰ দৰে দেদীপ্যমান হৈ সনাতন ব্ৰহ্মাৰ দৰে ৰামচন্দ্ৰ বহি আছে। ওচৰতে সমান ঠাইত পতা কুশাসনৰ ওপৰত সীতা আৰু লক্ষ্মণো বহি আছে। ৰামচন্দ্ৰক দেখা মাত্ৰকে ভৰত অতিমাত্ৰ ব্যাকুল হৈ পৰিল আৰু ৰামচন্দ্ৰৰ অভিমুখে লৰি গ'ল। কিছুকাল গৈ থাকি মন্দাকিনীৰ সমীপবৰ্ত্তী চিত্ৰকূট পৰ্ব্বতত উপস্থিত হ'লগৈ। সমভিব্যাহাৰি সকলোৱে ভৰতৰ পাছে পাছে ভৰতৰ আদেশ ক্ৰমে গৈ আছিল। এই সময়ত ভৰতৰ শোকাচ্ছ্বাস পুনঃ বাঢ়ি গ'ল। তেওঁ অমাত্যাদি পৰিজনবৰ্গক কবলৈ ধৰিলে— চোৱা! জগতৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ পুৰুষ ৰামচন্দ্ৰই নিৰ্জ্জন স্থান পাই যোগীৰ আসনত বহি আছে। মোৰ জীৱনতো ধিক্-জন্মতো ধিক্(১)। মোৰ বাবেই তেওঁৰ আজি বনবাস। মোৰ কাৰণেই সকলো সুখৰ পৰা নিজক বঞ্চিত কৰি বনবাসী হৈছে। আজি মই মোৰ এই কলঙ্ক মোচনৰ বাবে আৰু আৰ্য্য ৰামক প্ৰসন্ন কৰিবৰ বাবে সীতাদেৱীৰ আৰু লক্ষ্মণৰ চৰণত পতিত হ'ম। ভৰতে এইদৰে বিলাপ কৰি কৰি সেই পুণ্যা, মহতী, মনোৰমা পৰ্ণশালাৰ ওচৰ চাপিল আৰু শ্ৰীৰামচন্দ্ৰৰ চৰণ যুগলত ধৰিবলৈ আগবাঢ়ি গ'ল; কিন্তু তেওঁৰ অন্তৰত ইমান দুঃখ উপস্থিত হৈছে যে সিমানখিনি আগবাঢ়ি যোৱাৰ পূৰ্ব্বেই ভূতলত পতিত হ'ল। মুখমণ্ডলত ঘাম ওলাব ধৰিলে, তেওঁ একবাৰ মাত্ৰ 'আৰ্য্য' এইবুলি কৈ আৰু কোনো কথা কব নোৱাৰিলে। সেই সময়ত শত্ৰঘ্নই কান্দি কান্দি ৰামৰ চৰণ যুগল বন্দনা কৰিলে আৰু ৰামচন্দ্ৰইও দুয়োকে সাবটি ধৰি অশ্ৰুবৰ্ষণ কৰিব ধৰিলে। সূৰ্য্য আৰু চন্দ্ৰ যেনেকৈ আকাশ মণ্ডলত শুক্ৰ আৰু বৃহস্পতিৰ লগত মিলিত হয়, ৰাম আৰু লক্ষ্মণ তেনেকৈ সুমন্ত্ৰ আৰু গুহকৰ লগত সম্মিলিত হল। এই শোকাবহ দৃশ্য দেখি বনবাসী সকলেও নিৰানন্দে অশ্ৰুবৰ্ষণ কৰিব ধৰিলে।

জটাজুটমণ্ডিত বল্কলধাৰী ভৰত কৃতাঞ্জলি হৈ মাটিত পৰি থকা দেখি ৰামচন্দ্ৰই ভৰতৰ হাত দুখনত ধৰি ভৰতৰ মস্তক আঘ্ৰাণ কৰিলে আৰু আলিঙ্গন কৰি কোলত লৈ কুশল প্ৰশ্ন সুধিব ধৰিলে। ৰামচন্দ্ৰই ভৰতক সুধিছে ভ্ৰাতঃ! তুমি কিয় অৰণ্যলৈ আহিলা? পিতা বৰ্ত্তমান থাকোঁতে তুমি বনলৈ অহা উচিত হোৱা নাই। পিতা বৰ্ত্তমান থাকিলে কোনো লোকেই সন্ন্যাস গ্ৰহণ কৰিব নাপায়। ভৰতৰ সন্ন্যাস বেশ দেখা পাই সম্ভৱতঃ ৰামচন্দ্ৰই এই প্ৰশ্ন সুধিছে। তাৰ পাছত ৰামচন্দ্ৰৰ সন্দেহ হৈছে — পিতা কিজানি বাচি থকাই নাই — সেইবাবে পুনঃ সুধিছে— পিতা বাচি আছেতো? তেওঁ শোকত অভিভূত হৈ হঠাতে প্ৰাণত্যাগ কৰা নাইতো? আন প্ৰকাৰ সন্দেহো ৰামচন্দ্ৰৰ মনত উদয় হৈছে যি কাৰণত হয়তো ভৰতে জটা

---

জগত্যাং পুৰুষ-ব্যাঘ্ৰ আস্তে বীৰাসনে ৰতঃ।
মন্নিমিত্তো নিৰ্জ্জনং প্ৰাপ্য ধিক্ মে জন্ম সজীৱিতম্।।১৫ অযোধ্যা— ১৭ অধ্যায়।

বল্কল ধাৰণ কৰি সন্ন্যাসীৰ বেশ ধাৰণ কৰিছে; সেই বাবে আকৌ সুধিছে তোমাৰ চিৰস্থায়ী ৰাজ্য পদৰ পৰা কিবা কাৰণত তুমি ৰাজ্যচ্যুত হোৱা নাইতো? পিতৃ সেৱাত ত্ৰুটী হোৱা বাবেও ৰাজ্যচ্যুতি ঘটিব পাৰে সেইবাবে সুধিছে— তুমি পিতৃ সেৱাত নিযুক্ত হৈ আছাতো? আকৌ উপযুক্ত মন্ত্ৰী নিযুক্ত নকৰা দোষতো তেনে বিপদ আহিব পাৰে। সেইবাবে সুধিছে তুমি আত্মসম বিশ্বস্ত আৰু যাৰ শৌৰ্য্য আৰু শাস্ত্ৰজ্ঞান আছে, যিলোক জিতেন্দ্ৰিয়, ইঙ্গিতজ্ঞ আৰু বহুগুণ সম্পন্ন তেনে লোকক মন্ত্ৰীনিযুক্ত কৰিছাতো? তুমি অকলে নাইবা বহুতৰ লগত মন্ত্ৰণা নকৰাতো? ৰাজকাৰ্য্যৰ সিদ্ধান্ত অকলে লোৱাত যেনে দোষ আকৌ বহুতৰ লগত পৰামৰ্শ কৰি লোৱাটো দোষৰ হয়। সকলো কথা মন্ত্ৰী সভাত বিচাৰ্য্য নহয়। ৰজাই নিজে সিদ্ধান্ত লব লগা হোৱা বিষযবোৰতো দুই এজন মন্ত্ৰীৰ লগত পৰামৰ্শ কৰিব লাগে। সেইবাবে হয়তো এই প্ৰশ্ন। এইদৰে বহু প্ৰশ্ন ৰামচন্দ্ৰই সুধিলে যিবোৰ প্ৰশ্নৰ ভিতৰত ৰাজনীতি, অৰ্থনীতি, সমাজনীতি আৰু প্ৰজাপালন নীতি অন্তৰ্নিহিত হৈ আছে। উপদেশ হিচাবে নিদিলেও প্ৰশ্নৰ ছলতে সকলো উপদেশ দিয়া হৈ গৈছে। গ্ৰন্থৰ কলেৱৰ বৃদ্ধিৰ আশঙ্কাত আটাইবোৰ প্ৰশ্নৰ উল্লেখ কৰা নহ'ল কিন্তু প্ৰশ্নবোৰ যিমান সাৰগৰ্ভ আৰু সুনীতিপূৰ্ণ যে ৰামৰ ৰাজ্যশাসনৰ জ্ঞান আৰু দক্ষতা ইয়াৰ ভিতৰতে পৰিস্ফুট হৈ উঠিছে। ইয়াৰ ভিতৰত আটাইতকৈ উদ্বেগ জনক প্ৰশ্ন হৈছে ভৰত জটাবল্কল আৰু কৃষ্ণাজিন ধাৰণ কৰি কিয় আহিছে? সেইবাবে ৰামচন্দ্ৰই সৰ্ব্বশেষত সেই প্ৰশ্নটোক কৰি কৈছে— তুমি ৰাজ্য ত্যাগ কৰি এইদৰে কিয় বনত প্ৰবেশ কৰিছা? মোৰ সেইটো জানিবৰ বৰ ইচ্ছা হৈছে, তুমি সেইকথা প্ৰকাশ কৰি কবই লাগিব।

ভৰতে শোক সম্বৰণ কৰি কবলৈ ধৰিলে— আৰ্য্য। মহাবাহু পিতা দশৰথ মাতা কৈকেয়ীৰ অনুৰোধত জ্যেষ্ঠপুত্ৰক অতিক্ৰম কৰি কনিষ্ঠক ৰাজ্যদান কৰি পুত্ৰশোকত নিপীড়িত হৈ আমাক সকলোকে ত্যাগ কৰি স্বৰ্গগামী হৈছে। হে শত্ৰুতাপন বীৰ! কৈকেয়ীও এই মহাপাপত লিপ্ত হৈ নিজৰ যশ হানি কৰিছে। তেওঁ এতিয়া ৰাজ্য লাভতো বঞ্চিতা হৈছে আৰু বিধৱা আৰু শোকাকুলা হৈ মহাঘোৰ নৰকত পতিত হব। মই অপোনাৰ দাস হৈয়ে আছোঁ। আপুনি মোৰ প্ৰতি প্ৰসন্ন হব পাৰে আৰু আজিয়েই আপুনি ইন্দ্ৰৰ দৰে গৌৰৱ লৈ ৰাজ্যত অভিষিক্ত হব পাৰে। এইসকল প্ৰজা আৰু বিধৱা মাতৃসকলো আপোনাক প্ৰসন্ন কৰিবলৈ আহিছে। পৰাম্পৰাগত ভাবে পিতৃপুৰুষ সকলে যি সকল মন্ত্ৰী মণ্ডলীক মান্য কৰি আহিছে, তেওঁলোকেও পৰাম্পৰাগতভাৱে জ্যেষ্ঠ জনেই ৰাজ্যাভিষিক্ত হওঁক তাকে কামনা কৰি আপোনাৰ ওচৰলৈ আহিছে। এওঁলোকৰ প্ৰাৰ্থনা অতিক্ৰম কৰা উচিত নহয়, আপুনি ৰাজ্যগ্ৰহণ কৰক। এইবুলি কৈকেয়ী নন্দন ভৰতে পুনৰ্বাৰ

অশ্ৰুপূৰ্ণলোচনে নিজ মস্তকেৰে শ্ৰীৰামচন্দ্ৰৰ চৰণদ্বয় ধাৰণ কৰিলে আৰু বাৰম্বাৰ কাকুতি মিনতি আৰু অনুৰোধ জনাব ধৰিলে।

উত্তৰত ৰামচন্দ্ৰই পুনৰায় ভৰতক সাৱটি ধৰি কবলৈ ধৰিলে— হে ভৰত! ভাবি চোৱা, মোৰ জন্ম হৈছে সদ্বংসত, মোৰ স্বভাৱ হৈছে সাত্ত্বিক ধৰণৰ, মোৰ নিজৰ শক্তি আছে আৰু সম্প্ৰতি মই ব্ৰতাচাৰী হৈছোঁ— তেনে ক্ষেত্ৰত মই পিতৃ আজ্ঞা লঙ্ঘন কৰিম কেনেকৈ? পিতৃ আজ্ঞা লঙ্ঘন কৰিলে পাপত লিপ্ত হ'ব লাগিব। তোমাৰ ইয়াত অনুতাপ কৰিব লগা একো কথা নাই; কাৰণ তুমি সম্পূৰ্ণ নিৰ্দ্দোষ। তুমি এতিয়া বালক নহয়, তুমি তোমাৰ মাতৃকো নিন্দা কৰা উচিত নহয়। পিতৃ আৰু পিতৃৰ নিচিনা গুৰুজন সকলে নিজৰ নিজৰ অনুগত স্ত্ৰী আৰু সন্তানৰ প্ৰতি স্বেচ্ছাভাৱে ব্যৱহাৰ কৰিব পাৰে তাত শাস্ত্ৰমতে তেওঁলোকৰ দোষ নহয়। গুৰুজনে ব পিতৃয়ে নিজ শিষ্যক বা পুত্ৰক যিকোনো কাৰ্য্যত নিয়োগ কৰিব পাৰে। ৰজা দশৰথে মোক বনতহৈ হওক বা ৰাজ্যতেই হওঁক বাস কৰাব পাৰে— এই অধিকাৰ তেওঁৰ আছে। (ৰামচন্দ্ৰই এই যুক্তিৰ দ্বাৰা জ্যেষ্ঠ পুত্ৰৰ হে ৰাজ্যত অধিকাৰ সেই যুক্তি খণ্ডন কৰিছে।) পিতা দশৰথক সকলো সাধু আৰু জ্ঞানী ব্যক্তিয়ে মান্য কৰিছিল। সেই হেন পিতৃক লৈ আমি যেনেকৈ গৌৰৱ কৰিব লাগে, সেইদৰে আমালোকৰ মাতৃক লৈয়ো আমি গৌৰৱ বোধ কৰিব লাগে। এওঁলোক পিতৃ-মাতৃ হৈ যাৰ প্ৰতি যেনে ব্যৱস্থা কৰিছে তাক আমি মানি লোৱা উচিত। মহাৰাজ দশৰথে সকলোলোকৰ সাক্ষাতত তোমাৰ আৰু মোৰ প্ৰতি এই ব্যৱস্থা বিভাগ কৰি দি স্বৰ্গী হৈছে। তোমাৰ ভাগ অনুসাৰে তুমি ৰাজ্য ভোগ কৰা উচিত আৰু ময়ো চৈধ্য বছৰ দণ্ডাকৰণ্যত থাকি পিতৃদেৱে দিয়া ভাগ উপভোগ কৰিব লাগিব। ৰজা দশৰথ আমাৰ পিতা আৰু সাক্ষাৎ ইন্দ্ৰৰ সমান আৰু সকলো লোকৰে পূজনীয়। তেওঁৰ আদেশ পালন কৰাহে মোৰ পক্ষে হিতজনক। তাতোকৈ অক্ষয় ৰাজত্বও মোৰ পক্ষে ভাল বুলি মই নাভাবোঁ।

এই যুক্তি একেবাৰে নিৰ্দ্দোষ আৰু শাস্ত্ৰ আৰু ধৰ্ম্মসঙ্গত। কিন্তু ভৰতৰ মন নটলিল। ভৰতে উত্তৰ কৰিলে — মোৰ কোনো ধৰ্ম্মজ্ঞান নাই আৰু মোৰ আন কোনো ধৰ্ম্ম শিক্ষাৰ প্ৰয়োজনো নাই। মই একমাত্ৰ জানোঁ পিতৃপুৰুষ সকলে যি পৰম্পৰা মানি আহিছে সেয়ে শাশ্বত ধৰ্ম্ম। জ্যেষ্ঠপুত্ৰ ৰাজ্যৰ অধিকাৰী হয়, সেয়ে ধৰ্ম্ম। সেয়ে পৰম্পৰা; হে পুৰুষ সিংহ! আপুনি অযোধ্যালৈ যাবই লাগিব আৰু আপুনি জ্যেষ্ঠ পুত্ৰ, আপুনি নৃথকাত্ৰ যদিও মই পিতৃৰ অন্ত্যেষ্টি ক্ৰিয়া কৰিছোঁ— তথাপি আপুনি তৰ্পন আৰু পিণ্ডদান কৰিব লাগিব; কাৰণ আপুনি পিতাৰ প্ৰিয়পুত্ৰ আৰু জ্যেষ্ঠপুত্ৰ। মৃত্যুৰ সময়ত আপোনাৰ নাম লৈ লৈহে তেওঁ মৃত্যু বৰণ কৰিছে। মৃত্যুৰ সময়ত তেওঁ আপোনাক চাবলৈ অত্যন্ত ইচ্ছা কৰিছিল।

শাস্ত্ৰৰ বিধানে জ্যেষ্ঠ বিদ্যমানে
কনিষ্ঠৰ নোহে ৰাজ।

## পিতৃৰ শোকত ৰামচন্দ্ৰৰ বিলাপ আৰু শ্ৰাদ্ধকৃত্য ঃ

বাপৰ মৰণ শুনিয়া বচন
ৰাঘবৰ পোৰে গাৱে।
অলপ জলত মৎস্য যেন মত।
দহৱৈ সূৰ্য্য প্ৰভাৱে।।
শোক কাল মেঘ ভৈল যেন আতি
মুখে যেন ভৈল শশী।
নদীৰ তীৰত বৃক্ষ যেন মত
পৰিলন্ত ৰাম খসি।।
কৰন্ত সন্তাপ হাঁ হাঁ বৃদ্ধবাপ,
দশৰথ মহীপাল।
জানিলোহোঁ নিষ্ঠে আমি যে পাপিষ্ঠে,
তোমাৰ কৰিলো কাল।।
পাপে তল গৈলোঁ জ্যেষ্ঠ পুত্ৰ ভৈলোঁ,
পৃথিবীৰ মহাভাৰ।
বাপ গৈলা কহি নিজ কান্ধে বহি
নকৰিলো সংস্কাৰ।।
ধন্য ধন্য তযু তনয় ভৰত,
ধন্য শত্ৰুঘন বীৰ।
নিজ কান্ধে বহি, দহিল আপুনি
পিতৃৰ যিটো শৰীৰ।।
শুন শুন সতী প্ৰাণেশ্বৰী সীতা
বিধি কৈল এত দুৰ।
দুঃখে দহে মোক, পীড়ি পুত্ৰ শোকে,
মৰিলা তযু শ্বশুৰ।।

ৰজা দশৰথে মৰণ কালত কেনেকৈ হা ৰাম হা ৰাম বুলি শোক সন্তপ্ত হৈ মৃত্যুবৰণ কৰিছিল সেই কথা ভৰতে অবিকল বৰ্ণনা কৰাত ৰামচন্দ্ৰই ইমান আঘাত পালে যে ইন্দ্ৰই হে যেন বজ্ৰ নিক্ষেপ কৰিছে। তেওঁ সেই আঘাতত এনেদৰে অচেতন হৈ ভূপতিত হ'ল যে অৰণ্যত যেন কোনোবাই বৃক্ষ এজোপাৰ গুৰি

কুঠাৰেৰে কাটি দিছে। সেইটো দেখি উপস্থিত সকলোৱে সীতাৰ লগত শোকাভিভূত হৈ ক্ৰন্দন কৰিব ধৰিলে আৰু ৰামৰ সৰ্বাঙ্গত জলসিঞ্চন কৰিব ধৰিলে। ৰামে চৈতন্য লাভ কৰি অশ্ৰু বৰ্ষণ কৰি বিলাপ কৰিব ধৰিলে। ভৰতক সম্বোধন কৰি ক'লে— পিতা স্বৰ্গাৰোহণ কৰিছে; এতিয়া অযোধ্যালৈ ঘূৰি গৈ কি কৰিম? যি ৰাজ্যত ৰজা দশৰথ নাই সেইৰাজ্য কোনে পালন কৰিব। মোৰ জন্ম বৃথা। যি পিতাই মোৰ শোকত প্ৰাণত্যাগ কৰিলে, সেই পিতাৰ মই সৎকাৰ কৰিব নোৱাৰিলোঁ। মহাপ্ৰাণ পিতৃদেৱৰ হকে কৰিবলগীয়া কাৰ্য্য অন্য একোৱেই মোৰ কাৰণে নাই। হে নিস্পাপ ভৰত। তুমিয়েই সিদ্ধ মনোৰথ হৈছা— কাৰণ তুমিয়েই শত্ৰুঘ্নৰ সহিত পিতৃৰ প্ৰেতকাৰ্য্য কৰিব পাৰিছা। মই বনবাসৰ পৰা ঘূৰি গ'লেও অযোধ্যাত গৈ মই তেওঁক নাপাওঁ। সেইবাবে বনবাসৰ পৰা ঘূৰি যোৱাৰ কোনো উৎসাহ মোৰ নাই। হে পৰন্তপ ভৰত! পিতা যেতিয়া লোকান্তৰিত হৈছে তেতিয়া মই যদি বনবাসৰ পৰা ঘূৰি যাওঁ মই হিতাহিত উপদেশ কাৰ পৰা পাম? আগৰ দৰে শ্ৰুতি সুখকৰ আৰু মনোহৰ বাক্য তেওঁৰ পৰা শুনিবৰ কোনো আশা নাই। শোক সন্তপ্ত ৰামচন্দ্ৰই ভৰতক এইদৰে কৈ সীতাৰ ওচৰলৈ গৈ কবলৈ ধৰিলে— সীতা! তোমাৰ শহুৰ পৰলোকগত হৈছে। লক্ষ্মণৰ ফালে চাই ক'লে— ভাই লক্ষ্মণ। তুমি পিতৃহীন হৈছা। ৰজা স্বৰ্গগমনৰ শোকাবহ ঘটনা বৰ দুখেৰে জনাইছে। ৰামৰ মুখত এইবোৰ কথা শুনি ভ্ৰাতৃসকলৰ চকুৰ পানীৰে ভৰি গ'ল আৰু শোকাকুল ৰামক সান্ত্বনা দিব ধৰিলে— এতিয়া আপুনি পিতৃ- তৰ্পণ কৰক। সীতা দেৱীয়ে এই খবৰ পাই কান্দিব ধৰিলে আৰু প্ৰিয়তম স্বামীৰ মুখৰ ফালে চাব নোৱাৰিলে। তাৰ পাছত ৰামচন্দ্ৰ কৰ্ত্তব্যৰ অনুৰোধত প্ৰকৃতস্থ হৈ লক্ষ্মণক ইঙ্গুদী বীজৰ চূৰ্ণ যোগাৰ কৰিবলৈ ক'লে। লক্ষ্মণে যোগাৰ কৰি অনাত ৰামচন্দ্ৰই তৰ্পণ কৰি সেই ইঙ্গুদী বীজৰ গুড়িৰে পিণ্ডদান কৰিলে। পিতৃৰ উদ্দেশ্য পিণ্ডদান কৰিবৰ সময়ত ৰামচন্দ্ৰই কান্দি কান্দি কৈছিল যে যি দশৰথ ৰজাই পৃথিবীত ইন্দ্ৰৰ দৰে ৰাজ ভোগ কৰিছিল তেওঁ ইঙ্গুদী পিণ্ড ভক্ষণ কৰিব। মানুহে যি আহাৰ ভোগ কৰে, তেওঁৰ পিতৃদেৱতা সকলেও সেই আহাৰ নিশ্চয় গ্ৰহণ কৰে - এই লৌকিকী শ্ৰুতি আজি সত্য বুলি বোধ হৈছে।

কৌশল্যা দেৱীয়ে পিণ্ডদান কাৰ্য্য দেখি বেছি শোকাকুল হৈ আক্ষেপ কৰিব ধৰিলে যে ইঙ্গুদী বীজৰ চূৰ্ণ মহাত্মা দশৰথৰ ভোজনৰ সামগ্ৰী হৈছে। হায়! ইন্দ্ৰতুল্য মহাৰাজৰ পিণ্ডৰ সামগ্ৰী কি নিঃকিন হৈছে আৰু ৰামচন্দ্ৰৰ নিচিনা পুত্ৰই তাৰে পিণ্ডদান কৰিব লগা হৈছে। এই দৃশ্য দেখি মোৰ হৃদয় ফাটি এতিয়াও চৌচিৰ হোৱা

---

(১) ইদং ভুংক্ষ মহাৰাজ প্ৰীতো যদশনা বয়ম্।
যদন্নঃ পুৰুষো ভৱতি তদন্নাস্তস্য দেৱতাঃ॥ ৩০ অযোধ্যা— ১০৩ অধ্যায়।

নাই। মানুহে যে কয় যে মানুহে যি ভোজন কৰে, তাৰেই পিতৃপুৰুষৰ পিণ্ড দিব লাগে সেই লৌকিকী কথা আজি মই প্ৰত্যক্ষ কৰিলোঁ।

তাৰ পাছত নিতান্ত শোকাকুল হৈ চাৰিও ভাই মাতৃ সকল সহকাৰে আৰু অমাত্য বৰ্গৰ সহিত পৰ্ণ কুটিৰলৈ ঘুৰি আহিল। আটাইবিলাক লোক ইমান শোকাকুল হৈছে যে কোনেও একো কথা কব পৰা নাই। চাৰি ভাই ৰামচন্দ্ৰক মাজত লৈ বহিছে যেন চাৰিটি যজ্ঞাগ্নিহে — এনে প্ৰদীপ্ত তেওঁলোকৰ অঙ্গ শোভা।

চাৰিওভাই অমাত্যবৰ্গ আৰু বন্ধুবৰ্গেৰে পৰিবৃত্ত হৈ শোক কৰি কৰি ৰাত্ৰি অতিবাহিত কৰিলে।

ৰাত্ৰি প্ৰভাত হোৱাৰ পাছত সকলো কেইজন ভ্ৰাতৃ মন্দাকিনী নদীলৈ গৈ স্নান আহ্নিক আৰু জপ হোম সমাপন কৰিলে। তাৰ পাছত বন্ধুসকলৰ লগত তিনিওজন ভ্ৰাতৃ ৰামৰ ওচৰলৈ আহি নীৰবে বহিল। কোনেও কোনো কথা কোৱা নাছিল। কিছুসময়ৰ পাছত সেই বন্ধুবৰ্গৰ সভাৰ মাজত ভৰতে ৰামচন্দ্ৰক কবলৈ ধৰিলে— ৰজা দশৰথে প্ৰথমে মোৰ মাতৃ কৈকেয়ীক ৰাজ্য দি শান্ত কৰিছিল। পাছত মাতৃয়ে মোক সেই ৰাজ্য দিয়ে। এতিয়া মই আপোনাক সেই ৰাজ্য দান কৰিছোঁ। আপুনি নিষ্কণ্টকে ভোগ কৰক। আপোনাত বাজে আন কোনেও এই বিপুল ৰাজ্য ৰক্ষা কৰিব নোৱাৰিব। গাধই ঘোঁৰাৰ দৰে লৰিব নোৱাৰে, গৰুড়ৰ দৰে আন পক্ষীয়ে উৰিব নোৱাৰে, সেইদৰে আপোনাৰ শাসন শক্তি আন কোনেও অনুকৰণ কৰিব নোৱাৰে— মোৰো যি সাধ্যৰ অতীত। আপুনি আমাক উপদেশ দিব নালাগে। আপুনি স্বয়ং আমাক ৰক্ষা কৰাৰ দায়িত্ব হে গ্ৰহণ কৰিব লাগে। ভৰতে ৰামচন্দ্ৰক প্ৰসন্ন কৰিবৰ উদ্দেশ্যে এইদৰে ক'লে।

ভৰতে এইদৰে ৰামচন্দ্ৰক অনুৰোধ জনোৱাৰ পাছত পুৰবাসী সকলেও অনুমোদন কৰিলে। তেতিয়া সংযত বুদ্ধি আৰু আত্মজ্ঞানী ৰামচন্দ্ৰই আশ্বাস বাক্যেৰে ভৰতক সান্ত্বনা দিব ধৰিলে। জীৱ স্বভাৱতে পৰাধীন, নিজৰ ইচ্ছানুসাৰে কাৰ্য্য কৰিবৰ কোনো শক্তি নাই। ইহকাল পৰকাল উভয়তেই সৰ্ব্বগ্ৰাসী কালেই হে জীৱক ইচ্ছানুসাৰে চলাই লৈ যায়।(১) সেইবাবে কৈকেয়ী বা ৰজা কোনো জনেই মোৰ বনবাসৰ কাৰণ নহয়— কালৰ প্ৰভাৱতেই মোৰ বনবাস ঘটিছে। য'তেই সংযোগ, ত'তেই বিয়োগ। য'তেই জীৱন ত'তেই মৰণ, য'তেই সংগ্ৰহ ত'তেই ক্ষয়, য'তেই উন্নতি ত'তেই পতন। ফল পকিলে যেনেকৈ পতন ভিন্ন অন্য গতি নাই, সেইদৰে জন্মিলে নিশ্চয় মৰিব লাগিব। কোনো মতেই তাৰ অন্যথা নহয়। দৃঢ় স্তম্ভৰ ওপৰত সজা ঘৰো এদিন জীৰ্ণ হয়, পৰি যায়। মানুহ মাত্ৰেই বৃদ্ধ

---

নাত্মনঃ কাম কাৰো হি পুৰুষোঽয়মনীশ্বৰঃ।
ইতশ্চেতৰতশ্চৈনং কৃতান্ত পৰিকৰ্ষতি ।। ১৫ অযোধ্যা— ১০৫ অধ্যায়।

হয়, মৃত হয়। যিটো ৰাতি অতীত হয়, সেই ৰাতি পুনঃ ঘূৰি নাহে। চোৱা, যমুনা পূৰ্ণ গতিত সমুদ্ৰলৈ গৈ মিলিত হৈছে - ঘূৰি নাহে। দিন আৰু ৰাত্ৰিয়ে যথানিয়মে গতায়ত কৰি মানুহৰ আয়ু ক্ষয় কৰি থাকে। মানুহ বহিয়েই থাকক বা গৈয়েই থাকক নিশ্চয় তাৰ আয়ু ক্ষয় হৈ যায়। গতিকে মৃত্যুৰ হাতৰ পৰা পৰিত্ৰাণ পোৱাৰ কাৰো সাধ্য নাই। সূৰ্য্য উদয় হ'লে মানুহৰ আনন্দৰ সীমা নাথাকে— সূৰ্য্য অস্ত গলেও আনন্দৰ সীমা নাথাকে; কিন্তু সূৰ্য্যৰ প্ৰতিদিনৰ উদয় অস্তত যে মানুহৰ আয়ু ক্ষয় হৈ যাব ধৰিছে মানুহে বুজি নাপায়। কোনো ঋতুৰ আগমনক নবাগত বোধ কৰি মানুহ আনন্দিত হয়; কিন্তু সেই ঋতুৰ পৰিবৰ্ত্তনত যে মানুহৰ আয়ুস ক্ষয় হয় সেই বিষয়ে জ্ঞান নাথাকে। মহাসাগৰত জাহাজবোৰ মিলিত হয়, কালক্ৰমত পৃথক্ পৃথক্ ভাৱে গুচি যায়, সেইদৰে পুত্ৰ পত্নী, জাতি, বিষয় বিভৱ কিছুকালৰ বাবে মিলিত হৈ পুনৰায় বিচ্ছিন্ন হৈ যায়। এইদৰে পৰিদৃশ্যমান পদাৰ্থ সমূহৰ বিয়োগ সুনিশ্চয়। ফলতঃ জন্ম মৃত্যু সংসাৰৰ স্বভাৱ। কোনো প্ৰাণীয়েই তাৰ হাত সাৰিব নোৱাৰে। এনে ক্ষেত্ৰত পৰলোকগত পিতাৰ কাৰণে শোক প্ৰকাশ কৰি তেওঁৰ প্ৰেতত্ব নিবাৰণ কৰিবৰ কাৰ সামৰ্থ্য আছে? এইদৰে যেতিয়া নিজেও মৰিব লাগিব, মৃতৰ উদ্দেশ্যে শোক কৰা উচিত নহয়। আমাৰ পিতৃদেৱ পৰম ধাৰ্ম্মিক আছিল; তেওঁ যথাবিধানে যাগ যজ্ঞ দান দক্ষিণা কৰি স্বৰ্গলৈ গৈছে— তেওঁৰ বাবে শোক কৰা আমাৰ কৰ্ত্তব্য নহয়। পথৰ পথিক এজনে যেনেকৈ অগ্ৰগামী পথিকৰ পথ অনুসৰণ কৰে সেইদৰে ময়ো পূৰ্ব্ব পিতৃ পিতামহৰ পথ অনুসৰণ কৰিম। হে ভৰত। পিতাই তোমাক অযোধ্যাত বাস কৰিবলৈ আদেশ দিছে তুমি তাকে কৰা আৰু মোক যিদৰে পৰম পূজনীয় পিতৃদেৱে নিৰ্দ্দেশ দিছে ময়ো তাকেই পালন কৰিম। তেওঁৰ আদেশ মান্য কৰা আমাৰ কৰ্ত্তব্য। যিবিলাক সহৃদয় আৰু ধাৰ্ম্মিক লোক তেওঁলোকে পিত্ৰাদি গুৰুজনৰ আদেশ পালন কৰি পৰলোকতো বিজয় লাভ কৰে। পিতৃদেৱৰ পৱিত্ৰ চৰিত্ৰৰ কথা মনত পেলাই নিজৰ স্বভাৱৰ অনুকূলে পৰলোকৰ হিত চিন্তা কৰা তোমাৰ কৰ্ত্তব্য আৰু তাতে প্ৰবৃত্ত হোৱা। মহাত্মা ৰামচন্দ্ৰ পিতৃ আজ্ঞা প্ৰতি পালনৰ বাবে কনিষ্ঠ ভ্ৰাতা ভৰতক এইদৰে অৰ্থপূৰ্ণ কথা কৈ ক্ষন্তেক কাল নীৰৱ হ'ল।

ৰামৰ এই সাৰগৰ্ভ বচনৰ পাছত ধৰ্ম্মাত্মা ভৰতে যি ধৰ্ম্ম সঙ্গত কথা কবলৈ ধৰিলে তাত সমবেত সমস্ত লোক বিস্ময়াম্বিত হ'ল। ৰামচন্দ্ৰক সম্বোধন কৰি ভৰতে কবলৈ ধৰিলে- হে বৈৰিদমন। আপোনাৰ তুল্য আৰু কোন ব্যক্তি পৃথিবীত আছে? আপোনাৰ দুঃখতো বিষাদ নাই, সুখতো আনন্দ নাই। জ্ঞানবৃদ্ধলোক সকলেও আপোনাক বহু মান কৰে, তথাপি ধৰ্ম্ম বিষয়ে কোনো সন্দেহ উপস্থিত হ'লে আপুনি তেওঁলোকক সন্দেহ নিবাৰণৰ কাৰণে জিজ্ঞাসাবাদ কৰে। স্ত্ৰী-পুত্ৰ লেহাদিৰ জগত মৃত ব্যক্তিৰ কোনো সম্বন্ধ নাই, জীৱিত ব্যক্তিবো দৰাচলতে কাৰনো

সম্বন্ধ নাই। যি ব্যক্তিৰ নোপোৱা বস্তু পাবলৈও হেপাহ নাই, পোৱা বস্তুৰ প্ৰতিও কোনো আসক্তি নাই, তেনে হেন ব্যক্তিৰ কোনো ক্ষতিতেই পৰিতাপ নাই। যিবিলাক লোক আত্মতত্ত্বজ্ঞানী তেওঁলোকৰ কোনো বিপদ আপদতে বিষাদ উপস্থিত নহয়। তেনে হেন গুণী লোক আপুনি। আপুনি আত্মতত্ত্বজ্ঞ, মহানুভৱ, সত্যপ্ৰতিজ্ঞ সৰ্ব্বজ্ঞ, সৰ্বদৰ্শী আৰু অতি বুদ্ধিমান। অপোনাক অতি অসহনীয় দুঃখেও অৱসন্ন কৰিব নোৱাৰে; কিন্তু মোৰ নিচিনা ব্যক্তি যে বিপন্ন হৈ মুহ্যমান হয়, তাত বিচিত্ৰ কি? যি নহওক মই প্ৰবাসত থাকোঁতে ক্ষুদ্ৰ প্ৰকৃতি মোৰ মাতৃ কৈকেয়ীয়ে মোৰ বাবে যি পাপকৰ্ম্ম কৰিছে, তাত মোৰ কোনো অভিমত নাই আৰু সেইটো মোৰ অভিপ্ৰেতও নহয়। সেইবাবে মোৰ প্ৰতি আপুনি প্ৰসন্ন হওঁক। মই ধৰ্মবন্ধনত আবদ্ধ হৈ আছোঁ; সেইকাৰণে এই পাপকাৰিণী দণ্ডনীয়া মোৰ মাতৃক কঠোৰ দণ্ডবিধান কৰি মই এতিয়াও হত কৰা নাই। ৰজা দশৰথৰ ঔৰসত মোৰ জন্ম। উচ্চ বংশ জাত আৰু সৎকৰ্ম্মশালী দশৰথৰ পুত্ৰ হৈ আৰু ধৰ্ম্ম অধৰ্ম্মৰ কথা জানিও মই কেনেকৈ তেনে গৰ্হিত কাম কৰিব পাৰোঁ? পিতৃদেৱ পৰলোকগত হৈছে। সেই সৎকৰ্ম্মা গুৰু মহীপতি পিতৃদেৱৰেই বা নিন্দা মই এই সভাৰ মাজত কেনেকৈ কৰোঁ? কিন্তু হে ধৰ্ম্মজ্ঞ! সামান্য স্ত্ৰীক ভালপোৱাবলৈ কোন ধৰ্ম্মজ্ঞ ব্যক্তিয়ে এই ধৰ্ম্ম বিগৰ্হিত কাম কৰিব পাৰে? শুনা যায় আসন্ন কালত সকলো লোকৰেই বিপৰীত বুদ্ধি হয়। ৰজা দশৰথে তেনে বিপৰীত বুদ্ধিৰ কাৰ্য্য কৰি সেই জনশ্ৰুতি আমাক প্ৰত্যক্ষ দেখুৱালে। সি যিয়েই নহওক মাতৃ কৈকেয়ীৰ অনুৰোধত পিতৃদেৱে যি গৰ্হিত কাৰ্য্য কৰি গৈছে, সেই দোষ আপুনিয়েই স্খলন কৰিব লাগিব। পিতৃলোকৰ পতন নিবাৰণ কৰে বুলিয়েই পুত্ৰক অপত্য বোলে। আপুনি এতিয়া প্ৰকৃত অপত্যৰ কাৰ্য্য কৰক। পিতাৰ পাপৰ পোষকতা নকৰিব। পিতা দশৰথে ধৰ্ম্ম-পথ অতিক্ৰম কৰিছে। আৰু বিজ্ঞ লোক সকলে সেই কাৰ্য্যৰ নিন্দা কৰিছে। সেইবাবে মই যেনেদৰে কৈছোঁ আপুনি তেনেদৰে কাৰ্য্য কৰি মোক, মাতৃ কৈকেয়ীক, পিতৃক, সুহৃদ আৰু বন্ধুবৰ্গক আৰু নগৰবাসী দেশবাসী সকলো লোককে পৰিত্ৰাণ কৰক। অপুনি ক্ষত্ৰিয়। ক্ষত্ৰিয় ধৰ্ম্ম পালন কৰক। প্ৰজা পালন কৰাহে আপোনাৰ কৰ্ম্ম। জটা ধাৰণ কৰি তপস্বী হোৱা কৰ্ম আপোনাৰ নহয়। পিত্ৰাদিষ্ট হলেও এই প্ৰকাৰ বিৰুদ্ধ কাৰ্য্যত প্ৰবৃত্ত হোৱা আপোনাৰ উচিত নহয়। প্ৰজা পালন ধৰ্ম্মৰ দ্বাৰাহে ক্ষত্ৰিয়ৰ মোক্ষ লাভ হয়। বানপ্ৰস্থীৰ ধৰ্ম্ম আপোনাৰ নহয়, বৰ্ণাশ্ৰম ধৰ্ম ৰক্ষাৰ বাবে ব্ৰাহ্মণাদি চাৰিবৰ্ণৰ প্ৰতি পালনহে আপোনাৰ ধৰ্ম। চাৰি আশ্ৰমৰ ভিতৰত গাৰ্হস্থ্য ধৰ্মহে উত্তম। সেই বাবে আপুনি অযোধ্যালৈ যোৱাহে উচিত। প্ৰজা পালন আৰু গাৰ্হস্থ্য ধৰ্ম্ম পালন কৰি পৈতৃক ৰাজ্য ভোগ কৰক। মই আপোনাৰ কনিষ্ঠ। বিদ্যাবুদ্ধিত আপোনাতকৈ হীন। আপুনি নহলে কোনো কাৰ্য্যতে মোৰ সাহস নহয়। মই নত মস্তকে আপোনাক প্ৰাৰ্থনা কৰিছোঁ— আপুনি মোৰ

প্ৰতি দয়া কৰক। আপুনি যদি মোৰ এই প্ৰাৰ্থনা অগ্ৰাহ্য কৰি এই বন এৰি আন বনলৈ যায়, ময়ো আপোনাৰ পাছে পাছে যাম।

ভৰতে এইদৰে কাতৰভাৱে অৱনত মস্তকে স্তুতি প্ৰাৰ্থনা কৰা সত্ত্বেও ৰামচন্দ্ৰ পিতৃ আজ্ঞা পালনত দৃঢ় সঙ্কল্প হৈ অযোধ্যালৈ ঘুৰি যাবলৈ কোনোপধ্যে সন্মত নহ'ল।

সবাকো বোলন্ত ৰামে কৰি দৃঢ়মন।
সবে লোকে মোক গ্ৰহ কৰা কি কাৰণ।।
জলৰ বুদ্বুদ যেন অথিৰ জীৱন।
আমি কেনে এৰিবোহোঁ বাপৰ বচন।।

- - - - - - - - - - - - - - - -

পাতাল পৰ্য্যাত সাতো পৃথিৱী নশয়।
মেৰু মন্দৰক আদি পৰ্বত খসয়ে।।
সূৰ্য্য আদি গ্ৰহখনি ভূমিত পৰিব।
তথাপিতো আমি পিতৃ বাক্যক নেৰিব।।

শ্ৰীৰামচন্দ্ৰৰ এনে কথা শুনি আৰু তেওঁৰ এনে প্ৰকাৰ অদ্ভুত স্থিৰ সঙ্কল্প দেখা পাই তাত উপস্থিত থকা সকলো লোকে যুগপৎ হৰ্ষ আৰু বিষাদ পালে। ৰামচন্দ্ৰ অযোধ্যালৈ ঘূৰি যাবলৈ অস্বীকাৰ কৰাত সকলোৱে যেনেকৈ মৰ্মান্তিক দুঃখ পালে, তেনেকৈ তেওঁৰ স্থিৰ প্ৰতিজ্ঞা দেখি হৰ্ষও পালে। পুৰবাসী সকলে অশ্ৰুভৰা চকুৰে অচেতনপ্ৰায় হৈ ভৰতক ৰামৰ ওচৰত সাগ্ৰহে পুনঃ পুনঃ প্ৰাৰ্থনা কৰা দেখিও ভূয়সী প্ৰশংসা কৰিলে আৰু পুনঃ পুনঃ প্ৰণত হৈ ৰাম চন্দ্ৰক অযোধ্যালৈ ঘূৰি যাবলৈ সকলোৱে প্ৰাৰ্থনা জনাব ধৰিলে।

তেতিয়া শ্ৰীৰামচন্দ্ৰই পুনৰ্বাৰ জ্ঞাতি সকলৰ সন্মুখত কবলৈ ধৰিলে— ভাই ভৰত! তুমি ৰজা দশৰথৰ ঔৰসত কৈকেয়ী মাতৃৰ গৰ্ভত জন্ম গ্ৰহণ কৰিছা। ইতিপূৰ্বে যেতিয়া আমাৰ পিতৃদেৱে তোমাৰ মাতৃক বিবাহ কৰে তেতিয়া তোমাৰ মাতামহৰ ওচৰত এইদৰে অঙ্গীকাৰ কৰে যে আপোনাৰ এই কন্যাত যি সন্তান জন্মিব মই তেওঁকেই ৰাজ্য দিম।(১)

সেইবাবে মোৰ দৰেই তুমিও সত্বৰ অযোধ্যালৈ গৈ ৰাজ্য শাসন কৰি পিতৃসত্য পালন কৰা তোমাৰো অৱশ্য কৰ্ত্তব্য। পিতৃক সত্য প্ৰতিজ্ঞাৰ পৰা উদ্ধাৰ কৰা তোমাৰ যেনে কৰ্ত্তব্য, কৈকেয়ী মাতৃক সন্তুষ্ট কৰাটোও তোমাৰ কৰ্ত্তব্য। তুমি আৰু পলম কৰিবৰ আৱশ্যক নাই। পিতৃসত্য পালনৰ বাবে তুমি শত্ৰুঘ্নক লগত

(১) পুৰাভ্ৰাতঃ পিতা নঃ স মাতৰং তে সমুদ্বহন্।
মাতামহে সমাশ্ৰৌষিদ্ ৰাজ্য শুল্কমনুত্তমম্।।৩।। অযোধ্যা— ১৮৭ অধ্যায়।

লৈ অযোধ্যালৈ প্ৰত্যাবৰ্ত্তন কৰা আৰু ময়ো লক্ষ্মণ আৰু সীতাক লগত লৈ দণ্ডকাৰণ্যত প্ৰৱেশ কৰোঁ। অসীম বুদ্ধিসম্পন্ন শত্ৰুঘ্ন তোমাৰ সহায় আৰু সৰ্ব্বলোক প্ৰসিদ্ধ লক্ষ্মণ মোৰ সহায়। ৰজা দশৰথৰ চাৰিওপুত্ৰ পৰস্পৰৰ উত্তম সহায় আৰু আমি আটাইকেইজনে ৰজা দশৰথক সত্য পথত স্থায়ী প্ৰতিষ্ঠা দান কৰিম। তুমি বিষাদ নকৰিবা।(২)

## ভৰতৰ অযোধ্যা প্ৰত্যাবৰ্ত্তন আৰু নন্দীগ্ৰামত ৰামৰ পাদুকা স্থাপন ঃ

ভৰতৰ লগত অন্যান্য পুৰবাসীসকলৰ উপৰিও কুলগুৰু বশিষ্ঠদেৱো আহিছিল। এতিয়ালৈকে তেওঁ একাষাৰ কথাও কোৱা নাছিল। ভৰতক যেতিয়া ৰামচন্দ্ৰই শেষ কথা কৈ সকলোকে সম্পূৰ্ণভাৱে নিৰাশ কৰিলে, তেতিয়া কুলগুৰু বশিষ্ঠই এষাৰ মাত লগালে। ৰামচন্দ্ৰই ধৰ্মসঙ্গত বহু কথাই কৈছিল আৰু ভৰত আৰু পুৰবাসী সকলৰ কোনো স্তুতি বাক্য বা প্ৰাৰ্থনাৰে নিজৰ দৃঢ় সঙ্কল্পৰ পৰা বিচলিত হোৱা নাছিল। বশিষ্ঠদেৱে মধুৰ আৰু ধৰ্মসঙ্গত বাক্যেৰে ৰামৰ কথাৰ প্ৰত্যুত্তৰ কৰি ৰামচন্দ্ৰক অযোধ্যা প্ৰত্যাবৰ্ত্তনৰ বাবে অনুৰোধ জনালে।

বশিষ্ঠদেৱে কবলৈ ধৰিলে— হে ৰাঘব! যি কোনো লোকৰ জন্মগ্ৰহণ কৰা মাত্ৰকে তিনিজন গুৰু হয়। পিতা মাতা আৰু শিক্ষাগুৰু (আচাৰ্য্য) পিতা আৰু মাতাই শৰীৰ মাত্ৰ দান কৰি জন্ম দিয়ে; কিন্তু আচাৰ্য্যই জ্ঞান দান কৰে আৰু এইবাবে সাদাৰণতঃ আচাৰ্য্যকে গুৰু বুলি কোৱা হয়। তোমাৰ পিতাৰ আৰু তোমাৰ শ্ৰেষ্ঠ গুৰু আচাৰ্য্য। অতএৱ মোৰ মোৰ কথা প্ৰতিপালন কৰিলে তোমাৰ সদ্গতি ভ্ৰষ্ট হোৱাৰ ভয় নাই। ইয়াত যি বিলাক জ্ঞাতি, পাৰিষদ আৰু তোমালোকৰ অধীনস্থ ৰজা আছে এওঁলোকৰ প্ৰতি ধৰ্মাচৰণ কৰিলেও তুমি সদ্গতি ভ্ৰষ্ট নহবা। তোমাৰ মাতৃ বৃদ্ধ আৰু ধৰ্মাচাৰিণী। মাতৃবাক্য লঙ্ঘন কৰাও তোমাৰ উচিত নহয়। তেওঁৰ আদেশ পালন কৰিলেও তুমি সদ্গতি ভ্ৰষ্ট হব নালাগিব। তোমাক ৰাজ্যাভিষিক্ত কৰিবৰ কাৰণে স্বয়ং ভৰতে যেতিয়া অনুৰোধ কৰিছে, সেই অনুৰোধ ৰক্ষা কৰিলেও তোমাৰ সদ্গতি ভ্ৰষ্ট হোৱাৰ আশঙ্কা নাই।

বশিষ্ঠ দেৱৰ এই শাস্ত্ৰীয় যুক্তিতো ৰামচন্দ্ৰ বিচলিত নহ'ল। ৰামচন্দ্ৰই এই কথাৰো প্ৰত্যুত্তৰ কৰিলে— ৰজা দশৰথ মোৰ জন্মদাতা, প্ৰতিপালন কৰ্ত্তা আৰু ৰজা। তেওঁ যি আদেশ দিছে, সেই আদেশ মোৰ দ্বাৰা কেতিয়াও মিছা প্ৰমাণ হব নোৱাৰিব।

এই প্ৰত্যুত্তৰ শুনি ভৰতে সুমন্ত্ৰক শীঘ্ৰে এখন কুশাসন পাতি দিবলৈ ক'লে আৰু ঘোষণা কৰিলে যে যেতিয়ালৈকে আৰ্য্য ৰামচন্দ্ৰ প্ৰসন্ন নহয় তেতিয়ালৈকে

(২) চত্বাৰস্তনয়ৱৰা বয়ং নৰেন্দ্ৰং সত্যস্থং ভৰত চৰামে মা বিষীদ।। ১৯

অযোধ্যা— ১৮৭ অধ্যায়।

মই তেওঁকে উদ্দেশ্য কৰি অনশন ব্ৰত আৰম্ভ কৰিম। সুমন্ত্ৰই কুশাসন অনাত পলম কৰা দেখি নিজেই কুশাসন পাৰি ললে।

তেতিয়া ৰামচন্দ্ৰই ভৰতক সম্বোধন কৰি ক'লে যে ভাই ভৰত! মই কি অন্যায় কাম কৰিছোঁ যে তুমি ইয়াত অনশন কৰিবা। ক্ষত্ৰিয়ৰ পক্ষে অনশন কৰা শাস্ত্ৰ বিধিও নাই। তুমি এই দাৰুণ ব্ৰতৰ কল্পনা এৰি সত্বৰ অযোধ্যালৈ যোৱা। তেতিয়া ভৰতে কুশাসনত শয়ন কৰি থাকিয়েই উপস্থিত পৰবাসী সকলক সম্বোধন কৰি কবলৈ ধৰিলে— তোমালোকে কিয় আৰ্য্য ৰামচন্দ্ৰক অনুৰোধ জনোৱা নাই? এই কথাৰ উত্তৰত পুৰবাসী সকলে ক'লে— আপুনি মহাত্মা ৰামচন্দ্ৰক যিবোৰ কথা কৈছে সেই সকলোবোৰ কথা ধৰ্ম্মসঙ্গত আৰু সত্যকথা, আকৌ ৰামচন্দ্ৰইও পিতৃসত্য পালনত যে কৃত সঙ্কল্প হৈছে সিও ধৰ্ম্ম সঙ্গত। সেইবাবে সহসা আমি কাকো কাৰো উদ্দেশ্যৰ পৰা প্ৰতিনিবৃত্ত হবলৈ কব পৰা নাই।

ৰামচন্দ্ৰই তেতিয়া ভৰতক ক'লে— ধৰ্ম্মদৰ্শী সুহৃদ্ সকলে যি কথা কলে তালৈ মন কৰা। ভালদৰে বিচাৰ কৰি চোৱা। তুমি ক্ষত্ৰিয়ৰ অকৰ্ত্তব্য প্ৰত্যুবেশনৰ পৰা উঠা আৰু তাৰ প্ৰায়শ্চিত্তৰ বাবে মোক স্পৰ্শ কৰা আৰু জল স্পৰ্শ কৰা। তেতিয়া ভৰত উঠিল আৰু জল স্পৰ্শ কৰিলে। তাৰ পাচত কবলৈ ধৰিলে— সভ্যসকল, মন্ত্ৰীসকল আৰু সকলোশ্ৰেণীৰ ব্যক্তিসকল— সকলোৱে মোৰ কথা শুনক। মই কেতিয়াও পিতাৰ ওচৰত ৰাজ্য প্ৰাৰ্থনা কৰা নাই আৰু মোৰ মাতৃকো তাৰবাবে অনুৰোধ কৰা নাই আৰু পৰম ধৰ্ম্মজ্ঞ আৰ্য্য ৰামকো বনবাস দিয়াত মই সন্মতি দিয়া নাই; তথাপি যদি পিতৃবাক্য পালনৰ কাৰণে অৱশ্য কৰ্ত্তব্য বুলি বিবেচিত হয়, তেন্তে তেওঁৰ পৰিবৰ্ত্তে ময়ে চৈধ্য বছৰ বনবাসত থাকিম।

ধৰ্ম্মাত্মা ৰাম ভ্ৰাতা ভৰতৰ এই সত্য বাক্যত বিস্মিত হৈ সমবেত লোক সকলক উদ্দেশ্য কৰি কলে— পিতা দশৰথে জীৱদ্দশাত যি কিছু ক্ৰয়, বিক্ৰয় বা বন্ধকী সূত্ৰত আদান প্ৰদান কৰিছে, সেইটো লোপ কৰিবৰ মোৰ বা ভৰতৰ কোনো সামৰ্থ্য নাই। গতিকে মই বনবাসৰ কাৰণে নিজে সমৰ্থ হৈ থকা বাবে সজ্ঞান লোকৰ নিন্দনীয় হবলৈ প্ৰতিনিধি নিযুক্ত নকৰোঁ। কৈকেয়ী মাতৃয়ে যি কৈছে সি ভাল কথাই হৈছে। পিতাই যি কৰিছে সিও ভালেই হৈছে। ভৰত যে গুণী, ক্ষমাশীল আৰু গুৰুজন সেৱা পৰায়ণ তাকো মই ভালদৰে জানোঁ। অতএৱ ৰাজ্য পালনাদি কাৰ্য্য ভৰততে শোভা পায়। ময়ো ধৰ্ম্মিষ্ঠ ভাই লক্ষ্মণৰ লগত বনবাস সম্পূৰ্ণ কৰি ঘূৰি আহি ৰাজ্য শাসন কৰিম। আচলতে কৈকেয়ীদেৱীয়ে ৰজা দশৰথৰ ওচৰত বৰ খুজিছিল, সেই বৰ অনুসাৰে কৈকেয়ী দেৱীৰ বাক্য পালন কৰি পিতৃদেৱক মিথ্যাৰ হাতৰ পৰা পৰিত্ৰাণ কৰিম।

[এই কথাত এইটো স্পষ্ট যে ৰামচন্দ্ৰই পিতৃৰ আদেশৰ প্ৰতি অপেক্ষা কৰা

নাছিল— ৰজা দশৰথে আদেশ দিয়াও নাছিল। পিতৃক মিথ্যাৰ হাতৰ পৰা ৰক্ষা কৰাহে ৰামচন্দ্ৰৰ বনবাসৰ উদ্দেশ্য; নহলে বনবাসলৈ নোযোৱাৰ যথেষ্ট সত্য আৰু ন্যায় সঙ্গত যুক্তি ৰামচন্দ্ৰৰ পক্ষে আছিল।]

ৰামচন্দ্ৰ আৰু ভৰতৰ এই ৰোমহৰ্ষণ সন্দৰ্শন অন্তৰালত থাকি নাৰদাদি মহৰ্ষি সকলে লক্ষ্য কৰি থাকি অতি বিস্ময়াপন্ন হৈ সেই স্থানত উপস্থিত হ'লহি। মহৰ্ষি সকলে ভৰতক কলে— যে তোমাৰ জন্ম সদ্বংশত হৈছে— তুমি তোমাৰ পিতৃক যদি সুখী কৰিবৰ ইচ্ছা কৰা তেন্তে ৰামে যি ক'লে সেইদৰে কাৰ্য্য কৰাই তোমাৰ কৰ্ত্তব্য। ৰাম সম্পূৰ্ণভাৱে পিতৃৰ ওচৰত অঋণী হওক, সেইটোৱেই আমাৰ ঐকান্তিক অভিলাষ।

মহৰ্ষি সকলৰ কথা শুনি ৰামে পৰম সন্তোষ লাভ কৰিলে। কিন্তু ভৰতৰ গোটেইটো শৰীৰ কঁপিব ধৰিলে। ভৰতে তত্তাতৈয়াকৈ হাত যোৰ কৰি ভঙা ভঙা মাতেৰে ৰামক কবলৈ ধৰিলে— আৰ্য্য! জ্যেষ্ঠ জনৰে ৰাজ্যৰ অধিকাৰী হোৱাটো উচিত। আপুনি কুলধৰ্ম বিচাৰ কৰি জননী কৌশল্যাৰ প্ৰাৰ্থনা পূৰণ কৰিব লাগিব। মই অকলে এই সুবৃহৎ ৰাজ্য পৰিচালনা কৰিবলৈ সক্ষম নহয়। সেইবাবে আপুনি এই ৰাজ্য গ্ৰহণ কৰি কোনো উপযুক্ত ব্যক্তিক প্ৰতিনিধি নিযুক্ত কৰক। আপুনি যাৰ ওপৰত ৰাজ্য পৰিচালনাৰ ভাৰ দিব তেঁৱেই প্ৰজাপালনত সমৰ্থ হব। এই বুলি ভৰত শ্ৰীৰামচন্দ্ৰৰ ভৰি দুখনত পতিত হ'ল আৰু অতিপ্ৰিয় বাক্যেৰে ৰামচন্দ্ৰৰ ওচৰত সনিৰ্বন্ধ প্ৰাৰ্থনা জনাব ধৰিলে।

ৰামচন্দ্ৰই মৰম কৰি ভৰতক নিজৰ কোলত লৈ কবলৈ ধৰিলে— স্নেহৰ ভাই ভৰত! তোমাৰ যি স্বাভাৱিক বুদ্ধি হৈছে, সেই বুদ্ধিৰে অযোধ্যা নালাগে, সমগ্ৰ পৃথিৱী তুমি প্ৰতিপালন কৰিব পাৰিবা। তুমি মন্ত্ৰীসকলৰ লগত, অমাত্য সকলৰ লগত আৰু বুদ্ধিমান সুহৃৎসকলৰ লগত মন্ত্ৰণা কৰি ৰাজ্য শাসন কৰিবা। চন্দ্ৰইও যদি নিজৰ সৌন্দৰ্য্য পৰিত্যাগ কৰে, হিমালয়েও যদি হিম পৰিত্যাগ কৰে আৰু সমুদ্ৰইও যদি তটভূমি অতিক্ৰম কৰে তথাপি মই পিতাৰ প্ৰতিজ্ঞা পালন ব্ৰত লঙঘন নকৰোঁ।(১)

হে ভাই! তোমাৰ মাতৃয়ে ইচ্ছা কৰি বা ৰাজ্যৰ লোভত এই কাৰ্য্য কৰিছে— সেইদৰে তুমি নাভাবিবা। বৰঞ্চ তেওঁৰ প্ৰতি উচিত আৰু ন্যায় ব্যৱহাৰ কৰিবা।

ভৰত নিৰুপায় হ'ল। ভৰতৰ জ্ঞান আৰু বুদ্ধিৰ ভঁৰালত যিমান সৎ বুদ্ধি আৰু সদযুক্তি আছিল সমস্ত প্ৰয়োগ কৰিও যেতিয়া ৰামচন্দ্ৰৰ সংকল্প ত্যাগ কৰাব নোৱাৰিলে, তেতিয়া "এই কুশানিৰ্মিত স্বৰ্ণালঙ্কৃত পাদুকা যুগলত আপোনাৰ চৰণ

---

(১) লক্ষ্মী চন্দ্ৰাদপযেদ্বা হিমবান্ বা হিমং ত্যজেৎ।
অতীয়াৎ সাগৰো বেলাং ন প্ৰতিজ্ঞামহং পিতুঃ।। ১৮ অযোধ্যা— ১১২ অধ্যায়।

যুগল অৰ্পণ কৰক। এই পাদুকা যুগলেই আপোনাৰ প্ৰতিনিধি স্বৰূপ হৈ প্ৰজাবৃন্দৰ হিত সাধন কৰিব" বুলি সনিৰ্বন্ধ প্ৰাৰ্থনা জনালে। ৰামচন্দ্ৰই সেই পাদুকা যুগল পৰিধান কৰি ভৰতক পুনঃ সমৰ্পন কৰিলে। (ভৰতৰ বুদ্ধি বিবেচনা আৰু নিঃস্বাৰ্থতা কিমান ইয়াৰ পৰা বুজা যায়। ভৰতে পাদুকা যুগল লগত লৈ আহিছিল— আগতে ভাবি লৈছিল যে ৰামচন্দ্ৰক ঘূৰাই অনা সম্ভৱ নহয়; তথাপি যিমান দূৰ সম্ভৱ ন্যায়সঙ্গত যুক্তি তৰ্ক আগবঢ়াই ৰামক ঘূৰাই নিবলৈ যত্ন কৰিছিল। সকলো প্ৰাৰ্থনা বিফল হ'লে পাদুকা যুগলক ৰামৰ প্ৰতিনিধি কৰি ৰামৰ প্ৰত্যাবৰ্ত্তন পৰ্য্যন্ত বাট চাই ৰামৰ হকে ৰাজ্য পৰিচালনা কৰিব এই সংকল্প লৈ আহিছিল)

ভৰতে সেই পাদুকা যুগলক ভক্তি পূৰ্ব্বক প্ৰণাম কৰি ৰামক ক'লে — ইয়াৰ পাছত মই চৈধ্যবছৰ জটাবল্কল ধাৰণ কৰি ফলমূল ভোজন কৰি আপোনাৰ প্ৰত্যাগমন প্ৰতীক্ষাত নগৰৰ বাহিৰত বাস কৰিম আৰু সকলো ৰাজকাৰ্য্য এই পাদুকা যুগলত অৰ্পণ কৰিম। যিদিনা চৈধ্যবছৰ পাৰ হব, সিদিনা যদি আপোনাৰ দৰ্শন নাপাওঁ তেন্তে মই অগ্নিত প্ৰৱেশ কৰিম।

ৰামচন্দ্ৰই 'সেয়ে হওঁক' এই বুলি কৈ শত্ৰুঘ্নৰ লগত ভৰতক সাৱটি ধৰি ভৰতক ক'লে— তুমি জননী কৈকেয়ীক ৰক্ষা কৰিবা। কেতিয়াও তেওঁৰ ওপৰত খং ৰোষ নকৰিবা। এই বিষয়ে মই তোমাক মোৰ আৰু সীতাৰ শপথ দিলোঁ। এই বুলি সাশ্ৰুলোচনেৰে ভৰতক বিদায় দিলে।

পৰম ধাৰ্ম্মিক ভৰতে সেই পৰম উজ্জ্বল পাদুকা যুগল সাদৰে গ্ৰহণ কৰি নিজৰ মূৰত লৈ ৰামচন্দ্ৰক প্ৰদক্ষিণ কৰি বিদায় ল'লে। অন্যান্য সকলেও ৰুদ্ধ কণ্ঠ আৰু সাশ্ৰুলোচনে শোকাভিভূত হৈ ৰামচন্দ্ৰৰ পৰা বিদায় ললে।

## ভৰতৰ অযোধ্যাত পুনঃ প্ৰৱেশ ঃ

ইতিমধ্যে অযোধ্যা শ্ৰীহীনা হৈ গৈছে। ভৰতে অযোধ্যালৈ ঘূৰি আহি অযোধ্যা যেন মহা শ্মশানত পৰিণত হৈছে তেনে বোধ কৰিলে। অযোধ্যাত উপস্থিত হৈ ভৰতে পাত্ৰ মিত্ৰ আদিক ক'লে যে 'মই নন্দিগ্ৰামলৈ যাম'। বশিষ্ঠ দেৱে সম্মতি দিলে আৰু ভৰতে মাতৃসকলক অযোধ্যাত থৈ শ্ৰীৰামচন্দ্ৰৰ পাদুকা যুগল মূৰত লৈ নন্দিগ্ৰাম বুলি যাত্ৰা কৰিলে। তাত পাদুকা যুগলৰ অভিষেক কৰি নিজে জটা বল্কল ধাৰণ কৰি ৰামচন্দ্ৰৰ দ্বাৰা ন্যস্ত ৰাজ্য স্বৰূপে অযোধ্যা ৰাজ্যৰ ৰাজকাৰ্য্য পৰিচালনা কৰিব ধৰিলে। শত্ৰুঘ্ন অযোধ্যাত থাকিল।

প্ৰভু ৰাঘৱৰ মই যে সেৱক<br>
তান পদমান ধৰি।

সত্যে সত্যে মই আদেশ তাহান
পালিবোহোঁ নিষ্ঠা কৰি।।
চৌধয় বৰিষ মোৰ প্ৰভুৰাম
যাৱে থাকে বনমাজ।
তাহান পাদুকা শিৰে ধৰি মই
চৰ্চ্চিবোহোঁ তাৱে ৰাজ।।

## ৰামৰ দণ্ডকাৰণ্যত প্ৰৱেশ

ৰামক তেজিয়া যেবে আসিলা ভৰত।
শোকাকুল হুয়া ৰাম থাকিলা মনত।।
চিত্ৰকূট বনে সীতা লক্ষ্মণ সহিত।
কতো দিনে আছে প্ৰভু স্থিৰ নুহি চিত্ত।।
লক্ষ্মণক সম্বোধি মাতিলা ৰঘুবৰে।
নপাৰোঁ ধৰিতে চিত্ত উতপাত কৰে।।
মহা দুঃখ দিলে আসি ভৰত ভৈয়াই।
নুমাইল অগনি যেন জ্বালিলা দুনাই।।
আমাক সুমৰি মনে সুখ নাই তাৰ!
এই স্থানে খেদি জানো আসে আৰোবাৰ।।
মহাদুঃখ দিলে মোৰ আনি প্ৰাজগণ।
দেখি ভৰতৰ দুঃখ পোৰে মোৰ মন।।
ভৰত ভৈয়াই যাৱে আসি নতো পাৱে।
ইথানক চাৰি আন দেশ যাওঁ তাৱে।।

ভৰত অযোধ্যালৈ গুচি গ'ল। ৰামৰ মনত অশান্তি উদয় হৈছে। সেই সময়তে আকৌ দেখিবলৈ পালে চিত্ৰকূট আশ্ৰমৰ তপস্বী সকলে চিত্ৰকূট বন পৰিত্যাগ কৰি যাব ধৰিছে। ইয়াৰ কাৰণ কি? ৰামে ঋষিসকলক সুধিলে। ঋষিসকলে উত্তৰ দিলে যে ইয়াত ৰাৱণৰ অনুজ খৰ নামে এক দুৰ্দান্ত ৰাক্ষসৰ নেতৃত্বত ৰাক্ষস সকলৰ উৎপাত আৰম্ভ হৈছে। তুমি অহাৰ পৰাই এই উৎপাত বৃদ্ধি হৈছে। সিহঁতে বিকট মূৰ্ত্তি ধাৰণ কৰি ঋষি সকলক খেদি আহে আৰু অশুচি বস্তু বিলাক ইয়াত নিক্ষেপ কৰি ঋষিসকলৰ বহু প্ৰকাৰ অনিষ্ট কৰে। এই কাৰণতে হোমৰ সময়তে সিহঁতে শ্ৰুক্ প্ৰভৃতি যজ্ঞীয় উপকৰণ সমূহ ইতস্ততঃ দলিয়াই পেলায়, পানী ছটিয়াই দি যজ্ঞৰ অগ্নি নুমাই পেলায় আৰু কলস ঘটবোৰ ভাঙি পেলায়। এই কাৰণে আমি এই আশ্ৰম ত্যাগ কৰি যাবলৈ ওলাইছোঁ।

ঋষিসকল গুচি যোৱাৰ পাচত ৰামৰ তাত থাকিবলৈ একেবাৰেই ইচ্ছা

নোহোৱা হ'ল। তেওঁ ভাবিলে যে এই ঠাইত মোৰ মাতৃসকল, নগৰবাসীসকল আৰু ভাই ভৰতৰ সহিত সাক্ষাৎ হৈছিল। তেওঁলোকৰ কথা সদায় মনত পৰি থাকে। বিশেষতঃ এই ঠাইত ভৰতৰ সৈন্যবিলাকে শিবিৰ সন্নিবেশ কৰাত আৰু হাতী ঘোঁৰা বিলাকে মলমূত্ৰ ত্যাগ কৰাত এই আশ্ৰমভূমি অশুচি হৈছে। সেইবাবে মৰো ইয়াৰ পৰা আন ঠাইলৈ যাম। এইদৰে চিন্তা কৰি সীতা আৰু লক্ষ্মণৰ লগত এই ঠাইৰ পৰা প্ৰস্থান কৰিলে।

## বাটত অত্ৰিমুনিৰ আশ্ৰম ঃ

চিত্ৰকূট বৰ্ণাশ্ৰম এৰি দণ্ডকাৰণ্য অভিমুখে যাওঁতে প্ৰথমতে বাটতে মহামুনি অত্ৰিৰ তপোবনত উপস্থিত হ'ল। তাত উপস্থিত হৈ মহামুনিৰ চৰণ বন্দনা কৰিলে। ভগৱন অত্ৰিয়েও ৰামচন্দ্ৰক পুত্ৰৱৎ গ্ৰহণ কৰিলে। স্বহস্তে আতিথ্য বিধান কৰিলে আৰু সমুচিত সৎকাৰ কৰিলে। স্বামীৰ আদেশ ক্ৰমে সীতাদেৱী পতিব্ৰতা আৰু ধৰ্মিষ্ঠা অত্ৰি পত্নী অনসূয়া দেৱীৰ শৰণাপন্ন হ'ল। সীতাদেৱীয়ে যেতিয়া তেওঁৰ চৰণ বন্দনা কৰে তেতিয়া অনুসূয়া দেৱীয়ে সীতা দেৱীক স্বামীসহ বনবাসলৈ অহা বাবে বহু প্ৰশংসা কৰিলে আৰু আশীৰ্ব্বাদ দি ক'লে— স্বামীৰ অনুগামিনী হোৱাটো স্ত্ৰীলোকৰ কাৰণে বৰ সৌভাগ্যৰ বিষয়। স্বামী নগৰতে থাকক বা বনতে থাকক য'তেই নাথাকক স্বামীয়েই যিবিলাক নাৰীৰ পৰম প্ৰিয়তম সেই নাৰীসকলে স্বামীক অনুগমন কৰাটো বিধেয় আৰু সেই স্বামী-অনুগামিনী নাৰীসকলৰ বাবে মহোদয় পুৰুষ সকলৰ সৃষ্টি জগতত হৈছে। স্বামী দুশ্চৰিত্ৰ, যথেচ্ছাচাৰী বা নিৰ্ধন হলেও স্বামীয়েই স্ত্ৰীসকলৰ পৰম দেৱতা, স্বামীতকৈ স্ত্ৰীৰ আন কোনো বান্ধৱ নাই। পতিয়েই ইহলোক পৰাকালৰ অক্ষয় তপস্যাৰ অনুষ্ঠান স্বৰূপ।(১) তুমি সৰ্বদা স্বামীৰ সহধৰ্মিকাৰিণী হোৱা; তেতিয়া হলে অমল যশ আৰু ধৰ্ম্ম উভয়কে পাবা।

অনুসূয়া দেৱীয়ে এইদৰে আশীৰ্বচন কোৱাৰ পাছত সীতাদেৱীয়ে আনুপূৰ্বিক সকলো ঘটনা, জন্মবৃত্তান্ত আৰু তেওঁৰ শিক্ষা যে অনুৰূপভাবে পিতৃগৃহতে হৈছে আৰু সেই শিক্ষা অনুসাৰে যে তেওঁ চলি আছে সেইবোৰ কথা অকপটে অনুসূয়া দেৱীৰ ওচৰত বৰ্ণনা কৰিলে। অনুসূয়া দেৱী আৰু সীতা দেৱীৰ এই কথোপকথন অতি পবিত্ৰ আৰু স্বৰ্গীয়। মূল পুথিত বহু বিস্তৃত বিৱৰণ আছে। সেই কথা শুনি

---

নগৰস্থো বনস্থো বা শুভো বা যদি বা শুভঃ।
যাশ্যাং স্ত্ৰীণাং প্ৰিয়ো ভৰ্ত্তা তাসাং লোকা মহোদয়া ঃ।।২৩
দুঃশীলঃ কামবৃত্তো বা ধনৈৰ্বা পৰিবৰ্জিতঃ।
স্ত্ৰীণামাৰ্য্য স্বভাৱনাং পৰম্ দৈৱতং পতিঃ।।২৪ অঃ ১১৭

অনুসূয়া দেৱীয়ে সীতাৰ মস্তক আঘ্ৰান কৰি নিজৰ কন্যাৰ দৰে আদৰ মৰম কৰি পুনঃ বহু আশীৰ্ব্বাদ দিলে।

তাৰপাছত ৰাম লক্ষ্মণ সীতাই অত্ৰিমুনি আৰু তেওঁৰ পত্নী অনসূয়া দেৱীৰ পৰা বিদায় লৈ অৰণ্যত প্ৰৱেশ কৰিলে।

## মহাৰণ্যত প্ৰৱেশ ঃ

ৰামে দণ্ডকাৰণ্যত প্ৰৱেশ কৰি তাপসবিলাকৰ আশ্ৰম সমূহ দেখিবলৈ পালে। আশ্ৰম বিলাকৰ কুটিৰত যিবিলাক তপস্বী আছিল তেওঁলোক তপস্যাৰ বলত ইমান শ্ৰীমণ্ডিত হৈ উঠিছিল যে তেওঁলোকক প্ৰদীপ্ত সূৰ্য্যমণ্ডলত বাস কৰা যেন দেখা গৈছিল। সেই আশ্ৰম বিলাকৰ প্ৰাঙ্গনবিলাক সব্বদাই পৰিস্কৃত আৰু সুমাৰ্জ্জিত হৈ আছিল আৰু আশ্ৰম বিলাকত চাৰিওফাল পশু-পক্ষীবিলাকেৰে সমাকীৰ্ণ হৈ থাকিছিল। অপ্সৰীসকল দলে দলে আহি তাত নৃত্য কৰি পূজা কৰিছিল। সেই আশ্ৰমবিলাকত প্ৰত্যহ বলি আৰু হোম হৈছিল আৰু বেদমন্ত্ৰ পাঠ হৈছিল। বেদাধ্যয়ন আৰু বেদমন্ত্ৰৰ ধ্বনিৰে প্ৰতিধ্বনিত হৈ আশ্ৰমবিলাক ব্ৰহ্মালোকৰ সাদৃশ্য ৰূপ ধাৰণ কৰিছিল। ব্ৰহ্মজ্ঞ ব্ৰাহ্মণ সকলোৰে পৰিশোভিত হৈ থকা আশ্ৰমবিলাক দেখি ৰামচন্দ্ৰই মহাধনুৰ জ্যা মোচন কৰি লাহে লাহে ওচৰ চাপি আহিল। দিব্যজ্ঞান সম্পন্ন মহৰ্ষিসকলে ৰাম আৰু সীতাক দেখি আনন্দেৰে তেওঁলোকক আগবঢ়াই নিবলৈ আহিল। তাৰপাছত ৰাম, লক্ষ্মণ আৰু সীতাক মঙ্গল আশীৰ্ব্বাদ দি সম্মানিত কৰিলে। সেই বনবাসীসকলে ৰামচন্দ্ৰৰ ৰূপলাবণ্য আৰু সৌকুমাৰ্য্য দেখি বিস্মিত হৈ পৰিছিল। সকলোৰে আশ্চৰ্য্য হৈ ৰাম লক্ষ্মণ আৰু সীতাক অনিমেষ নয়নে চাই আছিল সৰ্বভূত হিতৈষী আৰু অগ্নিৰদৰে তেজস্বী ধৰ্ম্মাচাৰী ঋষিসকলে অতিথি ৰামচন্দ্ৰক পৰ্ণকুটিৰৰ ভিতৰলৈ নি যথাবিধি সৎকাৰ কৰি তেওঁক পূজা কৰিবৰ বাবে পূজা সামগ্ৰী আহৰণ কৰিলে। যথাবিধি অতিথি পূজা কৰি সেই মহৰ্ষিসকলে কবলৈ ধৰিলে— ৰাঘব! ইন্দ্ৰ দেৱতা সকলৰ অধিপতি, পৃথিবীত প্ৰজাসকলৰ অধিপতি ৰজা আৰু ইন্দ্ৰৰ চতুৰ্থাংশ হৈ প্ৰজাসকলক ৰজাই ইহঁলোকত ৰক্ষা কৰে। সেইবাবে তেওঁ সকলোৰে পূজনীয়। ৰজা মান্য, দণ্ডধৰ আৰু গুৰু। তেওঁ সকলো লোকৰে আশ্ৰয়, ধৰ্ম্মৰ প্ৰতিপালক আৰু মহা যশস্বী। হে ৰাঘব! আমি আপোনাৰ ৰাজ্যত বাস কৰোঁ, অতএৱ আমি আপোনাৰ ৰক্ষনীয়। হে ৰাজন্। আপুনি নগৰতেই থাকক বা বনতেই থাকক আপুনিয়েই আমাৰ ৰজা। আমি জিত ক্ৰোধ, জিতেন্দ্ৰিয় আৰু আমি সম্পূৰ্ণভাৱে দণ্ড ত্যাগ কৰিছোঁ। আমাৰ একমাত্ৰ ধন আৰু সম্বল হৈছে তপস্যা— আমাৰ আন কোনো ধন নাই। গতিকে গৰ্ভস্থ বালকৰ দৰে আপুনি আমাক ৰক্ষা কৰা উচিত।

এইদৰে প্ৰাৰ্থনা বাক্য উচ্চাৰণ কৰি মহৰ্ষি সকলে বিবিধ পুষ্প আৰু ফলমূল উপহাৰ দি সীতা আৰু লক্ষ্মণৰ সহিত তেওঁলোকৰ পূজা সমাপন কৰিলে। এইদৰে আন আন অগ্নি-তেজস্বী তপস্বী সকলেও ৰামচন্দ্ৰক যথান্যায় পূজা তৰ্পণ কৰিলে। [মহৰ্ষিসকলে ৰজা বুলিয়েই নহয়, অতিথি হিচাবে ৰাম, লক্ষ্মণ আৰু সীতাক পূজা তৰ্পণ কৰিছিল। ভাৰতীয় সংস্কৃতিৰ এয়ে ৰীতি।]

## বিৰাধ ৰাক্ষস বধ ঃ

ৰামচন্দ্ৰই এইদৰে অতিথি সৎকাৰ লাভ কৰি অতি প্ৰত্যুষতে সেই ঋষিসকলক আমন্ত্ৰণ জনাই বনৰ ভিতৰত প্ৰৱেশ কৰিলে। বনৰ ভিতৰত সোমাই দেখে যে বন বিধ্বস্ত হৈছে। বৃক্ষলতা বিনষ্ট হৈছে আৰু জলাশয় বিলাক অশোভনীয় হৈছে। কিছুক্ষণ পাছতে মহা বলধৰ এক মনুষ্য ভক্ষক ৰাক্ষসক দেখা পালে। সেই ৰাক্ষসে ৰুধিৰক্তে ব্ৰাঘ্ৰচৰ্ম্ম পৰিধান কৰিছিল। সেই ৰাক্ষসে ৰাম লক্ষ্মণ আৰু সীতা দেৱীক দেখি ক্ৰোধান্বিত হৈ বিকট চিৎকাৰ কৰি মেদিনী কঁপাই তুলিলে আৰু নিমিষতে সীতাক কোলত তুলি লৈ কিছুদূৰ অগ্ৰসৰ হৈ ৰাম লক্ষ্মণক উদ্দেশ্য কৰি কবলৈ ধৰিলে— তহঁতে তপস্বীৰ বেশ ধৰি আহিছ। তহঁতে স্ত্ৰীৰ লগত বাস কৰ কেনেকৈ? তহঁতে মুনি চৰিত্ৰ কলুষিত কৰিছ। মই বিৰাধ ৰাক্ষস। প্ৰতিদিন ঋষি মাংস ভক্ষণ কৰোঁ। তহঁতকো ভোজন কৰিম আৰু এই নাৰীক মোৰ ভাৰ্য্যা কৰিম। তহঁত পাপাচাৰী, মই তহঁতৰ ৰক্ত পান কৰিম।

সীতা অত্যন্ত ভীতা হ'ল। ৰামৰ মনত বৰ দুঃখ আহিল যে সীতাক পৰপুৰুষে স্পৰ্শ কৰিলে। লক্ষ্মণৰ খং উঠিল আৰু বিৰাধৰ লগত যুদ্ধ কৰিবলৈ উদ্যত হ'ল। ৰাম আৰু লক্ষ্মণ উভয়ে ৰাক্ষসৰ ওপৰত শৰ নিক্ষেপ কৰিব ধৰিলে। ৰাক্ষস ব্যতিব্যস্ত হৈ সীতাক মাটিত নমাই থৈ ৰাম আৰু লক্ষ্মণক আক্ৰমণ কৰিলে। বিৰাধে ক্ৰোধতে কৈছিল যে মই জব নামা ৰাক্ষসৰ পুত্ৰ আৰু মোৰ মাতা হৈছে শতহ্ৰুদা। মোক ব্ৰহ্মাৰ বৰত কোনো অস্ত্ৰই ছেদ কৰিব নোৱাৰে, ভেদ কৰিব নোৱাৰে আৰু বধ কৰিব নোৱাৰে। সেইবাবে ৰাম আৰু লক্ষ্মণে এটা গাঁত খানি বিৰাধ ৰাক্ষসক তাত পুতি বধ কৰিলে।

## শৰভঙ্গ মুনিৰ আশ্ৰম ঃ

*পাছে লক্ষ্মণক, ৰাঘৱে বুলিল*
*ৰাক্ষস ঐত আশেষ।*
সীতা ৰক্ষা কৰি ইটো বন এৰি
চলি যাওঁ আন দেশ।।

লক্ষ্মণ জানকী, সমন্বিতে ৰাম,
মনে বিমৰিষি চাইল
কৰি মনোৰঙ্গ ঋষি শৰভঙ্গ
আশ্ৰমক গৈয়া পাইল।।

ভীমবল ৰাক্ষসক নিহত কৰি ৰামচন্দ্ৰই সীতাক আশ্বস্ত কৰি লক্ষ্মণক কলে— এই বন বৰ দুৰ্গম আৰু কষ্টময়। ইমান গহীন বন আমি আগেয়ে দেখা নাই। আমি ইয়াৰ পৰা তপোবন শৰভঙ্গৰ আশ্ৰমলৈ যাওঁ বলা এই বুলি তেওঁলোকে শৰভঙ্গ মুনিৰ আশ্ৰমলৈ বুলি যাত্ৰা কৰিলে। তাত উপস্থিত হৈ দেখিবলৈ পালে যে শৰভঙ্গ মুনিয়ে যোগবলেৰে ব্ৰহ্মালোকলৈ যোৱাৰ আয়োজন কৰিছে। শ্ৰীৰামচন্দ্ৰক যোৱা দেখি সন্তুষ্ট হৈ যথাবিহিত আতিথি পূজা আৰু সৎকাৰ কৰি ৰামচন্দ্ৰক ক'লে— মই ব্ৰহ্মালোকলৈ যাবৰ ইচ্ছা কৰিছোঁ। তপস্যাৰ বলত মই ব্ৰহ্মালোক জয় কৰিছোঁ। তোমাক আহিবলৈ ধৰা দেখি মই অপেক্ষা কৰি আছোঁ। তুমি ধৰ্ম্মনিষ্ঠ আৰু মহাত্মা। তোমাক সাক্ষাৎ নকৰাকৈ যোৱাটো মই ইচ্ছা নকৰিলোঁ। মই তপস্যাৰ বলত স্বৰ্গলোক, ব্ৰহ্মালোক প্ৰভৃতি শুভ অক্ষয় লোক সমূহ জয় কৰিছোঁ। মোৰ তপস্যাৰ দ্বাৰা অৰ্জ্জন কৰা সেই শুভলোক সমূহ তোমাক দান কৰিব খুজিছোঁ তুমি গ্ৰহণ কৰা।

মহৰ্ষি শৰভঙ্গৰ এই প্ৰকাৰ কথাশুনি সৰ্বশাস্ত্ৰ বিশাৰদ পুৰুষ শ্ৰেষ্ঠ ৰামচন্দ্ৰই ক'লে— হে মহামুনি! মই নিজেই সেই শুভলোক সকল আহৰণ কৰিম। এই অৰণ্যত মই কোন স্থানত বাস কৰিম সেইটো মাথোন নিৰ্দ্দেশ কৰি মোক আদেশ দিয়ক। ৰঘুনন্দন ৰামচন্দ্ৰৰ কথা শুনি মহৰ্ষি শৰভঙ্গই ক'লে যে এই বনত সুতীক্ষ্ণ নামে এজন পৰম তেজস্বী ধাৰ্ম্মিক আৰু সংযত চিত্ত মহৰ্ষিয়ে বাস কৰে। তেওঁৰ ওচৰলৈ গলে তেওঁ তোমাৰ কল্যাণ বিধান কৰিব। এই যে মন্দাকিনী নদী পূৱফালে প্ৰৱাহিতা হৈ আছে ইয়াৰ পৰা উজান মুখে তুমি গৈ থাকিলে মহৰ্ষি সুতীক্ষ্ণৰ আশ্ৰমত উপস্থিত হব পাৰিবা। সৌ যে পথটো দেখিছা সেইটোৱে তালৈ যোৱাৰ পথ। হে নৰোত্তম! তুমি মুহূৰ্ত্তকাল অপেক্ষা কৰা। সাপে যেনেকৈ নিজৰ জীৰ্ণ ছাল ত্যাগ কৰে ময়ো সেইদৰে মোৰ এই জীৰ্ণ দেহ ত্যাগ কৰিম। তুমি সেই সময়ত মোৰ প্ৰতি দৃষ্টি দি থাকিবা।

এইবুলি কৈ পৰম তেজস্বী শৰভঙ্গ মুনিয়ে যথাবিধি অগ্নি সমাধান কৰি মন্ত্ৰোচ্চাৰণ কৰি তাত প্ৰৱেশ কৰিলে। ভগৱান্ অগ্নিয়ে ক্ষণমানে সেই মহাত্মাৰ সমুদায় লোম, কেশ, অস্থি, মাংস, শোণিত আৰু জীৰ্ণত্বক, দগ্ধ কৰি পেলালে। তাৰ পাছত সেই মহাত্মা অগ্নিৰ দৰে প্ৰদীপ্ত মূৰ্ত্তিমান কুমাৰ ৰূপ আবিৰ্ভূত হৈ জ্বলন্ত অগ্নিৰ মাজৰ পৰা ওলাই আহিল। তেওঁৰ পূৰ্ব্বৰ ৰূপ নাইকিয়া হৈ গ'ল। তাৰ

পাছত তেওঁ ঋষিলোক আৰু দেৱলোক অতিক্ৰম কৰি ব্ৰহ্মালোকত আৰোহণ কৰিলে।

মহৰ্ষি শৰভঙ্গ ব্ৰহ্মালোকলৈ যোৱাৰ পাছত দণ্ডকাৰাণ্যবাসী মুনি আৰু ঋষিসকল সমবেত হৈ শৰভঙ্গ ঋষিৰ আশ্ৰমলৈ আহি শ্ৰীৰামচন্দ্ৰৰ শৰণাপন্ন হ'ল। এই ঋষিবিলাকে যোগ সিদ্ধ হৈ ব্ৰাহ্মী শ্ৰী লাভ কৰিছিল। তেওঁলোকে শৰণাগত হৈ ৰামচন্দ্ৰক নিবেদন কৰিলে যে ঋসিসকলে ফলমূল ভোজী হৈ যি পৰমধৰ্ম্ম উপাৰ্জ্জন কৰে ধৰ্ম্মমতে প্ৰজাৰক্ষক ৰজাই সেই ধৰ্ম্মৰ চতুৰ্থাংশ ফল পায়। সেই মহান্ বানপ্ৰস্থী ঋষিসকলে আপোনাৰ নিচিনা ৰক্ষক থকা সত্ত্বেও নিয়তই ৰাক্ষস সকলৰ দ্বাৰা নিহত হব ধৰিছে। আপুনি ইয়াৰ প্ৰতিবিধান কৰক। ৰাক্ষসবিলাকৰ হাতৰ পৰা আমাক ৰক্ষা কৰক।

ঋষিসকলৰ এই অনুৰোধৰ উত্তৰত ৰামচন্দ্ৰই ক'লে যে মই মোৰ নিজৰ কৰ্ত্তব্য সাধনৰ বাবে বনত প্ৰৱেশ কৰিছোঁ। আপোনালোকে মোক ইমানকৈ কব নালাগে। মই ঋষি সকলৰ আজ্ঞাৰ পাত্ৰ মাথোন। অপোনালোকক ৰাক্ষসৰ হাতৰ পৰা ৰক্ষা কৰা মোৰ কৰ্ত্তব্য। পিতৃ সত্য পালনৰ বাবে মই বনবাসী হৈছোঁ সঁচা; কিন্তু সেয়ে আপোনালোকৰ অৰ্থ পূৰণৰ বাবে সুযোগ উপস্থিত কৰাই দিছে। মই তপস্বী সকলৰ শত্ৰু ৰাক্ষসবিলাকক যুদ্ধত নিহত কৰিম। তাৰ পাছত ৰামচন্দ্ৰই ঋষিসকলক লগত লৈ সুতীক্ষ্ণ ঋষিৰ আশ্ৰমৰ ফালে যাবলৈ ধৰিলে।

## সুতীক্ষ্ণ ঋষিৰ আশ্ৰমত ঃ

সুতীক্ষ্ণ ঋষিৰ আশ্ৰম সেই ঠাইৰ পৰা বহুদূৰত আছিল। গভীৰ অৰণ্যৰ মাজত সেই আশ্ৰম অৱস্থিত আছিল। নানাবিধ ফল আৰু পুষ্পেৰে শোভিত পৰম ৰমণীয় আশ্ৰমত উপস্থিত হৈ তপস্যা নিৰত সুতীক্ষ্ণ ঋষিক দেখা পাই ৰামচন্দ্ৰই যথাবিধি সম্মান দেখুৱাই সম্ভাষণ কৰি ক'লে যে— ভগৱন্! মোৰ নাম ৰাম! আপোনাক দৰ্শন কৰিবলৈ আহিছো।

তেতিয়া সেই ঋষিয়ে ধাৰ্ম্মিক শ্ৰেষ্ঠ ৰামচন্দ্ৰৰ ফালে দৃষ্টি নিক্ষেপ কৰি বাহু যুগলেৰে ৰামক আকোৱালি ধৰি কবলৈ ধৰিলে— হে ৰামচন্দ্ৰ! স্বাগত! স্বাগত! হে ৰঘুবৰ হে ধাৰ্ম্মিক প্ৰবৰ। তুমি পদাৰ্পন কৰাত আজি মোৰ এই আশ্ৰম সফল হ'ল। হে মহাযশস্বী বীৰ! মই তোমাৰ অপেক্ষাত থাকি ইমান দিনে দেহত্যাগ কৰি দেৱলোকলৈ গতি কৰা নাই।

[শৰভঙ্গ আৰু সুতীক্ষ্ণ মহা ঋষিদ্বয়ৰ এই ৰূপ চৰিতৰ পৰা স্পষ্ট জনা যায় যে তপস্যাৰ বলত সিদ্ধি লাভ কৰি মানুহ ইচ্ছা মৃত্যু হব পাৰে আৰু মানুহৰ আত্মাই ইচ্ছানুসাৰে ৰূপ গ্ৰহণ কৰি যি কোনো দেৱলোকত গতি কৰিব পাৰে।

অকল সেয়ে নহয়- তপস্যাৰ ফল উপযুক্ত পাত্ৰক দানো কৰিব পাৰে।]

ঋষিয়ে কবলৈ ধৰিলে— মই শুনিছিলো যে তুমি ৰাজ্য ভ্ৰষ্ট হৈ চিত্ৰকূটত উপস্থিত হৈছা। হে কাকুৎস্থ! স্বয়ং দেৱৰাজ ইন্দ্ৰ আৰু মহাদেৱ মোৰ আশ্ৰমলৈ আহি মোক জনাই গৈছে যে মই পুণ্যকৰ্ম্মৰ অনুষ্ঠানৰ দ্বাৰা স্বৰ্গৰ সমস্ত লোক জয় কৰিছোঁ। মই আনন্দমনে তোমাক, নিবেদন কৰো যে তুমি, তোমাৰ ভাই লক্ষ্মণ আৰু ভাৰ্য্যা সীতাৰ সহিত মোৰ তপস্যালব্ধ সেই দেৱলোক বিলাকত আনন্দে কাল যাপন কৰা।

শ্ৰীৰামচন্দ্ৰ আত্মবলত বলীয়ান আৰু নিৰ্ভৰশীল। সেই বাবে কঠোৰ তপস্যাৰ তেজত প্ৰদীপ্ত আৰু সত্যবাদী মহৰ্ষিক তেওঁ ক'লে— হে মহামুনি! মই নিজেই সেইবোৰ দেৱলোক আহৰণ কৰিম। আপুনি কেৱল মোৰ বাসস্থান নিৰ্দ্দেশ কৰি দিয়ক।[১] গৌতম বংশীয় শৰভঙ্গ ঋষি মহাত্মাই কৈছে যে আপুনি সৰ্ববিষয়ে বিজ্ঞ আৰু সৰ্ব্ব প্ৰাণীৰ হিত সাধনত ৰত। তেতিয়া লোক বিশ্ৰুত মহৰ্ষি সুতীক্ষ্ণই ৰামৰ সেই উত্তৰ শুনি বৰ আনন্দ পালে আৰু মধুৰ ভাষাৰে ক'লে— ৰাম! তুমি এই আশ্ৰমতে থকা। ই উৎকৃষ্ট আশ্ৰম। ইয়াত ফলমূলৰ অভাৱ নাই, বহুতো সাধু সন্ন্যাসী লোক ইয়াত আছে। ইয়াত বহুসংখ্যক বৃহৎকায় মৃগপশুৱে অকুতোভয়ে বিচৰণ কৰে কিন্তু কোনো লোকে সিহঁতক বধ নকৰে। সেই মৃগ পশু বিলাকৰ পৰাই কিঞ্চিৎ ভয় ইয়াত আছে। ৰামচন্দ্ৰই তেতিয়া ক'লে যে আমি মৃগয়াত অভ্যস্ত। আমি ইয়াত থাকি সেই মৃগ পশুক বধ কৰিলে আপোনাৰ মনত কষ্ট দিয়া হব। তেতিয়া সন্ধ্যাহ্নিকৰ সময় উপস্থিত হৈছিল। এইকথা কৈ তেওঁলোকে গাত্ৰোত্থান কৰি সন্ধ্যাহ্নিক কৰিবলৈ ঋষিৰ পৰা সাম্প্ৰতিক বিদায় ললে।

ৰাতি ঋষিৰ আতিথ্য গ্ৰহণ কৰি ৰাতিপুৱা সন্ধ্যাহ্নিক সমাপন কৰি ঋষিৰ পৰা বিদায় গ্ৰহণ কৰিলে আৰু দণ্ডকাৰণ্যত অৱস্থিত ঋষিসকলৰ বিভিন্ন আশ্ৰম দৰ্শনাৰ্থে যাত্ৰা কৰিলে।

বাটত সীতা দেৱীয়ে ৰামচন্দ্ৰক কৈছে— আপুনি যদিও মহাত্মা কিন্তু সূক্ষ্মবিচাৰ কৰি চালে বুজা যায় যে আপোনাৰ অধৰ্ম সঞ্চয় হব ধৰিছে। কামজ পাপ তিনি প্ৰকাৰ। মিছা কথা কোৱা, পৰস্ত্ৰী গমন কৰা আৰু শত্ৰুতা ব্যতিৰেকে প্ৰাণীবধ কৰা। আপুনি মিছা কথা নকয় আৰু পৰস্ত্ৰী গমনৰো আপোনাৰ অভিলষ নাই। আপুনি স্বদাৰ - নিৰত, ধৰ্মিষ্ঠ আৰু সত্য প্ৰতিজ্ঞ। পিতৃসত্য পালনৰ বাবে আপুনি বনবাসী হৈছে কিন্তু বিনা অপৰাধে আপুনি মৃগাদি পশু বা ৰাক্ষসক কিয় বধ কৰিবলৈ ইচ্ছুক! নিৰপৰাধ ৰাক্ষসসকলকো আপুনি বধ কৰা উচিত নহয়।

---

অহমেবাহৰিষ্যামি স্বয়ং লোকান্ মহামুনে।
আবাসং ত্বহমিচ্ছামি প্ৰদিষ্টমিহ কাননে।। ১৪ অৰণ্য— ৭ অধ্যায়।

আপুনি ঋষিসকলক ৰক্ষাৰ কাৰণে ৰাক্ষস সকলৰ লগত যুদ্ধ কৰি ৰাক্ষস সকলক সংহাৰ কৰিব খুজিছে। আপুনি যি অঙ্গীকাৰ পালন ব্ৰত লৈছে তাৰদ্বাৰা আপুনি ৰাক্ষস দেখা মাত্ৰকে শৰ নিক্ষেপ কৰে। সেইবাবে মোৰ মনত ঐহিক সুখ আৰু পাৰলৌকিক সদগতিৰ বিষয়ে সংশয় উপস্থিত হৈছে আৰু দণ্ডকাৰণ্যৰ গহীন বনত প্ৰবেশ কৰিবলৈ মোৰ ইচ্ছা হোৱা নাই। বনবাসী তপস্বীৰ অস্ত্ৰধাৰণ শোভা নাপায়। তপস্বীৰ ধৰ্ম আৰু ক্ষত্ৰিয় ধৰ্ম পৰস্পৰ বিৰোধী। এতিয়া তপস্বীৰ ধৰ্ম প্ৰতিপালন কৰা উচিত। অযোধ্যালৈ ঘূৰি গৈ ক্ষত্ৰিয় ধৰ্ম গ্ৰহণ কৰিব। নিৰন্তৰ অস্ত্ৰ ব্যৱহাৰ কৰিলে বুদ্ধি কদৰ্য্য আৰু কলুষিত হয়। আপুনি স্বধৰ্ম নিৰত ঋষি হ'লেহে আমাৰ শহুৰ আৰু শাহুৰ অক্ষয় প্ৰীতি লাভ হব। সংসাৰত ধৰ্মই সাৰবস্তু; ধৰ্মৰ পৰা অৰ্থলাভ হয়, ধৰ্মৰ পৰা সুখ হয় আৰু ধৰ্মৰ পৰাই সমস্ত পোৱা যায়।(১)

সীতাৰ সানুনয় অনুৰোধমূলক প্ৰশ্নৰ উত্তৰত ৰামচন্দ্ৰই উত্তৰ দিছিল— ঋষিসকল মোৰ শৰণাপন্ন হৈছে। শৰণাগতক ৰক্ষা কৰা সকলো মনুষ্যৰে কৰ্ত্তব্য। মই ক্ষত্ৰিয় — মোৰ ই বিশেষ কৰ্ত্তব্য। তুমি তাৰ বাবে চিন্তা নকৰিবা।

## অগস্ত্যৰ আশ্ৰমলৈ আগমন ঃ

তাৰপাছত ৰাম, লক্ষ্মণ আৰু সীতা আহি অগস্ত্য মুনিৰ আশ্ৰমত উপস্থিত হ'ল। আশ্ৰমৰ নিয়মানুসাৰে আগেয়ে লক্ষ্মণে অগস্ত্য ঋষিৰ এজন শিষ্যক লগ ধৰি ঋষিবৰৰ দৰ্শনপ্ৰাৰ্থী হ'ল। শিষ্যজনে অগস্ত্য ঋষিৰ ওচৰলৈ গৈ ৰামচন্দ্ৰৰ আগমন সংবাদ দিলে। ঋষিয়ে সাদৰে তেওঁলোকক লৈ আহিবলৈ শিষ্যজনক আদেশ দিলে আৰু ৰাম, লক্ষ্মণ সীতাক যথোপযুক্ত পূজা আৰু সন্মান প্ৰদৰ্শনৰ ব্যৱস্থা কৈ দিলে। তাৰ পাছত যেতিয়া তেওঁলোক অগস্ত্য ঋষিৰ ওচৰত উপস্থিত হ'ল, তেতিয়া

অগস্ত্য ঋষিয়ে ৰামচন্দ্ৰক ক'লে যে তুমি ইয়ালৈ আহিছা সেইবাবে আমি তোমাক পূজা আৰু সন্মান কৰা উচিত। অগস্ত্য ঋষিয়ে এইবুলি কৈ যথেষ্ট পৰিমাণে ফল, পুষ্প আৰু অন্য আহাৰ্য্য বস্তু দি পূজা কৰিলে। তাৰ পাছত ৰামচন্দ্ৰক সোণৰ কোষত ৰখা সোণেৰে অলঙ্কৃত তীক্ষ্ণধাৰ অসি, দিব্য মহৎ বৈষ্ণৱ ধনু আৰু অগ্নিৰ দৰে প্ৰজ্জ্বলিত শৰ সমূহেৰে পৰিপূৰ্ণ দুটি অক্ষয় তূণ দান কৰিলে আৰু ক'লে যে এই ধনুৰ দ্বাৰাই পূৰ্বে বিষ্ণুৱে শ্ৰেষ্ঠ অসুৰ বিলাকক বধ কৰিছিল।

তাৰপাছত ক'লে তুমি সীতাক লগত লৈ মোক দেখা কৰিবলৈ আহিছা তাৰ বাবে মই তোমাৰ প্ৰতি আৰু লক্ষ্মণৰ প্ৰতি বৰ প্ৰীত হৈছোঁ। পথশ্ৰমৰ বাবে যে

---

· ধৰ্মাদৰ্থঃ প্ৰভৱতি ধৰ্মাৎ প্ৰভৱতে সুখম্।
ধৰ্মেণ লভতে সৰ্বং ধৰ্মসাৰমিদং জগৎ।। ৩০ অৰণ্য— ৯ অধ্যায়।

তোমালোকৰ কষ্ট হৈছে— এইটো স্পষ্টকৈ দেখা গৈছে। জনক নন্দিনী সীতাও বিশ্ৰামৰ কাৰণে উৎকণ্ঠিতা হৈছে। তেওঁ অতি সুকুমাৰী, কেতিয়াও দুঃখ কষ্ট সহ্য কৰা নাই। তোমাৰ প্ৰতি স্নেহ প্ৰণোদিতা হৈ বহুকষ্ট বৰণ কৰি তোমাৰ অনুগামিনী হৈছে। সীতাৰ মন যাতে প্ৰফুল্ল হৈ থাকে সেই বিষয়ে লক্ষ্য ৰাখিবা। তোমাৰ অনুগমন কৰি এওঁ দুষ্কৰ কাৰ্য্য কৰিছে। হে ৰঘুনন্দন! সৃষ্টিৰ আৰম্ভণিৰ পৰা দেখা গৈছে যে নাৰীৰ প্ৰকৃতি হৈছে সমৃদ্ধশালী ব্যক্তিৰ প্ৰতি তেওঁলোক অনুৰক্ত হয়, আৰু দুৰবস্থাপন্ন ব্যক্তিক ত্যাগ কৰে। মহিলা সকলে বিদ্যুতৰ চঞ্চলতা, অস্ত্ৰৰ তীক্ষ্ণতা আৰু গৰুড় আৰু বায়ুৰ শীঘ্ৰ গমনৰ শীঘ্ৰতা অনুকৰণ কৰে। কিন্তু তোমাৰ এই ভাৰ্য্যাত সেইবোৰৰ কোনো দোষ নাই। দেৱতাসকলৰ ভিতৰত অৰুন্ধতীৰ দৰে এওঁ প্ৰশংসনীয়া আৰু এওঁৰ গুণ কীৰ্ত্তনীয়। সুমিত্ৰা নন্দন লক্ষ্মণ আৰু সীতাৰ লগত তুমি যি দেশতে বাস কৰিবা সেই দেশেই অলঙ্কৃত হ'ব। অগস্ত্য ঋষিৰ কথাৰ উত্তৰত শ্ৰীৰামচন্দ্ৰই ক'লে যে ঋষিবৰ। আপুনি মোৰ ভ্ৰাতা আৰু মোৰ ভাৰ্য্যাৰ গুণত যে পৰিতুষ্ট হৈছে ইয়াতেই মই নিজক ধন্য আৰু অনুগৃহীত বুলি মানিছোঁ। এতিয়া মোৰ প্ৰতি সদয় হৈ আজ্ঞা কৰক এনে কোন স্থান আছে - য'ত বনৰ গভীৰতা বেছি আৰু পানীৰ অভাৱ নাই। মই তেনে স্থানত হে আশ্ৰম নিৰ্ম্মাণ কৰি থাকিব খোজোঁ।

ৰামৰ কথাশুনি ধৰ্ম্মাত্মা মুনি শ্ৰেষ্ঠই ক্ষন্তেক কাল চিন্তা কৰিলে আৰু তাৰপাছত ক'লে যে ইয়াৰ পৰা দুই যোজন (যোল্ল মাইল) দূৰত 'পঞ্চবটী' নামে বিখ্যাত এক সুন্দৰ স্থান আছে। সেই ঠাইত ফল মূল আৰু পানী যথেষ্ট পোৱা যায় আৰু নানাবিধ পশু তাত বাস কৰে। সেইঠাইত তুমি লক্ষ্মণৰ সহায়ত আশ্ৰম নিৰ্মাণ কৰি থাকাগৈ। সেই স্থান অতি ৰমণীয় আৰু তাত সীতাৰ মনস্তুষ্টি হ'ব। সেই স্থান অতি দূৰবৰ্ত্তী নহয়— এই গোদাবৰী নদীৰ ওচৰতে।

অগস্ত্যৰ বাক্য শুনি ৰাম, লক্ষ্মণ আৰু সীতা দেৱীয়ে অগস্ত্য ঋষিক যথা যোগ্য সম্মান দেখুৱাই বিদায় প্ৰাৰ্থনা কৰিলে আৰু ঋষিৰ পাদবন্দনা কৰি পঞ্চবটী অভিমুখে যাত্ৰা কৰিলে।

# পঞ্চবটী আশ্ৰমত উপস্থিত— বাটত জটায়ুৰ লগত সাক্ষাৎ

ৰাম পঞ্চবটী অভিমুখে গৈ থাকোঁতে বাটত এক ভয়ানক পৰাক্ৰমশালী মহাকায় গৃধ্ৰৰ নিকটবৰ্ত্তী হ'ল। ৰামে সেই পক্ষীক দেখি ৰাক্ষস বুলি ভাবি সুধিলে- — তুমি কোন? সেই গৃধ্ৰই মধুৰ আৰু প্ৰিয় মাতেৰে উত্তৰ দিলে— মই তোমাৰ পিতাৰ সখা। মোৰ নাম জটায়ু। বিনতাৰ দুই পুত্ৰ, গৰুড় আৰু অৰুণ। মই এই অৰুণৰ ঔৰসত জন্মিছোঁ। সম্পাতি মোৰ জ্যেষ্ঠ ভাই। মোৰ মাতৃৰ নাম শ্যেণী। তুমি যদি ইচ্ছা কৰা মই তোমাৰ অৰণ্য বাসৰ সহায় হব পাৰিম। তুমি লক্ষ্মণৰ লগত আন ঠাইলৈ গ'লে মই সীতাক ৰক্ষা·কৰিব পাৰিম।

ৰামচন্দ্ৰই জটায়ুক পূজা কৰি মস্তক অবনত কৰিলে। পিতৃৰ লগত যে জটায়ুৰ সখিত্ব আছিল সেইকথা তেওঁৰ মুখত পুনঃ পুনঃ শুনিলে। পাছত ৰামচন্দ্ৰই বলবান জটায়ুৰ হাতত সীতাক ৰক্ষণৰ ভাৰ দি লক্ষ্মণৰ লগত আশ্ৰম নিৰ্ম্মাণৰ ঠাই চাবলৈ গ'ল।

উভয়ে পঞ্চবটী বনত প্ৰবেশ কৰি ঠাই চাই ফুৰিব ধৰিলে। বিভিন্ন স্থান পৰিদৰ্শন কৰি ৰামচন্দ্ৰই লক্ষ্মণক ক'লে— এইবোৰ ঠাই অতি সুন্দৰ; য'ত বন আৰু পানী উভয়েই ৰমণীয় তেনে এটি স্থান নিৰ্বাচন কৰা। লক্ষ্মণে কৃতাঞ্জলি হৈ উত্তৰ দিলে— আপুনি একশ বছৰ জীৱিত থাকিলেও আপোনাৰ জীৱৎকালত মই স্বাধীন হব নোৱাৰোঁ। সেইবাবে আপুনি স্বয়ং স্থান নিৰ্বাচন কৰি মোক আদেশ দিয়ক, মই আশ্ৰম নিৰ্মাণ কৰিম। ৰামচন্দ্ৰ লক্ষ্মণৰ কথাত সন্তুষ্ট হৈ নিজে স্থান নিৰ্বাচন কৰিলে। সেই স্থান দেখুৱাই তেওঁ লক্ষ্মণক ক'লে— মই সবিশেষ বিচাৰ কৰি দেখিছোঁ এই স্থানটিয়ে সৰ্ব্বগুণান্বিত। এই স্থান আশ্ৰমৰ কাৰণে সৰ্ব অংশে মনোহৰ। লক্ষ্মণৰ হাতত ধৰি দেখুৱাই ক'লে চোৱা। এই ঠাই সমতল ভূমি আৰু ইয়াৰ প্ৰাকৃতিক শ্ৰী পৰম শোভনীয়া। এই ঠাই পুষ্পিত বৃক্ষ সমূহৰ দ্বাৰা পৰিবেষ্টিত। ইয়াৰ ওচৰতেএটি পুষ্কৰিণী আছে। তাত সূৰ্য্যৰ নিচিনা উজ্জ্বল আৰু সুৰভিগন্ধি পদ্মফুল সমূহ আছে। বিশুদ্ধচেতা অগস্ত্য ঋষিয়ে যিদৰে কৈছিল— চোৱা সেই ৰমণীয় গোদাৱৰী নদী। পাৰত পুষ্পিত বৃক্ষসমূহ থিয় দি আছে। তাত হাঁহ, চক্ৰবাক্ আদি পক্ষী আছে। ইয়াৰ পৰা দূৰৈত নহয় আৰু নিচেই ওচৰতেও নহয়। মৃগপশু বিলাক বিচৰণ কৰি ফুৰিব ধৰিছে। আৰু চোৱা প্ৰফুল্ল তৰুশোভিত, ময়ূৰ নিনাদিত, বহু কন্দৰ বিশিষ্ট, পৰম মনোহৰ, দিব্য দৰ্শন অত্যুন্নত পাহাৰৰ শ্ৰেণীও আছে। বহু মূল্যবান বৃক্ষশ্ৰেণী আছে আৰু মনোহৰ লতাসমূহ আছে। এই স্থল অতিশয় পবিত্ৰ। আমি জটায়ুৰ লগত ইয়াতেই বাস কৰিম।

মহাবল লক্ষ্মণে ৰামচন্দ্ৰৰ আদেশ পাই ৰামচন্দ্ৰৰ কাৰণে এটা বৃহৎ ধুনীয়া পৰ্ণশালা নিৰ্ম্মাণ কৰিলে। ৰামচন্দ্ৰ বৰ সন্তুষ্ট হ'ল। লক্ষ্মণক ক'লে— তোমাক এই কাৰ্য্যৰ বাবে পুৰস্কাৰ দিয়া উচিত— তাৰ পৰিবৰ্তে এইয়া মই তোমাক আলিঙ্গন কৰিলোঁ। তোমাৰ নিচিনা কৃতী আৰু ধৰ্মজ্ঞ পুত্ৰ যেতিয়া বিদ্যমান আছে, তেনে ক্ষেত্ৰত ধৰ্মাত্মা পিতৃ দশৰথৰ মৃত্যু হোৱা নাই বুলি কব লাগিব।

মহানুভৱ ৰামে সেইঠাইত সুখেৰে বাস কৰিব ধৰিলে। শৰৎকাল অতীত হৈ গ'ল। প্ৰিয় হেমন্ত কাল উপস্থিত হৈছে। এদিনাখন ৰাতি প্ৰভাত হোৱাত ৰামচন্দ্ৰ স্নানৰ বাবে গোদাবৰী নদীৰ ফালে যাব ধৰিছে। ভ্ৰাতা লক্ষ্মণ সীতাৰ লগত পানীৰ কলহ হাতত লৈ পাছে পাছে গৈ আছে। এই সময়ত প্ৰাকৃতিক শোভা বৰ মনোৰম হৈ উঠিছে। অযোধ্যাৰ কথা আৰু শস্য শ্যামলা শস্য ক্ষেত্ৰবোৰৰ মনোৰম দৃশ্য মনেৰে উপলব্ধি কৰিছে আৰু ৰামচন্দ্ৰক সম্বোধন কৰি লক্ষ্মণে কৈছে— হে পুৰুষ শ্ৰেষ্ঠ; এনে হেন হেমন্ত কালত ধৰ্মাত্মা ভৰতে আপোনাৰ প্ৰতি ভক্তিবশতঃ নগৰত থাকিও দুঃখভাৰ বহন কৰিছে। তেওঁ ৰাজ্যৰ মান আৰু নানাবিধ ৰাজোচিত সুখ পৰিত্যাগ কৰি আহাৰ সংযম কৰি তপস্যাচৰণ কৰিব ধৰিছে। তেওঁ সুশীতল ভূমিত শয়ন কৰিছে আৰু তেওঁ নিশ্চয় প্ৰতি দিন এই সময়ত অমাত্য বৰ্গেৰে পৰিবৃত হৈ সৰযু নদীত স্নান কৰিবলৈ যায়। আপোনাৰ ভ্ৰাতা ভৰতে সমুদায় ভোগ সুখক জলাঞ্জলি দি সৰ্বতোভাৱে সৰ্বান্তঃকৰণেৰে আপোনাকে আশ্ৰয় কৰিছে, আপোনাকে অনুকৰণ কৰিছে। তেওঁ তাপস ধৰ্ম্ম আশ্ৰয় কৰি বনবাসী নহৈও অকল আপোনাক অনুকৰণ কৰি স্বৰ্গ জয় কৰিছে। মানুহে পিতৃ স্বভাৱ নাপায়, মাতৃস্বভাৱ হে অনুকৰণ কৰে— এনে এটি লোক প্ৰবাদ আছে। ভৰতে কিন্তু তাৰ অন্যথা কৰিছে। ৰজা দশৰথ যাৰ ভৰ্ত্তা আৰু সাধু ভৰত যাৰ পুত্ৰ সেই জননী কৈকেয়ী কেনেকৈ এনে ক্ৰূৰ বুদ্ধি হ'ল?

লক্ষ্মণে ভ্ৰাতৃ স্নেহবশতঃ এইদৰে কোৱাত ৰামচন্দ্ৰই জননী কৈকেয়ী দেৱীৰ নিন্দা সহ্য কৰিব নোৱাৰি কৈছিল— ভাই লক্ষ্মণ! তুমি কৈকেয়ী মাতৃৰ নিন্দা নকৰিবা। তুমি কেৱল ইক্ষ্বাকু বংশৰ ভৰতৰ গুণৰ কথাকে কীৰ্ত্তন কৰা। যদিও মোৰ বুদ্ধি একমাত্ৰ বনবাসতেই নিশ্চিত আৰু দৃঢ় ব্ৰত হৈ আছে, তথাপি মোৰ মন ভৰতৰ স্নেহত অভিভূত হৈ মুহ্যমান হৈ আছে। ভৰতৰ প্ৰিয় আৰু মধুৰ কথাবোৰ মোৰ মনত উদিত হৈছে। নাজানোঁ আৰু কিমান দিনৰ মূৰত ভৰত আৰু শত্ৰুঘ্নৰ লগত মিলিত হওঁ। এই প্ৰকাৰ বিলাপ কৰি কৰি ৰামচন্দ্ৰই সীতা আৰু লক্ষ্মণৰ সহিত গোদাবৰী নদীলৈ গৈ স্নান কাৰ্য্য সমাপন কৰিলে আৰু গোদাবৰীৰ জলেৰে পিতৃ তৰ্পণ কৰিলে। উদিত সূৰ্য্য আৰু আন আন দেৱতা সকলৰ স্তৱ স্তুতি কৰিলে। ভগৱান ৰুদ্ৰই ভগৱতী পাৰ্ব্বতী আৰু নন্দীৰ সহিত স্নানৰ পাছত

যেনেদৰে শোভা পায় সীতা আৰু লক্ষ্মণৰ সহিত কৃত স্নান হৈ ৰামেও সেই শোভা ধাৰণ কৰিলে।

## শূৰ্পনখাৰ আগমন ঃ

ৰাম, সীতা আৰু লক্ষ্মণ স্নান কৰি গোদাবৰী তীৰৰ পৰা আশ্ৰমলৈ ঘূৰি আহিল, আৰু উভয় ভ্ৰাতাই সন্ধ্যা বন্দনাদি শেষ কৰি পৰ্ণশালাত সোমাই সীতাৰ সৈতে বহি পৰস্পৰ কথা পাতিব ধৰিলে। এইদৰে তেওঁলোকে কথা পাতি থাকোঁতে অকস্মাতে এক ৰাক্ষসী আহি তাত উপস্থিত হ'ল। সেই ৰাক্ষসী আছিল লঙ্কাৰ ৰজা ৰাৱণৰ ভগিনী শূৰ্পনখা। ৰামচন্দ্ৰ সীতাৰ লগত চন্দ্ৰহে যেন চিত্ৰা নক্ষত্ৰৰ লগত শোভা ধাৰণ কৰি আছিল। ৰাক্ষসীয়ে ৰামচন্দ্ৰৰ উজ্জ্বল মুখমণ্ডল, আজানুলম্বিত বাহু, পদ্মপত্ৰৰ দৰে বিস্তৃত নয়ন আৰু নীলপদ্মৰ দৰে শ্যামবৰ্ণৰ প্ৰভা দেখি কাম মোহিতা হ'ল। (কবিয়ে ৰাম আৰু শূৰ্পনখাৰ তুলনা কৰিছে।)

ৰাম সুমুখ—ৰাক্ষসী দুৰ্মুখী। ৰামৰ কঁকাল গোলাকাৰ, ৰাক্ষসীৰ উদৰ অতি বৃহৎ। ৰামৰ চক্ষু দুটা বিশাল— ৰাক্ষসীৰ চক্ষু দুটা কুৎসিৎ কদাকাৰ। ৰামৰ চুলি বোৰ অতি সুন্দৰ - ৰাক্ষসীৰ চুলিবোৰ তাম বৰণীয়া। ৰাম প্ৰিয়দৰ্শন ৰাক্ষসী কুদৰ্শনা। ৰামৰ মাত মিঠা — ৰাক্ষসীৰ মাত কৰ্কশ, ভীষণ আৰু ভয়ঙ্কৰ। ৰাম তৰুণ আৰু ৰাক্ষসী দাৰুণা বৃদ্ধা। ৰামচন্দ্ৰ অতি ৰূপৱান, ৰাক্ষসী কুৰূপা। ৰামচন্দ্ৰ ন্যায় স্বভাৱ, ৰাক্ষসী দুৰ্বৃত্তা। সেই ৰাক্ষসীয়ে কামাতুৰা হৈ ৰামচন্দ্ৰক কবলৈ ধৰিলে— তুমি ধনুৰ্ব্বান্ ধাৰণ কৰি জটাধৰ তপস্বীৰ বেশত স্ত্ৰী লগত লৈ এই ৰাক্ষসৰ দেশলৈ কিয় আহিছা? তোমাৰ ইয়ালৈ অহাৰ প্ৰয়োজন কি? প্ৰকৃত কথাটো কি কোৱা।

ৰাক্ষসীৰ প্ৰশ্ন শুনি ৰামচন্দ্ৰই সৰলভাৱে উত্তৰ দি তেওঁ যে অযোধ্যাৰ ৰজা দশৰথৰ পুত্ৰ, সীতা তেওঁৰ পত্নী আৰু লক্ষ্মণ তেওঁৰ ভাই, ধৰ্ম্ম ৰক্ষাৰ বাবে যে তেওঁলোক বনবাসী হৈছে এইখিনি মাত্ৰ ৰাক্ষসীক জানিবলৈ দিলে। তাৰ পাছত ৰাক্ষসীক সুধিলে— তুমি কোন? তুমি কাৰ দুহিতা আৰু কাৰ স্ত্ৰী? তোমাক ৰাক্ষসী বুলি মোৰ বোধ হৈছে। তুমি বা কিয় ইয়ালৈ আহিছা— সত্য কথা কোৱা।

ৰাক্ষসীয়ে তেতিয়া নিজ পৰিচয় দিলে। তেওঁৰ নাম শূৰ্পনখা। ৰাৱণ, কুম্ভকৰ্ণ, বিভীষণ, খৰ আৰু দূষণ তেওঁৰ ভ্ৰাতৃসকল। তাৰ ভিতৰত বিভীষণ পৰম ধাৰ্ম্মিক আৰু তেওঁৰ ৰাক্ষস চৰিত্ৰ নাই। হে পুৰুষ-শ্ৰেষ্ঠ ৰাম! তোমাক প্ৰথমতঃ দেখিয়ে মনে মনে তোমাক স্বামীত্বত বৰণ কৰিছোঁ। মই পৰাক্ৰমশালিনী আৰু শক্তিমতী; সেইবাবে মই যথেচ্ছ বিহাৰ কৰোঁ। তুমি চিৰকালৰ বাবে মোৰ স্বামী হোৱা। সীতাক লৈ তুমি কি কৰিবা? সীতা বিকৃত কায়া আৰু বিৰূপা। কোনোমতেই

তোমাৰ যোগ্যা নহয়। মোক চোৱা— মোৰ ৰূপ থকা বাবে মই তোমাৰ সদৃশী ভাৰ্য্যা। মই তোমাৰ এই ভ্ৰাতা আৰু মানুষী বিৰূপা অসতী কৰালা আৰু নতোদৰী সীতাক ভক্ষণ কৰিম। তুমি মোৰ লগত কাম ভোগ কৰি দণ্ডকাৰণ্যত বিচৰণ কৰি ফুৰিব পাৰিবা।

ৰাক্ষসীৰ কথা শুনি বাক্ বিশাৰদ ৰামে উচ্চৈঃস্বৰে হাঁহি ক্ৰূৰনয়না শূৰ্পনখাক পৰিহাস কৰি কবলৈ ধৰিলে— কল্যাণি! মই কৃতদাৰ। এই সীতা মোৰ প্ৰিয়তমা ভাৰ্য্যা। তোমাৰ নিচিনা ৰমণীৰ সপত্নী থকা উচিত নহয়। কিন্তু মোৰ এই ভাই লক্ষ্মণ সচ্চৰিত্ৰ, শ্ৰীমান, বীৰ্য্যবান্ আৰু প্ৰিয়দৰ্শন। এওঁৰ বিবাহ হোৱা নাই। ইতিপূৰ্ব্বে তেওঁ কোনো স্ত্ৰী সম্ভোগ কৰাও নাই। এওঁ যুবা অতএৱ এওঁ তোমাৰ অনুৰূপ স্বামী হ'ব। তেতিয়া ৰাক্ষসীয়ে ৰামক এৰি লক্ষ্মণক কব ধৰিলে— মই স্ত্ৰীজাতিৰ ভিতৰত বৰবৰ্ণিনী; সেইবাবে মই তোমাৰ উপযুক্ত ভাৰ্য্যা। মোৰ লগত কাম ভোগ কৰি বিভিন্ন বন আৰু গিৰিকন্দৰ চাই ফুৰিব পাৰিবা।

লক্ষ্মণো ৰামৰ সমানেই বাক বিশাৰদ। লক্ষ্মণেও পৰিহাস কৰি ৰাক্ষসীক কবলৈ ধৰিলে— হে সুন্দৰি মই দাস; তুমি মোৰ ভাৰ্য্যা হৈ দাসী হোৱাৰ অভিলাষ কৰিছা। মই এই জ্যেষ্ঠ ভ্ৰাতাৰ দাসত্ব কৰিছোঁ। হে বিশালাক্ষি! তুমি আৰ্য্য ৰামৰ কনিষ্ঠা সহধৰ্মিনী হোৱা। তেতিয়া হলে তেওঁ এই বিৰূপা, অসতী, ভীতৃচৰিত্ৰা, নতোদৰী আৰু বৃদ্ধ ভাৰ্য্যাক পৰিত্যাগ কৰি তোমাৰ বশ্য হৈ পৰিব। তোমাৰ এই শ্ৰেষ্ঠ ৰূপক অনাদৰ কৰি কোন বুদ্ধিমান্ ব্যক্তিয়ে মানুষীত আসক্ত হব পাৰে?

লম্বোদৰী নিশাচৰীয়ে লক্ষ্মণৰ এই পৰিহাস বুজিব নোৱাৰি সত্যকথা বুলি ভাবি আৰু কামোন্মদিনী হৈ সীতাৰ লগত বহি থকা ৰামক কব ধৰিলে— তুমি এই বৃদ্ধা, কুৰূপা, নিম্নোদৰী, ভয়ঙ্কৰী আৰু অসতী স্ত্ৰীত আসক্ত হৈ মোক অনাদৰ কৰিছা। তোমাৰ সমুখতে এই মুহূৰ্ত্তে মই এই মানুষীক ভক্ষণ কৰিম আৰু সপত্নীহীনা হৈ তোমাৰ লগত যথাসুখে বিহাৰ কৰিম। এই বুলি নিশাচৰী ক্ৰোধান্বিতা হৈ ৰোহিণী নক্ষত্ৰৰ প্ৰতি উল্কা যেনেকৈ ধাৱমানা হয়, সেইদৰে মৃগাক্ষী সীতাদেৱীৰ প্ৰতি ধাৱমানা হৈ গ'ল। তাকে দেখি ৰামচন্দ্ৰৰ খং উঠিল আৰু লক্ষ্মণক তিৰস্কাৰ কৰি ক'লে যে, লক্ষ্মণ! ক্ৰূৰ-স্বভাৱ অসভ্য লোকৰ লগত পৰিহাস কৰা উচিত নহয়। চোৱা এই পৰিহাসৰ বাবে সীতাৰ জীৱনৰ সংশয় ঘটিছে। তুমি এই সহোদৰী ৰাক্ষসীক বিৰূপা কৰি দিয়া। মহাত্মা লক্ষ্মণ এই কথাত ক্ৰুদ্ধ হৈ খড়্গ হাতত লৈ ৰামৰ সমুখতে ৰাক্ষসীৰ নাক আৰু কাণ কাটি পেলালে। ছিন্ন নাসা ছিন্ন কৰ্ণা ঘোৰস্বভাৱা ৰাক্ষসী বিকট চিৎকাৰ কৰি কৰি য'ৰে পৰা আহিছিল সেই বনৰ অভিমুখে ধাৱমানা হ'ল।

## খৰদূষণৰ লগত যুদ্ধ আৰু বধ ঃ

সেই মহাবন ৰাক্ষস বিলাকৰ বিচৰণ ভূমি আছিল। গভীৰ অৰণ্যৰ মাজত শূৰ্পনখাৰ ভাই খৰ ৰাক্ষস বিলাকৰ দ্বাৰা পৰিবেষ্টিত হৈ পৰস্পৰ কিবা আলোচনা কৰি আছিল। এনেতে আকাশৰ পৰা তেজেৰে ৰাঙলী হৈ বিৰূপা শূৰ্পনখা ভয় আৰু মোহত ভ্ৰান্ত চিন্তা হৈ বজ্ৰৰ দৰে ভূমিত পতিত হ'ল। শূৰ্পনখাই ৰামৰ বনগমন আৰু লক্ষ্মণৰ দ্বাৰা শূৰ্পনখাৰ নাক কাণ কটা ঘটনা ভ্ৰাতৃ খৰৰ ওচৰত বৰ্ণনা কৰিলে। খৰে শূৰ্পনখাক সান্ত্বনা দিলে আৰু ক্ৰুদ্ধ হৈ চৈধ্যজন ৰাক্ষসক শূৰ্পনখাৰ লগত পঠাই দিলে। শূৰ্পনখাই ৰাম, লক্ষ্মণ আৰু সীতাক দেখুৱাই দিলে। সেই চৈধ্যজন ৰাক্ষসৰ লগত ৰামে অকলে যুদ্ধ কৰিলে আৰু লক্ষ্মণক সীতাৰ ৰক্ষী হিচাবে ৰাখিলে। ৰামচন্দ্ৰই ইন্দ্ৰই যেনেকৈ বজ্ৰ নিক্ষেপ কৰে তেনেকৈ চৈধ্যপাত নাৰাচ অস্ত্ৰ একেসময়তে চৈধ্য জন ৰাক্ষসক লক্ষ্য কৰি নিক্ষেপ কৰিলে। সেই চৈধ্য নাৰাচ বাণ ৰাক্ষস বিলাকৰ প্ৰত্যেক জনৰ বক্ষত একোপাত কৈ নিক্ষিপ্ত হৈ ৰুধিৰাক্ত কৰি ভূতলত পতিত কৰিলে। এইদৰে চৈধ্যজন ৰাক্ষস নিহত হ'ল।

শূৰ্পনখাই কান্দি কান্দি ঘূৰি আহি সেই সংবাদ খৰক দিলে। খৰে পুনৰ্বাৰ ভগিনী শূৰ্পনখাক প্ৰিয় বাক্যেৰে সান্ত্বনা দি ভ্ৰাতৃ দূষণৰ সৈতে চৈধ্যহাজাৰ ৰাক্ষস সৈন্য লৈ ৰথত উঠি ৰামৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰিলে।

বিদূৰতে ৰামৰ সৈন্যক লক্ষ্য গৈলা।
লক্ষ্মণক সম্বুধিয়া বুলিবাক লৈল।।
দেখ দেখ লখাই পৰিহৰ বনফল।
শূৰ্পনখা চলাইলেক নিশাচৰ বল।।
শ্ৰাৱণৰ মেঘ যেন ঢাকিল গগন।
নিশাচৰ বল হেৰা পাইল দৰিশন।।
আজি সি মিলিল আসি প্ৰথম সমৰ।
ৰথৰ উপৰে দেখ মহাবীৰ খৰ।।
উতপাত দেখ সব সৈন্যৰ উপৰে।
সকল ৰাক্ষস মাৰিবোহোঁ একেশ্বৰে।।
মোৰ বোলে লখাই হাতে ধনুশৰ ধৰ।
জানকীক লৈয়া যাহ গহ্বৰ ভিতৰ।।

বহু ৰাক্ষস সৈন্যৰ লগত যুদ্ধ কৰিব লাগিব বুলি বুজি পাই ৰামচন্দ্ৰই লক্ষ্মণৰ লগত সীতাক পঠাই দিলে— গুহাত লুকাই থাকিবৰ কাৰণে। লক্ষ্মণে সীতাক লৈ আঁতৰি গ'ল আৰু ৰামচন্দ্ৰই অকলে তুমুল যুদ্ধ কৰি খৰ দুষণৰ সৈতে চৈধ্যহাজাৰ ৰাক্ষস সৈন্য বধ কৰিলে।

ৰামৰ এই দুষ্কৰ কাৰ্য্য দেখি মুনি ঋসিসকল বৰ আশ্চৰ্য্য হল আৰু পৰম সন্তুষ্ট হ'ল। ৰাক্ষস বিলাকৰ উৎপাতৰ বাবে তেওঁলোকে যাগ যজ্ঞাদি বৈদিক কাৰ্য্যৰ অনুষ্ঠানত সদায় বাধা পাই আহিছিল। ঋসিসকলে নিজে ৰাক্ষস বিলাকৰ লগত যুদ্ধ নকৰিছিল; কাৰণ যুদ্ধবিদ্যা আছিল ক্ষত্ৰিয় ধৰ্ম, যুদ্ধ সন্ন্যাস ধৰ্মৰ বিৰোধী কাৰ্য্য।

এইদৰে ৰামচন্দ্ৰই ঋষিসকলৰ উপকাৰ সাধন কৰিলে আৰু বৈদিক ধৰ্ম প্ৰতিপালনৰ সহায়তা কৰিলে। ঋষি সকল আনন্দিত হৈ ৰামচন্দ্ৰক পূজা কৰিলে।

## লঙ্কাৰ ৰজা ৰাৱণে এই সংবাদ পালে ঃ

অকম্পন নামৰ এজন ৰাক্ষসে গৈ ৰাৱণক এই সংবাদ দিলে যে জনস্থান বাসী বহু ৰাক্ষস আৰু স্বয়ং খৰ যুদ্ধত নিহত হৈছে। মই কোনো ৰকমে বাচি আঁহিছো। এই সংবাদ পাই খঙত ৰাৱণৰ চক্ষু ৰক্তবৰ্ণ হৈ উঠিল আৰু সেই খঙৰ তেজেৰে যেন অকম্পন ৰাক্ষসকে দগ্ধ কৰি পেলাব এই মূৰ্ত্তি ধৰি সুধিলে— কোন্ ব্যক্তিৰ আয়ু শেষ হৈছে যে মোৰ সেই ভয়ঙ্কৰ জনস্থান ধ্বংস কৰিছে। সেই ব্যক্তিয়ে এই ত্ৰিলোকৰ ভিতৰত কতো আশ্ৰয় নাপাব।(১) মোৰ অপ্ৰিয় কাৰ্য্য কৰি যমেই হওক বা ইন্দ্ৰই হওক, কুবেৰেই হওক বা স্বয়ং বিষ্ণুৱেই হওক কোনেও সুখত থাকিব নোৱাৰিব। মই কালৰো কাল, মই অগ্নিকো দগ্ধ কৰিব পাৰোঁ আৰু মৃত্যুৰো মৃত্যু বিধান কৰিব পাৰোঁ।

মই ক্ৰুদ্ধ হলে মোৰ তেজোবলৰ দ্বাৰা অগ্নি আৰু সূৰ্য্যকো দগ্ধ কৰিব পাৰোঁ আৰু বায়ুৰো গতি ৰোধ কৰিব পাৰোঁ।(২)

দশানন ৰাৱণৰ এই খং দেখি অকম্পনে ভয়ত কৃতাঞ্জলি হৈ অভয় প্ৰাৰ্থনা কৰিলে। ৰাৱণে তাক অভয় দিলে। তাৰ পাছত অকম্পনে ৰামৰ সমস্ত পৰিচয় আৰু বনবাসৰ কাৰণ আদি ধীৰে সুস্থে বৰ্ণনা কৰিলে। ৰামৰ বল বিক্ৰমৰ উপমা নাই; তেঁৱেই জনস্থানত খৰ দুষণক সংহাৰ কৰিছে। ৰামৰ যুদ্ধ কৌশল অতি বিচিত্ৰ, ৰাম মহাতেজা আৰু ধনুৰ্দ্ধাৰী সকলৰ ভিতৰত শ্ৰেষ্ঠ বীৰ— ইত্যাদি বৰ্ণনা কৰিলে। ৰামৰ ভ্ৰাতৃ লক্ষ্মণো অনুৰূপ বীৰ তাকো জনালে।

---

(১) কেন ভীমং জনস্থানং হতং মম পৰাসুনা।
কোহি সৰ্বেষু লোকেষু গতিং নাধি গমিষ্যতি।।৪ অৰণ্য— ৩১ অধ্যায়।

(২) কালস্য চাপ্যহং কালো দহেয়মপি পাবকম্।
মৃত্যুং মৰণধৰ্মেণ সংযোজয়িতুমুৎসাহ।। ৬
বাতস্য তৰসা বেগং নিহন্তুমপি সোৎসহে।
দহেয়মপি সংক্ৰুদ্ধস্তেজসাঽদিত্য পাবকৌ।। অৰণ্য— ৩১ অধ্যায়।

অকম্পনৰ কথা শুনি ৰাৱণে ক'লে মই ৰাম আৰু লক্ষ্মণক বিনাশ কৰিবলৈ জনস্থানলৈ (দণ্ডকাৰণ্যলৈ) যাম।

তেতিয়া অকম্পনে পুনঃ কবলৈ ধৰিলে— ৰামৰ লগত তেওঁৰ ভাৰ্য্যা আছে। সীতা তেওঁৰ নাম। তেওঁ সুমধ্যমা, সকলো নাৰীতকৈ সুন্দৰী আৰু স্ত্ৰীসকলৰ ৰত্নস্বৰূপ। তেওঁ যৌৱনত পদাৰ্পন কৰিছে আৰু তেওঁৰ সকলো অঙ্গ সমবিভক্ত। কি দেৱী, কি গন্ধৰ্ব্বী, কি অপ্সৰা কোনো সেই সুন্দৰী সীতাৰ সমান হব নোৱাৰে। আপুনি সেই মহাবনলৈ গৈ কোনোৰূপে কৌশল কৰি সীতাক অপহৰণ কৰি লৈ আহক। ভাৰ্য্যা অপহৃতা হ'লে ৰাম কেতিয়াও বাচি নাথাকে।

অকম্পনৰ এই যুক্তি ৰাৱণৰ মনত ধৰিলে। তেওঁ চিন্তা কৰি অকম্পনক ক'লে— ভাল বাৰু। মই অকলে সাৰথিৰ লগত কালিয়েই যাম আৰু সীতাক ইয়ালৈ লৈ আহিম।

## মাৰীচ বধ ঃ

পাছদিনাই ৰাক্ষস ৰজাই অতি বেগেৰে ৰথত উঠি যাত্ৰা কৰিলে। বহুদূৰ গৈ তাড়কা ৰাক্ষসীৰ পুত্ৰ মাৰীচৰ আশ্ৰমত উপস্থিত হ'লগৈ। মাৰীচে বহু প্ৰকাৰ ৰাক্ষসৰ উপযুক্ত ভক্ষ্য ভোজ্য দি ৰাৱণক অৰ্চ্চনা কৰিলে আৰু তাৰ পাছত কুশল বাৰ্ত্তা সুধিলে— হে ৰাজন্। তুমি ইমান লৰালৰিকৈ অহা দেখি মোৰ শংশয় উপস্থিত হৈছে যে তোমাৰ কিবা অমঙ্গল ঘটিছে।

ৰাৱণে উত্তৰ দিলে যে— ৰামে মোৰ ৰাজ্যৰ সীমা ৰক্ষক খৰ দূষণাদি চৈধ্য হাজাৰ সৈন্য নিহত কৰি জনস্থান ধ্বংস কৰি পেলাইছে। সেইবাবে মই ৰামৰ ভাৰ্য্যা সীতাক অপহৰণ কৰি আনিব খুজিছোঁ— তুমি মোৰ সহায় হব লাগে।

মাৰীচে তেতিয়া ৰাৱণক কৈছে যে— তোমাৰ কোন্ মিত্ৰৰূপী শক্ৰৱে তোমাক এই পৰামৰ্শ দিছে? হে ৰাক্ষসৰাজ। তুমি আন ব্যক্তিক যিমানেই সন্তুষ্ট নকৰা কিয় তোমাৰ প্ৰতি কোনো সন্তুষ্ট নহয়। সীতাক লঙ্কালৈ লৈ অহা পৰামৰ্শ তোমাক কোনে দিলে? যিজনে তোমাক এই কাৰ্য্যত উৎসাহ দিছে তেওঁ নিশ্চয় তোমাৰ শক্ৰ। সাপৰ মুখৰ নখ দাঁত সংগ্ৰহ কৰা সহজ কথা নহয়; কোনোবা ব্যক্তিয়ে তোমাক বিনাশ কৰিবলৈ এই পথ উদ্ভাৱন কৰিছে। হে ৰাৱণ। ৰামচন্দ্ৰ যেন এটা মদমত্ত হস্তী। ৰামৰ বিশুদ্ধ বংশই হৈছে সেই হাতীৰ শুঁড়ৰ অগ্ৰভাগ। তেওঁৰ যি প্ৰতাপ সেই প্ৰতাপেই সেই হস্তীৰ মদ। তেওঁ সুন্দৰ বাহু যুগলেই হৈছে সেই হাতীৰ দাঁত। সেই ৰাম ৰূপ মত্ত হস্তীৰ লগত যুদ্ধ কৰা উচিত নহয়(১)। তুমি

---

(১) বিশুদ্ধ বংশাভি জনাগ্ৰহস্ত
তেজোমদঃ সংস্থিত দীৰ্ঘবাহুঃ
উদীক্ষিতুং ৰাৱণ নেহ যুক্তঃ স সংযুগে ৰাঘব গন্ধহস্তী।। ১৬
অৰণ্য— ৩১ অধ্যায়।

ৰামৰূপ নিদ্ৰিত সিংহক জাগৰিত নকৰিবা। ৰণক্ষেত্ৰত অৱস্থান কৰাই তেওঁৰ শৰীৰ সন্ধি আৰু কেশৰ। সুতীক্ষ্ণ খড়্গাই তেওঁৰ দন্ত পংক্তি। তেওঁ ৰণ কুশল আৰু ৰাক্ষস ৰূপ মৃগ পশুক হত্যা কৰাই তেওঁৰ কাৰ্য্য। ধনুৰ শৰ বিলাকেই তেওঁৰ অঙ্গ প্ৰত্যঙ্গ। হে লঙ্কেশ্বৰ তুমি প্ৰসন্ন হোৱা, প্ৰসন্ন হোৱা; নিৰাপদে লঙ্কালৈ ঘূৰি যোৱা।

ৰাম যেন বীৰবৰ নজানস লঙ্কেশ্বৰ
তাহান আগত তই মাখি।
আমাৰ বচন ধৰি সীতা দেৱী পৰিহৰি
দেশক চলাহা প্ৰাণ ৰাখি।।

তুমি লঙ্কাত নিজৰ স্ত্ৰী সকলৰ লগত বিহাৰ কৰা আৰু ৰামেও ভাৰ্য্যাৰ সহিত বনত আনন্দ উপভোগ কৰক।[২] মোমায়েক মাৰীচৰ এই কথা শুনি ৰাৱণ লঙ্কালৈ প্ৰত্যাৱৰ্তন কৰিলে।

ইফালে দণ্ডকাৰণ্যত (জনস্থানত) ৰামে অকলে খৰ, দূষণ আৰু ত্ৰিশিৰা এই তিনিজন সেনাপতিৰ লগত চৈধ্য হাজাৰ ৰাক্ষস সেনাক নিধন কৰা বাতৰি পাই শূৰ্পনখাই মেঘগম্ভীৰ স্বৰে গৰ্জ্জন কৰিব ধৰিলে। আনে যি কাম কৰিব নোৱাৰে সেই কাম ৰামে অকলে কৰা বাবে বেছি উদ্বিগ্ন হ'ল আৰু ৰাৱণৰ ওচৰলৈ গ'ল। ইন্দ্ৰৰ দেৱসভাত ইন্দ্ৰ যেনেকৈ বহি থাকে, সেইদৰে ৰাৱণ নিজৰ ৰাজসভাত বহি আছে। শূৰ্পনখা সভাত উপস্থিত হৈ খঙেৰে কবলৈ ধৰিলে— তুমি স্বেচ্ছাচাৰী হৈ নিজৰ কাম সম্ভোগত মত্ত হৈ আছা। তুমি আন কোনো বিষয়ে মন কাণ নিদিয়া। এতিয়া যে মহাবিপদ উপস্থিত হৈছে তাৰ কোনো খবৰ নেজানা। তোমাৰ স্বজন আৰু জনস্থান বিনষ্ট হৈছে তাক তুমি এতিয়াও জনাই নাই। তুমি ৰজা; তোমাৰ কোনো চৰ নাই। অক্লান্ত-কৰ্মা ৰামেই যে অকলে খৰ আৰু দূষণকলৈ চৈধ্য হাজাৰ ৰাক্ষস সেনা নিধন কৰিছে সেই খবৰ তুমি জানা জানো? ৰামে দণ্ডকাৰণ্যত ঋষি সকলক অভয় দিছে আৰু জনস্থান নিষ্কণ্টক আৰু সম্পূৰ্ণ ধৰ্ষিত কৰিছে।

শূৰ্পনখাই মন্ত্ৰীসভাৰ মাজত এইদৰে বহু কটুবাক্য প্ৰয়োগ কৰিলে। তাকে শুনি ৰাৱণ ক্ৰুদ্ধ হৈ উঠিল আৰু শূৰ্পনখাক সুধিলে— ৰাম কোন্? তাৰ ৰূপ কেনেকুৱা? তাৰ বীৰত্ব আৰু পৰাক্ৰমেই বা কিমান? সি সেই দুৰ্গম দণ্ডকাৰণ্যত কিয় প্ৰৱেশ কৰিছে? সি কি অস্ত্ৰ ধাৰণ কৰে? সি কোন অস্ত্ৰেৰে খৰ, দূষণ, ত্ৰিশিৰা আৰু আন আন ৰাক্ষসক হনন কৰিছে। হে ভগিনি! কোন ব্যক্তিয়ে বা তোমাক এইদৰে বিৰূপা কৰিছে?

ৰাক্ষস ৰাজ ৰাৱণৰ প্ৰশ্নত শূৰ্পনখাই ক্ৰোধোন্মত্তা হৈ সমস্ত ৰাম বৃত্তান্ত বৰ্ণনা

---

(২) প্ৰসীদ লংকেশ্বৰ ৰাক্ষসেন্দ্ৰ লংকাং প্ৰসন্নো ভব সাধু গচ্ছ।
ত্বং স্বেষু দাৰেষু ৰমস্ব নিত্যং ৰামং সভাৰ্য্যো ৰমতাং বনেষু।।ৱা. অৰণ্য ৩১ অ.

কৰিলে আৰু ক'লে যে আত্ম তত্ত্বজ্ঞানী ৰামচন্দ্ৰই স্ত্ৰী বধ আশঙ্কা কৰি তেওঁৰ ভক্ত আৰু অনুৰক্ত লক্ষ্মণক আদেশ দি মোৰ কেৱল নাক আৰু কাণ কাটি মুক্তি দিছে। ৰামৰ সেই ভাই অতিশয় বুদ্ধিমান, বলবান্, বীৰ্য্যবান্, বিক্ৰমশালী আৰু ক্ষমাহীন। তেওঁ মহাতেজা, গুণ আৰু বিক্ৰমত তেওঁৰ তুল্য কোনো নাই।

ৰামচন্দ্ৰৰ পত্নী সৰ্ব্বদাই স্বামীৰ হিতসাধনত তৎপৰ তেওঁ অতিশয় সুন্দৰী। ৰামৰ পত্নীৰ চুলি, নাক, মুখ, উৰু আৰু ৰূপ অতি উত্তম। তেওঁ যেন সেই বনৰ অধিষ্ঠাত্ৰী দেৱী। তেওঁ লক্ষ্মীৰ দৰে ৰামৰ কাষত বিৰাজমানা। তেওঁৰ বৰ্ণৰ জ্যোতি তপ্ত কাঞ্চনৰ দৰে, ক্ষীণ কঁকাল আৰু তেওঁৰ নখৰ আগবোৰ ৰক্তবৰ্ণ। তেওঁ অতিশয় সৌন্দৰ্য্যশালিনী, সকলো ৰমণীৰ শিৰোমণি। তেওঁ বিদেহ বংশত জন্মগ্ৰহণ কৰিছে আৰু তেওঁৰ নাম সীতা।[১] তুমি সেই সুন্দৰী সীতাক পত্নী পদত বৰণ কৰিবলৈ যত্নপৰ হোৱা।

## মাৰীচৰ সহায় প্ৰাৰ্থনা ঃ

শূৰ্পনখাৰ সেই ৰোমাঞ্চকৰ বাক্য শুনি ৰাৱণে কৰ্ত্তব্য স্থিৰ কৰি মন্ত্ৰী সকলক আদেশ দি যাবলৈ উদ্যত হ'ল। ৰাৱণে ৰথাৰোহণ কৰি বহুনদী পৰ্বত আৰু অৰণ্য পাৰ হৈ গল, সমুদ্ৰও অতিক্ৰম কৰিলে আৰু বহু বন পাৰ হৈ গৈ শুভদ্ৰ নামক এক বট বৃক্ষৰ ওচৰত এক পৰম পৱিত্ৰ ৰম্য নিৰ্জ্জন আশ্ৰম পালেগৈ। তাত মাৰীচ ৰাক্ষস থাকে। সেই ৰাক্ষস কৃষ্ণা জিন আৰু জটা ধাৰণ কৰি আহাৰ সংযম কৰি বাস কৰি থাকে। ৰাৱণক পুনৰ্বাৰ ঘুৰি অহা দেখি বিহিত বিধানে ৰাক্ষস যোগ্য আহাৰেৰে ৰাৱণক পূজা কৰিলে আৰু লঙ্কাৰ আৰু লঙ্কেশ্বৰ ৰাৱণৰ কুশল বাৰ্ত্তা সুধিলে। তুমি কিয় পুনৰায় ইয়ালৈ আহিলা এই প্ৰশ্নও কৰিলে।

ৰাৱণে উত্তৰ দিলে— মামা! মই বিপন্ন হৈছোঁ। মোৰ এই বিপদত তুমিয়েই পৰম গতি। তুমি ৰামৰ বিষয়ে আৰু ৰামে যে আমাৰ কি প্ৰকাৰ অনিষ্ট সাধন কৰিছে সেই বিষয়ে সম্পূৰ্ণ জানা। মই বিক্ৰম প্ৰকাশ কৰি জনস্থানৰ পৰা দেৱকন্যা সদৃশী ৰামৰ ভাৰ্য্যা সীতাক লৈ আহিম। তুমি মোক সহায় কৰিব লাগিব। তুমি কুম্ভকৰ্ণ আৰু মোৰ অন্যান্য ভ্ৰাতৃসকলে মোক সহায় কৰিলে মই দেৱতা সকলাকো গ্ৰাহ্য নকৰোঁ। তুমি মোক সহায় কৰিব লাগে; সেইবাবে মই তোমাৰ ওচৰলৈ আহিছোঁ। কেনেকৈ তুমি মোক সহায় কৰিবা কওঁ শুনা।

---

(১) ৰামস্য তু বিশালাক্ষী পূৰ্ণেন্দু সদৃশাননা। ধৰ্মপত্নী প্ৰিয়া নিত্যং ভৰ্ত্তুঃ প্ৰিয় হিতে ৰতা।।১৫
সা সুকেশী সুনাসোৰুঃ সুৰূপা চ যশস্বিনী। দেৱতেৱ বনস্যাস্য ৰাজতে শ্ৰীৰিবাপৰা।।১৬
তপ্তকাঞ্চনবৰ্ণাভা ৰক্ত তুঙ্গ নখী শুভা। সীতা নাম বৰাৰোহা বৈদেহী তনুমধ্যমা।।১৭
নৈব দেৱী ন গন্ধৰ্বী ন যক্ষী ন চ কিন্নৰী। তথাৰূপা ময়ানাৰী দৃষ্টপূৰ্বা মহীতলে।।১৮
অৰণ্য— ৩৪ অধ্যায়।

তুমি এটা সোণৰ হৰিণ হব লাগিব। তুমি তেনে সোণৰ হৰিণৰ ৰূপ ধৰি সীতাৰ সমুখত বিচৰণ কৰিবা। সীতাই তেনে এটি ধুনীয়া মৃগ পহু দেখি নিশ্চয় ৰাম আৰু লক্ষ্মণক সেইটো ধৰি দিবলৈ অনুৰোধ কৰিব। তাৰ পাছত সেই মৃগ ধৰিবলৈ আশ্ৰমৰ পৰা দূৰলৈ যাওঁতে মই সেই শূন্য আশ্ৰমৰ পৰা ৰাহুৱে চন্দ্ৰক যেনেদৰে ধৰে সেইদৰে নিৰ্বিঘ্নে অপহৰণ কৰি লৈ আহিম। ভাৰ্য্যা অপহৃতা হ'লে ৰাম শোকত ক্ষীণবল হব। তেতিয়া মই ৰামক সহজে বধ কৰিব পাৰিম।

ৰাৱণৰ কথা শুনি মাৰীচৰ মুখ শুকাই গ'ল আৰু মনত অতিশয় ত্ৰাস উপস্থিত হ'ল। দুশ্চিন্তা উপস্থিত হ'ল আৰু দুঃশ্চিন্তাত অধৰ ওষ্ঠ শুষ্ক হ'ল আৰু চক্ষু দুটা নিমেষ শূন্য হৈ গ'ল। তেওঁ পুনঃ পুনঃ তলৰ ওঠটো জিভাৰে চেলেকিব ধৰিলে আৰু নিতান্ত আৰ্ত্তভাৱে ৰাৱণৰ ফালে চাই থাকিল। তেওঁ পূৰ্বেই ৰামৰ পৰাক্ৰমৰ কথা জানিছিল আৰু সেইবাবে ভীত আৰু বিষণ্ণ চিত্তে ৰাৱণক নিজৰ আৰু ৰাৱণৰ হিতজনক কথা কবলৈ ধৰিলে। ৰাজন্! প্ৰিয়কথা কোৱা লোকৰ কেতিয়াও অভাৱ নহয়; কিন্তু অপ্ৰিয় হিতবাক্য কোৱা বা শুনোঁতা লোক দুৰ্লভ। তোমাৰ চৰ নাই, সেইবাবে আন লোকৰ বিষয়ে তুমি সংবাদ নোপোৱা আৰু তোমাৰ স্বভাৱো অতি চঞ্চল। সেই কাৰণে ৰাম যে সাক্ষাৎ ইন্দ্ৰ আৰু কুবেৰৰ তুল্য মহাবীৰ্য্য আৰু উচ্চ গুণশালী ব্যক্তি তুমি তাক জানিব পৰা নাই। ৰামৰ লগত বিবাদ হলে ৰাক্ষস কুলৰ কুশল নহয়। তেওঁ ক্ৰুদ্ধ হ'লে সমস্ত পৃথিৱী ৰাক্ষসশূণ্য কৰিব পাৰে। সীতাৰ কাৰণে তোমাৰ মহৎ বিপদ উপস্থিত হব। ৰাম পিতৃৰ ত্যাজ্য পুত্ৰ নহয় আৰু তেওঁ মৰ্য্যদাহীন ব্যক্তিও নহয়। তেওঁ ধৰ্ম্মত আৰু গুণতো হীন নহয় আৰু তেওঁ উগ্ৰ স্বভাৱৰো নহয়। সত্যবাদী পিতা কৈকেয়ীৰ দ্বাৰা বঞ্চিত হৈছে দেখি তেওঁ পিতৃৰ সত্যবাদিতা ৰক্ষাৰ বাবে বনবাসী হৈছে। ৰজা দশৰথে কৈকেয়ীৰ প্ৰিয়কাৰ্য্য বাসনা কৰি ৰাজ্য ভোগত জলাঞ্জলি দিছে।

সীতা তেওঁৰ পত্নী আৰু সদায় ধনুৰ্দ্ধাৰী হৈ সীতাক ৰক্ষা কৰি থাকে। সীতাক কোনো ক্ৰমেই তুমি হৰণ কৰিব নোৱাৰিবা। বনত যদি ৰামৰ লগত তোমাৰ সাক্ষাৎ হয়, তাতেই তুমি শেষ হবা। এসময়ত মই ব্ৰহ্মাদত্ত বৰৰ প্ৰভাৱত তপ্তকাঞ্চন কুণ্ডলধাৰী আৰু মেঘবৰ্ণ হৈ বলমদত দৰ্পিত হৈ বিশ্বামিত্ৰ ঋষিৰ আশ্ৰমত প্ৰৱেশ কৰিছিলোঁ। প্ৰৱেশ কৰা মাত্ৰকে তেওঁ দেখা পাই ধনুশৰ হাতত ল'লে কিন্তু মই বালক বুলি ভাবি অৱজ্ঞা কৰি যজ্ঞ বেদিৰ অভিমুখে গৈছিলোঁ। তাকে দেখি তেওঁ মোলৈ শৰ নিক্ষেপ কৰি আঠশ মাইল দূৰৈত সাগৰত পেলাই দিলে। মোক বধ কৰাটো তেওঁৰ ইচ্ছা নাছিল। মই ৰক্ষা পালো হয়; কিন্তু মোৰ সহকাৰী ৰাক্ষস বিলাকক তেওঁ সংহাৰ কৰিলে। সেইবাবে মই তোমাক নিষেধ কৰিছোঁ। তুমি যদি ৰামৰ লগত যুদ্ধত প্ৰবৃত্ত হোৱা তুমি সবংশে নিধন হবা। সীতাৰ বাবে তোমাৰ সোণৰ লঙ্কাপুৰী ছাৰখাৰ হৈ যাব।

ৰাৱণ ৰজাই মাৰীচৰ এই হিত বাক্যৰ প্ৰতি কৰ্ণপাত নকৰিলে। যি ৰামে সামান্য স্ত্ৰীৰ কথা শুনি পিতা-মাতা আৰু সুহৃদ্‌বৰ্গক পৰিত্যাগ কৰি বনচাৰী হৈছে, তেনে দুৰ্ব্বল চিত্ত ৰামক মই ভয় নকৰোঁ। তোমাক মই ধৰ্ম্মৰ উপদেশ সোধা নাই নাইবা মোৰ কাৰ্য্যৰ দোষ গুণ বিচাৰ কৰিবলৈও কোৱা নাই। তোমাক মই মোৰ কাৰ্য্যত সহায় কৰিবলৈহে কৈছোঁ। মোৰ সাহায্যৰ বাবে তুমি ৰূপ-বিন্দুৰে বিচিত্ৰিত স্বৰ্ণমৃগ হৈ ৰামৰ আশ্ৰমত গৈ সীতাৰ সমুখত বিচৰণ কৰিবা। সীতাৰ অনুৰোধত যেতিয়া মায়ামৃগ ৰূপত তোমাক ধৰিবলৈ ৰামচন্দ্ৰই যত্ন কৰিব তেতিয়া তুমি ছল কৰি ৰাম চন্দ্ৰক দূৰলৈ লৈ যাবা আৰু দূৰৈৰ পৰা হা সীতা। হা লক্ষ্মণ। এইবুলি চিঞৰিবা। সেই চিঞৰ শুনি সীতাৰ আদেশত লক্ষ্মণো ৰামৰ ওচৰলৈ যাব। সেই সময়ত মই সীতাক হৰণ কৰি লৈ আহিম। এই কাৰ্য্য সমাধা হ'লে মই তোমাক অৰ্দ্ধৰাজ্য এৰি দিম। ৰামৰ ওচৰলৈ গলে তোমাৰ জীৱন সংশয় আছে সঁচা কিন্তু মোৰ কথা নামানি মোৰ বিৰুদ্ধাচৰণ কৰিলে এতিয়াই মই তোমাক বধ কৰিম। তুমি এই কথা বিবেচনা কৰি যি ভাল বুজা তাকে কৰা।

তেতিয়া মাৰীচে ক'লে তুমি অতি দুৰাত্মা। মোৰ যেতিয়া দুয়োফালে মৰণ, তোমাৰেই মঙ্গল হওক। মই তোমাৰ আদেশ ক্ৰমে বাৰু যাম।

তেতিয়া ৰাৱণ আৰু মাৰীচ উভয়ে বিমান সদৃশ ৰথত উঠি ৰামৰ আশ্ৰম অভিমুখে যাত্ৰা কৰিলে। ৰথ আহি দণ্ডকাৰণ্যত উপস্থিত হ'ল। ৰামৰ আশ্ৰমো দূৰৈৰ পৰা দেখিবলৈ পোৱা গ'ল। ৰাৱণ ৰজা মাৰীচৰ লগত ৰথৰ পৰা নামিল আৰু মাৰীচক ক'লে — সৌৱা কলগছৰ বনেৰে পৰিবৃত ৰামৰ আশ্ৰম দেখা গৈছে। এতিয়া তুমি আমাৰ কাৰ্য্য সাধনৰ ব্যৱস্থা কৰা। নিশাচৰ মাৰীচে মৃগৰূপ ধাৰণ কৰিলে। সেই মৃগৰ শিঙৰ আগ কেইটি যেন একোটি শ্ৰেষ্ঠ মণি। মুখ-মণ্ডল বগা ক'লা আৰু বিবিধ বৰ্ণেৰে বিচিত্ৰিত আৰু ৰঙা পদুম ফুলটোৰ নিচিনা শুৱনী। কাণ দুখন ইন্দ্ৰনীল পদ্মৰ দৰে। কণ্ঠনলী কিছু বেছি উন্নত। ইন্দ্ৰনীল মণিৰ আভাযুক্ত উদৰ। শৰীৰৰ দুয়োপাশ মহুৱা ফুলৰ দৰে। পদুম ফুলৰ ৰেণুৰ নিচিনা ৰং। ভৰিৰ খুৰাবিলাক বৈদূৰ্য্য মণিৰ দৰে। ক্ষীণ জঙ্ঘা। অঙ্গৰ জোৰা (সন্ধি) বিলাক উত্তমৰূপে বদ্ধ আৰু নেজডাল (পুচ্ছ) ইন্দ্ৰধনুৰ দৰে উন্নমিত। মনোহৰ স্নিগ্ধবৰ্ণ আৰু শৰীৰটো নানাবিধ ৰত্নৰ দ্বাৰা পৰিবৃত।

ক্ষণমাত্ৰেই ৰাক্ষসে এইৰূপ পৰম শোভন মৃগ মূৰ্ত্তি ধাৰণ কৰিলে।(১) তাৰ

---

(১) মণি প্ৰবৰ শৃঙ্গাগ্ৰঃ সিতাসিত মুখাকৃতিঃ ৰক্তপদ্মোৎপলমুখ ইন্দ্ৰনীলোৎপলশ্ৰবাঃ ।। ১৩
কিঞ্চিদভ্যুন্নত গ্ৰীব ইন্দ্ৰনীল নিভোদৰঃ। মধূকনিভ পাৰ্শ্বশ্চ কঞ্জকিঞ্জল্ক সন্নিভঃ ।।
বৈদূৰ্য্য সঙ্কাশ খুৰ তনু জঙ্ঘঃ সুসংহতঃ। ইন্দ্ৰায়ুধসবৰ্ণেন পুচ্ছেনোৰ্দ্ধং বিৰাজিতঃ ।।
মনোহৰ স্নিগ্ধ বৰ্ণো ৰত্নৈৰ্নানা বিধৈৰ্বৃতঃ। ক্ষণেন ৰাক্ষসো জাতো মৃগঃ পৰম শোভনঃ ।। ১৯

পাছত ৰমণীয় ৰামৰ আশ্ৰম আৰু বনভূমি বেছি শোভায়মান কৰি কলবাগিচা আৰু ফুল বাগিচাত সোমাই গছপুলি বিলাকৰ কুমলীয়া পাতবোৰ টুকি টুকি খাই ফুৰিব ধৰিলে। মাজে মাজে সীতাৰ দৃষ্টিত পৰাকৈ ইতস্ততঃ বিচৰণ কৰি ফুৰিছিল। পিঠিখন সেনা বৰণেৰে চিত্ৰিত হোৱাত সেই সময়ত সেই মৃগ অতিশয় ধুনীয়া হৈ উঠিছিল। ক্ৰমে ক্ৰমে ৰামচন্দ্ৰৰ ওচৰলৈ গৈও চৰি ফুৰিছিল। চৰি ফুৰা সময়ত কেতিয়াবা অলপ লৰ মাৰিছিল, কেতিয়াবা থিয় দিছিল আকৌ কেতিয়াবা এফালে কিছুদূৰ গৈ পুনঃ ঘূৰি আহিছিল। কেতিয়াবা ইফালে-সিফালে খেলা কৰি ফুৰিছিল, কেতিয়াবা মাটিত শুইছিল আৰু কেতিয়াবা আশ্ৰমৰ দুৱাৰ মুখলৈ আহিছিল। এই মৃগক দেখি বনচৰ আৰু কেইটিমান মৃগ আহি সেই আশ্ৰমত প্ৰৱেশ কৰিলে আৰু এই নতুন মৃগটোৰ ওচৰ চাপি একে একে আঘ্ৰাণ লবলৈ ধৰিলে। প্ৰত্যেকটো মৃগই এই নতুন মৃগটোৰ আঘ্ৰাণ লৈয়ে ভয়তে পলায়ণ কৰিলে। মাৰীচে যদিও মৃগ বধত অভ্যস্ত আছিল তথাপি মনৰ ভাৱ গোপন কৰি সিহঁতক বধো নকৰিলে আৰু ভক্ষণো নকৰিলে।

সীতা দেৱীও সেই সময়ত বাগিচাত ইতস্ততঃ ভ্ৰমণ কৰি আছিল আৰু ফুলচয়ন কৰি ফুৰিছিল। সেই সময়ত এই বিচিত্ৰ মৃগটিৰ প্ৰতি তেওঁৰ দৃষ্টি পৰিল। মায়াময় মৃগটোইও সীতাৰ ফালে দৃষ্টি কৰি আছিল। সীতা বৰ বিস্মিত হৈ মৃগটোৰ ফালে চাই থাকিল।

কিছুসময়ৰ পিচত সীতাদেৱীয়ে ৰাম আৰু লক্ষ্মণক আহ্বান কৰিলে— আৰ্য্যপুত্ৰ! লক্ষ্মণৰ লগত সোনকালে এইফালে আহক! এইফালে আহক। সীতাৰ আহ্বানত ৰাম লক্ষ্মণে ইফালে সিফালে দৃষ্টিপাত কৰি সেই মৃগটো উভয়ে দেখা পালে। লক্ষ্মণে কিন্তু ৰাক্ষসৰ মায়া বুজি পাই ৰামচন্দ্ৰক ক'লে— এই মৃগ নিশাচৰ মাৰীচ বুলি মোৰ সন্দেহ হৈছে। এই পাপী মায়াধাৰী মাৰীচে এইদৰে মৃগৰূপ ধৰি মৃগয়াচাৰী ৰজা বিলাকক পৰমানন্দে নিহত কৰে। এই ৰাক্ষস মায়াবিদ, মায়াৰ বলত এই ৰকম মৃগৰ ৰূপ ধাৰণ কৰিছে। হে ৰঘুনন্দন। আপুনি চাওঁক এই মৃগৰ ৰূপ দেখিবলৈ কিমান ৰমণীয়, কিমান দীপ্তিশালী! এনে ৰত্ন বিচিত্ৰ মৃগ পৃথিবীত ক'তো নাই। ই নিশ্চয় মায়ামৃগ, তাত কোনো সন্দেহ নাই।

সীতা দেৱী ৰাক্ষসৰ মায়াত মোহাচ্ছন্না হৈ পৰিছে। লক্ষ্মণৰ কথাত প্ৰতিবাদ কৰি ক'লে— আৰ্য্যপুত্ৰ। এই মৃগই মোৰ মন হৰণ কৰিছে। ইয়াক ধৰি আনক। এই মৃগ আমাৰ ক্ৰীড়া মৃগ হব। এই মৃগ মৃগ শ্ৰেষ্ঠ। ইয়াৰ সৰ্বাঙ্গ বিবিধ বৰ্ণেৰে বিচিত্ৰিত— ই সাক্ষাৎ ৰত্ন। আহা! কি সুন্দৰ— কি ইয়াৰ শ্ৰী। ইয়াৰ স্বৰসম্পদ্ কি শুৱলা! আপুনি যদি জীৱিত অৱস্থাত এই মৃগক ধৰি আনিব পাৰে বৰ বিস্ময় আৰু আনন্দৰ কথা হব। যদি এই মৃগক জীৱিত ধৰিব নোৱাৰে তেন্তে ইয়াৰ ছালো পৰম ৰমণীয় হব। এই মৃগক ধৰি অযোধ্যালৈ লৈ যাব পাৰিলে ই সকলোৰে

বিস্ময় উৎপাদন কৰিব। জীৱন্ত ধৰিব নোৱাৰিলেও ইয়াৰ স্বৰ্ণময় ছালখন কুশাসনত পাৰি লৈ দেৱ পূজা কৰিবলৈ বৰ হেঁপাহ হৈছে। হে নাথ! যদিও স্বামীক এইদৰে নিয়োগ কৰাটো কোনো স্ত্ৰীৰ পক্ষে শোভনীয় নহয় তথাপি এই মৃগটোৰ বিচিত্ৰ দেহে মোৰ মনত বৰ বিস্ময় উৎপাদন কৰিছে। মৃগটো দেখি ৰামৰ মনটো বৰ বিস্ময়ৰ সৃষ্টি কৰিছে আৰু সেইবাবে সীতাৰ কথা শুনি তেওঁ লক্ষ্মণক ক'লে — লক্ষ্মণ! চোৱাচোন, এই মৃগৰ শ্ৰেষ্ঠ ৰূপত জানকী সেইটো পাবলৈ বৰ উৎসাহ কৰিছে। এনে মৃগ কোনো কানন বা পৃথিৱীত নাই। মই এই মৃগ ধৰিবৰ ইচ্ছা কৰিছোঁ। যদিহে ধৰিব নোৱাৰো ইয়াক সংহাৰ কৰিম। জীৱন্ত মৃগ নাপালেও এই মৃগৰ পৰম-শোভন ছালখন পোৱা যাব। এই মৃগ বধ কৰাত কোনো দোষ নাই। মৃগয়াত আমাৰ নিষেধ নাই। মহাৰজসকলে মৃগয়াত প্ৰবৃত্ত হৈ মাংসৰ কাৰণেও মৃগবধ কৰা হয় আৰু মণি ৰত্ন সোণ আদিও সংগ্ৰহ কৰা হয়; তদুপৰি তুমি কোৱা মতে এই মৃগ যদি মায়ামৃগ হয়, তেতিয়াও এই মৃগক সংহাৰ কৰা উচিত। এই মায়ামৃগ ৰূপত যদি মাৰীচ ৰাক্ষস আহিছে, তাক ৰজাসকলক আৰু তপস্বী সকলক সংহাৰ কৰা অপৰাধত নিশ্চয় বধ কৰিব লাগে। ই আমাৰ কৰ্ত্তব্য কৰ্ম। আমাৰ কৰ্ত্তব্য কাৰ্য্য জানকীৰ আয়ত্তত প্ৰকাশ পাইছে। তুমি সাৱধানে থাকি সীতাক ৰক্ষা কৰা আৰু মই পাৰিলে তাক ধৰি আনো নহয় বধ কৰি তাৰ চৰ্ম সংগ্ৰহৰ ব্যৱস্থা কৰোঁ। এই মৃগছাল সকলোতকৈ উৎকৃষ্ট।

লক্ষ্মণক এইবুলি কৈ ৰামচন্দ্ৰই খড়্গ হাতত ললে। এই খড়্গৰ মুঠিটো সোণেৰে নিৰ্ম্মিত আছিল তাৰ লগতে ধনুখন আৰু তূণ দুটাও বান্ধি লৈ প্ৰচণ্ড পৰাক্ৰমেৰে প্ৰস্থান কৰিলে। মৃগটোৱে বহুখেল খেলিছে।

দেখ নেদেখ বেগে হৰিণ পলাই।
দাৰুণ ৰাক্ষসী মায়া কৰন্তেহি যাই।।
তেতিক্ষণে দেখি তেতিক্ষণে দেই লুকি।
জুই আঙনীৰ মতে দিবয় ভুমুকি।।
আধা মুণ্ডী যেন নিশাচৰ মায়াধৰে।
দণ্ড দুইৰ পথে গাণ্ডি দেখাৱ নকৰে।।
খণ্ড খণ্ড মেঘে যেন চন্দ্ৰক ঢাকিল।
খনো খনো দেখি খনো লুকায়া থাকিল।।

এতিয়াই ইয়াক ওচৰতে দেখা যায় আৰু তন্দণে জাপ মাৰি দূৰলৈ গুচি যায়। কেতিয়াবা দেখা যায় কেতিয়াবা লুকাই পৰে। এইদৰে খেল খেলি ৰামক বহুদূৰলৈ লৈ গ'ল। সেই মৃগটোক ধৰিবলৈ হে ৰামৰ অভিলাষ আছিল; কিন্তু ধৰিব নোৱাৰি সংহাৰ কৰাকেই থিৰ কৰিলে। তেওঁ সেই অনুসাৰে সূৰ্য্য কিৰণৰ দৰে উজ্জ্বল সৰ্পসদৃশ এক জাজ্বল্যমান অস্ত্ৰ ধনুত যোজনা কৰিলে। এই শৰ ব্ৰহ্ম নিৰ্ম্মিত

আছিল। ই অব্যৰ্থ। সেই ব্ৰহ্মাস্ত্ৰ নিক্ষিপ্ত হোৱা মাত্ৰকে মাৰীচৰ হৃদয় বিদাৰণ কৰি পেলালে। তেতিয়া মাৰীচ তাল গছৰ সমান উচ্চতালৈ লাফ্ মাৰি মাটিত পৰি গ'ল। মৰিবৰ সময়ত মাৰীচৰ ৰাৱণৰ আদশেলৈ মনত পৰিল। কি উপায়েৰে ৰাৱণে শূণ্য গৃহৰ পৰা সীতাক হৰণ কৰি নিব পাৰে সেই বিষয়ে চিন্তা কৰি ৰামৰ দৰে কণ্ঠ স্বৰেৰে চিঞৰি ক'লে— হা সীতা! হা লক্ষ্মণ'। এই চিৎকাৰ কৰাৰ পাছতে মৃগদেহ ধাৰণ কৰি থাকিব নোৱাৰি, ৰাক্ষস দেহ পৰিগ্ৰহ কৰি মাৰীচ ৰক্তাক্ত দেহে মাটিত পৰি গ'ল। ৰামচন্দ্ৰই মাৰীচক ভূলুণ্ঠিত হোৱা দেখি আশ্ৰমৰ ফালে খোজ ললে। যোৱাৰ সময়ত বাটে বাটে ভাবিব ধৰিলে— লক্ষ্মণে আগতেই কৈছিল— ই মাৰীচৰ মায়া। তেওঁৰ কথাই সত্য হ'ল। এতিয়া মাৰীচে হা সীতা! হা লক্ষ্মণ! বুলি প্ৰাণত্যাগ কৰিলে। এই ৰাৱ শুনি সীতাই বা কি কৰে লক্ষ্মণে বা কি কৰে এই বিষয়ে চিন্তা কৰি ৰামৰ শৰীৰ ৰোমাঞ্চিত হৈ উঠিল। সেই চিন্তাত বিষণ্ণ হৈ তেওঁ লৰালৰিকৈ আন এটা মৃগ মাৰি সেই মাংস সংগ্ৰহ কৰি আশ্ৰম অভিমুখে বেগাবেগিকৈ খোজ ললে।

# সীতা হৰণ

ইফালে ৰামৰ আশ্ৰমত স্বামীৰ কণ্ঠস্বৰৰ আৰ্ত্তনাদ শুনি সীতাই লক্ষ্মণক ক'লে— যোৱা লক্ষ্মণ! কি হৈছে জানি আহাগৈ! তেওঁ আৰ্ত্তনাদ কৰিছে। সেই আৰ্ত্তনাদ শুনি মোৰ মন প্ৰাণ অস্থিৰ হৈছে। বনৰ মাজত উচ্চৈঃস্বৰে কান্দি থকা ভাইক পৰিত্ৰাণ কৰা তোমাৰ অৱশ্য কৰ্ত্তব্য। তুমি শীঘ্ৰে যোৱা— শৰণাৰ্থী ভ্ৰাতাৰ ৰক্ষাৰ বাবে সোনকালে যোৱা। গৰু-ছাগলী যেনেকৈ সিংহৰ কবলত পৰে, তেৱোঁ ৰাক্ষসৰ কবলত পৰিছে।

লক্ষ্মণে ৰামৰ আদেশে মনে মনে স্মৰণ কৰি সীতাই পুনঃ পুনঃ যাবলৈ কোৱাতো যাবলৈ ইচ্ছা কৰা নাই। সীতা তেতিয়া নিতান্ত ক্ষুব্ধ হৈ লক্ষ্মণক কবলৈ ধৰিলে— লক্ষ্মণ তুমি ৰামৰ মিত্ৰৰূপী শত্ৰু। চোৱা, তুমি এই অৱস্থাতো যাবলৈ ইচ্ছা কৰা নাই। নিশ্চয় তুমি মোৰ বাবে তেওঁৰ বিনাশ কামনা কৰিছা। মোৰ প্ৰতি তোমাৰ লোভ আছে, সেইবাবে ৰামৰ এই বিপদত তুমি ভাল পাইছা। তেওঁৰ প্ৰতি তোমাৰ স্নেহ নাই; সেইকাৰণে তুমি ৰামক চাবলৈ নগৈ নিশ্চিন্ত মনে বহি আছা। তুমি ৰামৰ অধীনত ৰামৰ লগৰীয়া হৈ বনলৈ আহিছা। তেওঁ বিপদাপন্ন হৈছে মই বা ইয়াত থাকি কি কৰোঁ?

সীতাই লক্ষ্মণক এইদৰে শোকাশ্ৰু হৈ তিৰস্কাৰ কৰাত লক্ষ্মণে সীতাক এইদৰে বুজনি দিলে— হে দেৱি! দেৱ, দানৱ, গন্ধৰ্ব্ব, ৰাক্ষস, অসুৰ পন্নগ কোনেও আপোনাৰ স্বামী ৰামক জয় কৰিব নোৱাৰে। এই বিষয়ে কোনো সন্দেহ নাই। ৰামক যুদ্ধত বধ কৰাৰ ক্ষমতা কাৰো নাই। আপুনি মোক এইদৰে অপ্ৰিয় কথা কোৱা উচিত হোৱা নাই। ৰাম নথকাত মই আপোনাক অকলে এই বনৰ মাজত এৰি যোৱাৰ সাহস হোৱা নাই। ইন্দ্ৰ বা ইন্দ্ৰৰ দৰে বলশালী কোনো লোকেই নিজৰ বলেৰে ৰামৰ বল নিবাৰণ কৰিব নোৱাৰে। স্বয়ং ঈশ্বৰেও দেৱতা সকলৰ লগত মিলিত হৈ ৰামক পৰাভৱ কৰিব নোৱাৰে। আপুনি শোক ত্যাগ কৰক, আপোনাৰ স্বামী ৰামে সেই উত্তম মৃগক হনন কৰি শীঘ্ৰেই ঘূৰি আহিব। আপুনি ধৈৰ্য্য ধৰক আৰু সুস্থ চিত্ত হওক। নিশাচৰ মাৰীচেই মিছা মায়া কৰি এই চিৎকাৰ কৰিছে। মহাত্মা ৰামে আপোনাক মোৰ ওচৰত ন্যাসস্বৰূপে থৈ গৈছে। মই আপোনাক এৰি যাবলৈ সাহস পোৱা নাই। হে কল্যাণি! এই ৰাক্ষস বিলাকৰ লগত আমাৰ শত্ৰুতা হৈছে। সাধুলোকক হিংসা কৰাটোৱে সিহঁতৰ আমোদ প্ৰমোদ। আপুনি এই বিষয়ে কোনো চিন্তা নকৰিব।

লক্ষ্মণৰ কথাত সীতাৰ চকুযুটা খঙত ৰক্তবৰ্ণ হৈ উঠিল। তেওঁ নিষ্ঠুৰ ভাৱে লক্ষ্মণক কবলৈ ধৰিলে — ওৰে কুলাঙ্গাৰ! নৃশংস, তুমি ৰামক মাৰি মোক ৰখা

কৰিবলৈ ওলাইছা? ৰামৰ এই বিপদ দেখিও তুমি এইদৰে কৈছা? তোমাৰ দৰে প্ৰচ্ছন্ন-আচাৰী লোকৰ যে এনে নিষ্ঠুৰ স্বভাৱ আৰু কদৰ্য্য অভিপ্ৰায় থাকে, সি কোনো বিচিত্ৰ কথা নহয়। তুমি নিতান্ত দুষ্ট প্ৰকৃতি; সেইবাবে ৰাম অকলে বনলৈ আহিব খোজাত মোৰ প্ৰতি লোভ থকা বাবে তুমি অকলে তেওঁৰ সঙ্গী হৈছা। অথবা ভৰতৰ প্ৰৰোচনাত তুমি এইটো কৰিছা কিন্তু জানিবা তোমাৰ বা ভৰতৰ মনোৰথ সিদ্ধ নহব। তেনে কিবা অঘটন ঘটিলে মই তোমাৰ সাক্ষাততে প্ৰাণ ত্যাগ কৰিম।

সীতাৰ মুখৰ পৰা এনে ধৰণৰ মৰ্ম্মান্তিক বাক্য শুনি জিতেন্দ্ৰিয় লক্ষ্মণে কৃতাঞ্জলি হৈ কবলৈ ধৰিলে— আপুনি মোৰ সাক্ষাৎ দেৱতা; সেইবাবে মোৰ উত্তৰ কৰিবলৈ সাহস নহয়। কিন্তু দেৱি! আপুনি যি অযোগ্য কথা কৈছে সেইটো স্ত্ৰীলোকৰ পক্ষে বিচিত্ৰ নহয়, এই সংসাৰৰ স্ত্ৰীলোকৰ এইৰূপ স্বভাৱ দেখিবলৈ পোৱা যায়— ই সঁচা। স্ত্ৰীজাতি স্বভাৱতঃ ক্ৰূৰ, চঞ্চল আৰু ধৰ্ম্মজ্ঞানহীন। স্ত্ৰীজাতিয়ে পিতা আৰু পুত্ৰসকলৰ মাজতো পৰস্পৰ ভেদভাৱ সুমাই দিয়ে। কিন্তু দেৱি! আপোনাৰ এই কথা মোৰ অসহ্য হৈছে। অতি তপত নাৰাচ অস্ত্ৰৰ নিচিনাকৈ আপোনাৰ কথাবোৰে বোৰে মোৰ কাণ দুখন বিন্ধি পেলাইছে। সি যি নহওক বনচাৰী দেৱতা সকলেই মোৰ সাক্ষী। মই উচিত কথাকে কৈছোঁ। তথাপি আপুনি আজি মোক এনে কটূক্তি কৰিলে। মই সদায় গুৰু বাক্য পালন কৰি থাকোঁ। কিন্তু দেৱি! আপুনি স্ত্ৰী স্বভাৱ আৰু দুষ্ট প্ৰকৃতি বশতঃ মোক এইদৰে সন্দেহ কৰিছে। অপোনাৰ মৰণ কাল উপস্থিত হৈছে। ধিক্ আপোনাক শতধিক্। মই যাম— ৰাম য'তে আছে ত'লৈকে যাম। আপুনি কুশলে থাকক আৰু বনদেৱতা সকলে আপেনাক ৰক্ষা কৰক। মই কিন্তু ঘোৰতৰ দুৰ্লক্ষণবোৰ দেখিবলৈ পাইছোঁ। ৰামৰ লগত পুনঃ ঘূৰি আহি যেন আপোনাক দেখিবলৈ পাওঁ।

লক্ষ্মণৰ কথা শুনি সীতাই অবিৰল চকুৰ পানী পেলাই কান্দিব ধৰিলে আৰু কবলৈ ধৰিলে— লক্ষ্মণ! ৰাম ব্যতিৰেকে মই গোদাবৰী নদীৰ পানীত ডুবি মৰিম নাইবা গলত জৰী লগাই মৰিম নাইবা কোনো ওখ ঠাইৰ পৰা পৰি দেহপাত কৰিম। নহলে তীক্ষ্ণ বিষ পান কৰিম বা অগ্নিত প্ৰৱেশ কৰিম; তথাপি ৰাম ভিন্ন অন্য পুৰুষক স্পৰ্শ নকৰিম। সীতাই লক্ষ্মণক এইদৰে কৈ শোকযুক্তা হৈ বুকুত ভুকুৱাই ভুকুৱাই কান্দিব ধৰিলে। লক্ষ্মণে জনক নন্দিনীক এইদৰে কান্দিব ধৰা দেখি বিমনা হৈ তেওঁক আশ্বাস দিবলৈ ধৰিলে; কিন্তু তেওঁ লক্ষ্মণক কোনো কথাকে নকলে। তাৰপাছত জিতেন্দ্ৰিয় আৰু বিশুদ্ধ চিত্ত লক্ষ্মণে কৃতাঞ্জলি হৈ সীতাক প্ৰণাম কৰি বাৰংবাৰ দৃষ্টি কৰি ৰামৰ ওচৰলৈ গ'ল।

সীতাৰ কটুক্তিত নিতান্ত ক্ৰুদ্ধ হৈ লক্ষ্মণ বেগাবেগিকৈ ৰামচন্দ্ৰক বিচাৰি গ'ল। ৰাৱণ ওচৰত লুকাই আছিল। এতিয়া সুযোগ পালে। সীতা অকলে থকা

সুযোগ হে ৰাৱণে বিচাৰিছিল। এতিয়া ৰাৱণে পৰিব্ৰাজক সন্ন্যাসীৰ বেশ ধৰি সীতাৰ ওচৰলৈ আহিল। সীতা শোকত নিমগ্ন হৈ বহি আছে। ৰাৱণে বাৰম্বাৰ তেওঁক চাবলৈ ধৰিলে। সীতাৰ মুখ আছিল পূৰ্ণচন্দ্ৰৰ দৰে আৰু আছিল মনোহৰ ওঠ আৰু দাঁত। চক্ষু আছিল পদুম পাহৰ নিচিনা। তেওঁ হালধীয়া ৰঙৰ পাটৰ কাপোৰ পিন্ধি আছে। চাই চাই সীতাৰ ৰূপত মুগ্ধ হৈ মদন বাণত ৰাৱণ বিদ্ধ হৈ পৰিল আৰু বৰ হৰ্ষান্বিত হ'ল। তেতিয়া বেদ্‌মন্ত্ৰ উচ্চাৰণ কৰি জানকীৰ প্ৰশংসা কৰিব ধৰিলে। হে চন্দ্ৰমুখি! তোমাৰ বৰ্ণ বিশুদ্ধ কাঞ্চনৰ দৰে। তুমি পট্টবস্ত্ৰ পিন্ধি আছা। তোমাৰ শৰীৰৰ সৌন্দৰ্য্য পদ্মহীনা লক্ষ্মীৰ নিচিনা। তুমি লক্ষ্মী নে অন্য কোনো দেৱী নে তুমি সাক্ষাৎ ৰতি? তোমাৰ কটি দেশ স্থূল আৰু বিস্তৃত। তোমাৰ চক্ষু দুটি বিশাল নিৰ্মল আৰু ৰক্তাভ। তোমাৰ স্তন যুগল পীন, উন্নত, মনোহৰ, সুস্নিগ্ধ আৰু তালফলৰ নিচিনা কমনীয় আৰু উৎকৃষ্ট মণি মালাৰে ভূষিত। তোমাৰ উৰুদ্বয় হাতীৰ শুঁড়ৰ নিচিনা, সুগোল আৰু পৰম পৰিস্ফুট। তোমাৰ সৰ্ব্বশৰীৰ অতি ৰমণীয়। তুমি দেৱী নে গন্ধৰ্বী। যক্ষী নে কিন্নৰী? তোমাৰ দৰে ৰূপৱতী নাৰী দ্বিতীয়া কোনো নাই।

তোমাক দেখি মোৰ চিত্ত বিক্ষুদ্ধ হৈছে। তোমাৰ দৰে ৰূপৱতী নাৰীৰ বনত থকা উচিত নহয়। তোমাৰ উৎকৃষ্ট স্বামী আৰু বসন ভূষণ হোৱা উচিত। তুমি কাৰ পত্নী? নিশ্চয় কোনো দেৱতা তোমাৰ স্বামী। তুমি ইয়ালৈ কেনেকৈ আহিলা?

ৰাৱণে ব্ৰাহ্মণৰ বেশত সীতাক এইদৰে প্ৰশংসা কৰিলে। সীতাই ব্ৰাহ্মণ অতিথি অহা দেখি পাদ্য অৰ্ঘ্য দি ৰাৱণক পূজা কৰিলে। সৌম্যদৰ্শন ব্ৰহ্মণৰ হাতত দণ্ডকমণ্ডলু দেখি আৰু গৈৰিক বস্ত্ৰ পৰিধান কৰি থকা দেখি আৰু ব্ৰাহ্মণৰ অন্যান্য লক্ষণ থকা দেখি উপেক্ষা কৰিব নোৱাৰিলে। সেইবাবে ব্ৰাহ্মণোচিত আদৰ অভ্যৰ্থনা জনালে। ৰাৱণে সীতাক ভালদৰে নিৰীক্ষণ কৰি বলপূৰ্বক হৰণ কৰি নিবলৈ নিশ্চয় কৰিলে আৰু চাৰিও ফালে দৃষ্টি নিক্ষেপ কৰি ৰাম অৰু লক্ষ্মণকো দেখা নাপালে।

ৰাৱণক অতিথি আৰু ব্ৰাহ্মণ বুলি ভাবি ৰাৱণে কৰা প্ৰশ্নৰ উত্তৰ দিয়াটো উচিত বুলি চিন্তা কৰিলে। সেইবাবে সীতাই নিজৰ পৰিচয় সম্পূৰ্ণকৈ ৰাৱণৰ ওচৰত বিবৃত কৰিলে। পিতৃসত্য পালনৰ বাবে ৰামচন্দ্ৰ বনলৈ আহিছে আৰু সেই সময়ত ৰামৰ বয়স পঁচিশ বছৰ হৈছে আৰু সীতাৰ বয়স ওঠৰ বছৰ পাৰ হৈ গৈছে।(১) "এতিয়া আমি কৈকেয়ীৰ দ্বাৰা ৰাজ্যভ্ৰষ্ট হৈ নিজৰ শক্তিৰ ওপৰতে নিৰ্ভৰ কৰি বনবাসী হৈ দণ্ডকাৰণ্যত বিচৰণ কৰি ফুৰিছোঁ" বুলি ৰাৱণক আচল

(১) বয়সৰ আলোচনা পৰিশিষ্টত কৰা হৈছে

কথাখিনি বুজাই দিলে। ৰাৱণকো সীতাই সুধিলে— হে দ্বিজ! আপোনাৰ পৰিচয় কি? আপোনাৰ নাম কি, গোত্ৰ কি আৰু আপোনাৰ কোন বংশত জন্ম?

ৰাৱণৰ উত্তৰ দিয়া ভাষা এইবাৰ তীব্ৰ। ৰাৱণে কবলৈ ধৰিলে— জানকি! যাৰ নামত দেৱতা অসুৰ আৰু মানুহ ত্ৰস্তমান হয়, ময়ে সেই ৰাক্ষসৰাজ' ৰাৱণ! তুমি অতি লাৱণ্যময়ী; তাতে পট্ট বস্ত্ৰ পৰিধান কৰি থকা বাবে বেছি সুন্দৰী হৈছা। তোমাক দেখি মোৰ নিজৰ ভাৰ্য্যা বিলাকৰ প্ৰতি মোৰ অনুৰাগ নোহোৱা হৈ গৈছে। সেইবাবে যি বিলাক উত্তমা স্ত্ৰী নানা ফালৰ পৰা সংগ্ৰহ কৰি আনিছোঁ, সেই বিলাকৰ ভিতৰত তুমি প্ৰধানা মহিষী হোৱা। মই সাগৰৰ সিপাৰৰ লঙ্কা নগৰীত থাকোঁ। তুমি বনবাসৰ অভিলাষ ত্যাগ কৰা— মোৰ ভাৰ্য্যা হোৱা, সুখত থাকিবা।

ৰাৱণৰ কথা শুনি সীতা দেৱী অতি ক্ৰোধান্বিতা হৈ উঠিল। তেওঁ ৰাৱণক অতি তুচ্ছ ভাৱে তীব্ৰতাৰ সহিত উত্তৰ দিলে— মোৰ স্বামী মহেন্দ্ৰ তুল্য। সেই স্বামী ৰামৰ মই অনুগতা। মোৰ স্বামী মহাবাহু, বিশাল হৃদয় আৰু সিংহবিক্ৰমী। তেওঁ পূৰ্ণ চন্দ্ৰানন, কীৰ্ত্তিমান্ আৰু জিতেন্দ্ৰিয়। মই সেই স্বামীৰ হে মাথোন অনুগতা। তই শিয়াল হৈ সিংহীৰ অভিলাষ কৰিছ? সূৰ্য্যৰ প্ৰভা বিশিষ্ট মোৰ এই শৰীৰ তই লাভ কৰিবও নোৱাৰিবি আৰু স্পৰ্শ কৰিবও নোৱাৰিবি। তই বৃক্ষ বিলাক সুৱৰ্ণময় দেখিছ হব পায়, সেইবাবে হে হতভাগ্য ৰাক্ষস! তই ৰামৰ ভাৰ্য্যাক হৰণ কৰিবলৈ ইচ্ছা কৰিছা।

সীতাই এইদৰে কঠোৰ বাক্য প্ৰয়োগ কৰা বাবে ৰাৱণ নিৰতিশয় ক্ৰুদ্ধ হৈ উঠিল আৰু ভ্ৰূকুটি কৰি কবলৈ ধৰিলে— মই কুবেৰৰ বৈমাত্ৰ ভাই সেই পৰম প্ৰতাপ শালী দশানন ৰাৱণ। মৃত্যুক যেনেকৈ ভয় কৰে, সেইদৰে দেৱতা, অসুৰ, মানুহ সকলোৱে মোৰ ভয়ত পলাই যায়। মোৰ সেই ভ্ৰাতা কুবেৰকো মই জয় কৰিছোঁ। তেওঁ মোৰ ভয়ত পৰ্ব্বত ৰাজ কৈলাসত বাস কৰিছেগৈ। মই বীৰত্ব প্ৰকাশ কৰি তেওঁৰ পুষ্পক বিমানো হৰণ কৰি লৈছোঁ। তুমি মোৰ লগত গ'লে সেই বিমানত আৰোহণ কৰি আকাশ পথেদি লঙ্কালৈ যাব পাৰিবা। মই য'ত থাকো তাত বায়ুও শঙ্কিত ভাৱে বলে আৰু সূৰ্য্যকো ভয়ত চন্দ্ৰৰ নিচিনা দেখা যায়। বৃক্ষবিলাকৰ পাতবোৰ নিষ্কম্প হৈ থাকে আৰু নদীবিলাকত জলস্তম্ভ হয়।(১) মোৰ লঙ্কা নগৰী এটি পৰম সুন্দৰী পুৰী ইন্দ্ৰৰ অমৰাবতীৰ দৰে। তুমি সেই পুৰীত বাস কৰিবা। দিব্য ভোগৰ ঠাই। ৰজা দশৰথে ভৰতক ৰাজ্য দি মন্দবীৰ্য্য ৰামক বনলৈ পঠাইছে। হতৰাজ্য ৰাম সাধাৰণ মানুহ। মই ৰাক্ষস ৰাজ। যুদ্ধত মোৰ আঙুলিৰ

---

(১) যত্ৰ তিষ্ঠাম্যহং তত্ৰ মাৰুতো বাতি শঙ্কিতঃ।
তীব্ৰাংশু শিশিৰাংশুশ্চ ভয়াৎ সম্পদ্যতে দিবি।। ৮
নিষ্কম্পপত্ৰাস্তৰবো নদ্যশ্চ স্তিমিতোদকাঃ।
ভবন্তি যত্ৰ তত্ৰাহং তিষ্ঠামি চ চৰামি চ।। ৯ [illegible]

সমানো নহয়। মই কামশৰত বিদ্ধ হৈ স্বয়ং তোমাৰ ওচৰলৈ আহিছোঁ। উৰ্ব্বশীয়ে পুৰূৰবাক পদাঘাত কৰি যেনেকৈ অনুতপ্ত হৈছিল তুমিও মোক প্ৰত্যাখ্যান কৰিলে অনুতপ্ত হ'ব লাগিব। মোক ভজাই তোমাৰ উচিত।

ৰাৱণে এই প্ৰকাৰ বাক্য প্ৰয়োগ কৰাত সীতা ক্ৰোধান্বিতা আৰু ৰক্ত নয়না হৈ উঠিল। সেই নিৰ্জ্জন অৰণ্যত ৰাৱণক কঠোৰ বাক্যেৰে কবলৈ ধৰিলে— তই সৰ্বদেৱ নমস্কৃত সেই পৰম পূজনীয় কুবেৰৰ ভাই বুলি পৰিচয় দি এই অন্যায় কাৰ্য্য কৰিবলৈ অভিলাষী হৈছ। তোৰ দৰে দুৰ্ব্বুদ্ধি, নিষ্ঠুৰ আৰু অজিতেন্দ্ৰিয় ব্যক্তি যি বিলাকৰ ৰজা সেই সকলো বিলাক ৰাক্ষস বিনষ্ট হ'ব। ইন্দ্ৰপত্নী শচীক অপহৰণ কৰি কোনো ব্যক্তি জীৱিত থাকিব পাৰে; কিন্তু ৰামপত্নী মোক অপহৰণ কৰি কোনো ব্যক্তিয়ে স্বস্তি লাভ কৰিব নোৱাৰে, সৌন্দৰ্য্যৱতী দেৱৰাজ মহিষীক ধৰ্ষণ কৰি জীৱিত থকা সম্ভৱ হ'লেও মোৰ নিচিনা কোনো ৰমণীক অৱমাননা কৰি অমৃত পান কৰিও মৃত্যুৰ হাতৰ পৰা পৰিত্ৰাণ নাপাব।

সীতাৰ এই কথা শুনি ৰাৱণ আতিশয় ক্ৰুদ্ধ হৈ পুনঃ সীতাক কবলৈ ধৰিলে— বুজিলো, তুমি উন্মত্তা হৈছা। মোৰ বীৰ্য্য পৰাক্ৰমো তোমাৰ কাণত নোসোমায়। মই আকাশত থাকি দুয়েখন হাতেৰে পৃথিৱী উত্তোলন কৰিব পাৰোঁ। সমুদায় সাগৰৰ পানী পান কৰিব পাৰোঁ আৰু যুদ্ধত প্ৰবৃত্ত হৈ যমকো নিধন কৰিব পাৰোঁ। সুশানিত শৰৰ দ্বাৰা আকাশস্থ সূৰ্য্যকো ভূতলত পতিত কৰিব পাৰোঁ। তুমি তোমাৰ মনোহৰ ৰূপত উন্মত্ত হৈছা। মই ইচ্ছা মতে নানা প্ৰকাৰ আকাৰ ধাৰণ কৰিব পাৰোঁ। সেইটো চাই লোৱা। এইবুলি কুবেৰৰ অনুজ ৰাৱণে ব্ৰাহ্মণৰ সৌম্য মূৰ্ত্তি পৰিত্যাগ কৰি যমৰ নিচিনা তীক্ষ্ণ ৰূপ পৰিগ্ৰহ কৰিলে আৰু শ্যামল চক্ষুজুৰি লোহিত বৰ্ণ হৈ অগ্নিৰ দৰে জ্বলি উঠিল। তাৰ পাছত ৰোষাবিষ্ট হৈ দহমুখ, কুৰিখন হাত, ৰক্তচক্ষু, তপ্তস্বৰ্ণ নিৰ্ম্মিত ভূষণেৰে সুশোভিত হৈ নীল মেঘ সদৃশ শ্ৰীমান নিশাচৰ ৰূপে প্ৰাদুৰ্ভূত হ'ল। তাৰ পাছত সীতাক কলে তুমি যদি ত্ৰিভুৱন বিখ্যাত স্বামীলাভ কৰিব খোজা মোক আশ্ৰয় কৰা। ময়ে তোমাৰ উপযুক্ত স্বামী। মই তোমাৰ প্ৰতি কেতিয়াও অপ্ৰিয় আচৰণ নকৰোঁ। মনুষ্য স্বামীৰ প্ৰতি প্ৰীতি ত্যাগ কৰি মোৰ প্ৰতি প্ৰণয় স্থাপন কৰা। মূঢ়ে! তুমি কোন্ গুণে ৰাজ্যভ্ৰষ্ট বিফল মনোৰথ পৰিমিতায়ু ৰামৰ প্ৰতি অনুৰক্ত হৈছা? দুৰাত্মা ৰাৱণে প্ৰিয় বাদিনী সীতাক এইদৰে কৈ কামমোহিত হৈ সীতাক ধৰি পেলালে। আকাশত যেন বুধে ৰোহিণীক ধৰিলে। বাওঁহাতেৰে সীতৰ চুলিত ধৰিলে আৰু সোঁহাতেৰে সীতাৰ উৰুদ্বয় ধাৰণ কৰিলে। চাওঁতে চাওঁতে ৰাৱণৰ মায়াময় দিব্য ৰথৰ আবিৰ্ভাৱ হ'ল। ৰথ অহা দেখি ৰাৱণে সীতাক তীব্ৰ ভাষাৰে ভৰ্ৎসনা কৰি কোলত তুলি লৈ ৰথত বহুৱাই দিলে। সীতাই চিঞৰিব ধৰিলে আৰু নিজক এৰুৱাই নিবলৈ যথাসাধ্য চেষ্টা কৰিলে। কিন্তু কামাৰ্ত্ত দশানন তেওঁক তুলি লৈ আকাশৰ উৰ্দ্ধত উঠিল।

## জটায়ু পক্ষীৰ লগত ৰাৱণৰ যুদ্ধ ঃ

এইদৰে ৰাক্ষসৰাজ ৰাৱণে আকাশ পথেদি সীতাক হৰণ কৰি লৈ যোৱাৰ সময়ত সীতাই বলিয়া মানুহৰ দৰে ভ্ৰান্তচিত্ত আতুৰৰ দৰে উচ্চৈঃস্বৰে বিলাপ কৰি কবলৈ ধৰিলে— হা গুৰু আজ্ঞা পালনকাৰী লক্ষ্মণ! কামৰূপী ৰাক্ষসে মোক হৰণ কৰি লৈ যাব ধৰিছে— এই কথা তুমি জানিব পৰা নাই।—

হৰি হৰি লখাই সত্বৰে লহ লাগ।
সিংহৰ মহিষী হৰে নিশাচৰ ছাগ।।

হা ৰাম! তুমি ধৰ্ম ৰক্ষাৰ বাবে প্ৰাণ, সুখ আৰু অৰ্থ সমুদয় ত্যাগ কৰি থাকা; কিন্তু এতিয়া মোক অধৰ্মই হৰণ কৰি লৈ যাব ধৰিছে— তুমি সেইটো উপেক্ষা কৰিছা। তুমি দুৰ্ব্বিনীত লোক সকলক শাসন কৰি থাকা; এতিয়া পাপাত্মা ৰাৱণক শাসন নকৰা কিয়? ৰাৱণ! তুমি কালৰ প্ৰভাৱত হতচেতন হৈ এইযে কাম কৰিলা তাৰ বাবে তুমি প্ৰাণান্তকৰ ঘোৰ বিপদত পৰিবা। ইমান দিনৰ মূৰত কৈকেয়ীৰ মন-কামনা পূৰ্ণ হ'ল। মই এই ফুলি থকা পদ্মফুলৰ বীজবোৰক আৰু এই জনস্থানক প্ৰাৰ্থনা জানইছোঁ সকলোৱে যেন ৰামক জনাই দিয়ে যে ৰাৱণে সীতাক হৰণ কৰি নিছে। এই বনত যি বিলাক বৃক্ষলতা আছে সেই বিলাকৰ বনদেৱতা সকলৰ সকলোকে নমস্কাৰ জনাই কৈছোঁ তেওঁলোকে যেন ৰামক কৈ দিয়ে যে তোমাৰ প্ৰাণাধিকা ভাৰ্য্যা সীতা ৰাৱণৰ দ্বাৰা অপহৃতা হৈছে।

বন দেৱতাক মই কৰে নমস্কাৰ।
ৰামক কহিবা হেন বিপত্তি আমাৰ।

এই অৰণ্যত যিবিলাক পশুপক্ষী প্ৰভৃতি প্ৰাণীয়ে বাস কৰে মই সকলোৰে শৰণাপন্ন হৈ কৈছোঁ তেওঁলোকে সকলোৱে যেন ৰামক তেওঁৰ হৰণ বাৰ্ত্তা দিয়ে আৰু যেন কয় যে নিঃসহায় অৱস্থাত ৰাৱণে সীতাক হৰণ কৰি নিছে। মোক যদি যমেও হৰণ কৰি লৈ যায় আৰু ৰামে যদি সেই কথা জানিব পাৰে তেন্তে তেওঁ পৰাক্ৰম প্ৰকাশ কৰি যমৰ হাতৰ পৰাও মোক উদ্ধাৰ কৰিলেহেঁতেন। জানকীয়ে এই দৰে বিলাপ কৰি থাকোঁতে হঠাতে তেওঁ দেখিলে গৃধ্ৰৰাজ জটায়ু বৃক্ষৰ ওপৰত বহি আছে। তাকে দেখি সীতাই কান্দি কান্দি ক'লে— আৰ্য্য জটায়ু! চাওঁক মোক এই পাপাত্মা ৰাক্ষস ৰাৱণে অনাথৰ দৰে নিৰ্দ্দয় ভাবে হৰণ কৰি লৈ যাব ধৰিছে। আপুনি এই মহাবল দুৰ্ম্মতি অস্ত্ৰসজ্জিত নিশাচৰক বাধা দিব নোৱাৰিব। আপুনি মাথোন ৰামক এই হৰণ সংবাদ দিব আৰু লক্ষ্মণকো সকলো ঘটনা আনুপূৰ্ব্বিক ক'ব।

জটায়ু পক্ষী ভোজনৰ পাছত গাঢ় নিদ্ৰাত আচ্ছন্ন হৈ আছিল। সীতাৰ বিলাপ শুনি তৎক্ষণাৎ জাগৰিত হ'ল। চকু মেলি ৰাৱণ আৰু সীতাক উভয়কে দেখা

পালে। দেখা পাই শ্ৰীমন্ত পক্ষী ৰাজ জটায়ুয়ে মিঠা মাতেৰে ৰাৱণক ক'লে— ভাই দশানন। মই ধৰ্ম নিৰত আৰু সত্য প্ৰতিজ্ঞ গৃধ্ৰৰাজ জটায়ু। তুমি মোৰ আগত এই নিন্দিত কাৰ্য্য নকৰিবা। দশৰথ পুত্ৰ ৰাম সাক্ষাৎ মহেন্দ্ৰ আৰু বৰুণৰ দৰে সকলো লোকৰেই ৰজা। তেওঁ সকলো লোকৰে হিত কাৰ্য্য সাধনত তৎপৰ। তুমি যাক হৰণ কৰি নিবলৈ ওলাইছা তেওঁ সেই যশস্বিনী সীতা— তেওঁৰ ধৰ্মপত্নী। তুমি নিজে প্ৰজাপালন ধৰ্মত থাকি ৰজা হৈ পৰদাৰ কেনেকৈ হৰণ কৰিবা? বিশেষতঃ ৰাজপত্নী বিলাকক ৰক্ষা কৰা তোমাৰ কৰ্ত্তব্যৰ ভিতৰত। তুমি পৰস্ত্ৰী ধৰ্ষণ বিষয়ক নীচ প্ৰবৃত্তিৰ পৰা বিৰত হোৱা। বীৰ পুৰুষে কেতিয়াও নিন্দাভাজন কৰ্ম নকৰে। নিজৰ স্ত্ৰীক যেনেকৈ পৰ পুৰুষ স্পৰ্শৰ পৰা ৰক্ষা কৰা উচিত, সেইদৰে আনৰ স্ত্ৰীকো ৰক্ষা কৰা উচিত— ব্যক্তি মাত্ৰৰেই ই কৰ্ত্তব্য। ধৰ্মাত্মা ৰামে তোমাৰ নগৰ বা অধিকাৰৰ ভিতৰত কোনো অপৰাধ কৰা নাই। জনস্থানত থকা খৰ অতি দুৰ্ব্বৃত্ত। ৰামে যদি শূৰ্পনখাৰ কাৰণে খৰক নিহত কৰিছে— তাত ৰামৰ অপৰাধ কি? তুমি লোকনাথ ৰামৰ ভাৰ্য্যা হৰণ কৰি লৈ যাব ধৰিছা। ইন্দ্ৰই যেনেকৈ বৃত্ৰাসুৰক বজ্ৰেৰে দগ্ধ কৰিছিল ৰামেও যেন অনল সদৃশ দৃষ্টিপাতেৰে তোমাক ভস্মীভূত নকৰে। তুমি যে নিজৰ বস্ত্ৰাঞ্চলত আশীবিষ সৰ্প বান্ধি লৈছা সেই কথা তুমি বুজা নাই। তোমাৰ গলত কালজৰী পৰিছে। তুমি এই ভাৰ বহন নকৰিবা। মই বৃদ্ধ আৰু তুমি যুৱা। তোমাৰ হাতত ধনুৰ্বান আছে গাত কবচ আছে। তুমি ৰথাৰোহী। তথাপি মোৰ আগেদি তুমি নিৰাপদে জানকীক লৈ যাব নোৱাৰিবা। যদি তুমি বীৰ হোৱা যুদ্ধ কৰা। অথবা কিছুকাল অপেক্ষা কৰা। ৰামক আহিবলৈ দিয়া। ৰামে খৰক যেনেকৈ বধ কৰিছে তোমাকো সেইদৰে বধ কৰিব। তুমি দৈত্য-দানৱ নিহত কৰিছা সঁচা কিন্তু বল্কলধাৰী ৰামে তোমাক অচিৰাৎ নিহত কৰিব। আৰু মই বাচি থাকোঁতে ৰামৰ প্ৰিয় মহিষী সংস্কভাৱা পদ্মনয়না এই সীতাক লৈ যাব নোৱাৰিবা। ঠেনুৰ পৰা ফল যেনেকৈ পতিত কৰা হয় সেইদৰে ৰথৰ পৰা মই তোমাক নিপাতিত কৰিম। মই প্ৰাণ পণেও তোমাক যুদ্ধৰ আতিথ্য দিম।

হিতকথাত মান্তি হোৱাৰ লক্ষণ ৰাৱণৰ নাই। ৰাৱণে কাম মোহিত হৈ সীতাক হৰণ কৰিছে। পক্ষীৰাজৰ কথাত ৰাৱণ ক্ৰুদ্ধ হৈ গ'ল, উভয়ৰ মাজত যুদ্ধ হ'ল। বৃদ্ধ হলেও জটায়ু পক্ষীয়ে যথেষ্ট বীৰত্ব দেখুৱাইছে। পক্ষীৰাজে ৰাৱণৰ শৰাসন ছিন্ন কৰি পেলালে, অশ্ব আৰু সাৰথিক নিহত কৰিলে। তেতিয়া ৰাৱণ সীতাক কোলত লৈ ভূতলত পৰি গ'ল। ইতিমধ্যে জৰাগ্ৰস্ত জটায়ু পৰিশ্ৰান্ত হ'ল। ৰাৱণে সেই অৱসৰতে পুনঃ যুদ্ধ নকৰি হৃষ্ট চিত্তে মৈথিলীক লৈ আকাশ পথেদি গুচি গ'ল। ৰাৱণৰ হাতত তেতিয়া এখন খড়্গ হে অৱশিষ্ট আছিল। কিন্তু জটায়ু নিবৃত্ত নহল। পাছে পাছে খেদি গ'ল ওৰে ৰাৱণ। তোৰ যদি বীৰত্ব থাকে তেন্তে যুদ্ধ কৰ নহলে ক্ষন্তেক অপেক্ষা কৰ। তেতিয়া ভ্ৰাতা খৰৰ দৰে ভূতলত শয়ন

কৰিবি। পুনঃ যুদ্ধ হ'ল। গৃধ্ৰৰাজে ঠোঁটেৰে ৰাৱণৰ বাওঁপালেৰ দহখন হাত ছিন্ন কৰি পেলালে, কিন্তু ৰাৱণৰ সেই হাত পুনঃ দেহৰ পৰা ওলাই আহিল। তেতিয়া ৰাৱণে খড়্গেৰে সীতাক এৰি জটায়ুক হাত আৰু ভৰিৰে মুষ্টি আৰু পেষণৰ দ্বাৰা পীড়িত কৰিলে। তুমুল যুদ্ধ হ'ল। পাছত ৰাৱণে খড়্গ তুলি জটায়ুৰ দুইপক্ষ, দুই ভৰি আৰু দুয়োফালৰ মাংস কাটি জটায়ুক পেলাই দিলে। গৃধ্ৰৰাজ অত্যসন্ন মৃত্যু হৈ মাটিত পৰি থাকিল। সীতাই জটায়ুক দুয়োহাতেৰে ধৰি পুনঃ পুনঃ কান্দিব ধৰিলে— আৰু ৰাক্ষস ৰাজ ৰাৱণে সীতাক লৈ পুনঃ আকাশ পথেদি যাত্ৰা কৰিলে।

## পাঁচটি বানৰ দৰ্শণ ঃ

সীতা নিৰতিশয় ভীতা, উদ্বিগ্না আৰু দুঃখিতা হ'ল। ৰাৱণক পুনৰায় ভৰ্ৎসনা কৰিব ধৰিলে; কিন্তু ৰাৱণে সেই ভৰ্ৎসনাত কৰ্ণপাত নকৰি সীতাক লৈ আগবাঢ়ি গৈ থাকিল। সীতাই আৰু কোনো ৰক্ষাকৰ্ত্তাক পথত লগ নাপালে; কিন্তু গৈ থাকোঁতে গিৰিশৃঙ্গৰ ওপৰত বহি থকা পাঁচটি বানৰ দেখা পালে। সীতাই মনতে ভাবিলে যে এই বানৰ বিলাকে ৰামক এই ঘটনাৰ বিষয়ে কব পাৰে। মনত এই আশয় লৈ তেওঁ নিজৰ শৰীৰত থকা স্বৰ্ণপ্ৰভ কৌষেয় উত্তৰীয় আৰু সুন্দৰ অলঙ্কাৰ সিহঁতৰ মাজত দলিয়াই দিলে। ব্যাকুলতা বশতঃ ৰাৱণে সীতাৰ বস্ত্ৰাভৰণ নিক্ষেপ কৰা কাৰ্য্য দেখা নাপালে। পিঙ্গলবৰ্ণ বানৰ কেইটিয়ে অনিমেষ নয়নে সীতাক লক্ষ্য কৰিলে।

ইফালে ৰাক্ষস ৰাজ ৰাৱণে জানকীক লৈ পম্পা নদী পাৰ হৈ লঙ্কা নগৰীৰ অভিমুখে গমন কৰিলে। নিজৰ মুৰ্ত্তিমান মৃত্যু স্বৰূপ মৈথিলীক হৰণ কৰি নিব পৰাত ৰাৱণৰ আনন্দৰ সীমা নোহোৱা হ'ল। ৰাৱণে লঙ্কাত প্ৰবেশ কৰিলে। ৰাৱণে সীতাক অন্তঃপুৰত ৰাখি ঘোৰদৰ্শনা ৰাক্ষসী সকলক আদেশ কৰিলে যে তেওঁৰ বিনা অনুমতিত যেন কোনেও সীতাক দেখা নাপায়। মণি, মুক্তা, সোণ, বস্ত্ৰ আৰু অলঙ্কাৰ প্ৰভৃতি যি বস্তুকেই সীতাই লবলৈ ইচ্ছা কৰে তাকে যেন দিয়া হয়, জ্ঞানে বা অজ্ঞানে কোনো ৰূপ অপ্ৰিয় কথা সীতাক কোনোবাই ক'লে তেওঁৰ জীৱনৰ সংশয় থাকিল।

যেবে জানকীক আন পুৰুষে দেখয়।
তোমাকে তাহাকে চাপি কাটিবো নিশ্চয়।।
হীৰা মানিক সীতা যতেক মাগয়।
শঙ্কা এৰি দিবা আনি যি কিছু লাগয়।।

তাৰ পাছত কি কৰ্ত্তব্য উচিত হব সেই বিষয়ে চিন্তা কৰি ৰাৱণে আঠজন

মহাবীৰ মাংসভোজী ৰাক্ষসক তেওঁলোকৰ বলবীৰ্য্যৰ প্ৰশংসা কৰি আদেশ দিলে—তোমালোকে নিৰ্ভয়ে জনশূন্য জনস্থানলৈ যোৱা। তাত খৰ-দূষণৰ লগত যিবিলাক ৰাক্ষস সৈন্য আছিল সেই বিলাক ৰামৰ হাতত নিহত হৈছে। সেইবাবে ৰামৰ প্ৰতি মোৰ মহান বৈৰভাৱ উপস্থিত হৈছে আৰু মই অধৈৰ্য্য হৈ পৰিছো। এতিয়া মোৰ শত্ৰু ৰামৰ প্ৰতি বৈৰ নিৰ্য্যাতনৰ ইচ্ছা কৰোঁ। যুদ্ধত সেই মহাশত্ৰুক বধ নকৰাকৈ মোৰ নিদ্ৰা নহব। নিৰ্ধন মানুহে ধন পালে যিমান সুখী হয়, খৰ-দূষণ বিনাসী ৰামচন্দ্ৰক বধ কৰিব পাৰিলে মই সিমান সুখী হম। ৰাক্ষস আঠজনে ৰাৱণৰ আদেশ পাই অবিলম্বে লঙ্কা ত্যাগ কৰি জনস্থানলৈ প্ৰস্থান কৰিলে।

ৰাৱণৰ মতিচ্ছন্ন হৈছে। ৰাক্ষস আঠজনক জনস্থানলৈ পঠিয়াই দি ৰাৱণ নিজকে বৰ কৃতকৃত্য হোৱা যেন ভাবিলে। তাৰ পাছত সীতাৰ কথা ভাবি ভাবি কামবানৰ দ্বাৰা পীড়িত হৈ সীতাক দেখা কৰিবৰ বাবে সীতা থকা ঘৰত প্ৰৱেশ কৰিলে।

ৰাজ ৰাজেশ্বৰ মই তোৰ ভৈলোঁ দাস।
ইহাৰ অধিক কিনো বহু মান চাস।।
বিৰহ অগনি মোৰ পোৰে কলেৱৰ।
অধৰ অমৃত দানে উপশম কৰ।।
ৰাৱণৰ বোল শুনি জানকী গোসাঁনী।
তুলত অগনি যেন বুলিলন্ত বাণী।।
দশৰথ বধু মই ৰামৰ ঘৰণী।
আসিয়া মিলিলো তোৰ কুল সংহাৰিণী।।

ৰাৱণে কৈছে - বৈদেহি! ধৰ্মলোপ আশঙ্কাত তুমি লজ্জিত নহ'বা। চোৱা মই মস্তকৰ দ্বাৰা তোমাৰ মনোহৰ চৰণ দুখনিৰ সেৱা কৰিছোঁ। মোক অনুগ্ৰহ কৰা। মই কামৰ দ্বাৰা প্ৰপীড়িত হৈ তোমাক মস্তকৰ দ্বাৰা প্ৰণাম কৰিছোঁ। ৰাৱণে কেতিয়াও কোনো স্ত্ৰীক এইদৰে মস্তকৰ দ্বাৰা প্ৰণাম কৰা নাই।

সীতা শোক তাপিতা হৈও কিছুমাত্ৰ ভয় নকৰি ৰাৱণক তৃণজ্ঞান কৰি উত্তৰ দিছে— ৰাম সত্য প্ৰতিজ্ঞ দশৰথৰ পুত্ৰ। তেওঁ সিংহস্কন্ধ। মহা জ্যোতিস্মান— ইক্ষবাকুবংশজাত। ৰাম মোৰ স্বামী আৰু সাক্ষাৎ দেৱতা। তই যদি মোক তেওঁৰ আগৰ পৰা বলেৰে ধৰি আনিলিহেঁতেন, খৰ-দূষণৰ দৰে তোকো নিপাত কৰিলেহেঁতেন। তই গতায়ু, গতশ্ৰী, আৰু গতবীৰ্য্য। তোৰ লগত সমগ্ৰ লঙ্কা নগৰী বিধৱা হব।

সীতাৰ কথা শুনি ৰাৱণে ভয় দেখুৱাই উত্তৰ দিলে— মৈথিলি! হে চাৰু হাসিনি! মই বাৰ মাহ অপেক্ষা কৰিম। এই সময়ৰ ভিতৰত যদি মোৰ অনুগতা

নোহোৱা তেতিয়া হ'লে মোৰ ৰান্ধনীসকলে তোমাক কাটি টুকুৰা টুকুৰ কৰি মোৰ প্ৰাতৰ্ভোজনৰ ব্যৱস্থা কৰিব।

তাৰপাছত ৰাৱণে ৰাক্ষসী সকলক আদেশ দিলে সীতাক অশোক বনলৈ লৈ যোৱা। বন্য হস্তিনীৰ দৰে বশীভূত কৰা।

ৰাক্ষসী বিলাকে সীতাক অশোক বনলৈ লৈ গ'ল।

## মাৰীচক বধ কৰি ৰামৰ প্ৰত্যাবৰ্ত্তন ঃ

ইফালে মৃগ হৈ বিচৰণ কৰা কামৰূপী নিশাচৰক বধ কৰি ৰাম বেগা-বেগিকৈ সীতাক চাবৰ কাৰণে ঘূৰি আহিব ধৰিলে। ৰামৰ মনত ভয় হৈছে যে মৃগৰূপী মাৰীচে জানি শুনি মোৰ স্বৰ লক্ষ্য কৰি চিঞৰিছিল— সেই স্বৰ শুনি কিজানি লক্ষ্মণক সীতাই পঠাই দিয়ে। তেতিয়া লক্ষ্মণে সীতাক এৰি মোৰ ওচৰলৈ আহিব। এনেতে ৰামে বহু দুৰ্লক্ষণ দেখিবলৈ পালে। মৃগ আৰু পক্ষী বিলাকে তেওঁ বাওঁফালেথৈ আগেদি গুচি যোৱা দেখিলে। দিনতে শিয়ালৰ 'হোৱা ৰাৱ' শুনিলে। ৰামচন্দ্ৰ শঙ্কিত হৈ উঠিল। এনেতে দেখিলে লক্ষ্মণ বিষণ্ণ বদনে আহিব ধৰিছে।

লক্ষ্মণ ৰামৰ ওচৰ পোৱাত ৰামে লক্ষ্মণক ক'লে— তুমি সীতাক ৰাক্ষসৰ মাজত নিৰ্জন বনত অকলে এৰি থৈ আহিছা। ৰামে সেইবাবে লক্ষ্মণক বহু নিন্দা কৰিলে আৰু বাওঁখন হাতত ধৰি আঁতুৰ হোৱা ব্যক্তিৰ দৰে শ্ৰৱণকঠোৰ পৰিণাম মধুৰ বাক্যেৰে কবলৈ আৰম্ভ কৰিলে— তুমি সীতাক এৰি থৈ ইয়ালৈ আহিছা। এইটো বৰ নিন্দাৰ কথা হৈছে। ইয়াত জানো সীতাৰ ভাল হৈছে? কেতিয়াও হোৱা নাই। হে বীৰ! পদে পদে মই যিবোৰ দুৰ্লক্ষণ দেখিবলৈ পাইছোঁ, নিশ্চয় বনত থকা ৰাক্ষসে সীতাক বিনষ্ট বা ভক্ষণ কৰি পেলাইছে। এই বিষয়ে মোৰ কোনো সন্দেহ নাই। হে ভাই লক্ষ্মণ! জনক দুহিতা সীতা কুশলে আছে এইটো জানোঁ আমি দেখিবলৈ পাম। এই মৃগ, শিয়াল আৰু পক্ষীবিলাকে সূৰ্য্যৰ ফালে মুখ কৰি যেনেকৈ ভয়ঙ্কৰ শব্দ কৰিব ধৰিছে তালৈ চাই ৰাজপুত্ৰী সীতা কুশলে আছে নে? এই মৃগ ৰূপী ৰাক্ষসেও মোক প্ৰলোভিত কৰি দূৰলৈ আনি অৱশেষত বহু পৰিশ্ৰমৰ ফলত নিহত হোৱাৰ সময়ত নিজ মূৰ্ত্তি ধাৰণ কৰিছে। মোৰ মনো নিতান্ত দুৰ্ব্বল আৰু অৱসন্ন হৈ উঠিছে আৰু বাওঁচকু নাচিব ধৰিছে। লক্ষ্মণ! নিশ্চয় সীতা নাই, হয়তো বা কোনোবাই হৰণ কৰিছে, নহয় তেওঁ বাটতে মৃত্যু মুখত পৰিছে।

লক্ষ্মণ নিতান্ত হীন আৰু শূন্য মনস্ক হৈছে। ৰামে পুনঃ কবলৈ ধৰিলে—

কি কাম কৰিলি তই লক্ষ্মণ! ৰে বাপ।
সহিতে নপাৰোঁ আউৰ হৃদয়ৰ তাপ।।

কি কাৰণে ৰাপি তই আইলে মোৰ ভিতা।
ঘোৰ অৰণ্যৰ মাজে জানোঁ মৰে সীতা।।

লক্ষ্মণ বৰ দুঃখিত হৈ ৰামক কৈছে— মই নিজৰ ইচ্ছাত সীতাক ত্যাগ কৰি অহা নাই। সীতাই হে পঠিয়াই দিছে। আপুনি "পৰিত্ৰাণ কৰা" বুলি যেতিয়া চিঞৰি উঠিল, সেই ক্ৰন্দনৰ স্বৰ সীতাই শুনি মোক পুনঃ পুনঃ লক্ষ্মণ! শীঘ্ৰে যোৱা! শীঘ্ৰে যোৱা! এইবুলি কবলৈ ধৰিলে। মই তেতিয়া কৈছিলোঁ যে ই ৰাক্ষসী মায়া। এই কাতৰ বাক্য ৰামৰ নহয়। কোনো ৰাক্ষসেই ৰামৰ ভয় উৎপাদন কৰিব নোৱাৰে। দেবি! যি জনে দেৱতা সকলকো ৰক্ষা কৰিব পাৰে, তেওঁ মোক ৰক্ষা কৰা বুলি এনে নীচ জনোচিত বাক্য কব নোৱাৰে। হে দেৱি। আপুনি সামান্য স্ত্ৰী লোকৰ নিচিনা ভীতা নহ'ব।

তেতিয়া সীতা দেৱীয়ে ক্ৰুদ্ধ হৈ মোক কবলৈ ধৰিলে তুমি ভৰতৰ দ্বাৰা প্ৰেৰিত হৈ ৰামৰ অনুগামী হৈছা। সেইবাবে ৰামে আৰ্ত্তনাদ কৰিছে জানিও তেওঁক সাহায্য কৰিবলৈ যোৱা নাই। তুমি ছদ্মবেশী শত্ৰু। মোৰ বাবেই তুমি ৰামক অনুগমন কৰিছা আৰু সৰ্বদাই তেওঁৰ ছিদ্ৰ অন্বেষণ কৰি ফুৰিছা আৰু সেইবাবে তেওঁক সাহায্য কৰিবলৈ যোৱা নাই।

মহাক্ৰোধ কৰি বুলিলন্ত সীতা
মোহোৰ বচন শুনি।
হাওঁৰে পাপিষ্ঠ লখিলোঁহো মই
নথা তই যিবা গুণে।।
সতিনীৰ পুত্ৰ ইহাকে সে লাগি
আসিয়াছ বন মাঝ।
চুম্পি আছ মনে ৰামৰ মৰণে
মোক ভজিবাক চাস।।

সীতাৰ এই প্ৰকাৰ নিষ্ঠুৰ ভৰ্ৎসনাত মোৰ চকু খণ্ডতে ৰঙা হৈ উঠিল। মোৰ ওঠ দুটা কঁপিবলৈ ধৰিলে। মই আশ্ৰমৰ পৰা ওলাই আহিলোঁ।

ৰামে পুনঃ কবলৈ ধৰিলে— তুমি সীতাক ত্যাগ কৰি আহি অতি দুষ্কৰ্ম কৰিছা। ৰাক্ষস বল নিৱাৰণ কৰিবৰ মোৰ সামৰ্থ্য আছে তাক জানিও তুমি সীতাক অকলে এৰি আহিছা। স্ত্ৰীলোক বিশেষতঃ ক্ৰুদ্ধ হ'লে অন্ধ হয়। তুমি জানকীৰ নিষ্ঠুৰ কথাত ক্ৰুদ্ধ হৈ তেওঁক এৰি অহাত মই সন্তুষ্ট হব নোৱাৰিলোঁ। তুমি সীতাৰ ক্ৰোধৰ বশীভূত হৈ মোৰ শাসনৰ সীমা পাৰ হৈছা, সেইটো বৰ গৰ্হিত কাম হৈছে।

ৰাঘৱে বোলন্ত শুনিয়ো লখাই
হেন যে তই অবোধ।

তোৰ কি কাৰণে, স্ত্ৰীৰ বচনে
এতমান ভৈল ক্ৰোধ।।

ইতিমধ্যে দুয়ো আশ্ৰমত উপস্থিত হ'ল। আশ্ৰম শূন্য। সীতা নাই।

আশেষ বিলাপে নিজ থান গৈলা চলি।
সীতাক নেদেখি তাপে পৰিলন্ত ঢলি।।

সীতাৰ অন্বেষণ আৰম্ভ হ'ল। নিৰ্জন বনত সীতাক কোনোবাই দেখিছে নেকি বুলি সুধিবৰ কোনো নাই। আছে গছ-লতা, নদী-পৰ্ব্বত, পশু-পক্ষী, হৰিণ-হৰিণী। ৰামচন্দ্ৰ সীতাৰ শোকত শোকান্বিত হৈ সেই বিলাকক সুধিছে সীতাক তেওঁলোকে দেখিছে নেকি? ইজোপা গছক সুধিছে— উত্তৰ নাপাই সিজোপা গছক সুধিছে। সুধিছে— হে কদম গছ! সেই কদম্ব বন প্ৰিয়া মোৰ প্ৰিয়া ক'ত? বনৰ হাতীক সুধিছে, বাঘক সুধিছে, হৰিণক সুধিছে! হে গজ! মোৰ প্ৰিয়া ক'ত? তেওঁৰ নাক আৰু উৰু তোমাৰেই শুড়ৰ নিচিনা। হে ব্যাঘ্ৰ! মোৰ সেই চন্দ্ৰবদনা প্ৰিয়া ক'ত? তোমাৰ কোনো ভয় নাই, মোক কোৱা। মৃগক সুধিছে - হে মৃগ! তুমি সেই মৃগ শিশুনয়না সীতাৰ বিষয়ে জানা নেকি? তেওঁ মৃগী বিলাকৰ লগত মিলিত হৈ আছে নেকি? পুনঃ লক্ষ্মণক কৈছে— ভাই লক্ষ্মণ! সীতাক নিশ্চয় ৰাক্ষসে ভোজন কৰিছে। এইদৰে জানকীৰ বহু অনুসন্ধান কৰিও ক'তো বিচাৰি নাপালে।

ৰামৰ বিলাপ আৰু অনুশোচনাৰ অন্ত নাইকিয়া হৈছে। বিলাপ কৰিছে— বোধহয় মোৰ দৰে দুষ্কৰ্মকাৰী দ্বিতীয় ব্যক্তি পৃথিবীত নাই। উপৰ্য্যুপৰি অবিশ্ৰাম শোকাবহ ঘটনাই মোৰ মন-প্ৰাণ দগ্ধ কৰি পেলাইছে। পূৰ্বজন্মত নিশ্চয় মই বাৰম্বাৰ পাপকৰ্মৰ অনুষ্ঠান কৰিছোঁ। সেইবাবে দুঃখৰ ওপৰত দুঃখ উপস্থিত হৈছে— ৰাজ্য নাশ, বনবাস, পিতৃ বিনাশ, জননী বিচ্ছেদ আৰু স্বজন বিচ্ছেদ সকলো ঘটিছে। তথাপি বনলৈ আহি সীতাৰ লগত থকা বাবে দুঃখৰ কিছু নিবৃত্তি হৈছিল। সীতাক বোধহয়, আকাশ পথেদি কোনোবা ৰাক্ষসে হৰণ কৰি লৈ গৈছে।

ৰামচন্দ্ৰই যেতিয়া "সীতা ক'ত, 'সীতা ক'ত" বুলি চিঞৰিছে তেতিয়া মৃগ বিলাকে মাটিৰ ফালে আৰু দক্ষিণৰ ফালে দৃষ্টি কৰিছে। তাকে লক্ষ্য কৰি লক্ষ্মণে ৰামক সেই দৃশ্য দেখুৱালে আৰু উভয়ে দক্ষিণফালে যোৱাটোকে স্থিৰ কৰিলে।

এইদৰে দুয়োভাই কথোপকথন কৰি গৈ থাকোঁতে বাটত কোনো এঠাইত কিছুমান ফুল পৰি থকা দেখিলে। ৰামে তেতিয়া লক্ষ্মণক ক'লে— ভাই, মই এই ফুলবিলাক চিনি পাইছোঁ। বৰ দুঃখমনেৰে ৰামে কৈছে- এই ফুল বিলাক মই সীতাক দিছিলোঁ। যি নহওক সূৰ্য্য বায়ু আৰু পৃথিবী মাতৃয়ে আমাৰ মঙ্গলৰ কাৰণে এই ফুলবোৰ ৰক্ষা কৰিছে।

ৰাম দুঃখ আৰু বিলাপৰ মাজত মাজে মাজে ক্ৰুদ্ধ হৈ উঠে। ইয়াৰ পূৰ্বেও সীতাক আশ্ৰমত নেদেখি ধনুত বাণ সংযোগ কৰিবলৈ উদ্যত হৈ কৈছিল মই যদি সীতাক অক্ষত অৱস্থাত পুনঃ নাপাওঁ তেন্তে এই বাণৰ দ্বাৰা সমস্ত পৃথিবী ধ্বংস

কৰিম। লক্ষ্মণৰ সান্ত্বনা বাক্যত বিৰত হৈছিল। পুনঃ আজি দুঃখ আৰু বিলাপৰ মাজত ক্ৰুদ্ধ হৈ উঠি একে একে সম্মুখস্থ পৰ্বতক আৰু গোদাবৰী নদীক উদ্দেশ্য কৰি কৈছে— তোমালোকে যদি সীতা ক'ত আছে সেই কথা মোক কৈ নিদিয়া এই পৰ্ব্বত মই নিঃশেষে দগ্ধ কৰিম আৰু এই নদীক শোষণ কৰিম।

এইদৰে ক্ৰোধান্বিত হৈ চক্ষুৰ দ্বাৰা দগ্ধ কৰিবলৈ উদ্যত হওঁতে হঠাতে মাটিৰ ওপৰত ৰাক্ষসৰ পদচিহ্ন দেখিবলৈ পালে আৰু ৰাক্ষসে অনুসৰণ কৰি যাওঁতে জানকী ভীতা হৈ যে নানা ফালে দৌৰি গৈছিল, সীতাৰ সেই পদচিহ্ন বিলাকো দেখিবলৈ পালে। তাৰপাছত জানকী আৰু ৰাক্ষসৰ ইতঃস্ততঃ পৰিভ্ৰমণৰ পদচিহ্ন আৰু ভগ্নৰথৰ বিভিন্ন খণ্ড, ভগ্ন ধনু আৰু ছিন্ন তূণ দেখিবলৈ পাই ক'লে— লক্ষ্মণ চোৱা, চোৱা— সীতাৰ অলঙ্কাৰৰ স্বৰ্ণখণ্ড আৰু বিবিধ মালাৰ অংশ সমূহো ইয়াত পৰি আছে। বোধহয়, কামৰূপী ৰাক্ষসে সীতাক কাটি খণ্ড খণ্ড কৰি খাই পেলাইছে। সীতাক লৈ হয়তো বা দুজন ৰাক্ষসৰ তুমুল যুদ্ধ হৈছিল। চোৱা প্ৰাতঃ— কালীন সূৰ্য্যৰ ৰঙৰ নিচিনা বৈদূৰ্য্য মনিখচিত স্বৰ্ণ কবচো ছিন্ন হৈ পৰি আছে। এই ভঙ্গা ৰথখনেই বা কাৰ আছিল? ৰামে এই সময়ত ক্ৰুদ্ধ হৈ প্ৰতিজ্ঞা কৰিলে যে মই ৰাক্ষস কুল্ল সমূলে ধ্বংস কৰিম। ৰামৰ ক্ৰোধ বিষম হৈ উঠাত লক্ষ্মণে ধাৰ্মিক দশৰথ ৰজাৰ গুণাৱলী বৰ্ণনা কৰি ৰামৰ ক্ৰোধ কিছু পৰিমাণে শান্ত কৰিলে আৰু ক'লে— আপুনি যদি সমুপস্থিত এই দুঃখ সহ্য কৰিব নোৱাৰে, অন্নগত প্ৰাণ অন্য সাধাৰণ লোকে কেনেকৈ সহ্য কৰিব?

লক্ষ্মণৰ সান্ত্বনা বাক্যৰ উত্তৰত ৰামে ক'লে— আমি এতিয়া কি কৰিম— ক'লৈ যাম?

দুয়োভায়ে পুনঃ অৰণ্যৰ মাজত বিচৰণ কৰি এঠাইত মহাভাগ পক্ষীশ্ৰেষ্ঠ জটায়ুৰ দেহ শোণিতসিক্ত হৈ পৰি থকা দেখিলে। তাকে দেখি ৰামচন্দ্ৰই লক্ষ্মণক ক'লে যে এই গৃধ্ৰৰূপী কানন চৰ ৰাক্ষসে সীতাক ভক্ষণ কৰিছে। এতিয়া সি যথাসুখে বিশ্ৰাম লব ধৰিছে। মই ইয়াকেই বধ কৰিম এইবুলি ধনুত শৰ সংযোজনা কৰিবলৈ উদ্যত হ'ল।

তাকে দেখি মৃতপ্ৰায় পক্ষিৰাজ জটায়ুয়ে ফেনযুক্ত ৰক্ত বমন কৰি নিৰতিশয় কাতৰ হৈ ৰামক ক'লে — আয়ুষ্মন। তুমি বনৌষধি বিচৰা দি যাক এই মহাবনত বিচাৰিব ধৰিছা সেই দেৱী জানকীক আৰু মোৰ প্ৰাণ উভয়কে ৰাৱণে অপহৰণ কৰিছে। মই দেখিছোঁ যে তোমাৰ আৰু লক্ষ্মণৰ অনুপস্থিতিত দেৱী জানকীক অপহৰণ কৰিছে। মই সীতাক উদ্ধাৰ কৰিবলৈ যুদ্ধ দিওঁ আৰু সেই যুদ্ধত ৰাৱণৰ ৰথ আৰু ছত্ৰ বিনষ্ট হয়। ৰাৱণ মাটিত পৰি যায়। তাৰ শৰ ভগ্ন হয় আৰু সুন্দৰ ৰথ মাটিত পৰি যায়। চোৱা, মোৰ পক্ষৰ আঘাতত সাৰথি নিহত হৈ মোৰ ওচৰতে পৰি আছে। পৰিশেষত মই পৰিশ্ৰান্ত হোৱাত মোৰ দুয়োটা পক্ষ খড়্গাই দি ছেদন কৰি সীতাক লৈ আকাশ পথেদি গুচি গৈছে।

জটায়ুয়ে এই সংবাদ দিয়াৰ পাছত ৰামে তৎক্ষণাৎ ধনুশৰ পৰিত্যাগ কৰি জটায়ুক আলিঙ্গন কৰিলে আৰু লক্ষ্মণৰ সহিত উভয়ে ক্ৰন্দন কৰিব ধৰিলে। ৰামক এই খবৰটো দিবলৈকেহে যেন জটায়ুৰ প্ৰাণ বহিৰ্গত হোৱা নাছিল। কিছুক্ষণৰ পাছতে জটায়ুৰ প্ৰাণ বায়ু নিৰ্গত হৈ গ'ল। মৰিবৰ সময়ত আধাফুটা মাতেৰে জটায়ুয়ে ৰামক ক'লে যে যি মুহূৰ্ত্তত সীতাক ৰাৱণে হৰণ কৰিছে সেই মুহূৰ্ত্তত হৰণ কৰিছে সেই মুহূৰ্ত্তটিৰ নাম বিন্দ। সেই মুহূৰ্ত্তত বহুদিনৰ হেৰোৱা ধনো পোৱা যায়। ৰাৱণে সেইটো কথা নাজানে। তুমি নিশ্চয় জানকীক পাবা। নিৰুৎসাহ নহবা। সীতাৰ পুনৰুদ্ধাৰ বিষয়ে কোনো সন্দেহ নাই।

ৰামে লক্ষ্মণক ক'লে এই গৃধ্ৰ আমাৰ উপকাৰী। মোৰ কাৰণেই এই গৃধ্ৰই প্ৰাণ ত্যাগ কৰিলে। এওঁৰ মৃত্যুত সীতা হৰণতকৈ বেছি দুঃখ মোৰ মনত উদয় হৈছে। মহাযশা ৰজা দশৰথ আমাৰ যেনে পূজ্য আৰু মাননীয়, এই পক্ষীৰাজো তেনে। যিহেতুকে তেওঁ মোৰ কাৰণে নিহত হৈছে, সেই কাৰণে ময়ে অগ্নি জ্বালি তেওঁৰ সৎকাৰ কৰিম।

জটায়ুৰ অগ্নিসৎকাৰ কৰি তেওঁৰ স্বৰ্গপ্ৰাপ্তিৰ কাৰণে ৰামচন্দ্ৰই পিণ্ডদান কৰি জপ কৰিলে। তাৰ পাছত সেইস্থানৰ পৰা প্ৰস্থান কৰিলে। বাটত এক বিকৃত বদনা ৰাক্ষসীক লগ পালে। নাম অয়োমুখী। লক্ষ্মণৰ প্ৰতি কামোন্মত্তা হৈ লক্ষ্মণক ধৰিলত লক্ষ্মণে তাইৰ নাক, কাণ, স্তন কাটি দিলে। ৰাক্ষসী বিকট চিৎকাৰ কৰি পলাই গ'ল। তাৰ পাছত কবন্ধ নামক ৰাক্ষসৰ হাতত পৰে। ৰামে তাৰ হাত দুখন কাটি পেলায়। তাতেই তাৰ মৃত্যু হয়। ৰাম লক্ষ্মণৰ পৰাক্ৰম বুজিব পাৰি আৰু ৰামৰ সীতাহৰণ দুঃখত দুঃখিত হৈ মৃত্যুৰ আগতে সীতাক অন্বেষণৰ উপায় সেই ৰাক্ষসে বুজাই দিলে।

তেওঁ ক'লে ঋষ্যমূক পৰ্ব্বতত সুগ্ৰীৱ নামে এক বাণৰ আৰু চাৰিজন বানৰৰ লগত আছে। তেওঁ কিষ্কিন্ধ্যাৰ বানৰৰাজ বালিৰ সহোদৰ। বালিয়ে সুগ্ৰীৱক খেদি দিছে। তেওঁ ধৈৰ্য্যশীল, মহান আৰু কাৰ্য্যকুশল। তেওঁক লগ ধৰিলে তেওঁ আপোনাৰ মিত্ৰ হব আৰু সীতা অন্বেষণত সহায় কৰিব। ঋষ্যমূক পৰ্ব্বতলৈ যোৱাৰ পথৰো নিৰ্দ্দেশ দিলে।

সেই নিৰ্দ্দেশমতে উভয়ে পম্পানদী লক্ষ্য কৰি পশ্চিমফালে যাবলৈ ধৰিলে। গৈ থাকি পম্পানদীৰ পশ্চিম পাৰত অৱস্থিত বৃদ্ধা তপস্বিনী শবৰীৰ আশ্ৰমত উপস্থিত হ'লগৈ। শবৰী তপস্বিনীয়ে ৰাম-লক্ষ্মণক পাদ্য অৰ্ঘ্য আচমনীয় দি পূজা কৰিলে। তপস্বিনীয়ে ৰামচন্দ্ৰক ঈশ্বৰ জ্ঞানে পূজা কৰি তপস্যাত সিদ্ধি লাভ কৰে আৰু স্বয়ং চিতা জ্বালি ৰামৰ অনুমতি লৈ চিতাত প্ৰৱেশ কৰে অৰু স্বৰ্গলৈ গতি কৰে।

ৰাম আৰু লক্ষ্মণ সুগ্ৰীৱক লগ ধৰিবৰ বাবে ব্যগ্ৰ হৈ শীঘ্ৰে যাবৰ কাৰণে প্ৰস্তুত হ'ল।

□□□

# সুগ্ৰীৱ সম্মিলন

সীতাক বিচাৰি শ্ৰীৰাম লক্ষ্মণ।
ঋষ্য মুখ পৰ্ব্বতক পাইলা দুয়োজন।।
শ্ৰীৰাম লক্ষ্মণে দুয়ো পৰ্বতে উজান্ত।
দূৰে বসি পাঞ্চটি বানৰে দেখিলন্ত।।
সুগ্ৰীৱে বোলন্ত শুনা বীৰ হনুমান্ত।
কৈৰ বা মনুষ্য দুই আমাক আসন্ত।।

সীতাক বিচাৰি ৰাম, লক্ষ্মণ দুয়ো ভাই ঋষ্যমুখ পৰ্বত অভিমুখে ৰওনা হৈছে। বাটত পালে ঋষিসকলৰ আশ্ৰম। আশ্ৰম দেখি দুয়ো মনত কিঞ্চিৎ শান্তি পালে। ঋষিসকলৰ স্থাপিত সপ্ত সাগৰ তীৰ্থত স্নান আৰু পিতৃলোকৰ তৰ্পণ কৰি মন কিছু উল্লাসিত হৈছে। অনতিদূৰত চাৰিজন বানৰেৰে সৈতে সুগ্ৰীৱ বহি আছে, সেইটো দেখিবলৈ পোৱা গৈছে। নিচেই ওচৰলৈ যোৱাৰ পূৰ্বে পদ্মফুল ফুলি থকা এটি হ্ৰদ দেখা পালে। সেই হ্ৰদটোৰ নাম পম্পা সৰোবৰ। সেই পৰম ৰমণীয় সৰোবৰ দেখি ৰামৰ মনত বিৰহানল জ্বলি উঠিল। সেই সময়ত তাত বসন্ত কাল উপস্থিত হৈছিল। মনোহৰ দৃশ্যবোৰ দেখি স্বাভাৱিকতে ৰামৰ মনত উল্লাস আহিছে। প্ৰিয়া বিৰহী ৰামৰ মনত বসন্ত ঋতুৰ স্বাভাৱিক উন্মাদনাবো উদয় হৈছে। সেয়েহে তেওঁ ফল পুষ্প বৃক্ষলতা সমন্বিত প্ৰকৃতিৰ মনোহৰ দৃশ্যসমূহ লক্ষ্মণৰ ওচৰত বিশদভাৱে বৰ্ণনা কৰিছে। আকৌ সীতালৈ মনত পেলাই কৈছে যে ইয়াত যেতিয়া বসন্ত, সেই প্ৰিয়াৰ ওচৰতো বসন্ত ঋতুৱে দেখা দিছে। মই নথকাত তেৰোঁ নিশ্চয় কাতৰা আৰু শোকান্বিতা হৈছে। হায়! বসন্তকাল পাই সেই পদ্ম পত্ৰাক্ষী মৃদুভাষিণী জনক নন্দিনীয়ে মোৰ বিৰহত নিশ্চয় প্ৰাণ বিসৰ্জ্জন দিব। ৰামে এইদৰে বহু বিলাপ কৰিলে। তাকে শুনি লক্ষ্মণে ক'লে আপুনি পুৰুষোত্তম। আপুনি শোক কৰা উচিত নহয়। বিৰহ জনিত দুঃখ আৰু প্ৰিয়জনৰ প্ৰতি স্নেহ পৰিত্যাগ কৰক।

সুগ্ৰীৱ মতঙ্গ মুনিৰ শাপত বালিৰ দুষ্প্ৰৱেশ্য সেই পুণ্য আশ্ৰমত বানৰ কেইজনৰ লগত সদায় থাকে। ৰাম, লক্ষ্মণ সেইফালে আগবাঢ়ি অহা দেখি সিহঁত বৰ ভীত আৰু সন্ত্ৰস্ত হৈ পৰিল। বিশেষকৈ ধনুৰ্দ্ধাৰী ৰাম, লক্ষ্মণক দেখি সুগ্ৰীৱ বেছি ভীত হ'ল। সুগ্ৰীৱৰ তাত থাকিবৰ ইচ্ছা নোহোৱা হ'ল। ভীত চিত্ত হৈ অত্যন্ত বিষণ্ণ হৈ পৰিল। এইৰূপ উদ্বিগ্নচিত্ত হৈ সহচৰ বানৰ বিলাকৰ আগত সুগ্ৰীৱে কৈছে—এই বীৰ দুজনক নিশ্চয় বালীয়ে পঠিয়াই দিছে। জটা বল্কল

পৰিধান কৰি ছদ্মবেশে আহিছে। তেতিয়া আন আন বানৰগণ আহি সুগ্ৰীৱক ঘেৰি থাকিল আৰু হনুমানে সুগ্ৰীৱক সাহস দান কৰিলে। হনুমানে ক'লে হে সৌম্য। আপোনাৰ কোনো ভয় নাই। বালী ইয়াত নাই আৰু বালী ইয়ালৈ (মলয় পৰ্বতলৈ) আহিবও নোৱাৰে।

সুগ্ৰীৱ কিছু পৰিমাণে উৎসাহিত হ'ল আৰু হনুমানক ক'লে—তুমি সেই বীৰ দুজনৰ ওচৰলৈ গৈ তেওঁলোকক প্ৰশংসা বাক্যেৰে সন্তুষ্ট কৰি সুধি আহা—তেওঁলোক কোন আৰু কিয় আহিছে? কপিৰাজ সুগ্ৰীৱে আদেশ দিয়াত হনুমান ৰাম লক্ষ্মণৰ ওচৰলৈ গ'ল। হনুমান পিছে বানৰ ৰূপ পৰিত্যাগ কৰি ভিক্ষুকৰ ৰূপ গ্ৰহণ কৰিলে। সেই মনোহৰ বেশ ধাৰণ কৰি হনুমানে ৰামৰ ওচৰলৈ গৈ অতি বিনীতভাৱে প্ৰথমতঃ প্ৰণাম কৰিলে আৰু তাৰ পাছত সুমধুৰ বাক্যেৰে প্ৰশংসা কৰি বিধি পূৰ্বক পূজা কৰিলে। তাৰ পাছত অতি মৃদুভাৱে সুধিলে—আপোনালোক দেখিবলৈ ৰাজৰ্ষিৰ নিচিনা আৰু আপোনালোকৰ ৰূপ দেৱতুল্য। আপোনালোক তপস্বী আৰু ব্ৰহ্মচাৰীসকলৰ ভিতৰত অগ্ৰগণ্য। এই মৃগপক্ষীবিলাক আৰু অন্যান্য বনচাৰীবিলাকক সন্ত্ৰাসিত কৰি আপোনালোক কিয় ইয়ালৈ আহিছে? আপোনালোক এই আশ্ৰমবোৰ আৰু পম্পানদীৰ পাৰত থকা তৰুলতাবিলাকৰ শোভবৰ্দ্ধন কৰিছে। আপোনালোক শ্ৰীমান, ৰূপৱান আৰু পৰাক্ৰমী বীৰ। আপোনালোক কৰপৰা আহিছে? আপোনালোকে উত্তৰ নিদিয়ে কিয়?

পুনঃ হনুমানে কবলৈ ধৰিলে—ভাল বাৰু। প্ৰথমতঃ মোৰ পৰিচয়টোকে আপোনালোকক দিওঁ। শুনক। সুগ্ৰীৱ নামে ইয়াত এজন ধৰ্মাত্মা বানৰ-শ্ৰেষ্ঠ আছে। তেওঁ ভ্ৰাতাৰ দ্বাৰা নিগৃহীত। তেওঁ দুঃখিত হৈ ঘূৰি ফুৰিছে। তেৱেঁই মোক আপোনালোকৰ ওচৰলৈ পঠিয়াইছে। মই সুগ্ৰীৱৰ সচিব আৰু সহচৰ। মোৰ নাম হনুমান আৰু মই পৱনপুত্ৰ। মই কামচাৰী আৰু কামগামী। মই সুগ্ৰীৱৰ মঙ্গল কামনাত ইয়ালৈ ভিক্ষুকৰ ছদ্মবেশ ধৰি আহিছোঁ। মই ঋষ্যমূখ পৰ্বতৰ পৰা আহিছোঁ।

বাক্য কুশল হনুমান ৰাম-লক্ষ্মণক এইদৰে কৈ নিৰৱ হ'ল। তেতিয়া ৰামচন্দ্ৰই লক্ষ্মণক ক'লে—এই হনুমান মহাত্মা কপিবৰ সুগ্ৰীৱৰ সহচৰ। এই বানৰ সাহয্যতা অভিলাষ কৰি আমাৰ ওচৰলৈ আহিছে। তুমি এওঁক মধুৰ বাক্যেৰে সম্ভাষণ কৰা। এওঁ নিশ্চয় বেদ অধ্যয়ন কৰিছে। নহলে এনে বিশুদ্ধ ভাষা কব নোৱাৰে। ব্যাকৰণ শাস্ত্ৰৰ জ্ঞান এওঁৰ আছে; কাৰণ এওঁ মোৰ আগত বহু কথা ক'লে, কিন্তু এটাও ব্যাকৰণ ভুল শব্দ উচ্চাৰণ কৰা নাই। এওঁ বহু কথাকেই কৈছে কিন্তু সন্দেহজনক কোনো কথা কোৱা নাই।

ৰামচন্দ্ৰই এইদৰে কোৱাৰ পাছত লক্ষ্মণে হনুমানক আত্মবিবৰণ সম্পৰ্কে

দিলে আৰু ক'লে যে আমি সুগ্ৰীৱৰ গুণৰ কথা শুনিছোঁ আৰু সেই কপিবৰ সুগ্ৰীৱকে আমি অন্বেষণ কৰিছোঁ। আমি আমাৰ কাৰ্য্য উদ্ধাৰৰ বাবে সুগ্ৰীৱৰ সহায় আৰু সখ্যতা বিচাৰিছোঁ। আমি তোমাৰ কথামতে সুগ্ৰীৱে যি কৰিবলৈ কয় তাকে কৰিবলৈ ৰাজী আছোঁ। হনুমান লক্ষ্মণৰ কথাত বৰ সন্তুষ্ট হ'ল আৰু সুগ্ৰীৱ আৰু ৰামচন্দ্ৰৰ সখ্যতা স্থাপনৰ বাবে ইচ্ছুক হ'ল।

তদুপৰি নামচন্দ্ৰৰ মুখৰ মধুৰ কথাখিনিও হনুমানে মনে মনে বিশ্লেষণ কৰি চাই অতিশয় সন্তুষ্ট হৈছিল আৰু সুগ্ৰীৱৰ কাৰ্য্য সিদ্ধি বা ৰাজ্যপ্ৰাপ্তিৰ সম্ভৱনা আছে বুলি বিবেচনা কৰিছিল।

হনুমানে পৰম সন্তুষ্ট হৈ লক্ষ্মণৰ লগত ৰামচন্দ্ৰৰ ঘোৰতৰ বনলৈ অহাৰ কাৰণ কি বুলি ৰামচন্দ্ৰক সুধিলে। ৰামচন্দ্ৰৰ আদেশক্ৰমে লক্ষ্মণে আনুপূৰ্ব্বিক সকলো ঘটনা বৰ্ণনা কৰিলে। এই শোকাবহ আৰু অপ্ৰীতিকৰ ঘটনা বৰ্ণনা কৰিবৰ সময়ত লক্ষ্মণৰ চকুৰ পানী ওলাইছিল আৰু ভাষা গদ্ গদ্ হৈ উঠিছিল।

বাক্য বিশাৰদ হনুমানে লক্ষ্মণৰ অশ্ৰুপৰিপ্লুত বাক্য শুনি তাৰ প্ৰত্যুত্তৰত ক'লে যে এনে জিতেন্দ্ৰিয় জিতক্ৰোধ, বুদ্ধি সম্পন্ন মহাত্মা ব্যক্তিৰ লগত সাক্ষাৎ কৰা সুগ্ৰীৱৰ একান্ত কৰ্ত্তব্য; কাৰণ এনে ব্যক্তি ভাগ্যৰ গুণতহে উপস্থিত হয়, তাত কোনো সন্দেহ নাই। সুগ্ৰীৱো ৰাজ্যভ্ৰষ্ট, বালীৰ লগত বৈৰভাবাপন্ন, বালীৰ দ্বাৰা উপদ্ৰুত আৰু ভয়গ্ৰস্ত হৈ বনত বাস কৰিছে। বালীয়ে সুগ্ৰীৱৰ ভাৰ্য্যাকো অপহৰণ কৰিছে। সুগ্ৰীৱে নিশ্চয় আমাক লগত লৈ সীতাৰ অন্বেষণত সাহায্য কৰিব। এই বুলি কৈ ৰাম-লক্ষ্মণক প্ৰনাম জনাই হনুমানৰ লগতে দুয়োকো আহিবলৈ অনুৰোধ জনালে।

লক্ষ্মণে ৰামক ক'লে এই পৱনপুত্ৰ হনুমানে যেনেদৰে কথা কৈছে তাত তেওঁ যে মিছা কথা কোৱা নাই সেইটো বোধহয়। ৰাম-লক্ষ্মণে হনুমানৰ লগত যাবলৈ স্বীকাৰ কৰিলে। হনুমানে ভিক্ষুকৰ ৰূপ সলনি কৰি বানৰৰ ৰূপ ধাৰণ কৰি উভয় ভ্ৰাতাকে পিঠিত তুলি লৈ ঋষ্যমুখ পৰ্বতৰপৰা মলয়গিৰি পৰ্বতলৈ বহন কৰি লৈ আহিল।

মলয়গিৰি পৰ্বতলৈ আহি পোনে পোনেই হনুমানে তেওঁলোকক সুগ্ৰীৱৰ ওচৰলৈ আনি নিবেদন কৰিলে যে (ৰামক দেখুৱাই) এৱেঁই মহাপ্ৰাজ্ঞ, সত্য বিক্ৰম আৰু বিপুল বীৰ্য্য ৰামচন্দ্ৰ। লক্ষ্মণক দেখুৱাই ক'লে যে এওঁ তেওঁৰ ভাই লক্ষ্মণ। বিশুদ্ধ ইক্ষ্বাকু বংশত দশৰথৰ ঔৰসত এওঁলোকৰ জন্ম। স্বধৰ্ম পালনৰ বাবে যত্নবান হৈ বনবাসী হৈছে। ৰামচন্দ্ৰৰ পত্নী সীতাক ৰাৱণে অপহৰণ কৰিছে। এওঁ এতিয়া আপোনাৰ সখ্য কামনা কৰি আপোনাৰ শৰণাপন্ন হৈছে। আপুনি এওঁলোকক গ্ৰহণ কৰক আৰু পূজা কৰি যথাযোগ্য সম্মান প্ৰদৰ্শন কৰক।

কপিৰাজ সুগ্ৰীৱে হনুমানৰ কথা শুনি প্ৰীতিসহকাৰে ৰামচন্দ্ৰক কবলৈ

ধৰিলে—হে ৰাঘৱ! আপুনি ধৰ্মশীল, বিনীত, লোক বৎসল আৰু সুব্ৰত। আপোনাৰ গুণৰ কথা হনুমানে সমুদায় মোৰ ওচৰত ব্যক্ত কৰিছে। মই বানৰ—আপুনি যে মোৰ সখ্য বাসনা কৰিছে ই মোৰ পৰম লাভ, পৰম সন্মান। আপোনাৰ যদি তেনে অভিৰুচি হয়, মই মোৰ বাহু দুখন আগবঢ়াই দিছোঁ, আপুনি আপোনাৰ কৰযুগলেৰে গ্ৰহণ কৰক। সখ্যৰ মৰ্য্যাদা স্থাপন কৰক। ৰামচন্দ্ৰই অত্যন্ত হৃষ্ট চিত্ত হৈ নিজৰ হাতেৰে সুগ্ৰীৱৰ কৰমৰ্দ্দন কৰিলে। উভয়ে উভয়ক আলিঙ্গন কৰিলে। তেতিয়া হনুমানে অগ্নি স্থাপন কৰি অগ্নিৰ পূজা কৰি উভয়ৰ সখ্য বন্ধন কৰিলে। ৰাম আৰু সুগ্ৰীৱ সেই অগ্নি প্ৰদক্ষিণ কৰি সখ্য-সূত্ৰত আৱদ্ধ হ'ল।

তাৰ পাছত সুগ্ৰীৱে ৰামচন্দ্ৰক কবলৈ ধৰিলে, সখা ৰাম! মই মোৰ জ্যেষ্ঠ ভ্ৰাতৃ বালীৰ দ্বাৰা উপদ্ৰুত হৃতৰাজ্য আৰু হৃতভাৰ্য্য। মই অত্যন্ত ভীত আৰু সন্ত্ৰস্ত হৈ ইয়াত বাস কৰিছোঁ। আপুনি মোক এই ভয়ৰ পৰা পৰিত্ৰাণ কৰক।

ধৰ্মশীল ৰামচন্দ্ৰই উত্তৰ দিলে—মোৰ লগত মিত্ৰতা কৰা বাবে তোমাৰ বিশেষ উপকাৰ হ'ব। মই বালীক বধ কৰিম। ইয়াত কোনো সন্দেহ নকৰিবা।

সুগ্ৰীৱ ৰামৰ কথাত বৰ সন্তুষ্ট হ'ল। ৰামচন্দ্ৰক ক'লে যে মই হনুমানৰপৰা জানিব পাৰিছোঁ আপুনি কি কাৰণে বনবাসী হৈছে। ৰাৱণে সীতাক হৰণ কৰি নিছে, জটায়ু পক্ষীয়ে বাধা প্ৰদান কৰি প্ৰাণ ত্যাগ কৰিছে তাকো শুনিছোঁ। মই বানৰ সৈন্যৰ সহায়ত আপোনাৰ ভাৰ্য্যাক উদ্ধাৰ কৰি আপোনাৰ ওচৰলৈ আনি দিম। মোৰ এই প্ৰতিজ্ঞা সত্য বুলি জানিব। ৰাৱণে যেতিয়া সীতাক হৰণ কৰি লৈ যায় সীতা দেৱীয়ে তেওঁ উত্তৰীয় বস্ত্ৰ, উত্তম উত্তম আভৰণ দলিয়াই দিছিল। আমি সংগ্ৰহ কৰি ৰাখিছোঁ। সেইবোৰ আপুনি চাই লওক। এই বুলি কৈ সুগ্ৰীৱ গুহাৰ ভিতৰলৈ গৈ সেই উত্তৰীয় বস্ত্ৰ আৰু আভৰণবোৰ আনি ৰামক দেখুৱালে।

ৰামচন্দ্ৰ সেই বস্ত্ৰ আৰু আভৰণসমূহ দেখি শোকাচ্ছন্ন আৰু অধৈৰ্য্য হৈ মাটিত পৰি গ'ল।

তাৰ কিছুসময়ৰ পাছত সুগ্ৰীৱক সুধিলে—সুগ্ৰীৱ! মোন প্ৰাণ প্ৰিয়া সীতাক সেই উগ্ৰ ৰাক্ষসে কলৈ লৈ গৈছে? সেই ৰাক্ষস কত থাকে—মোক কোৱা। মই সেই ৰাক্ষসক বিনাশ কৰিম।

সুগ্ৰীৱে উত্তৰ দিলে মই সেই ৰাক্ষসৰ বিষয়ে একোকে নাজানোঁ। সেই ৰাক্ষসৰ বল-বীৰ্য্য বা কুল বিক্ৰম কি তাকো নাজানোঁ, কিন্তু মই প্ৰতিজ্ঞা কৰিছোঁ সীতা উদ্ধাৰৰ বাবে যথাসাধ্যে যত্ন কৰিম।

ৰামচন্দ্ৰই সুগ্ৰীৱক ক'লে—মই তোমাৰ স্নেহময় আৰু হিতকৰ বাক্যত সুখী আৰু আশ্বস্ত হৈছোঁ। তোমাৰ দৰে বন্ধু লাভ নিতান্তই দুৰ্লভ। এতিয়া ৰাৱণ বধৰ সংহাৰ আৰু সীতাৰ উদ্ধাৰৰ বাবে যত্নপৰ হোৱা।

সুগ্ৰীৱে তাত থকা সমস্ত বানৰকে মতাই আনি ৰাম-লক্ষ্মণৰ আগত ধাৰ্ত্তৰ সংহাৰ আৰু সীতাৰ উদ্ধাৰৰ বাবে যত্ন কৰিব বুলি প্ৰতিজ্ঞাবদ্ধ কৰালে।

ৰামচন্দ্ৰই তেতিয়া সুগ্ৰীৱক সুধিলে—বালীৰ লগত তোমাৰ বৈৰিতা কি বাবে হৈছে? তোমাৰ সেই বৈৰিতাৰ কাৰণ জানি লৈ মই মোৰ কৰ্ত্তব্য স্থিৰ কৰি লম।

সুগ্ৰীৱে কবলৈ ধৰিলে—বালী মোৰ জ্যেষ্ঠ ভ্ৰাতা। তেওঁ পিতাৰ আৰু মোৰ বৰ স্নেহৰ পাত্ৰ আছিল। পিতাৰ মৃত্যুৰ পাছত মন্ত্ৰীসকলে তেওঁক জ্যেষ্ঠ পুত্ৰ বিবেচনা কৰি ৰাজ্যত অভিষিক্ত কৰিলে। মই তেওঁৰ দাসৰ দৰে অনুগত হৈ থাকিলোঁ। পূৰ্বে স্ত্ৰী এগৰাকীক লৈ মায়াবী নামে তেজস্বী দানৱ এজনৰ লগত বালীৰ বৈৰিতা হয়। সেই মায়াবী দানৱে ভৰ ৰাতি যেতিয়া সকলো টোপনিত আচ্ছন্ন হৈ আছিল, সেই সময়ত কিষ্কিন্ধ্যাৰ দ্বাৰ দেশত আহি বালীক ৰণলৈ আহ্বান কৰিলে। আমাৰ ভাই নিদ্ৰিত আছিল। মায়াবীৰ ভয়ঙ্কৰ গৰ্জন শুনি সহ্য কৰিব নোৱাৰি বেগেৰে বাহিৰলৈ আহি সেই দানৱক হত্যা কৰিবলৈ উদ্যত হ'ল। সেই সময়ত অন্তঃপুৰত থকা সকলোবিলাক স্ত্ৰীয়ে আৰু মই নিষেধ কৰিছিলোঁ; কিন্তু বালী কাৰো কথা নুশুনি ওলাই গ'ল। সেই দানৱে মোক আৰু বালীক দূৰৈৰপৰা দেখি ভয়তে পলায়ন কৰিব ধাৰিলে। সি ত্ৰস্ত হৈ ধাৱমান হোৱাত আমিও পাছে পাছে খেদি গলোঁ। তেতিয়া সেই দানৱ তৃণে আচ্ছাদন কৰি থকা এটা সুৰুঙাইদি মাটিৰ তললৈ সোমাই গ'ল। আমি দুয়ো সেই ঠাইত ৰৈ থাকিলোঁ। তেতিয়া বালীয়ে ক্ৰোধত উন্মত্ত হৈ মোক কলে 'সুগ্ৰীৱ! যেতিয়ালৈকে শত্ৰু বধ কৰি ঘূৰি নাহোঁ তেতিয়ালৈকে তুমি ইয়াতে থাকা। ময়ো এই সুৰুঙাইদি প্ৰৱেশ কৰিম। তেতিয়া ময়ো তেওঁৰ লগতে যাবলৈ ওলালোঁ। তেওঁ ভূমিত পদাঘাত কৰি মোক যাবলৈ নিষেধ কৰিলে। তেওঁ অকলে গ'ল। মই এবছৰ তাত থাকিলোঁ। মই বিপদ গনিলোঁ। চঞ্চল হৈ অনিষ্ট আশঙ্কা কৰিলোঁ। তাৰ পাছত বহুদিনৰ অন্তত সেই সুৰুঙাইদি ফেনৰ লগত ৰক্ত ওলাব ধৰিলে। মই বৰ দুঃখিত হ'লোঁ। তেতিয়া দানৱবিলাকৰ ঘোৰ গৰ্জন শুনিবলৈ পালোঁ; কিন্তু সংগ্ৰাম কৰি থকা বালীৰ কোনো মাত শব্দ নুশুনিলোঁ। মই ভাবিলোঁ যে বালী নিহত হৈছে। মই সুৰুঙা পথ বন্ধ কৰি দি আহি বালীৰ অন্ত্যেষ্টিক্ৰিয়া সমাপন কৰিলোঁ। মন্ত্ৰীসকলে মোক ৰাজ্যত অভিষিক্ত কৰিলে। এনে সময়ত বালী সেই দানৱক বধ কৰি কিষ্কিন্ধ্যাত ওলালহি। কিষ্কিন্ধ্যালৈ আহি ৰাজ্যত মোক অভিষিক্ত হোৱা দেখি ক্ৰোধতে ৰক্তচক্ষু হৈ উঠিল। তেওঁ মন্ত্ৰীবৰ্গক কটু তিৰস্কাৰ কৰি মোৰ প্ৰতিও নিষ্ঠুৰ বাক্য প্ৰয়োগ কৰিব ধৰিলে। তেওঁ মোৰ অগ্ৰজ আৰু পূজনীয়। সেইবাবে মই কোনো উত্তৰ নিদিলোঁ। তেওঁ ৰাজপুৰীত প্ৰৱেশ কৰিলে আৰু মই সসম্মানে তেওঁৰ ভৰিত ধৰি প্ৰণাম কৰিলোঁ, কিন্তু তেওঁ আশিৰ্বাদ নকৰিলে।

মই পুনঃ পুনঃ মুকুট সংলগ্ন কৰি তেওঁৰ পাদদ্বয়ত প্ৰণাম কৰিলোঁ; কিন্তু বালীৰ ক্ৰোধ প্ৰশমিত নহ'ল। মোৰ প্ৰতি প্ৰসন্ন নহ'ল।

তেওঁ সক্ৰোধে আসনত উপবেশন কৰিলে। মই তেওঁক প্ৰসন্ন কৰিবলৈ পুনঃ চেষ্টা কৰিব ধৰিলোঁ। মই কবলৈ ধৰিলোঁ হে অনাথ ৰক্ষণ, আপুনি ভাগ্যবশে শত্ৰুসংহাৰ কৰি কুশলে আহিছে। মই অনাথ আৰু নিৰুপায়। আপুনিয়েই মোৰ ঈশ্বৰ। মই আপোনাৰ ৰাজছত্ৰ আৰু ব্যজনপাখ্যা ময়ে গ্ৰহণ কৰিম, আপুনি মোক অনুমতি দিয়ক। তাৰ পাছত তেওঁ সুৰুঙা প্ৰৱেশ কৰাৰ পাছত যে মই বৎসৰাধিক কাল তাত বৈ আছিলোঁ আৰু সুৰুঙা পথেদি তেজ ফেন ওলাই অহা দেখা পাই আৰু বালীৰ কোনো মাত শব্দ নাপাই সুৰঙাপথ বন্ধ কৰি দিলোঁ—সকলো সত্য কথা পূৰাকৈ বিবৃত কৰিলোঁ। তেওঁ কেৱল খঙেৰে মোক 'ধিক! ধিক্! শতধিক্ তোমাক' এইদৰে বহুবাৰ কবলৈ ধৰিলে।

তাৰ পাছত মন্ত্ৰীসকলক আৰু প্ৰজা বৰ্গক মতাই আনি মোক দুৰ্বাক্য কবলৈ ধৰিলে। মই প্ৰজাবৰ্গ আৰু মন্ত্ৰীসকলৰ আগত সত্য বিৱৰণী দিলোঁ।

বালীয়ে ক'লে যে মই সেই মায়াবী দানৱক বন্ধুবৰ্গৰ সৈতে নিহত কৰিলোঁ। সেই দানৱ যেতিয়া ভূমিত পতিত হৈ চিৎকাৰ কৰিব ধৰে তেতিয়া তাৰ ৰুধিৰ-প্ৰৱাহ হৈছিল। তাৰ পাছত মই ওলাবলৈ সুৰুঙাৰ দ্বাৰলৈ আহি 'সুগ্ৰীৱ', 'সুগ্ৰীৱ' বুলি চিৎকাৰ কৰিছোঁ। একো প্ৰত্যুত্তৰ নাপালোঁ। তেতিয়া মই পদাঘাত কৰি সুৰুঙাৰ দ্বাৰত থকা শিল আঁতৰ কৰিলোঁ আৰু ঘূৰি আহিলোঁ।

সুগ্ৰীৱে ভ্ৰাতৃ সৌহাৰ্দ্দ্য বিস্মৃত হৈ ৰাজ্য আকাঙ্ক্ষা কৰিছিল। তাতে মই ক্ৰুদ্ধ হৈছোঁ। বানৰৰাজ বালীয়ে মোক এক বস্ত্ৰে নিৰ্বাসিত কৰিলে আৰু মোৰ স্ত্ৰীকো হৰণ কৰিলে। মই ভাৰ্য্যা হৰণ দুঃখত দুঃখিত হৈ বালীয়ে ঋষি শাপত প্ৰৱেশ কৰিব নোৱাৰা এই ঋষ্যমুখ পৰ্বতত বাস কৰিছোঁ। বিনা অপৰাধে মোৰ এই মহৎ কষ্ট হৈছে। বালীৰ সহিত মোৰ বৈৰিতাৰ কাৰণ এয়ে।

বালী অত্যন্ত বলশালী। মই আপোনাক বালীৰ লগত তুলনা নকৰোঁ। আপোনাক বালীতকৈ তুচ্ছ জ্ঞানো নকৰোঁ আৰু ভয়ো নেদেখুৱাওঁ। কিন্তু আপোনাৰ যুদ্ধত বলবীৰ্য্য কিমান সেইটো মই জানিব পৰা নাই। কিন্তু বালীৰ অদ্ভুত ভয়ঙ্কৰ কাৰ্য্যৰ দ্বাৰা মই কাতৰ হৈছোঁ। ৰাঘৱ! আপোনাৰ স্থিৰ বাক্য আৰু ধীৰ প্ৰকৃতিয়েই বীৰ্য্যশালিতাৰ প্ৰমাণ আৰু ছাইয়ে ভস্মাচ্ছন্ন অগ্নিৰ দৰে আপোনাৰ তেজ সূচনা কৰিছে।(১) কিন্তু মই বালীৰ বল বীৰ্য্যৰ বিষয়ে

---

(১) ন খল্বহং ত্বাং তুলয়ে নাৱমন্যে ন ভীষয়ে।
কৰ্মভিস্তস্য ভীমৈস্ত কাতৰ্য্যং জনিতং মম।।৪০
কামং ৰাঘৱ তে বাণী প্ৰমাণং ধৈৰ্য্যমাকৃতিঃ
সূচয়ন্তি পৰং তেজো ভস্মাচ্ছন্নমিৱানলম্।।৪১

আপোনাক অলপ কওঁ—এসময়ত দুন্দুভি নামক অসুৰৰ লগত বালীৰ যুদ্ধ হৈছিল। বানৰ আৰু অসুৰৰ যুদ্ধত অসুৰ হীনবল হ'ল। দুন্দুভি নিহত হ'ল। বালীয়ে দুন্দুভিক বেগে চাৰি মাইল দূৰৈত নিক্ষেপ কৰিলে। সেই সময়ত দুন্দুভিৰ মুখৰ পৰা ৰক্তস্ৰাৱ হৈছিল। সেই ৰক্ত বিন্দুবোৰ বতাহত উড়ি গৈ মতঙ্গ মুনিৰ আশ্ৰমৰ বিভিন্ন স্থানত পতিত হৈছিল। মতঙ্গ মুনি ক্ৰুদ্ধ হ'ল, কোনে এইটো কৰিলে? মুনিবৰে পৰ্ণকুটিৰৰ পৰা বাহিৰ হৈ দেখে যে এটা মহ (মহিষ-দুন্দুভি) মৃত অৱস্থাত ওচৰতে পৰি আছে। তেওঁ তপোবলৰ দ্বাৰা জানিলে যে বানৰে এই কাৰ্য্য কৰিছে। তেতিয়া তেওঁ শাপ দিলে যে যি বানৰে এই কাৰ্য্য কৰিছে, সেই বানৰ মোৰ আশ্ৰমত প্ৰৱেশ কৰিব নোৱাৰিব। প্ৰৱেশ কৰিলে তাৰ মৃত্যু হব। সেই বাবেহে মতঙ্গ মুনিৰ আশ্ৰম থকা ঋষ্যমুখ পৰ্বতলৈ বালী নাহে।

ৰামচন্দ্ৰ বালীক বধ কৰিবলৈ সমৰ্থ হব নে নহয়, সেই বিষয়ে সুগ্ৰীৱৰ সন্দেহ হৈছিল। সেই বাবে বালীৰ বলৰ বিষয়ে বৰ্ণনা কৰিছিল আৰু সেই বিষয়ে বিবেচনা কৰিহে ৰামক কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰিবলৈ কৈছিল।

লক্ষ্মণে শুনি হাঁহিলে আৰু সুগ্ৰীৱক সুধিলে "ৰামে কি কাৰ্য্য কৰি দেখুৱালে তুমি বিশ্বাস কৰিব পাৰা যে ৰাম চন্দ্ৰ বালী বধৰ বাবে সমৰ্থ?" সুগ্ৰীৱে কলে যে বালীয়ে সৌ সম্মুখত থকা সাত জোপা তাল গছ একে পাত শৰেৰে এজোপাৰ পাছত এজোপা গছ একে নিক্ষেপতে বিদ্ধ কৰিছিল। ৰামচন্দ্ৰই যদি সেই তাল বৃক্ষ কেইজোপা একপাত শৰেৰে এক নিক্ষেপতে বিদ্ধ কৰিব পাৰে তেন্তে মোৰ বিশ্বাস হ'ব যে ৰামচন্দ্ৰ বালীৰ লগত যুদ্ধ কৰিবলৈ সমৰ্থ হব।

ৰামচন্দ্ৰই সুগ্ৰীৱৰ কথা শুনি একে নিক্ষেপতে একপাত শৰেৰে সেই সাত জোপা তাল বৃক্ষ বিদ্ধ কৰিলে আৰু সেই শৰ তাল বৃক্ষ আৰু বৃক্ষ থকা পৰ্বত ভেদ কৰি পুনৰায় ৰামৰ তূণত প্ৰৱেশ কৰিলে। তেতিয়া সুগ্ৰীৱে ৰামচন্দ্ৰৰ ভৰিত পৰি মস্তক স্পৰ্শ কৰাই প্ৰণাম কৰিলে আৰু ৰামচন্দ্ৰৰ ভূয়সী প্ৰশংসা কৰিব ধৰিলে।

**বালীবধ ঃ**

কোবা ৰাম চন্দ্ৰ মই, তোমাৰ কমন শত্ৰু,
কেন হেন কপট কৰিলা।
মোৰ প্ৰাণ বৈৰী বালী, তাহাৰ হাতত নিয়া
কি কাৰ্য্যত মৰাইতে চাহিলা।।

ৰামচন্দ্ৰই বালীক যুদ্ধলৈ আহ্বান কৰিবলৈ সুগ্ৰীৱক কলে। সুগ্ৰীৱেও কিষ্কিন্ধ্যালৈ গৈ ঘোৰতৰ গৰ্জ্জন কৰি বালীক যুদ্ধলৈ আহ্বান কৰিলে।

ভায়েক সুগ্ৰীৱৰ সেই গৰ্জ্জন শুনি মহাবল বালী ক্ৰোধত অধীৰ হৈ সূৰ্য্য

যেনেকৈ অস্তগিৰিৰপৰা নিৰ্গত হয় তেনেকৈ নিজৰ ৰাজপুৰীৰ পৰা নিৰ্গত হ'ল। বালী আৰু সুগ্ৰীৱৰ ঘোৰতৰ যুদ্ধ চলিল। ক্ৰোধত উন্মত্ত হৈ উভয় ভ্ৰাতাই পৰস্পৰক চৰ আৰু মুষ্টি প্ৰহাৰৰ দ্বাৰা আঘাত কৰিব ধৰিলে। তাৰ পাছত ৰামে ধনুৰ্ধাৰণ কৰি বালীৰ প্ৰতি শৰ নিক্ষেপ কৰিবলৈ উদ্যত হ'ল; কিন্তু অশ্বিনী কুমাৰৰ দৰে সমান ৰূপ আৰু আকৃতি দেখি কোনজন বালী আৰু কোনজন সুগ্ৰীৱ চিনিব নোৱাৰি সেই প্ৰাণবধী শৰ নিক্ষেপ কৰিব নোৱাৰিলে। ইতিমধ্যে সুগ্ৰীৱে পৰাজিত হৈ ৰণত ভঙ্গ দি পলায়ন কৰিলে আৰু ৰক্তাক্ত কলেবৰ হৈ মহাবনত প্ৰৱেশ কৰিলে। ৰাম-লক্ষ্মণ আৰু হনুমানেও সেই বনত প্ৰৱেশ কৰিলে।

সুগ্ৰীৱে লক্ষ্মণৰ লগত ৰামক আহিবলৈ ধৰা দেখি লজ্জিতভাৱে সুগ্ৰীৱ আগবাঢ়ি আহিল আৰু অতি দুঃখিতভাৱে কবলৈ ধৰিলে "আপুনি বিক্ৰম দেখুৱাই বালীক যুদ্ধলৈ আহ্বান কৰা এই বুলি কৈ একোকে নকৰিলে। শত্ৰুৱে মোক বিষম আঘাত কৰিলে—এইটো কেনে হ'ল? ৰাঘৱ! আপুনি আগতে নকলে কিয় যে আপুনি বালীক বধ নকৰিব। তেতিয়া হ'লে মই ইয়াৰপৰা নগলোঁহেঁতেন।"

ৰামচন্দ্ৰই সুগ্ৰীৱক ক'লে—সুগ্ৰীৱ! তুমি খং নকৰিবা। মই কিয় বাণ মৰা নাই সেইটো শুনা। তুমি যি বেশ আৰু অলঙ্কাৰ পিন্ধিছিলা, বালীয়েও সেই বেশ আৰু সেই অলঙ্কাৰ পিন্ধিছিল। তাৰ দ্বাৰা তুমি আৰু বালী পৰস্পৰ এক। মাত, কথা, কান্তি আৰু বিক্ৰম ইয়াৰ দ্বাৰাও মই বুজিব নোৱাৰিলোঁ তুমি কোনজন আৰু বালী কোনজন। সেইবাবে মই একে ৰূপ আৰু একে সাদৃশ্যত মোহিত হৈ শত্ৰুবধী শৰ ত্যাগ কৰিব নোৱাৰিলোঁ। ভুল কৰি কিজানিবা বা তোমাকেই নিহত কৰোঁ—এয়ে আছিল মোৰ আশঙ্কা। তেতিয়া মোৰ কুযশ হব যে মই অজ্ঞান আৰু লঘুচিত্ত। তদুপৰি মোৰ, লক্ষ্মণৰ আৰু সীতাৰ একমাত্ৰ আশ্ৰয় স্থল তুমিয়েই। ভুল কৰি যদি তোমাকেই বধ কৰোঁ আমাৰ আশ্ৰয়ৰ মূল ধ্বংস হব আৰু পূৰ্বে অভয় দান দি যদি মই তোমাকেই বধ কৰোঁ, মোৰ মহাপাতক হ'ব।

দুহানো শৰীৰ একে সম একে কালা।
দুহানো গলত দেখোঁ সুবৰ্ণৰ মালা।।
বালী বুলি মাৰোঁ যেবে সুগ্ৰীৱ মৰিব।
সংসাৰত মোৰ বৰ অখ্যাতি থাকিব।।

হে বীৰবৰ! তুমি কিবা চিহ্ন ধাৰণ কৰি পুনৰ্বাৰ যুদ্ধ কৰা। সেই চিহ্নৰ দ্বাৰা তোমাক চিনিব পাৰিম। এই বুলি কৈ ৰামচন্দ্ৰই লক্ষ্মণক গুণ্ড লক্ষণযুক্ত গজ পুষ্প কিছুমান তুলি আনি সুগ্ৰীৱৰ গলত সেই পুষ্পৰ মালা পিন্ধাই দিবলৈ ক'লে। লক্ষ্মণে তাকে কৰিলত সুগ্ৰীৱৰ এটা বিশিষ্ট ৰূপ প্ৰকাশ পালে।

তাৰ পাছত ৰামচন্দ্ৰই সুগ্ৰীৱক আগত লৈ লক্ষ্মণ, হনুমান, বলবান বীৰ নল, মহাতেজা নীল আৰু অন্যান্য শ্ৰেষ্ঠ বানৰসকলক লৈ বালীৰ ৰাজধানী কিষ্কিন্ধ্যা নগৰীৰ ফালে গমন কৰিলে। তাত উপস্থিত হৈ সুগ্ৰীৱে পুনৰায় ঘোৰতৰ গৰ্জ্জন কৰি বালীক পুনঃ যুদ্ধলৈ আহ্বান কৰিলে আৰু অন্যান্যসকলে বিভিন্ন বৃক্ষৰ আঁৰালত ৰৈ থাকিল। সোণ বৰণীয়া সুগ্ৰীৱে আকাশ ভেদি গৰ্জ্জনেৰে যেতিয়া বালীক যুদ্ধলৈ আহ্বান কৰিব ধৰিলে, সেই ঘোৰ নিনাদ বালীয়ে শুনিলে। বালীৰ মহা ক্ৰোধ উপস্থিত হ'ল। সেই ক্ৰোধত উন্মত্ত হৈ বালী তৎক্ষণাৎ ওলাই আহিবলৈ উদ্যত হ'ল। বালীৰ পত্নীয়ে সহসা বালী ওলাই যাব ধৰোঁতে বাধা দিলে। বালীৰ পত্নী তাৰাই বালীক ক'লে, নাথ! আপুনি আজি যুদ্ধলৈ যাব নালাগে; কাইলৈ ৰাতিপুৱা যুদ্ধলৈ যাব। সুগ্ৰীৱ পৰাস্ত হৈ পলায়ন কৰি গৈছিল। তেওঁ যে পুনঃ যুদ্ধলৈ আহিছে, তেওঁ নিঃসহায় হৈ অহা নাই। মই পুত্ৰ অঙ্গদৰ পৰা জানিব পাৰিছোঁ যে সুগ্ৰীৱে এক মহৎ সহায় লাভ কৰিছে। কুমাৰ অঙ্গদে বনত ভ্ৰমণ কৰিবৰ সময়ত চৰবিলাকৰ মুখত শুনিছে যে সুগ্ৰীৱে অযোধ্যাৰ ৰজা দশৰথৰ পুত্ৰ ৰাম আৰু লক্ষ্মণৰ সহায় লাভ কৰিছে আৰু তেওঁলোকে সুগ্ৰীৱৰ মঙ্গল সাধনত প্ৰস্তুত হৈ আহিছে। ৰাম আৰু লক্ষ্মণ দুৰ্দ্ধৰ্ষ বীৰ। ৰামচন্দ্ৰ বিপন্নবিলাকৰ গতি, আৰ্ত্তবিলাকৰ আশ্ৰয়, জ্ঞান আৰু বিজ্ঞান সম্পন্ন আৰু পিতৃভক্ত। পিতৃৰ আদেশত বনলৈ আহিছে। আপুনি সেই মহাত্মা পুৰুষৰ লগত যুজ কৰি জয়ী হ'ব নোৱাৰিব। তাতকৈ মই আপোনাক এটা হিতকৰ পৰামৰ্শ দিওঁ শুনক। সুগ্ৰীৱ আপোনাৰ কনিষ্ঠ ভ্ৰাতা, তেওঁক যৌৱৰাজ্যত অভিষিক্ত কৰক। আপুনি ভ্ৰাতৃৰ বিৰোধ নকৰিব। আপুনি সুগ্ৰীৱৰ লগত বৈৰ ভাৱ পৰিত্যাগ কৰক আৰু ৰামৰ লগত সৌহাৰ্দ্দ্য স্থাপন কৰক। তেতিয়া আপোনাৰ মঙ্গল হ'ব। সুগ্ৰীৱ যতেই নাথাকক, তেওঁ আপোনাৰ বন্ধু আৰু আপোনাৰ তেওঁৰ দৰে বন্ধু এই পৃথিৱীত আন কোনো নাই।

বালীয়ে এই হিতোপদেশ নুশুনিলে। আকৌ তাৰাকহে ভৰ্ৎসনা কৰি কবলৈ ধৰিলে—হে বৰাণনে! মোৰ ভাইজনেই মোৰ বিশেষ শত্ৰু। এতিয়া সি সদৰ্পে গৰ্জ্জন কৰিব ধৰিছে; মই সেইটো কেনেকৈ সহ্য কৰিম? মই সুগ্ৰীৱৰ লগত যুদ্ধ কৰিবই লাগিব। ৰামচন্দ্ৰক লৈ তুমি ভাবিব নালাগে। তেওঁ ধৰ্মজ্ঞ আৰু কি কৰ্ত্তব্য কি অকৰ্ত্তব্য তেওঁ ভালদৰে বুজে আৰু তেওঁৰ প্ৰতি মোৰ ফালৰপৰা কোনো দোষ হোৱা নাই।

স্ত্ৰী বৈৰী পিতৃ বৈৰী সীমা বৈৰী নোহোঁ।
ৰাজ্যৰ নিমিত্তে আমি দুই ভাই যুজোহোঁ।।
কোন অপৰাধে ৰামে বধিবা আমাক।
ৰাখৰিয়া প্ৰাণেশ্বৰী ঘৰে বসি থাক।।

নিৰপৰাধজনক তেওঁ কিয় হত্যা কৰিব? তেওঁ কিয় পাপ কৰ্ম কৰিব?(১) তুমি ভয় নকৰিবা, সুগ্ৰীৱক মই প্ৰাণে নামাৰোঁ কেৱল তাৰ দৰ্প হে চূৰ্ণ কৰিম। তুমি মোৰ লগে লগে আহিব নালাগে। মোৰ প্ৰতি তোমাৰ মৰম যথেষ্ট দেখুৱা হৈছে; এতিয়া তুমি আন আন পৰিবাৰবৰ্গ আৰু তিৰোতাসকলক লগত লৈ ঘূৰি যোৱা। তাৰাই স্বামীক প্ৰদক্ষিণ কৰি কান্দি কান্দি অন্তঃপুৰত প্ৰৱেশ কৰিলে।

বালী ক্ৰুদ্ধ সৰ্পৰ নিচিনাকৈ নিশ্বাস ত্যাগ কৰি নগৰীৰ পৰা দ্ৰুতবেগে ওলাই গ'ল।

বাধাক নুশুনি বালী সমৰক যাই।
মাথাৰ উপৰে কাক শগুণ বৰ্ণাই।।
বাম পাশে সৰ্প যাই ডাহিনে শৃগাল।
কাক গৃধ পাখীৰ আকাশে কোলাহল।।

বালী আৰু সুগ্ৰীৱৰ মুষ্টিযুদ্ধ মল্লযুদ্ধ আৰম্ভ হ'ল। পৰস্পৰে পৰস্পৰৰ ছিদ্ৰ অন্বেষণ কৰি যুদ্ধ কৰিবলৈ ধৰিলে। ৰামচন্দ্ৰই দূৰৈৰপৰা সেই যুদ্ধ নিৰীক্ষণ কৰি আছে। সুগ্ৰীৱে যদিও ঘোৰতৰ যুদ্ধ কৰিছে, তথাপি বালীৰ ওচৰত পুনঃ পুনঃ পৰাজিত হৈ অত্যন্ত দুৰ্বল হৈ পৰিছে আৰু অত্যন্ত কাতৰ হৈ চাৰিওফালে চাবলৈ ধৰিছে। তেতিয়া ৰামচন্দ্ৰই বালীৰ প্ৰতি শৰ নিক্ষেপ কৰিলে। সেই শৰ মহাবেগেৰে গৈ বালীৰ বক্ষঃস্থলত পৰিল আৰু বালী মাটিত পৰি গ'ল। মহেন্দ্ৰৰ দৰে দুৰ্দ্ধৰ্ষ, উপেন্দ্ৰৰ (বিষ্ণুৰ) দৰে দুঃসহ, মহাবাহু, প্ৰদীপ্তবদন, সিংহলোচন স্বৰ্ণ-বৰ্ণ বালী ৰণত পতিত হোৱা দেখি যথাযুক্ত সন্মান দেখুৱাবৰ কাৰণে ৰাম আৰু লক্ষ্মণ বালীৰ ওচৰ চাপি গ'ল।

বালীৰ তেজ স্তিমিত হৈ আহিছে আৰু প্ৰাণ যায় যায় অৱস্থা পাইছে। বালীৰ হৃদয় যদিও ৰামৰ প্ৰাণঘাতী শৰৰ দ্বাৰা বিদ্ধ হৈছিল, তথাপি এসময়ত ইন্দ্ৰই বালীক দিয়া সোণৰ হাৰ এডাল বালীয়ে গলত পিন্ধি থকা বাবে সেই হাৰৰ শক্তিৰ প্ৰভাৱও বালীৰ শৰীৰত কথা কব পৰা বল শক্তি তেতিয়াও আছিল। সেই সময়ত বালীয়ে ৰামচন্দ্ৰক দেখি গৰ্ব্বিত অথচ বিনীত বাক্যেৰে ৰামচন্দ্ৰক কঠোৰ ভাৱে কবলৈ ধৰিলে—ৰাম! আপোনাৰ লগত মই সন্মুখ যুদ্ধ কৰা নাই। আপুনি মোক বধ কৰি কি খ্যাতি লাভ কৰিলে? মই সুগ্ৰীৱৰ লগত যুদ্ধত ব্যস্ত আছিলোঁ কিন্তু আপুনি মোক বধ কৰিলে। মানুহে আপোনাৰ যশ কীৰ্ত্তন কৰে যে আপুনি সদ্বংশজাত, কৰুণাময়, প্ৰজাৰঞ্জক, উচিত অনুচিত কাৰ্য্যৰ বিবেচক আৰু

---

(১) ন চ কাৰ্য্যো বিষাদস্তে ৰাঘৱং প্ৰতি মৎকৃতে।
ধৰ্মজ্ঞশ্চ কৃতজ্ঞশ্চ কথং পাপং কৰিষ্যতি।।

কিষ্কিন্ধ্যা—১৬/৫।।

সত্ত্বগুণ সম্পন্ন। তাৰাই মোক আপুনি সুগ্ৰীৱৰ সহায় বুলি এই যুদ্ধলৈ আহিবলৈ হাক দিছিল; কিন্তু আপুনি এইবোৰ গুণত গুণী বুলি ভাবি মই সুগ্ৰীৱৰ লগত যুদ্ধত নামিছিলোঁ। আপোনাক যদিও ইয়াৰ পূৰ্বে দেখা নাছিলোঁ কিন্তু আপুনি ধৰ্মৰ প্ৰতিপালক বুলি মোৰ ধাৰণা হৈছিল। কিন্তু সেইটো নহয়। আপুনি ধৰ্মধ্বজী, পাপাচাৰী আৰু অধাৰ্মিক। আপুনি কপটধৰ্মী। মোৰ আপোনাৰ লগত ইয়াৰ পূৰ্বে কোনো পৰিচয় নাছিল আৰু মই আপোনাৰ বা আপোনাৰ ৰাজ্যৰ কোনো অনিষ্ট কৰা নাই। আপুনি কি বুলি মোক বধ কৰিলে? মই ফলাহাৰী বনবাসী বানৰ। মই আপোনাৰ লগত যুদ্ধ কৰা নাছিলোঁ। আপুনি ৰঘু বংশত জন্ম গ্ৰহণ কৰিছে আৰু ধাৰ্মিক বুলি খ্যাতি লাভ কৰিছে। আপুনি ধাৰ্মিকৰ বেশত কিয় অধৰ্মাচৰণ কৰিলে? আমি বনবাসী বানৰ, পশুতুল্য; অতএব আমাৰ প্ৰকৃতি পশুতুল্য হোৱা স্বাভাৱিক; কিন্তু আপুনি নগৰবাসী মনুষ্য। আপোনাৰ প্ৰকৃতি কিয় এনেকুৱা হ'ল? আপুনি ৰজা। সাম দান, ক্ষমা, ধৰ্ম, সত্য, ধৈৰ্য্য, পৰাক্ৰম আৰু শত্ৰুৰ প্ৰতি দণ্ডবিধান ৰজাৰ গুণ।(১) ভূ-সম্পত্তি আৰু ধন সম্পত্তি প্ৰভৃতি বিবাদৰ বা নিগ্ৰহৰ কাৰণ হয়; কিন্তু আমি ফলাহাৰী বন্য বানৰ। আমাৰ খাদ্য ফলমূলৰ প্ৰতি আপোনাৰ কি লোভ থাকিব পাৰে? নয় (শাসন-নীতি) আৰু বিনয় (মৃদুতা) কোন ক্ষেত্ৰত প্ৰযোজ্য কিংবা নিগ্ৰহ আৰু অনুগ্ৰহ কোন ক্ষেত্ৰত প্ৰযোজ্য সেই ৰাজনীতি যি ৰজাই নাজানে সেই ৰজা যথেচ্ছাচাৰী হয়। ৰজা যথেচ্ছাচাৰী হোৱা উচিত নহয়। আপুনি যথেচ্ছাচাৰী, কোপন স্বভাৱ, অব্যৱস্থিত চিত্ত আৰু য'তে ত'তে শৰধনু ব্যৱহাৰ কৰে।(২) আপুনি ৰজা সঁচা কিন্তু ধৰ্মৰ প্ৰতি আপোনাৰ আদৰ নাই, আপোনাৰ বুদ্ধি যথাস্থানত ব্যৱহৃত নহয়। আপুনি ইন্দ্ৰিয়পৰবশ হৈ যথেচ্ছাচাৰী হয়। মোৰ কোনো অপৰাধ নাই, মোক আপুনি শৰৰ দ্বাৰা আহত কৰি অতি ঘৃণিত কাৰ্য্য কৰিছে। সাধু-সজ্জনৰ আগত আপুনি ইয়াৰ কি কৈফিয়ৎ দিব? যিজনে ৰজাক হত্যা কৰে, যিজনে ব্ৰাহ্মণক হত্যা কৰে, যিজনে গো-বধ কৰে, যিজনে চুৰি কৰে, যিজনে প্ৰাণী-হিংসাত আনন্দ পায়, যিজন ধৰ্মত অবিশ্বাসী আৰু যিজনে জ্যেষ্ঠ ভ্ৰাতাৰ পূৰ্বে বিবাহ কৰে, সেইজন লোক নৰকগামী হয়। যিজনে এজনৰ গোপনীয় কথা

---

(১) দমঃ শমঃ ক্ষমা ধৰ্ম্মো ধৃতিঃ সত্যং পৰাক্ৰমঃ।
পাৰ্থিবানাং গুণা ৰাজন্ দণ্ডশ্চাপ্যপকাৰিষু।।১৯।। কিষ্কিন্ধ্যা—১৭ সৰ্গ

(২) নয়শ্চ বিনয়শ্চোভৌ নিগ্ৰহানুগ্ৰহাৱপি।
ৰাজবৃত্তিৰসংকীৰ্ণো ন নৃপাঃ কামবৃত্তয়ঃ।।৩২
ত্বংতু কাম প্ৰধানশ্চ কোপনশ্চানৱস্থিতঃ।
ৰাজবৃত্তেষু সংকীৰ্ণঃ শৰাসন পৰায়নঃ।।৩৩
কিষ্কিন্ধ্যা—১৭ অঃ

আনজনক জনাই দিয়ে, যিজনে কৃপণ, যিজন মিত্ৰঘাতী আৰু যিজনে গুৰুপত্নীক ৰমণ কৰে, সেইজন লোক নৰকলৈ যায়।[১] মই চিকাৰৰ প্ৰাণীও নহয়। মোৰ চৰ্ম অপোনালোকৰ ধাৰণৰ অযোগ্য, লোম আৰু অস্থি সজ্জনৰ অগ্ৰাহ্য আৰু মাংসও ধৰ্মচাৰীসকলৰ অভক্ষ্য। পাঁচনখী জীৱসকলৰ ভিতৰত শল্যক (গড়ঁ), শ্বাবিধ (কঁটলা পহু), গোধা (গো সাপ), শহা পহু আৰু কাছ এই পাঁচবিধ পাঁচনখী জীৱ ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়সকলৰ ভক্ষ্য।[২] মই পঞ্চনখী বানৰ, মোৰ চৰ্ম অস্থি আৰু লোম অস্পৃশ্য আৰু মাংস অভক্ষ্য।[৩] আপুনি মোক কিয় বধ কৰিলে?

মহাৰাজ দশৰথ মহাত্মা ব্যক্তি আছিল। তেওঁৰ ঔৰসত এনে শঠ, পৰৰ অপকাৰী, ক্ষুদ্ৰমনা, মিথ্যাশ্ৰয়ী আপুনি কেনেকৈ জন্ম গ্ৰহণ কৰিলে? মোক ৰামৰ নিচিনা হাতী এটিয়ে বধ কৰিলে, যিজনে ধাৰ্মিক লোকৰ ধৰ্ম আৰু নৈতিকতা লঙ্ঘন কৰিছে। ৰাম! মোৰ নিচিনা উদাসীন (নিৰপেক্ষ—শত্ৰুতাহীন) ব্যক্তি এজনৰ প্ৰতি এই ৰূপ বিক্ৰম প্ৰকাশ কৰিলে? যদি আপুনি প্ৰত্যক্ষভাৱে মোৰ লগত যুদ্ধ কৰিলেহেঁতেন, আপুনি মোৰ দ্বাৰা নিহত হৈ যমৰ ঘৰ পালেহেঁতেন। তাত কোনো সন্দেহ নাই। মানুহ শুই থাকিলে সাপে দংশন কৰি যেনেকৈ বিনাশ কৰে, তেনেকৈ আপুনি আঁৰালত থাকি মোৰ নিচিনা দুৰ্দ্ধৰ্ষ যোদ্ধা এজনক বিনাশ কৰিলে। সুগ্ৰীৱৰ মঙ্গল কামনা কৰি আপুনি মোক নিহত কৰিছে। যদি আগতে মোক জনালেহেঁতেন, মই একেদিনাই আপোনাৰ প্ৰিয়ভাৰ্য্যা মৈথিলীক আনি দিলোঁহেঁতেন। আপোনাৰ ভাৰ্য্যাপহাৰী ৰাক্ষস ৰাৱণক ৰণত বধ নকৰি গল জৰী লগাই বান্ধি আনি আপোনাৰ ওচৰলৈ লৈ অহিলোঁহেঁতেন—ইয়াত কোনো সন্দেহৰ স্থল নাই। মৈথিলী যদি সাগৰৰ পানীৰ মাজতো থাকিলহেঁতেন বা পাতালতো থাকিলহেঁতেন আপোনাৰ আদেশ পালে যেনেকৈ হয়গ্ৰীৱ বিষ্ণুৱে মধু আৰু কৈটভে হৰণ কৰি নিয়া বেদ পাতালৰপৰা উদ্ধাৰ কৰিছিল তেনেকৈ মই সীতাক উদ্ধাৰ কৰি আনিলোঁহেঁতেন। মই স্বৰ্গগত হ'লে যে সুগ্ৰীৱে ৰাজ্য পাব সেইটো যুক্তিযুক্তই হৈছে কিন্তু আপুনি যে অধৰ্মক আশ্ৰয় কৰি মোক বধ কৰিলে সেইটো অত্যন্ত অযুক্ত কাৰ্য্য হৈছে। সকলোৱে মৰে, ময়ো মৰিম; কিন্তু আপুনি যে মোক অধৰ্মৰ দ্বাৰা বধ কৰিছে, আপুনি ৰাজ্য লাভ কৰিলে যেতিয়া ৰাজ্যৰ প্ৰজাসকলে আপোনাক এই প্ৰশ্ন কৰিব তেতিয়া আপুনি কি উত্তৰ দিব? এইখিনি

---

(১) ৰাজহা ব্ৰহ্মহা গোঘ্নশ্চৌৰঃ প্ৰাণিবধে ৰতঃ।
নাস্তিকঃ পৰিবেত্তা চ সৰ্বে নিৰয়গামিনঃ।।৩৬
সূচকস্য কদৰ্য্যশ্চ মিত্ৰঘ্নো গুৰুতল্পগঃ।
লোকং পাপাত্মনামেতে গচ্ছন্তে নাত্ৰ সংশয়ঃ।।৩৭ কিষ্কিন্ধ্যা ১৭ সৰ্গ

(২) ব্ৰাহ্মণসকলে সেই সময়ত আহেল ভক্ষণ কৰিছিল বুজা যায়।
কিষ্কিন্ধ্যা-১৭ অঃ।

কথা কৈ শৰাহত মহাত্মা বালী পৰিশ্ৰান্ত হৈ পৰিল। তেওঁৰ মুখৰ পানী শুকাই গৈছিল, সেই বাবে তেওঁ সূৰ্য্যৰ দৰে জ্বলন্ত ৰামচন্দ্ৰৰ মুখৰফালে চাই মৌনতা অবলম্বন কৰিলে।

(শ্ৰীৰামচৰিত্ৰত বালী বধ এটি কলঙ্ক বুলি কথিত আৰু প্ৰচাৰিত হয়। ই কলঙ্ক নে কৰ্ত্তব্য, বালী বধ ৰামচন্দ্ৰই কিয় কোন পৰিস্থিতিত কৰিছিল আৰু ৰাম চন্দ্ৰৰ যুক্তি কি সেইবোৰ কথা বিবেচনা কৰিলে হে প্ৰকৃত তত্ত্ব পোৱা যায়।)

## বালীৰ প্ৰশ্নত ৰামচন্দ্ৰৰ উত্তৰ ঃ

বালীয়ে ৰামক এইদৰে কঠোৰ ভৰ্ৎসনা কৰিলে। বালী মৰণাপন্ন অৱস্থা পাইছিল আৰু সেইবাবে বালীৰ মনো স্থিৰ বুদ্ধিত থকা নাছিল। বালীৰ প্ৰশ্নবোৰ ধৰ্মযুক্ত অৰ্থযুক্ত আৰু হিতকৰ আছিল সঁচা কিন্তু বালী মৰণান্তিকভাৱে আহত হোৱা বাবে সূক্ষ্ম বিচাৰত তেওঁৰ বুদ্ধিৰ ভুল হৈছিল। বালী বিবুদ্ধি হৈছিল আৰু বিনীতভাৱে কঁলেও সেই বাক্যবোৰ কঠোৰ হৈছিল।(১)

ৰামচন্দ্ৰই উত্তৰ দিছে—তুমি ধৰ্ম, অৰ্থ, কাম আৰু লৌকিক আচাৰ এইবোৰ বিষয়ে সূক্ষ্ম বিচাৰ নাজানি বালকৰ দৰে মোৰ নিন্দা কৰিছা। এই সূক্ষ্ম বিচাৰ জনা কোনো উপযুক্ত গুৰু বা বৃদ্ধ লোককো তুমি সুধি লোৱা নাই। আমাৰ পূৰ্ব পুৰুষ মনুৱে এই ভূমি, গিৰি পৰ্বত হাবি বননি সহ, আমাক দান কৰিছে আৰু এই হাবি বননিত থকা মৃগ, পক্ষী আৰু এই দেশত থকা মানুহৰ প্ৰতি নিগ্ৰহ আৰু অনুগ্ৰহ কৰিব পৰা অধিকাৰো দান কৰিছে। এতিয়া এই ভূ-খণ্ড ভৰতে শাসন কৰিছে। তেওঁ সত্যবান সৰল স্বভাৱ আৰু নিগ্ৰহ অনুগ্ৰহত সদায় মনোযোগী। এতেওঁ ধৰ্মৰ সূক্ষ্মতত্ত্ব, অৰ্থ ব্যৱহাৰৰ সূক্ষ্মনীতি আৰু ব্যক্তিৰ স্বাৰ্থ ৰক্ষাৰ বিচাৰ নীতিত অভিজ্ঞ। যিজন ব্যক্তিৰ চৰিত্ৰত বিনয়, সত্য আৰু বিক্ৰম পৰিদৃষ্ট হয়, সেই ব্যক্তি দেশকালজ্ঞ ৰজা হ'ব পাৰে। আমি সকলো আন আন ৰজাবিলাকৰ সহিত এনে ধৰণৰ ধৰ্মাচৰণৰ আদেশ লৈ এই পৃথিৱীত বিচৰণ কৰি আছোঁ। আমি অতি উত্তম স্বধৰ্ম ৰক্ষা কৰি থাকি ধৰ্ম পথৰপৰা পৰিভ্ৰষ্ট ব্যক্তিবিলাকৰ বিষয়ে যথোচিত বিধি ব্যৱস্থা গ্ৰহণ কৰিম।

তুমি ধৰ্মভ্ৰষ্ট হৈছা। তুমি কাম পৰায়ণ হৈ বিগৰ্হিত কৰ্ম কৰি ৰাজধৰ্মৰ অৱমাননা কৰিছা। যিজন জ্যেষ্ঠ ভাই ধৰ্ম আৰু সৎপথত থাকে, যিজন পিতা আৰু যিজন বিদ্যাদাতা গুৰু এই তিনিজনেই পিতা হয়। কনিষ্ঠ ভাই, পুত্ৰ আৰু শিষ্য এই তিনিজনক পুত্ৰ তুল্য বিবেচনা কৰিব লাগে। এয়ে ধৰ্ম জ্ঞানৰ কাৰণ

(১) ইত্যুক্তং প্ৰশ্ৰিতং বাক্যং ধৰ্মাৰ্থ সহিতং হিতম্।
পৰুষং বালিনা ৰামো নিহতেন বিচেতসা।।১।। কিষ্কিন্ধ্যা—১৮
প্ৰশ্ৰিতং—বিনীত। বিচেতসা—বিগত চেতনা বালীৰ দ্বাৰা
(জ্ঞানবুদ্ধি ৰহিত বালীৰ দ্বাৰা)

বুলি গণ্য হয়। হে বানৰ! সজ্জন ব্যক্তিৰ ধৰ্ম পৰম সূক্ষ্ম। হৃদয়ত থকা আত্মাই শুভ আৰু অশুভ সমস্তকে জানিব পাৰে। তুমি চপল স্বভাব, মূঢ় আৰু জন্মান্ধ সদৃশ ব্যক্তি। যিবিলাক বানৰ জন্মান্ধ ব্যক্তিৰ দৰে, যিবিলাক বানৰৰ স্বভাৱ অতি চপল আৰু যিবিলাক বানৰৰ মন অসংযত, তেনে স্বভাৱৰ বানৰবিলাকৰ লগত পৰামৰ্শ কৰি সকলো বিষয়ে বিচাৰ কৰিছা।

মই তোমাক স্পষ্টকৈ কওঁ শুনা। তুমি কেৱল খং প্ৰকাশ কৰি মোৰ নিন্দা কৰিছা। ই তোমাৰ উচিত হোৱা নাই। যি কাৰণে মই তোমাক নিহত কৰিছোঁ শুনা।

তুমি সনাতন ধৰ্ম পৰিত্যাগ কৰি ভ্ৰাতাৰ ভাৰ্য্যাত ৰমণ কৰিছা। এইটো উচিত নে অনুচিত তুমিয়েই বিবেচনা কৰি চোৱা। মহাত্মা সুগ্ৰীৱ জীৱিত আছে, তুমি পাপাচাৰী সেই বাবে তুমি তোমাৰ ভ্ৰাতৃবধূক কামৰ বশৱৰ্ত্তী হৈ ৰমণ কৰিছা। যি হেতুকে তুমি ধৰ্ম পথ পৰিত্যাগ কৰি ভ্ৰাতৃবধূক ধৰ্ষণ কৰিছা সেই কাৰণে মই তোমাক নিহত কৰিছোঁ, এই শাস্তি দিছোঁ। লোক ব্যৱহাৰৰ মৰ্য্যাদা লঙ্ঘন কৰা ব্যক্তিৰ, সমাজৰ নিয়ম বিৰোধী ব্যক্তিৰ নিগ্ৰহ ব্যতিৰেকে অন্য কোনো দণ্ড মই নেদেখোঁ। মই সৎকুল বংশজাত ক্ষত্ৰিয়। পাপ সহ্য নকৰোঁ। সহোদৰা ভগিনী অথবা কনিষ্ঠ ভ্ৰাতাৰ পত্নী ৰমণকাৰী ব্যক্তিক বধ কৰাই উপযুক্ত দণ্ড। ৰজা ভৰতৰ এই আদেশ আৰু আমি ৰাজআজ্ঞা পালন কৰিছোঁ। ই আমাৰ কৰ্ত্তব্য। তুমি এই মহৎ ধৰ্মৰ পৰা বিচলিত হৈছা, তোমাক শাস্তি নিদিয়াকৈ কেনেকৈ থাকিব পাৰোঁ? ৰজা ভৰতে কামপৰায়ণ ব্যক্তিক নিগ্ৰহৰ আজ্ঞা প্ৰচাৰ কৰিছে; সেইবাবে মই তোমাৰ দৰে ধৰ্মৰ মৰ্য্যাদা লঙ্ঘন কৰা ব্যক্তিক বিনাশ কৰিছোঁ।

মোৰ কনিষ্ঠ ভাই লক্ষ্মণৰ লগত যি সম্বন্ধ, সুগ্ৰীৱৰ লগতো মোৰ সেই সখ্য সম্বন্ধ বুলি জানিবা। লক্ষ্মণৰ লগত মোৰ সম্বন্ধ যেনে অবিচ্ছেদ্য সুগ্ৰীৱৰ লগতো মোৰ সখ্য সম্বন্ধ তেনে অবিচ্ছেদ্য। এই সখ্য সম্বন্ধৰ সহায়ত সুগ্ৰীৱে ৰাজ্যও পাব পত্নীকো ঘূৰাই পাব। মই বানৰ বিলাকৰ আগত এইদৰে প্ৰতিজ্ঞাবদ্ধ হৈছোঁ। সেই প্ৰতিজ্ঞা মই লঙ্ঘন কৰিব নোৱাৰোঁ। ধৰ্ম সংযুক্ত এইৰোৰ মহৎ কাৰণৰ বাবেই তোমাক শাসন কৰিছোঁ। তুমিও এই কথা অনুমোদন কৰিব লাগিব। তোমাৰ নিগ্ৰহ সৰ্বতোভাৱে ধৰ্মানুগত আৰু মিত্ৰৰ উপকাৰ কৰাও ধৰ্মানুসাৰী ব্যক্তিসকলৰ একান্ত কৰ্ত্তব্য। মহাত্মা মনুৱে ব্যক্তি চৰিত্ৰ বিষয়ে দুটি শ্লোক ৰচনা কৰিছে। মই সেই শ্লোকৰ সম্পূৰ্ণ তাৎপৰ্য্য গ্ৰহণ কৰিছোঁ। সেই শ্লোকৰ তাৎপৰ্য্য এয়ে যে—পাপী লোকে ৰজাৰ পৰা দণ্ড গ্ৰহণ কৰি পুণ্যবান লোকসকলৰ দৰে নিৰ্মল হৈ স্বৰ্গলৈ যায়। "মই পাপী; অতএব আপুনি মোৰ দণ্ডবিধান কৰক" এইবুলি ৰজাৰ ওচৰলৈ আহিলে যদি ৰজাই দণ্ড দিয়ে বা দণ্ড

নিদি কৃপা প্ৰকাশ কৰি এৰি দিয়ে সেই উভয় উপায়ৰ দ্বাৰাই পাপী ব্যক্তি পাপৰ পৰা মুক্ত হয়; কিন্তু ৰজাই যদি এনেয়ে এৰি দিয়ে ৰজা সেই পাপত লিপ্ত হয়।[১] সেইবাবে মই তোমাক দণ্ড দিছোঁ। তুমি যেনে ধৰ্ষণৰ পাপ কৰিছা তেনে পাপ কোনো এজন সন্ন্যাসীয়ে কৰিছিল। আমাৰ পূৰ্বপুৰুষ মান্ধাতাই তেওঁৰ ঘোৰতৰ দণ্ডবিধান কৰিছিল। আন আন ৰজা বিলাকেও পাপীৰ দণ্ড বিধান কৰিছে। আনকি পাপাচাৰী ব্যক্তিসকলে স্বয়ং পাপৰ প্ৰায়শ্চিত্ত কৰি শুদ্ধি লাভ কৰে। এতএব পৰিতাপ কৰিবৰ প্ৰয়োজন নাই। মই ধৰ্মানুসাৰেই তোমাক বধ কৰিছোঁ; কাৰণ আমি স্বাধীন নহয়, ধৰ্ম আৰু শাস্ত্ৰৰ অধীন।

হে কপিবৰ! এই বিষয়ে অন্য কাৰণ শুনা আৰু তাকে শুনি তোমাৰ মনত উদয় হোৱা ক্ৰোধ উপশম কৰা। ৰজাসকলে মৃগয়া কৰে তাত দোষ নহয়। বহু ধৰ্মিষ্ঠ ৰজাই মৃগয়াত প্ৰাণী হত্যা কৰে। তাত একো পাপ নহয়। তুমি যুদ্ধ কৰা বা নকৰা, তুমি মোৰ বধ্য; কাৰণ তুমি বানৰ। মই যি কৰিছোঁ তাৰ বাবে মই কোনো দুঃখ বা অনুতাপবোধ কৰা নাই।

(চিকাৰত ৰজাই প্ৰাণী হিংসা কৰাত দোষ নাই। মৃগয়াও বানৰ হত্যা কৰাত দোষ নহয় বুলি এই উত্তৰ; কাৰণ বালী বানৰ — পশু বালীয়ে উল্লেখ কৰা দোষবিলাকৰ ধৰ্ত্তব্য দোষবিলাকৰ উত্তৰ ৰামচন্দ্ৰই দিছে।)

ৰামচন্দ্ৰৰ উত্তৰ শুনি বালী ৰামক কঠোৰ বাক্য কোৱাৰ বাবে ব্যথিত হ'ল আৰু ৰামচন্দ্ৰই ধৰ্মসঙ্গত যুক্তি দিয়া বাবে ৰামৰ প্ৰতি বালীৰ কোনো আক্ৰোশ নাথাকিল। সেইবাবে কৃতাঞ্জলি হৈ ৰামক ক'লে—হে নৰশ্ৰেষ্ঠ! আপুনি কোৱা সকলোখিনি কথা সত্য—ইয়াত কোনো সংশয় নাই। নিকৃষ্ট ব্যক্তিয়ে উৎকৃষ্ট ব্যক্তিৰ প্ৰতি কটুবাক্য কোৱা উচিত নহয়। মই অজ্ঞানতাবশতঃ যিখিনি কথা কৈছিলোঁ তাৰ বাবে যেন আপুনি কোনো দোষ নধৰে। আপুনি ধৰ্মতত্ত্বৰ যথাৰ্থ ভাবজ্ঞ আৰু প্ৰজাৰ হিতকাৰী। আপোনাৰ বুদ্ধি অবিচলিত আৰু কাৰ্য্য-কাৰণৰ সিদ্ধিৰ বিষয়ে নিপুণ। আপুনি ধৰ্ম সমন্বিত বাক্যেৰে মোক আশীৰ্বাদ কৰক যাতে মোৰ পৰকালত উত্তম লোকপ্ৰাপ্তি ঘটে। মই দোষ কৰিছোঁ বুলি যেন মোৰ পুত্ৰ অঙ্গদ সুগ্ৰীৱৰ স্নেহৰ পৰা বঞ্চিত নহয়। মোৰ দোষত যেন তাৰাক দোষিনী নকৰে আৰু সুগ্ৰীৱে যেন সেই শোকগ্ৰস্তা ৰমণীক প্ৰতিপালন নকৰাকৈ নাথাকে। এই প্ৰকাৰ বহু অনুনয় বিনয় কৰি ৰামচন্দ্ৰৰ ওচৰত কাতৰভাৱে ক্ষমা প্ৰাৰ্থনা জনালে।

---

(১) মনুস্মৃতি ঃ

ৰাজভিঃ কৃতদণ্ডাস্তু কৃত্বা পাপানি মানবাঃ। নিৰ্মলাঃ স্বৰ্গমায়ান্তি সন্তঃ
সুকৃতিনো যথা।। শাসনাৎ বা বিমোক্ষাদ্ বা স্তেনঃ স্তেয়াদ্বিঃ
মুচ্যতে। অশাসিত্বা তু তংৰাজা স্তেনস্যাপ্নোতি কিল্বিষম্।।

৮ অঃ ৩১৩-৩১৬।।

ৰামচন্দ্ৰই তাৰ উত্তৰত ক'লে—হে বালী! মই গুপ্তভাৱে তোমাক বধ কৰাটো তুমি মোৰ আকাৰ্য্য বুলি নাভাবিবা। তোমাক তোমাৰ অপৰাধৰ বাবে এই দণ্ড দিয়া বাবে তুমি পাপমুক্ত হৈছা। তুমি হৃদয়ৰ শোক, মোহ আৰু ভয় পৰিত্যাগ কৰা। অঙ্গদ তোমাৰ পুত্ৰ। সি তোমাৰ ওচৰত যেনেদৰে আছিল, সুগ্ৰীৱ আৰু মোৰ ওচৰতো তেনেদৰে থাকিব।

## তাৰাৰ শোক আৰু বিলাপ ঃ

স্বামীৰ বধ বাৰ্ত্তা পাই বালীৰ পত্নী তাৰা কিষ্কিন্ধ্যাৰ পৰা বালীৰ ওচৰলৈ লৰি আহিল। বাটত বালীৰ পক্ষৰ বানৰসকলে তাৰাক লগ পালে। সেই বানৰবিলাকে তাৰাক ক'লে—

পৰিবৰ্ত্তি আস মাৱ কিষ্কন্ধ্যা নগৰ।
ৰাজা পাতিয়োক নিয়া অঙ্গদ কুমাৰ।।
কিষ্কিন্ধ্যা ৰাখিতেপাৰা তান বুদ্ধিবলে।
আন কপিগণ মৰে নৃপতি বিকলে।।
স্বামীৰ বাৰ্ত্তাক যেৱে নিশ্চিন্ত পাইলন্ত।
হিয়ে মুটি হানি তাৰা দেৱী কান্দিলন্ত।।

ৰাজ্ঞি! আপোনাৰ পুত্ৰ জীৱিত আছে। আপনি ফিৰি গৈ পুত্ৰ অঙ্গদক ৰক্ষণ আৰু পালন কৰক। ৰাজ্য ৰক্ষা আৰু নগৰ ৰক্ষাৰ ব্যৱস্থা কৰক। তাৰাই এই কথা শুনি স্বামীৰ নিধন বাৰ্ত্তাত সুনিশ্চিত হৈ বানৰবিলাকক এৰি বালীৰ ওচৰলৈ লৰি গ'ল আৰু তাত শ্ৰীৰামচন্দ্ৰ আৰু আন আনবিলাকক লগ পালে আৰু হিয়া ভুকুৰাই কান্দিব ধৰিলে। তাৰাই বিলাপ কৰিছে—মোৰ হৃদয় অতি কঠিন; হে স্বামিন্! তোমাক নিহত হৈ ভূমিত পৰি থকা দেখিও শোক সন্তপ্ত মোৰ হৃদয় ফাটি হাজাৰ খণ্ড হৈ যোৱা নাই।(১) হে স্বামিন্! আপুনি সুগ্ৰীৱৰ ভাৰ্য্যা অপহৰণ কৰি সুগ্ৰীৱক নিৰ্বাসিত কৰিছিল, মই হিতবাক্যেৰে নিষেধ কৰিছিলোঁ—আপুনি নুশুনিলে। বৰঞ্চ মোকহে নিন্দা ভৰ্ৎসনা কৰিছিল। তাৰে প্ৰতিফল স্বৰূপে আজি এই দুৰ্ভাগ্য উপস্থিত হৈছে। এই দোষতে আজি ৰামচন্দ্ৰই আপোনাক অন্যায় ভাৱে নিহত কৰিলে আৰু তাৰে বাবে তেওঁ দুঃখিত বা অনুতপ্ত হোৱা নাই। এইদৰে এতি কৰুণভাৱে বহু প্ৰকাৰ বিলাপ কৰিলে। সেই কৰুণ বিননিৰ ভিতৰেদি সতী তাৰাৰ বহু প্ৰকাৰ গুণ প্ৰকাশ পাইছিল। সুগ্ৰীৱৰ প্ৰতি স্নেহ মৰম যেনেদৰে প্ৰকাশ পাইছিল স্বামীহন্তা ৰামৰ প্ৰতিও শ্ৰদ্ধা ভক্তি প্ৰকাশ পাইছিল।

---

(১) হৃদয়ং সুস্থিতং মহ্যং দৃষ্টা নিপাতিতং ভুবি।
যন্ন শোকাভিসন্তপ্তং স্ফুটতেহদ্য সহস্ৰধা।।১০

কিষ্কিন্ধ্যা—২০ অঃ

(তাৰাই ৰামচন্দ্ৰক শাপ দিয়া কথা মাধৱ কন্দলী ৰামায়ণত আৰু কৃত্তিবাসী ৰামায়ণত পোৱা যায়; কিন্তু বাল্মীকি ৰামায়ণত সেইটো পোৱা নাযায়। তাৰা যে অতিশয় বুদ্ধিমতী, ধাৰ্মিকা আৰু জ্ঞানশালিনী আছিল এইটোহে ইয়াত স্পষ্ট কৈ বুজা যায়।)

তাৰাই পুত্ৰ অঙ্গদক কাষলৈ মাতি আনি ক'লে—পুত্ৰ। এতিয়া তুমি শেষবাৰলৈ তোমাৰ ধৰ্মবৎসল পিতৃক চাই লোৱা। ইয়াৰ পাছত আৰু তুমি তেওঁক চাবলৈ নাপাবা। তাৰ পাছত পুনঃ স্বামীক সম্বোধন কৰি ক'লে—হে স্বামিন্! আপুনি আপোনাৰ পুত্ৰক গ্ৰহণ কৰক আৰু তাৰ মস্তক আঘ্ৰাণ কৰক। শ্ৰীৰামচন্দ্ৰই আপোনাক নিহত কৰি মহৎ কাৰ্য্য কৰিছে।(১) তেওঁ সুগ্ৰীৱৰ ওচৰত যি প্ৰতিজ্ঞা কৰিছিল, তাক ৰক্ষা কৰিছে। সুগ্ৰীৱক ক'লে—সুগ্ৰীৱ। তোমাৰ শত্ৰু ভাই নিহত হৈছে। এতিয়া তুমি সফল মনোৰথ হৈছা। তোমাৰ পত্নী ৰুমাক লৈ নিৰুদ্বেগে ৰাজ্য শাসন কৰা। পুনঃ স্বামীক সম্বোধন কৰি নানা প্ৰকাৰ বিলাপ কৰি অনশন ব্ৰত ধৰি প্ৰাণত্যাগৰ সঙ্কল্প গ্ৰহণ কৰিলে।

তেতিয়া হনুমানে তাৰাক বহু প্ৰকাৰে সান্ত্বনা দিব ধৰিলে—এই পৃথিৱীত সকলো জন্তুৰে মৰণ আছে। তুমি কাৰ বাবে শোক কৰিছা? এই দেহ পানীৰ বুদ্‌বুদৰ নিচিনা। এই নশ্বৰ দেহৰ বাবে শোক কৰা উচিত নহয়। জীৱে কৰ্মানুসাৰে সদ্গতি বা অগতি লাভ কৰে। তোমাৰ পুত্ৰ জীৱিত আছে। যি সকল পণ্ডিত লোক তেওঁলোকে লৌকিক শুভকৰ্ম কৰে। তুমিও তোমাৰ পুত্ৰক লৈ সাম দান নীতিৰে ৰাজ্য-শাসনৰ ব্যৱস্থা কৰা। এতিয়া এই শোক সন্তপ্ত সুগ্ৰীৱ আৰু অঙ্গদক আদেশ কৰা তেওঁলোকে বানৰ ৰাজ বালীৰ অগ্নিসংস্কাৰ কৰক আৰু তুমি অঙ্গদক ৰাজ্যত অভিষিক্ত কৰা। তেতিয়া তুমি শান্তি পাবা। কিষ্কিন্ধ্যাৰ সমস্ত বানৰ তোমাৰ আদেশত চলিব।

তাৰাই তেতিয়া উত্তৰ কৰিলে যে অঙ্গদৰ দৰে শত পুত্ৰতকৈও মোৰ এই গতপ্ৰাণ স্বামীৰ গাত্ৰস্পৰ্শ বেছি শ্ৰেয়—তাত কোনো সন্দেহ নাই। মই নাৰী। অঙ্গদ বা সুগ্ৰীৱৰ ওপৰত মোৰ প্ৰভুত্ব নচলে। ৰজা বালীৰ পাছত অঙ্গদৰ খুৰাক সুগ্ৰীৱেই ৰাজ্যৰ সমস্ত কাৰ্য্যৰ প্ৰভু হব। হে হনুমান! মই অঙ্গদক ৰাজ্যাভিষিক্ত কৰিম সেইটো কেতিয়াও কৰ্ত্তব্য নহয়; কাৰণ পিতৃহে পুত্ৰৰ বন্ধু, মাতৃ বন্ধু হ'ব নোৱাৰে। পিতৃৰ অবিহনে খুৰাকেহে এই বিষয়ে সহায়ক হ'ব পাৰে।

বালীয়ে মুমূৰ্ষু অৱস্থাত শয্যাত থাকি চাৰিওফালে এবাৰ দৃষ্টি নিক্ষেপ কৰি সুগ্ৰীৱক দেখা পালে। বালীয়ে সুগ্ৰীৱক স্নেহেৰে ক'লে—হে সুগ্ৰীৱ! এতিয়া আৰু

---

(১) ৰামেণ হি মহৎ কৰ্ম কৃতং ত্বামভিনিঘ্নতা।
আনৃণ্যং তু গতং তস্য সুগ্ৰীৱস্য প্ৰতিশ্ৰবে।।২০।।

কিষ্কিন্ধ্যা—২০ অঃ

ভৱিষ্যতলৈও মোৰ পূৰ্বৰ দোষ মনত নাৰাখিবা। তুমি আৰু মই একে সময়তে ৰাজ্যসুখ ভোগ কৰিব নোৱাৰোঁ। মই এতিয়া জীৱন, ৰাজ্য, বিপুল ৰাজ্যলক্ষ্মী আৰু যশ সকলো পৰিত্যাগ কৰি ইহ সংসাৰৰপৰা যাবলৈ ওলাইছোঁ। এই অৱস্থাত মই যি কওঁ সেইটো দুষ্কৰ হলেও তোমাৰ সম্পাদন কৰা উচিত হ'ব। তুমি মোৰ প্ৰাণতকৈও প্ৰিয় পুত্ৰ অঙ্গদক তোমাৰ ঔৰস পুত্ৰৰ দৰে প্ৰতিপালন কৰিবা। তাৰাই সূক্ষ্ম বিষয়বোৰ বুজি পায়। তুমি সকলো ক্ষেত্ৰতে তাৰাৰ মত গ্ৰহণ কৰিবা। তাত তোমাৰ মঙ্গল হ'ব আৰু তুমি নিঃশঙ্কমনে ৰামৰ কাৰ্য্য সাধন কৰিবা। যদি নকৰা তোমাৰ অধৰ্ম হব। তুমি যদি এই সৌহাৰ্দ্দ্য অৱমাননা কৰা তেন্তে ধৰ্ম-ভ্ৰংশ হেতুকে ৰামচন্দ্ৰই তোমাকো বধ কৰিব। তাৰ পাছত বালীয়ে দিব্য কাঞ্চনীমালা নিজৰ কণ্ঠৰ পৰা খুলি সুগ্ৰীৱক দি কলে—তুমি এই মালা পৰিধান কৰা। ইয়াত অতি উত্তম লক্ষ্মী বাস কৰে। মই মৰিলে এই মালাই মোক পৰিত্যাগ কৰিব। সুগ্ৰীৱ ভ্ৰাতৃৰ সৌহৃদ্যত অভিভূত হৈ পৰিল। বালী বধ হোৱাত যি হৰ্ষ উপস্থিত হৈছিল সেই হৰ্ষ ভ্ৰাতৃ শোকত পৰিণত হ'ল আৰু সুগ্ৰীৱ ৰাহুগ্ৰস্ত চন্দ্ৰৰ দৰে ম্লান হৈ পৰিল। বালীৰ বাক্য অনুসাৰে কাৰ্য্য কৰি সেই মালা বালীৰ হাতৰ পৰা লৈ নিজৰ কণ্ঠত পৰিধান কৰিলে।

তাৰ পাছত বালীয়ে পুত্ৰ অঙ্গদক উপদেশ দিলে—তুমি প্ৰিয় বা অপ্ৰিয় বুলি একো কথা ভাবিবৰ আৱশ্যক নাই। দেশ কাল অনুসাৰে সকলো সুখ-দুঃখ সহ্য কৰি সুগ্ৰীৱৰ বশৱৰ্ত্তী হোৱা। তুমি সুগ্ৰীৱক মোৰ নিচিনাকৈ মানি চলিব লাগিব—নহলে তেওঁ তোমাক ভাল পাব নোৱাৰিব। তুমি সুগ্ৰীৱৰ শত্ৰুৰ লগ নালাগিবা। সুগ্ৰীৱেই তোমাৰ প্ৰভু আৰু পালন কৰ্ত্তা বুলি ভাবিবা। কাৰো প্ৰতি তুমি অত্যধিক প্ৰণয় বা অত্যধিক অপ্ৰণয় নেদেখুৱাবা। এইখিনি কৈ শেষ কৰাৰ পাছতে বালীৰ প্ৰাণ বায়ু বহিৰ্গত হৈ গ'ল।

তাৰাক কৰুণভাৱে বিননি কৰা দেখি, ভ্ৰাতৃবধৰ কাৰণে সুগ্ৰীৱকো শোক আৰু বিলাপে আচ্ছন্ন কৰি পেলালে। তাৰাক কান্দি থকা দেখি সুগ্ৰীৱৰ মনত ভ্ৰাতৃস্নেহ উদ্বেলিত হৈ উঠিল। সুগ্ৰীৱ সেই দুঃখত অভিভূত হৈ ৰামৰ ওচৰত উপস্থিত হ'লগৈ। ৰামচন্দ্ৰ লক্ষ্মণৰ লগত বহি আছে। সুগ্ৰীৱে কবলৈ ধৰিলে—হে নৰেন্দ্ৰ! আপুনি যি প্ৰতিজ্ঞা কৰিছিল তাক সম্পাদন কৰিছে। কিন্তু হে ৰঘুনাথ! মই মহাপাপী, মই ভ্ৰাতৃবধী হৈছোঁ। যি ভ্ৰাতাই মোক বধ নকৰিছিল, সেই ভ্ৰাতৃৰ মৃত্যুৰ কাৰণ ময়েই হৈছোঁ। এনে কোনো দেশ নাই, য'ত মই মোৰ সেই ভ্ৰাতা বালীক বিচাৰি পাম। হে বীৰবৰ! পুত্ৰও সুলভ আৰু সু-অনুগত সুজন ব্যক্তিও সুলভ; কিন্তু অঙ্গদৰ দৰে গুণৱান পুত্ৰ ক'ত পোৱা যাব? অঙ্গদৰ মাতৃ তাৰা এই পুত্ৰৰ কাৰণে বাচি থাকিব পাৰে; কিন্তু মোৰ সান্ত্বনা ক'ত? মই এই পাপ জীৱন ৰাখিবলৈ ইচ্ছা নকৰোঁ। বানৰ বিলাকৰ ভিতৰত বহু বীৰ মহাবীৰ

আছে। সেইসকল বীৰ মহাবীৰ আপোনাৰ অনুগত থাকি আপোনাৰ নিৰ্দ্দেশত সীতাক অন্বেষণ কৰিব। মই বিদ্যমান নাথাকিলেও এওঁলোকেই আপোনাৰ সকলো কাৰ্য্য সাধন কৰিব। মই এজন কুলনাশক; সেই বাবে মই জীৱন ধাৰণৰ অযোগ্য। মোৰ পাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ মোক অনুমতি দিয়ক।

সুগ্ৰীৱৰ এই কাতৰতা দেখি আৰু বিলাপ বাক্য শুনি শ্ৰীৰাম চন্দ্ৰ অশ্ৰুপূৰ্ণ নয়ন হৈ কিছুকাল বিমনা হৈ থাকিল। শোকগ্ৰস্তা হৈ কান্দি থকা তাৰাৰ প্ৰতিও পুনঃ পুনঃ দৃষ্টি নিক্ষেপ কৰিব ধৰিলে। মন্ত্ৰীসকলে যেতিয়া মৃত বালী ৰজাৰ কাষৰ পৰা তাৰাক ধৰি আনিব ধৰিছিল, তেতিয়া তেওঁ তেওঁলোকৰ হাতৰ পৰা এৰা দি পুনঃ পতিৰ ওচৰলৈ যাবলৈ ইচ্ছা কৰিছিল। মন্ত্ৰীসকলে যেতিয়া তাৰাক ৰামচন্দ্ৰৰ ওচৰলৈ লৈ আহিল। তাৰাই ৰামচন্দ্ৰক সূৰ্য্যৰ দৰে স্বয়ং তেজোদীপ্ত দেখি চিনিব পাৰিলে। ৰামেও শোক সন্তপ্তা হৈ কান্দি থকা তাৰাক দেখিবলৈ পালে। "এৱেঁই সেই ৰামচন্দ্ৰ" এই কথা তাৰাই বুজিব পাৰি অতি বিহ্বলহৈ কাতৰ ভাৱে সত্বৰে ৰামচন্দ্ৰৰ ওচৰলৈ গ'ল আৰু তেওঁক কবলৈ ধৰিলে— আপুনি বিচক্ষণ ব্যক্তি, আপুনি উদাৰ, ক্ষমাশীল। আপুনি মহাবলী, অতিশয় দৃঢ়মনা, ধনুৰ্বাণধাৰী, শ্ৰীমন্ত পুৰুষ। আপোনাক মই প্ৰাৰ্থনা জনাইছোঁ আপুনি যিপাত শৰেৰে মোৰ পতি বালীক বিনাশ কৰিছে সেইপাত শৰেৰে মোকো বিনাশ কৰক যাতে মই মোৰ স্বামীৰ ওচৰলৈ যাব পাৰোঁ; কাৰণ মই তেওঁৰ ওচৰত নাথাকিলে তেওঁৰ মন আনন্দিত হৈ নাথাকে।(১) জানকী বিৰহিত হৈ আপুনি যি দুঃখ পাইছে বালীয়েও মোক ওচৰত নাপাই সেই দুঃখ পাব ধৰিছে। মোক বধ কৰিলে তেওঁ সেই বিৰহ দুঃখৰপৰা ৰক্ষা পাব। আপুনি মোক বধ কৰিলে স্ত্ৰীবধ পাপৰ ভাগী হ'ব বুলি নাভাবিব; কাৰণ আপুনি তাৰা আৰু বালীৰ একে আত্মা বুলি বিবেচনা কৰিব। নাৰী আৰু পুৰুষৰ আত্মা অভিন্ন এই কথা আপুনি জানে। হে বীৰ দাৰা দানতকৈ মহত্তৰ দান একো নাই। সেইবাবে আপুনি মোক বধ কৰি বালীক দাৰা দান কৰক। আপুনি স্ত্ৰী দানৰ ফল লাভ কৰিব পাৰিব। (মন্তব্যঃ— ইয়াত তাৰাই ৰামচন্দ্ৰক শাপ নিদি ৰামৰ প্ৰশংসাহে কৰিছে।)

ৰামচন্দ্ৰই তাৰাৰ এই বিলাপসূচক উত্তৰত এইবুলি সান্ত্বনা দিলে যে—এই পৃথিৱীত সুখ আৰু দুঃখ উভয়েই বিধাতাৰ দান। সৃষ্টি কৰ্ত্তাই সৃষ্টিৰ লগে লগে ইয়াৰ বিধান কৰিছে। সেই বিধান কোনেও অতিক্ৰম কৰিব নোৱাৰে। তোমাৰ পুত্ৰ যৌৱৰাজ্যত অভিষিক্ত হব; তেতিয়া তুমি বালীৰ লগত মিলনত যি সুখ

---

(১) যেনৈব বাণেনহতঃ প্ৰিয়ো মে তেনৈব বাণেন হি মাং জহীহি।
হতা গমিষ্যামি সমীপমস্য ন মাং বিনা বীৰ ৰমতে বালী।৩৩
কিষ্কিন্ধ্যা—২০ অঃ

পাবলৈ ইচ্ছা কৰিছা, সেই সুখকেই পাবা। বিধাতায়ো সেই বিধানকে কৰিছে। তুমি বীৰ পত্নী; তোমাৰ বিলাপ কৰা শোভা নাপায়।

ৰামচন্দ্ৰৰ প্ৰবোধ বাক্যত তাৰাই সান্ত্বনা লাভ কৰিলে।

## সুগ্ৰীৱৰ ৰাজ্যাভিষেক ঃ অঙ্গদৰ যৌৱৰাজ্যাভিষেক ঃ

ইয়াৰ পাছত সুগ্ৰীৱ ৰজা হ'ল আৰু অঙ্গদ যুৱৰাজ হ'ল। বালীৰ মৃতদেহ যথা ৰীতি অনুসাৰে দাহ কৰি বালীৰ সমস্ত প্ৰেতকাৰ্য্য সম্পন্ন কৰা হৈছিল। কিষ্কিন্ধ্যাৰ বানৰবিলাকে সুগ্ৰীৱক ৰজা বুলি মানি ললে। সমস্ত কাৰ্য্য বৈদিক নিয়মত সম্পন্ন কৰা হৈছিল।

পণ্ডিত ব্ৰাহ্মণ গণে, বহ্নিত আহুতি দিল
কন্যাগণে কৰিল মঙ্গল।
দ্বিজগণে মন্ত্ৰ পঢ়ি, দুৰ্বাক্ষত দিলা মাথে
আৰো সাত সাগৰৰ জল।।

ৰামচন্দ্ৰই সুগ্ৰীৱৰ লগত সখ্য স্থাপন কৰি যি প্ৰতিজ্ঞা কৰিছিল সেই প্ৰতিজ্ঞা ৰক্ষা কৰি ভ্ৰাতৃ লক্ষ্মণৰ লগত প্ৰস্ৰৱণ পাহাৰলৈ গৈ সুগ্ৰীৱৰ প্ৰতিজ্ঞা পূৰণৰ অপেক্ষাত বাট চাই থাকিল। সেই পৰ্বতৰ ওচৰত মন্দাকিনী নাম্নী নদী প্ৰবাহিতা হৈ আছিল। বিভিন্ন জাতীয় ফল বৃক্ষ আৰু পুষ্প বৃক্ষেৰে সেই স্থান সুশোভিত হোৱাত তাত প্ৰকৃতিৰ মনোৰম দৃশ্য পৰিদৃষ্ট হৈছিল। সেই প্ৰাকৃতিক শোভা সৌন্দৰ্য্যত যিমানেই মুগ্ধ হৈ পৰিছিল ৰামচন্দ্ৰ সিমানেই প্ৰিয়াৰ বিৰহত দুঃখ অনুভৱ কৰিছিল। তেওঁ ভ্ৰাতৃ লক্ষ্মণক প্ৰকৃতিৰ মনোৰম দৃশ্যসমূহৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰি বহু কথাকেই কৈছিল। অপহৃতা ভাৰ্য্যাৰ কথা মনে মনে স্মৰণ কৰি ৰাতি নিদ্ৰা সুখৰ পৰাও বঞ্চিত হৈছিল। বুদ্ধিমান ভ্ৰাতৃ লক্ষ্মণে সকলো কথা বুজি পাই কোনো এদিন ৰামচন্দ্ৰক বুজালে যে আপুনি ধৈৰ্য্য অবলম্বন কৰক। আপোনাৰ মনৰ বল আৰু প্ৰাণৰ শক্তি অটুট ৰাখক। নহলে পৰাক্ৰমী ৰাক্ষসৰাজ ৰাৱণক বধ কৰিব নোৱাৰিব। এতিয়া বৰ্ষা কাল। আপুনি শৰৎকালৰ প্ৰতীক্ষা কৰক।

ৰামচন্দ্ৰই লক্ষ্মণৰ এই প্ৰবোধ বাক্যত সান্ত্বনা লাভ কৰি কৈছিল মই তোমাৰ কথাতে এই অধৈৰ্য্যমূলক শোক পৰিত্যাগ কৰিলোঁ। নদীবোৰ শান্ত হওক আৰু সুগ্ৰীৱ প্ৰসন্ন হওক—এই আশা কৰি শৰৎ কাললৈ প্ৰতীক্ষা কৰিলোঁ।

ক্ৰমে ক্ৰমে সুগ্ৰীৱ অত্যন্ত সমৃদ্ধিশালী আৰু ভোগপৰায়ণ হৈ উঠিল। স্বীয় পত্নীক ৰুমাকতো পাইছেই আৰু বালী পত্নী তাৰাকো পাই দিবাৰাত্ৰি বিহাৰত মত্ত হৈ উঠিল। সুগ্ৰীৱৰ উদ্দেশ্য পূৰ্ণ হৈছে, অশান্তি উদ্বেগ আঁতৰি গৈছে, ৰামচন্দ্ৰৰ ওচৰত কৰা প্ৰতিজ্ঞা বিস্মৃত প্ৰায় হৈছে।

গৈলা অগ্ৰাহয়ণৰ দিবস কতিপয়।
অৰুণ নয়ন ৰামে ক্ৰোধিয়া বলয়।।
দেখিলন্ত লক্ষ্মণ ভাই বানৰৰ নয়। (নয় = নীতি)
সবে গুণে পিঠি দিয়া এখনো নাসয়।।
নিলাজ বানৰ সৱ গুণ পাসৰিল।
আপুনি সুখতে আছে মোহোৰ বুৰিল।।

ৰামচন্দ্ৰৰ এই কথা শুনি লক্ষ্মণ ক্ৰোধান্বিত হৈ সুগ্ৰীৱৰ অন্তেষপুৰত প্ৰৱেশ কৰিলে। ৰামচন্দ্ৰক কৈ গৈছিল যে সুগ্ৰীৱে যদি প্ৰতিজ্ঞা পালন নকৰে, তেন্তে বালীৰ দৰে তাকো ৰধ কৰিম।

ৰামক প্ৰণামি, লক্ষ্মণ কুমাৰ
চলিলা অন্তেষ পুৰ।
চৰণ প্ৰহাৰে, পৃথিৱী কম্পোয়
মেদিনী মেলয় চিৰ।।

ইতিমধ্যে বাক্যবিদ হনুমানে ৰজা সুগ্ৰীৱৰ আগত ৰামচন্দ্ৰৰ ওচৰত যি প্ৰতিজ্ঞা সুগ্ৰীৱে কৰিছিল সেই প্ৰতিজ্ঞাৰ বিষয়ে সোঁৱৰাই দি কৈছিল যে, হে ৰাজন। আপুনি ৰাজ্য যশঃ আৰু কুলক্ৰমাগত বিপুল ৰাজ্যলক্ষ্মী লাভ কৰিছে। এতিয়া আপোনাৰ মিত্ৰ ৰামচন্দ্ৰৰ প্ৰতি শেষ কৰ্ত্তব্য সাধন কৰিবলৈ যত্ন কৰা উচিত। সময় বুজি যি ৰজাই মিত্ৰ বৰ্গৰ প্ৰতি সৎ আচৰণ কৰে সেই ৰজাৰ ৰাজ্য, কীৰ্ত্তি আৰু প্ৰতাপ বৰ্দ্ধিত হয়।(১) ৰামচন্দ্ৰই আগেয়ে তেওঁৰ কাৰ্য্য কৰিছে, এতিয়া আপুনি আপোনাৰ কাৰ্য্য কৰিবৰ বাবে শ্ৰেষ্ঠ বানৰ বিলাকক আদেশ দিয়ক। হনুমানৰ এই কথা শুনি সুগ্ৰীৱে বানৰ শ্ৰেষ্ঠ নলবীৰক পোন্ধৰ দিনৰ ভিতৰত বানৰ সৈন্য সংগ্ৰহ কৰি যুৱৰাজ অঙ্গদৰ লগত সীতাৰ অন্বেষণত যাত্ৰা কৰিবলৈ আদেশ দিলে আৰু স্বয়ং অন্তেষপুৰত প্ৰৱেশ কৰিলে; কিন্তু কিছুসময়ৰ ভিতৰতে ৰামানুজ লক্ষ্মণ ভ্ৰাতাৰ শোকত সন্তপ্ত হৈ ৰাজদ্বাৰত উপস্থিত হৈ অঙ্গদক ক'লে—বৎস। তুমি শীঘ্ৰে মোৰ আগমন বাৰ্ত্তা সুগ্ৰীৱক নিবেদন কৰাগৈ।

অঙ্গদ আৰু অন্যান্য বানৰ বিলাকে লক্ষ্মণক ক্ৰুদ্ধ দেখি প্ৰসন্ন কৰিবৰ যত্ন কৰিব ধৰিলে। ৰজা সুগ্ৰীৱ অন্তেষপুৰত প্ৰৱেশ কৰি নিদ্ৰা গৈছিল। তেওঁক জগাই তোলা হ'ল। তেওঁ অঙ্গদৰ মুখত সকলো কথা শুনি ক'লে—কোনোবা মোৰ ছিদ্ৰান্বেষী শত্ৰুজনে মোৰ বিৰুদ্ধে লক্ষ্মণৰ আগত কিবা কৈছে। মই ৰাম আৰু লক্ষ্মণক ভয় কৰিবৰ কাৰণ নাই; কাৰণ মই তেওঁলোকৰ ওচৰত কোনো অপৰাধ

(১) যোহি মিত্ৰেষু কালজ্ঞঃ সততং সাধু বৰ্ত্ততে।
তস্য ৰাজ্যংচ কীৰ্ত্তিশ্চ প্ৰতাপশ্চাপি বৰ্দ্ধতে।।২০/২১
কিষ্কিন্ধ্যা ২৯ অঃ

কৰা নাই; কিন্তু অতি সাধাৰণ কৰাণতে মিত্ৰ ভেদ হয়। সেইবাবেহে মই ৰামক ভয় কৰিছোঁ। কি কাৰণত ৰাম-লক্ষ্মণ কুপিত হৈছে সেই কাৰণ অনুসন্ধান কৰা। তেতিয়া হনুমানে সুগ্ৰীৱক ক'লে যে ৰামচন্দ্ৰ মিত্ৰ ভাবেই কুপিত হৈছে, শত্ৰুভাৱে কুপিত হোৱা নাই। আপুনি ভোগপৰায়ণ হৈ সীতা অন্বেষণত অযথা পলম কৰিছে আৰু নিজৰ প্ৰতিজ্ঞা ৰক্ষাৰ চেষ্টা কৰা নাই।

ইতিমধ্যে সুগ্ৰীৱৰ আদেশত অঙ্গদে লক্ষ্মণক লৈ আহিলগৈ। পুৰুষ প্ৰধান লক্ষ্মণক অন্তঃপুৰত প্ৰবিষ্ট হোৱা দেখি সুগ্ৰীৱ অত্যন্ত ব্যথিত চিত্ত হ'ল। লক্ষ্মণক ক্ৰোধদীপ্ত হৈ ঘনে ঘনে দীৰ্ঘ নিশ্বাস পেলোৱা দেখি সুগ্ৰীৱ স্বৰ্ণাসনৰপৰা উঠিল আৰু কৃতাঞ্জলি হৈ লক্ষ্মণৰ আগত থিয় হৈ থাকিল। লক্ষ্মণে তেতিয়া কৰবলৈ ধৰিলে—সুগ্ৰীৱ তুমি অধৰ্মী। মিত্ৰৰ উপকাৰ পাহৰি প্ৰত্যুপকাৰ নকৰি তুমি কৃতঘ্ন হৈছা। তুমি অনাৰ্য্য, মিথ্যাবাদী আৰু কৃতঘ্ন ইত্যাদি প্ৰকাৰে বহু তিৰস্কাৰ কৰিলে।

লক্ষ্মণৰ ক্ৰোধোদীপ্ত বাক্য শুনি তাৰাই উত্তৰ দিলে—হে বীৰ! সুগ্ৰীৱে ৰুমা আৰু মোক পাই বিলাসত উন্মত্ত হৈ অতি ভোগপৰায়ণ হৈছে সঁচা; কিন্তু তেওঁ মিথ্যাবাদী, অকৃতজ্ঞ, শঠ আৰু ছলনাকাৰী হোৱা নাই। তেওঁৰ সময় জ্ঞান হেৰাই গৈছে—যেনেকৈ বিশ্বামিত্ৰ ঋষিয়ে ঘৃতাচী অপ্সৰাত আসক্ত হৈ যে দহ বছৰ কটাই দিলে সেই কথা জানিব নোৱাৰিছিল। মই সুগ্ৰীৱৰ হৈ বিনীতভাৱে অপোনাক অনুৰোধ কৰিছোঁ আপুনি ক্ৰোধ পৰিহাৰ কৰক। সুগ্ৰীৱে সীতা হৰণকাৰী ৰাক্ষসক বধ কৰি সীতাক উদ্ধাৰ কৰিব। তাৰাৰ এই প্ৰবোধ বাক্যত লক্ষ্মণ কিছু শান্ত হ'ল।

সুগ্ৰীৱে হনুমানক আদেশ দিলে—সমস্ত বানৰ সৈন্য সংগৃহীত কৰিবলৈ আৰু সীতাৰ অন্বেষণৰ বাবে প্ৰেৰণ কৰিবলৈ। বায়ুপুত্ৰ হনুমানে এই আদেশ পালন কৰিবলৈ ত্বৰান্বিত হ'ল। দহ কৌটি বানৰ সীতাৰ অন্বেষণত প্ৰেৰিত হ'ল। লক্ষ্মণ সন্তুষ্ট হৈ কিষ্কিন্ধ্যা পুৰীৰ পৰা আহিব খোজোঁতে সুগ্ৰীৱে আদেশ দি সূৰ্য্যৰ প্ৰভাৰ নিচিনা উজ্জ্বল স্বৰ্ণময় শিবিকা অনাই লক্ষ্মণৰ সহিত তাত আৰোহণ কৰি ৰামচন্দ্ৰৰ ওচৰলৈ যাত্ৰা কৰিলে।

হৰিষে লক্ষ্মণ সুগ্ৰীৱৰ ধৰি গলে
ৰাজাৰ আদেশে উঠিলন্ত চতুৰ্দ্দোলে।।

**ৰামচন্দ্ৰৰ সমীপত ঃ**

ৰামচন্দ্ৰৰ ওচৰলৈ আহি সুগ্ৰীৱ কৰজোৰে থিয় হৈ থাকিল। ৰামচন্দ্ৰই সুগ্ৰীৱক সসৈন্যে উপস্থিত হোৱা দেখি সন্তোষ পালে। সুগ্ৰীৱে কবলৈ ধৰিলে—

কৃপাময় দোষ ক্ষমিয়ো সকল।
ভৈলো বানৰ আমি সহজে চঞ্চল।।

লক্ষ্মণৰ বোলে দুঃখ পাইলো যতমানে।
তোমাৰ কোপক সহিবেক কাৰ প্ৰাণে।।

সুগ্ৰীৱে পুনঃ পুনঃ সীতাক উদ্ধাৰ কৰিবৰ প্ৰতিজ্ঞা কৰিলে আৰু নল, নীল, সুষেণ, ধুম্ৰাক্ষ আদি মুখ্য মুখ্য বানৰৰ নেতৃত্বত বানৰ সৈন্য ভাগ ভাগ কৰি কৰ্ত্তব্য বুজাই দিলে।

ৰামচন্দ্ৰই সুগ্ৰীৱক হাত দুখনেৰে আকোৱালি ধৰি ক'লে—হে সৌম্য! জনক দুহিহা সীতা জীৱিতা আছে নে নাই আৰু ৰাৱণ ক'ত আছে এই সংবাদ প্ৰথমতঃ সংগ্ৰহ কৰক। ৰাৱণৰ দেশলৈ গৈ সীতাৰ ওচৰ পালে আমি সকলোৱে যুক্তি কৰি যি কৰিব লাগে তাৰ বিহিত ব্যৱস্থা গ্ৰহণ কৰিম।

ৰাৱণ সীতাক প্ৰৱদ্ধিয়া খুজি চাহাঁ।
অবিলম্বে আমাত বাৰ্ত্তাক জনাবাহাঁ।।

এই আদেশলৈ বানৰবিলাক ভাগ ভাগকৈ চাৰিওফালে যাত্ৰা কৰিলে।

ৰামচন্দ্ৰই দেখিলে যে বানৰবিলাকৰ ভিতৰত হনুমান অতিশয় বলী, পৰম বুদ্ধিমান আৰু পৰাক্ৰমী; দেশ কাল জ্ঞানতো অভিজ্ঞ আৰু সুনীতি কৌশল। সেইবাবে সুগ্ৰীৱ আৰু হনুমানৰ সহায়ত কাৰ্য্যসিদ্ধি হব বুলি ৰামচন্দ্ৰ আশান্বিত হ'ল। সুগ্ৰীৱৰ কড়া আদেশ যে এক মাহৰ ভিতৰত সীতাক অন্বেষণ কৰি উলিয়াবই লাগিব।

**অন্বেষণ আৰু সম্পাতি সাক্ষাৎ ঃ**

কপিবৰ হনুমানে অঙ্গদ আৰু অন্যান্য সহচৰ বানৰবিলাকৰ লগত বিন্ধ্যাচলৰ গুহা আৰু গহন বনত তন্ন তন্নভাৱে অন্বেষণ কৰিলে। অন্যান্য বানৰবিলাকেও সকলো প্ৰকাৰ দুৰ্গম ঠাই আৰু বনত অন্বেষণ কৰিলে। সীতাৰ অন্বেষণ কৰি এক মাহৰ ভিতৰত খবৰ আনিব নোৱাৰিলে সুগ্ৰীৱে বানৰবিলাকক শাস্তি দিব বুলি সঁকীয়াই দিছিল; কিন্তু ইতিমধ্যে দাক্ষিণাত্যৰ সকলো বন-জঙ্গল পাহাৰ-পৰ্বত অন্বেষণ কৰি কোনো শুংসূত্ৰ নাপাই বানৰবিলাক বিবুদ্ধি হ'ল।

পৰম বিস্ময় হুয়া অঙ্গদে পুছয়।
কি বুদ্ধি কৰিব আৰে বায়ুৰ তনয়।।

এইদৰে অন্বেষণ কৰি কৰি হনুমান আৰু অঙ্গদ সহচৰ বানৰবিলাকৰ সৈতে সাগৰৰ পাৰ পালেহি। এক পৰ্ব্বতত ৰাতিটো কটালে। সকলো চিন্তাগ্ৰস্ত হৈছে। এমাহৰ ভিতৰত খবৰ উলিয়াব নোৱাৰিলে শাস্তি ভোগ কৰিব লাগিব। বানৰ সকলে সেই বিষয়ে উদ্বিগ্নহৈ কথা-বতৰা হৈ আছিল। সেই পৰ্ব্বতত সম্পাতি নামেৰে এটি বৃহৎ পক্ষী আছিল। বানৰবিলাকৰ কথা শুনি সম্পাতি পক্ষীয়ে চকু মেলি চালে। পক্ষী নিদ্ৰিত হৈ আছিল। ভোকিয়া ৰাতি পুৱাইছে। বানৰবিলাকক দেখি তেওঁ মনত আনন্দ পালে। উপযুক্ত খাদ্য পাব বুলি মনতে

ভাবিছে আৰু ভীষণ গৰ্জ্জন কৰি উঠিছে। বানৰবিলাকে ভীত হৈ ৰামৰ বনবাস আৰু সীতা হৰণৰ কথা কৈ কৈ বিলাপ আৰম্ভ কৰিছে। সেই কাতৰ বিলাপৰ মাজত জটায়ু পক্ষীৰ নামো সম্পাতিয়ে শুনিবলৈ পালে। তেতিয়া সম্পাতিয়ে বানৰ বিলাকৰ লগত কথা পাতি সমস্ত বৃত্তান্ত শুনিলে আৰু সম্পাতি যে জটায়ু পক্ষীৰ ভাই সেই পৰিচয় দি সীতা অশোক বনত থকা বুলি খবৰ দিলে।

সম্পাতি বোলন্ত শুনিয়োক কপিগন।
সত্য স্বৰূপত জানা আমাৰ বচন।।
দুৰ্জ্জন ৰাৱণে সীতা আনিলেক হৰি।
অশোক বনত থৈয়া আছে বন্দী কৰি।।

সম্পাতি পক্ষীয়ে ক'লে যে মই পৰ্ব্বতৰ ওপৰত বহি সকলো ঘটনা দেখা পাই আছোঁ।

সংবাদ মিলিল। এতিয়া সমস্যা হ'ল সাগৰ লঙ্ঘন কৰা যায় কেনেকৈ? অঙ্গদে বানৰ বিলাকক একত্ৰে বহুৱাই লৈ কাৰ কিমান শক্তি জনে জনে সুধিবলৈ ধৰিলে। বানৰ বিলাকৰ ভিতৰত গছ, গবাক্ষ, গবয়, শৰভ, গন্ধমাদন, মৈন্দ, দ্বিবিদ আৰু জাম্ববানে একে একে নিজৰ সামৰ্থ্যৰ বিষয়ে ক'লে। সিহঁতে যথাক্ৰমে আশী, একশ বিশ, দুইশ চল্লিশ, তিনিশ বিশ, চাৰিশ আশী, পাঁচশ ষাঠি, ছয়শ চল্লিশ আৰু সাতশ বিশ মাইল পৰ্য্যন্ত লাফ্ দি পাৰ হব পাৰে বুলি ক'লে। অঙ্গদে আঠহাজাৰ মাইল পৰ্য্যন্ত গৈ ঘূৰি আহিব পাৰে কিন্তু অঙ্গদ দলপতি কাৰণে তেওঁক পঠোৱা উচিত নহ্‌ব বুলি সকলোৱে স্থিৰ কৰিলে; কাৰণ কাৰ্য্যৰ মূল ৰক্ষা কৰা কৰ্ত্তব্য—কাৰ্য্য কুশলীসকলৰ ইয়েই নীতি। যদি মূল ৰক্ষা হয়, তেতিয়াহে কাৰ্য্যৰ ফল পোৱা যায়। হনুমান নিৰৱ আছিল কাৰণে জাম্ববানে হনুমানক ক'লে—তুমি বায়ুপুত্ৰ। তুমি শিশুকালত এসময়ত সূৰ্য্যোদয় দেখি সেই সূৰ্য্যক এটা ৰমণীয় ফল বুলি ভাবি লাফ দি চব্বিশ শ মাইল পৰ্য্যন্ত গৈছিল। তোমাৰ শক্তি সামৰ্থ্যও আছে— তুমিহে সাগৰ লঙ্ঘন কৰি ঘূৰি আহিব পাৰিবা।[১] সমূদ্ৰ ৮০০ মাইলহে বিস্তৃত। তাকে স্বীকাৰ কৰি সমুদ্ৰ লঙ্ঘন কৰি হনুমান সিপাৰলৈ গ'ল।

(১) মূলমৰ্থস্য সংৰক্ষ্যমেষ কাৰ্য্যবিদাং নয়ঃ।
মূলে হি সতি সিধ্যন্তি গুণাঃ সৰ্ব্বে ফলোদয়াঃ।।২৫।।
[illegible]

# হনুমানৰ লঙ্কা প্ৰৱেশ

হনুমানে লঙ্কাত প্ৰৱেশ কৰি ত্ৰিকূট নামৰ এখন পাহাৰৰ ওপৰত সমতল ঠাই এডোখৰত বহি লঙ্কা চাবলৈ ধৰিলে। তাৰ পাছত লঙ্কা নগৰীত প্ৰৱেশ কৰিলে। লঙ্কাৰ ৰূপ সৌন্দৰ্য্য দেখি হনুমান মোহিত হ'ল। ই এক সাক্ষাৎ দেৱপুৰী।

ঠাৱে ঠাৱে দেখন্ত ৰাক্ষসে পঢ়ে বেদ।
শাস্ত্ৰসৱ পঢ়ন্ত শুনন্ত অবিচ্ছেদ।।

ৰাক্ষসসকলৰ দ্বাৰা লঙ্কা নগৰী অতি সুৰক্ষিত। সীতাক হৰণ কৰি নিয়াৰ পাছত আৰু বেছি দৃঢ়ভাৱে সুৰক্ষিত হৈছে। গোটেইখন লঙ্কা ৰাজ্যৰ প্ৰাকৃতিক শোভা অতি মনোহৰ।

গুঞ্জৰিত শবদে ভ্ৰমৰা মধুপান।
পদ্মিনী দীঘি জলাশয় ৰম্য থান।।
সৰল প্ৰিয়াল খৰ নিখৰ খৰ্জ্জুৰ।
শাল তাল তমাল গমাৰি বিষপুৰ।।

ৰাক্ষসবিলাকৰ ভৱনসমূহৰ স্তম্ভবোৰ স্বৰ্ণ নিৰ্মিত। সকলোবিলাক গৃহ স্ফটিক খচিত। সুবৰ্ণ বিভূষিত প্ৰাসাদসমূহেৰে লঙ্কানগৰী নিৰতিশয় শোভা ধাৰণ কৰি আছে।

শঙ্খিনী চিত্ৰিনী নাৰী, পদ্মিনী হস্তিনী আদি,
ত্ৰিভুৱনে যতেক সুন্দৰী।
দিগ্‌বিজয়ত সাজি, দেৱাসুৰে ৰণে জিনি;
লাঙ্কেশ্বৰে আনিলেক হৰি।।

বীৰ হনুমানে এইপ্ৰকাৰ অচিন্ত্য আৰু আশ্চৰ্য্যময় লঙ্কাপুৰী দেখি যুগপৎ হৰ্ষ আৰু বিষাদ প্ৰাপ্ত হ'ল।

তাতোকৈ চিন্তিত হৈ পৰিল—এই সুৰক্ষিত ৰাক্ষসৰ পুৰীত প্ৰৱেশ কৰে কেনেকৈ? দিবা ভাগত প্ৰৱেশ কৰা অসম্ভৱ বুলি ভাবি, নিশাকালত প্ৰৱেশ কৰাকে স্থিৰ কৰিলে। তেতিয়াও শঙ্কাৰ যথেষ্ট কাৰণ আছে। হনুমানে সত্বগুণক আশ্ৰয় কৰি আৰু পাতিব্ৰত্য ধৰ্মক সুঁৱৰি মনত সাহ, বল গোটাই ল'লে। ভাবিলে ইমানবিলাক সুন্দৰী ৰমণীৰ মাজত সীতাক চিনিম কেনেকৈ?

দেৱ-দেৱী প্ৰসাদত, ইঙ্গিতে জানিবো মই,
পতিব্ৰতা ধৰ্ম ব্যৱহাৰে।

এইদৰে মনতে স্থিৰ কৰি হনুমানে ৰাতিৰ প্ৰথম যামাৰ্দ্ধত লঙ্কাৰ সুৰক্ষিত ৰাজপুৰীৰ মাজত সূক্ষ্মভাৱে অলক্ষ্যে প্ৰৱেশ কৰিলে। সমগ্ৰ ৰাজপুৰীত বিচৰণ

কৰি ক'তো সীতা দেৱীক দেখা নাপাই বিষণ্ণ হ'ল। অতি সাহসেৰে বুদ্ধিমান হনুমানে গৈ ৰাৱণৰ ঘৰতো প্ৰৱেশ কৰিলে আৰু তাত প্ৰতপ্ত সুবৰ্ণ নিৰ্মিত উৎকৃষ্ট মণিসমূহৰ দ্বাৰা খচিত পুষ্পক নামৰ মহাবিমান দেখা পালে। তপস্যা আৰু পৰাক্ৰমৰ বলত সেই বিমান ৰাৱণে অৰ্জ্জন কৰিছিল। ৰাৱণৰ এই ভৱন দীঘলে আঠ মাইল আৰু পুতলে চাৰি মাইল আছিল। কুবেৰ আৰু ইন্দ্ৰৰ ঘৰত যেনেকৈ লক্ষ্মী বিৰাজমানা সেইদৰে ভুৱনমনোহাৰিণী লক্ষ্মীয়ে ইয়াত বিৰাজ কৰি আছে। ইমান ঐশ্বৰ্য্য, ইমান শোভা সৌন্দৰ্য্য আৰু ইমান ধন-দৌলতৰ পয়োভৰ! এই মহাবিমান পূৰ্বে ব্ৰহ্মাই নিৰ্মাণ কৰিছিল। তপস্যাৰ প্ৰভাৱত কুবেৰে ব্ৰহ্মাৰ পৰা লাভ কৰে। ৰাৱণে কুবেৰক পৰাজয় কৰি সেই বিমান লাভ কৰে। সমস্ত অৱলোকন কৰি হনুমানৰ মনত ধাৰণা হ'ল ইয়েই সাক্ষাৎ স্বৰ্গ।

ৰাৱণৰ অন্তেষপুৰত যিবিলাক সুন্দৰী ৰমণী আছিল, সেই ৰমণীবিলাকক ৰাৱণে বলেৰে অনা নাছিল। তেওঁলোকে স্বইচ্ছাত ৰাৱণৰ বল বীৰ্য্য আৰু ৰূপত আকৃষ্টা হৈ আহিছিল। একমাত্ৰ সীতাকে ৰাৱণে বলেৰে অপহৰণ কৰিছিল।

হনুমান ক্ৰমে ক্ৰমে ৰাৱণৰ শয়ন কক্ষ পালেগৈ। সুন্দৰীসকলে সুবৰ্ণ পৰ্য্যঙ্কত শুই থকা ৰাৱণক ব্যজন কৰি থকা দেখিলে। ৰাক্ষসাধিপতিৰ পদতলত কোনো কোনো পত্নী শুই আছে। সিহঁতৰ বদন মণ্ডল চন্দ্ৰমণ্ডলৰদৰে প্ৰকাশ পাই আছে। ৰতিজনিত শ্ৰমত শ্ৰান্ত হৈ ৰাক্ষসপতিৰ পত্নীসকলে যি যি ঠাইতে আছিল তাতে নিদ্ৰা গৈ আছে। কোনো কোনো সৰ্ব্বাঙ্গসুন্দৰী ৰমণীয়ে নাগাৰা কোলত লৈ শুই নিদ্ৰা যাই আছে যেন বহুদিনৰ পাছত প্ৰিয়তম পতিক পাই গাঢ়তৰ আলিঙ্গন কৰি আছে। কোনো কোনো জনাই সেইদৰে বীণা আলিঙ্গন কৰি সুপ্ত হৈ আছে। এইদৰে ৰাৱণৰ পত্নীসকলক হনুমানে বিভিন্নভাৱে পতি বিলাসিনী হৈ থকা দেখিলে আৰু আন এগৰাকী সুন্দৰী কামিনী আন বিলাক কামিনীৰ শয্যাৰ পৰা আঁতৰত পৃথক শয্যাত শুই আছে। তেওঁৰ ৰূপ আৰু যৌৱন অপূৰ্ব। তেওঁ মণি-মুক্তা আদি বিবিধ ভূষণেৰে ভূষিতা। তেওঁ গৌৰবৰ্ণা আৰু স্বৰ্ণকান্তি। তেৱেঁই ৰাৱণৰ প্ৰিয় মহিষী মন্দোদৰী। মন্দোদৰীৰ ৰূপ যৌৱনৰ বিশেষত্ব লক্ষ্য কৰি হনুমানে তেওঁকেই সীতা বুলি ভাবি মনে মনে আনন্দিত হ'ল, যেন তেওঁ এটা মহৎ আৱিষ্কাৰ কৰিছে; কিন্তু কিছুসময়ৰ পাছত হনুমানৰ মনত আনপ্ৰকাৰ চিন্তা আহিল। ভাবিলে সীতা দেৱী ৰামৰ বিৰহত শয়ন, ভোজন, বিলাস আৰু সুৰাপান কেতিয়াও কৰিবলৈ সক্ষম নহব। সাক্ষাৎ ইন্দ্ৰ হলেও তেওঁ কেতিয়াও পৰপুৰুষক সেৱা নকৰিব। ৰামৰ সমকক্ষ কোনো দেৱতাও নাই, মানুহৰ কথা দূৰতে থাওক, গতিকে এই ৰমণী সীতা নিশ্চয় নহয়। এই বুলি হনুমানে পুনঃ সীতাৰ অন্বেষণত প্ৰবৃত্ত হ'ল। সেই মাজৰাতি হনুমানে এইদৰে বহু সুন্দৰী ৰমণীক উলঙ্গিনী, অৰ্দ্ধ উলঙ্গিনী বা অবিন্যস্ত পৰিচ্ছদা অৱস্থাত দৰ্শন কৰিছিল হনুমানৰ মনত কাৰ্য্যাকাৰ্য্য বিচাৰ উপস্থিত হৈছে। তেওঁ যেন পাপ কৰ্ম কৰিছে এনে ভাব তেওঁৰ

মনত উদয় হ'ল। পাছত গভীৰ ভাৱে চিন্তা কৰি বুজিলে যে তেওঁৰ মন বিচলিত হোৱা নাই। মনেইহে ইন্দ্ৰিয়বোৰক ভাল-বেয়া কাৰ্য্যত প্ৰবৃত্ত কৰায়। সেই মনেই যেতিয়া বশীভূত হৈ আছে, পাপে স্পৰ্শ কৰিব নোৱাৰে।(১) স্ত্ৰীসকলৰ মাজতে স্ত্ৰীলোকক অন্বেষণ কৰিব লাগিব। যি প্ৰাণী যি জাতিৰ সেই জাতিৰ মাজতে অন্বেষণ কৰিব লাগিব। হৰিণীসকলৰ মাজততো সুন্দৰী ৰমনী বিচাৰিলে পোৱা নাযাব। এইদৰে দেৱকন্যা, গন্ধৰ্বকন্যা আৰু নাগ কন্যাসকলৰ ভিতৰত যেতিয়া পৰ্য্যবেক্ষণ কৰি সীতাক দেখা নাপালে, কেৱল অন্য অন্য সুন্দৰীসকলকহে দেখা পালে তেতিয়া তেওঁ তাৰপৰা বাহিৰলৈ ওলাই আহি আনঠাইলৈ গুচি গ'ল। ৰাজভৱনৰ অন্তৰত থকা লতাগৃহ, চিত্ৰগৃহ আৰু সকলোবিলাক শয়নগৃহ তন্ন তন্নকৈ অন্বেষণ কৰি কতো সীতাক নেদেখিলে।

হনুমানে ভাবিবলৈ ধৰিলে মই যদি সীতাৰ সন্ধান কৰিব নোৱাৰি ঘূৰি যাব লগা হয়, মই শ্ৰীৰামচন্দ্ৰৰ আগত মুখ দেখুৱাম কেনেকৈ? তাতকৈ অনশন কৰি মৃত্যু বৰণ কৰাও শ্ৰেয়। বৃদ্ধ জাম্ববান আৰু কুমাৰ অঙ্গদকেই বা মই কি উত্তৰ দিম? এইদৰে হনুমান বৰ নিৰুৎসাহ হৈ পৰিল। পুনঃ ভাবিলে উৎসাহেই কাৰ্য্যসিদ্ধিৰ মূল। ভগ্নোৎসাহ হোৱা উচিত নহয়।(২) যি যি ঠাইত অন্বেষণ কৰিলোঁ, সেই সেই ঠাইত পুনৰ অন্বেষণ কৰিম।

এই সংকল্প লৈ হনুমানে পুনঃ অন্বেষণ আৰম্ভ কৰিলে। মাটিৰ তলত সজা গৃহবোৰো বাদ নিদিলে। একতালা গৃহৰ ওপৰত সজা বিভিন্ন তলাৰ গৃহবোৰো চাই ফুৰিলে। কেতিয়াবা লাফ দি ওপৰত উঠিছে, কেতিয়াবা লাফ মাৰি তলত পৰিছে, কেতিয়াবা কিছুসময় স্থিৰ হৈ ৰৈছে, কেতিয়াবা দুৱাৰ ঠেলিছে, কেতিয়াবা দুৱাৰ খুলি ঘৰৰ ভিতৰত সোমাইছে, কেতিয়াবা ওলাই আহিছে, কেতিয়াবা হঠাতে পৰি গৈছে—এইদৰে সৰ্ব্বত্ৰ বিচৰণ কৰি চাই ফুৰিলে, কিন্তু সীতাক কতো দেখা নাপালে।

সীতাক নাপাই হনুমান বৰ দুঃখিত হ'ল। এতিয়া কি কৰা যায়? সীতাৰ সন্ধান নোপোৱা সংবাদ দিলে ৰাম-লক্ষ্মণ উভয়ে প্ৰাণ বিসৰ্জ্জন দিব। সংবাদ পালে ভৰত শত্ৰুঘ্নও জীৱিত নাথাকে। ইয়াত কোনো সন্দেহ নাই।

## অশোকবনত সীতা ঃ

হনুমানে ভাবিছে সীতাৰ প্ৰকৃত সন্ধান নাপালে মই ঘূৰি নাযাওঁ। অনশনত

---

(১) মনো হি হেতুঃ সৰ্বেষামিন্দ্ৰিয়াণাং প্ৰবৰ্ত্তনে।
শুভাশুভাস্ববস্থাসু তচ্চ মে সুব্যৱস্থিতম্।।
৪২ সুন্দৰ—১১ অঃ

(২) অনিৰ্বেদঃ শ্ৰিয়ো মূলম্ নিৰ্বেদঃ পৰমং সুখম্। ভূয়স্তত্ৰ বিচেষ্যামি ন যত্ৰ বিচয়ঃ কৃতঃ।। ১০-১২ অঃ

জীৱন ত্যাগ কৰিম নাইবা বানপ্ৰস্থী হৈ গভীৰ অৰণ্যত প্ৰৱেশ কৰিম। এইদৰে বহুপ্ৰকাৰ বিলাপ নিজৰ মনতে কৰিলে। এইদৰে বিভিন্ন প্ৰকাৰৰ চিন্তা কৰি থাকোঁতে সমুখত বৃহৎ অশোক বন দেখিলে। সেই বন দেখি হনুমানে ভাবিলে মইতো লঙ্কা নগৰীৰ সকলো স্থান অন্বেষণ কৰিলোঁ; কিন্তু এই অশোক বনততো সীতাৰ অন্বেষণ কৰা নাই। লঙ্কাৰ কোনো ঠাই বা বন অন্বেষণ নকৰাকৈ ঘূৰি নাযাওঁ। এবাৰ অশোক বনত অন্বেষণ কৰি চাওঁচোন।

এই চিন্তা উদয় হোৱা মাত্ৰকে হনুমানে সমস্ত দেৱতাসকলক মনে মনে নমস্কাৰ জনালে আৰু এই অন্বেষণ কাৰ্য্যত যাতে সিদ্ধি লাভ হয় তাৰ বাবে প্ৰাৰ্থনা জনালে। ৰাম-লক্ষ্মণ আৰু সীতাদেৱীৰ উদ্দেশ্যেও নমস্কাৰ কৰিলে। হনুমানৰ অষ্টৈশ্বৰ্য্যত সিদ্ধি আছিল। ইচ্ছানুসাৰে শৰীৰ সঙ্কোচ কৰিবও পাৰিছিল আৰু বৰ্দ্ধন কৰিবও পাৰিছিল। অনিমা লঘিমা আদিৰ সিদ্ধি থাকিলে ই সম্ভৱ। যত্ৰ তত্ৰ গমনৰ বাবে এই কাৰণেই আৰু সাগৰ লঙ্ঘনৰ বাবেও এইকাৰণেই হনুমানৰ পক্ষে সম্ভৱ হৈছিল। হনুমানে অষ্টৈশ্বৰ্য্যসিদ্ধিৰ শক্তি প্ৰয়োগৰ মানস কৰি ৰাৱণ ভৱনৰপৰা লাফ দি নিম্নস্থ প্ৰাচীৰৰ ওপৰত পৰিল। তাৰ পাছত পুনঃ লাফদি অশোক বনত প্ৰৱেশ কৰিলে। অশোক বনৰ মাজত এটি সুন্দৰ ভৱন লক্ষ্য কৰিলে। তালৈ আগবাঢ়ি গ'ল। সেই ঘৰত ৰাক্ষসীসকলেৰে পৰিবেষ্টিতা হৈ মলিনবেশা অনশনকৃশা আৰু দীন ভাৱাপন্না সীতাদেৱীক পুনঃ পুনঃ দীৰ্ঘ নিশ্বাস পেলাই থকা দেখিবলৈ পালে। সীতা দেৱীয়ে হালধীয়া ৰঙৰ এখন কাপোৰ পিন্ধি আছিল আৰু গাত কোনো অলঙ্কাৰ পিন্ধি থকা নাছিল। তেওঁক মলিন পদুম ফুলটোৰ নিচিনা শ্ৰীহীনা দেখা গৈছিল। কামৰূপী ৰাক্ষসে যেতিয়া সীতাক হৰণ কৰি আনে তেতিয়া হনুমানে ঋষ্যমূক পৰ্ব্বতত সীতাক দেখা পাইছিল। এতিয়া সেই ৰূপ মলিন হৈ যোৱাত সীতাক চিনি পোৱাত হনুমানৰ কষ্ট হৈছিল। তেতিয়া দেখিছিল সীতা পূৰ্ণচন্দ্ৰবদনা, সুভ্ৰ সুন্দৰ সুগোল পয়োধৰ-শালিনীদেৱী সদৃশা। দেহ কান্তিয়ে যেন সকলো ফালৰ অন্ধকাৰ নাশ কৰিছে তেনে বোধ হৈছিল। এতিয়া দেখিছে যেন সেই চন্দ্ৰপ্ৰভা কলা ডাৱৰে আচ্ছন্ন কৰি পেলাইছে। সীতাক মলিনা, হীনপ্ৰভা আৰু অনলঙ্কৃতা দেখি তেৱেঁই এওঁ হয়নে নহয় এই বিষয়ে হনুমানৰ মনত সন্দেহ উপস্থিত হৈছিল। নানা প্ৰকাৰে চিন্তা কৰি বহু হেতু আৰু উপহেতু বিচাৰ কৰি এৱেঁই সীতা দেৱী বুলি স্থিৰ কৰিলে। অন্য অলঙ্কাৰ সীতাৰ গাত নাথাকিলেও কুণ্ডলজোৰা কাণত আছিল আৰু হাতত মলিন বালাজোৰা আছিল। এইখিনি অলঙ্কাৰৰ বিষয়ে মনে মনে বিচাৰ কৰিও হনুমানে এওঁক সীতা বুলি চিনিব পাৰিছিল। পৰিধান বস্ত্ৰ মলিন হলেও জীৰ্ণ হোৱা সত্ত্বেও পূৰ্বে দেখা বস্ত্ৰ বুলি চিনিব পাৰিলে। হনুমানৰ মনৰ সন্দেহ আঁতৰিল।

তেতিয়াও ৰাতি আছিল। স্পষ্টকৈ দেখিবৰ কাৰণে হনুমানে সূৰ্য্যোদয়লৈ প্ৰতীক্ষা কৰিলে। শেষ ৰাত্ৰিত হনুমানে ৰাক্ষসবিলাকৰ বেদধ্বনি শুনিবলৈ পালে। ষড়ঙ্গ বেদবিদ্ আৰু অগ্নিহোত্ৰী ব্ৰহ্মজ্ঞ ৰাক্ষসবিলাকৰ মন্ত্ৰোচ্চাৰণ শুনিবলৈ পালে আৰু চাৰিওফালে মঙ্গলবাদ্য শ্ৰুতিগোচৰ হ'ল। ৰাক্ষসৰাজ ৰাৱণে জাগৰিত হৈ সীতাক মনত পেলালে আৰু কামপীড়িত হৈ সেই সময়ত অশোক বনত প্ৰৱেশ কৰিলে। পাছে পাছে একশ সুন্দৰী কামিনীও আহিছিল। সেই ৰমণীবিলাকৰ দ্বাৰা পৰিবৃতা হৈ ৰাৱণে প্ৰমোদ উদ্যানত প্ৰৱেশ কৰিলে। হনুমানে ইতিপূৰ্বে উৎকৃষ্ট ভৱনত নিদ্ৰিত হৈ থকা ৰাৱণক দেখা পাইছিল। সেইকাৰণে এৱেঁই ৰাৱণ বুলি চিনিব পাৰিলে। সেইবাবে হনুমান যি জোপা বৃক্ষৰ ডালত বহি আছিল, সেই বৃক্ষৰ অতি উচ্চ শাখাত আৰোহন কৰি বৃক্ষৰ পাতৰ মাজত নিজক লুকাই ৰাখি বহি চাই থাকিল। ৰাৱণ-সীতাক দৰ্শন কৰিবৰ অভিপ্ৰায়েৰে সীতাৰফালে আগুবাই গ'ল।

সীতাদেবীয়ে ৰাৱণক দেখি ভয়ত কঁপিব ধৰিলে আৰু উভয় উৰুৰ দ্বাৰা নিজৰ উদৰ আৰু উভয় হস্তৰ দ্বাৰা স্তনযুগল আচ্ছাদন কৰি ৰোদন কৰিব ধৰিলে। ৰাৱণে দেখিলে যে সীতা দুঃখত এনে কাতৰা হৈ পৰিছে যেন সমুদ্ৰত লাহে লাহে নাও এখনি বুৰিব ধৰিছে। ৰামপ্ৰাণগতা সীতা নিৰন্তৰ ৰোদন কৰি কৰি ক্ষীনাই যাব ধৰিছে। সীতাক দেখিলে এনে ভাৱ হয়, যেন মহতী কীৰ্ত্তি অৱসন্না হৈছে, শ্ৰদ্ধা অপমানিতা হৈছে, প্ৰজ্ঞা ক্ষীণা হৈছে আৰু আশা প্ৰতিহতা হৈছে। পূৰ্ণিমাৰ চন্দ্ৰমণ্ডল যেন তমোগ্ৰস্ত হৈছে আৰু পদ্মিনী যেন বিমৰ্দ্দিতা হৈছে।

তথাপি ৰাৱণে কামমোহিত হৈ সীতাক ইঙ্গিতৰ দ্বাৰা আৰু মধুৰ বাক্যৰ দ্বাৰা সীতাৰ ওচৰত নিজৰ অভিপ্ৰায় ব্যক্ত কৰিলে। ৰাৱণে কবলৈ ধৰিলে—হে সুন্দৰি। মোক দেখিয়েই তুমি তোমাৰ পয়োধৰ আৰু উদৰ দেশ লুকাইছা দেখি মই বুজিছোঁ তুমি ভয় পাইহে তেনে কৰিছা। হে বিশালাক্ষি। মই তোমাক কামনা কৰোঁ। তুমি মোক বহুমানেৰে সৈতে গ্ৰহণ কৰা। মোৰ প্ৰতি যে তোমাৰ ভয় হৈছে সেই ভয় পৰিত্যাগ কৰা। তুমি নিশ্চয় জানা যে ৰাক্ষসবিলাকৰ ধৰ্ম হৈছে পৰস্ত্ৰী গমন কৰা আৰু বলপূৰ্বক পৰস্ত্ৰীহৰণ কৰা। তুমি অকামা বুলি মই তোমাক স্পৰ্শ কৰা নাই, কিন্তু মোৰ অন্তৰত কামানল জ্বলি আছে। তুমি মোক বিশ্বাস কৰা আৰু যথাৰ্থ প্ৰণয়ৱতী হোৱা। তুমি মলিন বসন পৰিত্যাগ কৰি বস্ত্ৰ অলঙ্কাৰেৰে সুসজ্জিতা হোৱা। শোক চিন্তা পৰিহাৰ কৰা। অন্য কোনো ৰমণীৰ ৰূপ তোমাৰ ৰূপৰ লগত তুলনা নহয়। এনে ৰূপ যৌৱনশালিনী তোমাক দেখি কোন পুৰুষ মুগ্ধ নহয়? সাক্ষাৎ ব্ৰহ্মাও বিচলিত হ'ব। মই তোমাৰ যি যি অঙ্গ দেখিছোঁ সেয়ে মোৰ চকুত লাগি আছে। তুমি মোৰ ভাৰ্য্যা হোৱা। তোমাক অপূৰ্ব ধন-বস্ত্ৰ দিম।

মোৰ সমগ্ৰ ৰাজ্য তোমাক দিম। মই যিবোৰ ৰত্ন অপহৰণ কৰি আনিছোঁ—সেই সমস্ত ৰত্ন তোমাকেই দিম। মোৰ ধন ঐশ্বৰ্য্য সমৃদ্ধি চোৱা। তুমি ৰামৰ আশা পৰিত্যাগ কৰা। তুমি ৰামক পুনৰবাৰ দেখিবলৈকো নাপাবা। তুমি মোৰ সমস্ত স্ত্ৰীবিলাকৰ ওপৰত প্ৰভুত্ব কৰা। হে সুন্দৰি! মোৰ স্ত্ৰীসকল ত্ৰৈলোক্য সুন্দৰী। সেই স্ত্ৰীবিলাকে তোমাৰ পৰিচৰ্য্যা কৰিব।

সীতাদেবীৰ ইচ্ছা হৈছিল ৰাৱণৰ কথাৰ যথোচিত প্ৰত্যুত্তৰ দিবলৈ; কিন্তু দুঃখত নিপীড়িতা হৈ কান্দিব ধৰিলে আৰু আতঙ্কত তেওঁৰ গা কঁপিব ধৰিলে। পতিব্ৰতা সীতাই একমাত্ৰ পতিকেই চিন্তা কৰিব ধৰিলে। তাৰ পাছত এগছি তৃণ ব্যৱধান ৰাখি কিঞ্চিৎ দূৰলৈ আঁতৰি শোকাকুলা সীতাই উত্তৰ দিলে—হে ৰাৱণ! মোৰ পৰা তোমাৰ মন আঁতৰাই নিয়া। সেই মন নিজ স্ত্ৰীসকলৰ ওপৰত স্থাপন কৰা। তুমি মোক প্ৰাৰ্থনা কৰিবৰ অযোগ্য। পাপী মনে যেনেকৈ কেতিয়াও তপস্যাৰ সিদ্ধি প্ৰাৰ্থনা কৰিব নোৱাৰে তুমি তদনুৰূপ অযোগ্য। মই এক পতিব্ৰতা। মই কোনোমতে নিন্দিত কাৰ্য্য কৰিব নোৱাৰিম। তাৰ পাছত সীতাই ৰাৱণৰ ফালে পিঠি দি ক'লে—মই তোমাৰ উপভোগৰ যোগ্যা নহয়, কাৰণ মই পৰস্ত্ৰী আৰু সাধ্বী। তুমিও সাধু ধৰ্মৰ প্ৰতি দৃষ্টি ৰাখা আৰু সাধু ব্ৰত আচৰণ কৰা। তুমি যেনেকৈ নিজৰ স্ত্ৰীক ৰক্ষা কৰা উচিত তেনেকৈ পৰৰ স্ত্ৰীকো ৰক্ষা কৰা উচিত। যিজন ব্যক্তি নিজৰ স্ত্ৰীত অসন্তুষ্ট, তেওঁ চঞ্চলমতি। পৰস্ত্ৰীত উপগত হোৱা চাপল্যৰদ্বাৰা সেই ব্যক্তিৰ আয়ুক্ষয় হয়। তেনে ৰজাৰ ধন আৰু ৰাজ্যও লোপ পায়। তুমি ধন ঐশ্বৰ্য্যৰদ্বাৰা মোক প্ৰলোভিত কৰিব নোৱাৰিবা। সূৰ্য্যৰ ৰশ্মি যেনেকৈ একমাত্ৰ সূৰ্য্যৰেই, আন কাৰো নহয়, তুমি জানিবা মই একমাত্ৰ ৰামৰেই—অন্য কাৰো নহয়। তুমি মোক ৰামৰ ওচৰলৈ পঠাই দিয়া। তোমাৰ যদি জীৱনৰ আশা থাকে তেন্তে ৰামৰ লগত মিত্ৰতা কৰা তোমাৰ কৰ্ত্তব্য। ৰাম শৰণাগত পালক —এই কথা সকলোৱে জানে। ভক্তিভাৱে মোক লৈ গৈ ৰামৰ ওচৰত সমৰ্পণ কৰা। তোমাৰ স্বস্তি লাভ হ'ব। ৰামক ক্ৰুদ্ধ কৰি তুমি জীয়াই থাকিব নোৱাৰিবা। নহলে ৰামৰ ধনুত জ্যাৰোপণৰ শব্দ তুমি অচিৰাৎ শুনিবা। সেই ধনুৱে ইমানবোৰ বাণ নিক্ষেপ কৰিব যে তুমি সবংশে বিনষ্ট হবা আৰু তোমাৰ সোণৰ লঙ্কা ভস্মীভূত হৈ ছাৰখাৰ হৈ যাব। কুকুৰে যেনেকৈ বাঘৰ গোন্ধ পালে সন্মুখত থাকিব নোৱাৰে তুমিও সেইদৰে ৰাম-লক্ষ্মণক দেখা পালে অৱস্থান কৰি থাকিব নোৱাৰিবা। ৰামৰ তুলনাত তুমি অতি দুৰ্বল। তুমি নিজৰ প্ৰাণ ৰক্ষাৰ আৰু দেশ ৰক্ষাৰ ব্যৱস্থা কৰা।

প্ৰতিপ্ৰাণা সীতাদেবীৰ এই প্ৰকাৰ দাৰুণ বাক্য শুনি ৰাৱণৰ খং উঠিল আৰু তেওঁ সীতাক অপ্ৰিয় বাক্য কবলৈ ধৰিলে। ৰাৱণে উত্তৰ দিলে—তোমাৰ ওপৰত মোৰ খং উঠিছে। পুৰুষে স্ত্ৰীক যিমান সান্ত্বনা বাক্য কয়, স্ত্ৰী সিমানেই

বশীভূত হয়। কিন্তু মই তোমাক যিমান প্ৰিয় কথা কওঁ তুমি সিমানেই মোক পৰাঙ্মুখ কৰা। উত্তম সাৰথিয়ে যেনেকৈ ৰথৰ সাৰথি সু-সংযত কৰি ৰাখে মই তেনেদৰে মোৰ ক্ৰোধ নিবাৰণ কৰি আছোঁ। মানুহৰ কাম অতি নিদাৰুণ; যাৰ প্ৰতি কামনা জাগৰিত হয়, তেওঁক দয়া মৰম কৰিবৰ ইচ্ছা হয়। সেইবাবে কাম্যা স্ত্ৰী-ক্ৰোধৰ পাত্ৰী হলেও মৰম কৰিবৰ মন যায় আৰু সেইকাৰণেই মই তোমাক বধ কৰিব খোজা নাই; কিন্তু তুমি অপমান আৰু বধৰহে পাত্ৰী। তোমাৰ প্ৰত্যেকটো কথাৰ বাবে তোমাক বধ কৰা উচিত। ৰাৱণৰ খং উত্তৰোত্তৰ বাঢ়ি গৈছে আৰু সেই কাৰণেই পুনৰবাৰ কৈছে— মই তোমাক দুই মাহৰ সময় দিলোঁ—এই দুই মাহৰ পিছত তুমি মোৰ শয্যাশায়িনী হব লাগিব। দুই মাহৰ পাছতো যদি তুমি মোক পতিৰূপে গ্ৰহণ নকৰা তেন্তে তোমাক ছেদন কৰি তোমাৰ মাংস খণ্ড খণ্ড কৰি পাচক বিলাকে মোৰ প্ৰাতঃ ভোজনৰ ব্যৱস্থা কৰিব। ৰাৱণৰ লগত যোৱা গন্ধৰ্ব আৰু দেৱকন্যাবিলাকে ৰাৱণৰ এই কথা শুনি বৰ বিষণ্ণ হ'ল আৰু সীতাক আশ্বস্ত কৰিবলৈ ধৰিলে।

এইবাৰ সীতা দেৱীয়ে গৰ্ব্বিত বাক্যেৰে কবলৈ ধৰিলে—ৰাক্ষসৰাজ। এই লঙ্কা নগৰীত তোমাৰ হিত কামনা কৰা কোনো ব্যক্তি বোধকৰো নাই; থকা হলে এই গৰ্হিত কাম কৰিবলৈ নিশ্চয় নিবাৰণ কৰিলেহেঁতেন। এই ত্ৰিভুৱনত তোমাৰ ব্যতিৰেকে এনে কোনো দুৰাত্মা আছে নে যি ৰামৰ ধৰ্মপত্নীক মনেৰেও এনে প্ৰাৰ্থনা কৰিব পাৰে? তুমি ৰাক্ষসাধম। তুমি অমিত তেজা ৰামৰ ধৰ্মপত্নীক যি দুৰ্ব্বাক্য বুলিছা, যি পাপ কথা কৈছা, তাত তোমাৰ কতো পৰিত্ৰাণ নাই। ৰে নীচ! বৃহৎ হাতী এটাৰ লগত শহাপহুৰ যি প্ৰভেদ ৰামৰ লগত তোমাৰ সেই প্ৰভেদ। ৰামৰ অনুপস্থিতিত তুমি ৰামৰ নিন্দা কৰিবলৈ লাজ পোৱা নাই কিয়? তুমি যে কুভাৱে মোৰ প্ৰতি দৃষ্টি দিছা তাৰবাবে তোমাৰ চকু দুটা মাটিত খহি পৰা নাই কিয়? মই ৰামৰ ধৰ্মপত্নী আৰু দশৰথৰ পুত্ৰবধূ; মোক কুকথা কোৱাৰ পাছতো তোমাৰ জিভা খহি পৰা নাই। দশানন! ৰামক নালাগে মোৰ নিজৰেই ইমান তেজ আছে যে মই তোমাক এই মুহূৰ্ত্ততে ভস্ম কৰিব পাৰোঁ; কিন্তু তাত ৰামৰ আজ্ঞা নাই আৰু মই তাপস ব্ৰত পালন কৰি আছোঁ কাৰণে এতিয়াও ভস্ম কৰা নাই। তুমি ৰামৰ ওচৰৰ পৰা মোক কেতিয়াও হৰণ কৰিব নোৱাৰিলাহেঁতেন। নিশ্চয়কৈ জানিবা তোমাৰ বধৰ কাৰণেই বিধাতাই এই ঘটনা ঘটাইছে। তুমি বীৰ আৰু কুবেৰৰ ভাই। তোমাৰ যথেষ্ট বল আছে কিন্তু কোন কাৰণে ৰামক আশ্ৰমৰ পৰা আঁতৰ কৰি মোক হৰণ কৰিছা?

সীতাৰ এই কঠোৰ বাক্যত ৰাৱণৰ খং দুগুণে জ্বলি উঠিল আৰু চকু ৰক্তবৰ্ণ হৈ উঠিল।

সীতাৰ শুনিয়া হেন নৈৰাশ বচন।
ক্ৰোধে দশানন ভৈলা ৰকত নয়ন।।
উৰু দুই কম্পাৱয় দিলে হাতে হাত।
কটাক্ষে ক্ৰোধিয়া আঞ্চোৰয় দশমাথ।।
গঞ্জ কৰি বোলয় ৰাখোক আসি ৰাম।
আজি খণ্ডাইবো তোৰ সীতা শান্তি নাম।।

ভয়ঙ্কৰ দৰ্শনা ৰাক্ষসীসকলৰ ফালে চাই আদেশ কৰিলে তোমালোকে সীতা যাতে মোৰ বশীভূতা হয়, তাৰ চেষ্টা কৰা। প্ৰতিকূল ব্যৱহাৰৰ দ্বাৰাই হওক বা অনুকূল ব্যৱহাৰৰ দ্বাৰাই হওক, সান্ত্ববাদেৰেই হওক বা ভেদবাদ নীতিৰেই হওক কিম্বা দণ্ড দিয়াৰ উদ্যোগৰ দ্বাৰা ভয় দেখুৱাইয়ে হওক সীতাক মোৰ বশীভূতা কৰা। এই প্ৰকাৰ আদেশ কৰি কাম আৰু ক্ৰোধত বশীভূত হৈ সীতাৰ প্ৰতি তৰ্জ্জন-গৰ্জ্জন আৰম্ভ কৰিলে। তেতিয়া ধান্যমালিনী নামে এজনী ৰাক্ষসী আগবাঢ়ি আহি ৰাৱণক উদ্দেশ্য কৰি কবলৈ ধৰিলে—মহাৰাজ! তুমি মোৰ লগত বিহাৰ কৰা। এই সীতাত তোমাৰ প্ৰয়োজন কি? সীতা বিবৰ্ণা, দীনা আৰু মানুষী। যি ব্যক্তিয়ে অকামা ৰমনীক কামনা কৰে, তাৰ শৰীৰ দগ্ধ হৈ যায়। আভিলাষিণী কামিনীক যি পুৰুষে কামনা কৰে সেই পুৰুষেহে প্ৰীতি লাভ কৰে। ৰাক্ষসীয়ে এই বুলি কৈ ৰাৱণক আনফালে লৈ গ'ল। ৰাৱণে হাঁহি হাঁহি নিবৃত্ত হ'ল আৰু গুচি গ'ল।

ৰাৱণ গুচি যোৱাৰ পাছত ৰাক্ষসীবিলাকে বহুপ্ৰকাৰ অনুনয় বিনয় কৰি ৰাৱণ ৰজাৰ ধন ঐশ্বৰ্য্য গৰিমা আৰু গুণৰ প্ৰশংসা কৰি সীতাক প্ৰলোভিত কৰিব ধৰিলে। কিছুমানে ঘোৰতৰ ভাৱে ভয় দেখুৱাব ধৰিলে। ৰাক্ষসেশ্বৰ ৰাৱণে ত্ৰৈলোক্যৰ ঐশ্বৰ্য্য উপভোগ কৰি আছে। তুমি সেই ৰাৱণক পতিৰূপে গ্ৰহণ কৰা। ৰাম ৰাজ্যভ্ৰষ্ট, অৰ্থ সম্বলহীন এজন সাধাৰণ মানুহ। কিয় তুমি ৰামকহে কামনা কৰি আছা? এইদৰেও বুজনি দিব ধৰিলে।

কমলনয়না সীতা দেৱীয়ে অশ্ৰুপূৰ্ণ নয়নেৰে ৰাক্ষসীবিলাকক কবলৈ ধৰিলে—তোমালোকে যিবোৰ কথা কব ধৰিছা, সেইবোৰ পাপ কথা কাৰণে মোৰ মনত স্থান পোৱা নাই। মানুষী ৰাক্ষসৰ ভাৰ্য্যা হব নোৱাৰে। যদি ইচ্ছা হয়, তোমালোকে মোক খাই পেলোৱা। তোমালোকৰ উপদেশ মই গ্ৰহণ কৰিব নোৱাৰোঁ। ৰামচন্দ্ৰ দীনদুখী হওক বা ৰাজ্যহীনেই হওক তেৱেঁই মোৰ স্বামী; মোৰ গুৰু। সূৰ্য্যৰশ্মি যেনেকৈ সূৰ্য্যৰ পৰা অবিচ্ছিন্না, ময়ো তেনেকৈ ৰামৰ নিত্য অনুৰক্তা। শচী যেনেকৈ ইন্দ্ৰৰ, অৰুন্ধতী যেনেকৈ বশিষ্ঠৰ, ৰোহিনী যেনেকৈ চন্দ্ৰৰ, সাবিত্ৰী যেনেকৈ সত্যৱানৰ; লোপামুদ্ৰা যেনেকৈ অগস্ত্যৰ, সুকন্যা যেনেকৈ চ্যৱনৰ, শ্ৰীমতী যেনেকৈ কপিলৰ, দময়ন্তী যেনেকৈ নলৰ নিয়ত

অনুবৰ্ত্তিনী আছিল ময়ো তেনেকৈ ইক্ষবাকুকুলৰ শ্ৰেষ্ঠ ৰামচন্দ্ৰৰ অনুব্ৰতা হৈ আছোঁ। ৰাক্ষসীসকলে এই কথা শুনি পুনৰায় সীতাক ভৰ্ৎসনা কৰিব ধৰিলে।

হনুমান শিশুগছৰ আঁৰত লুকাই আছিল। ৰাক্ষসী বিলাকে সীতাক যেনেদৰে ভৰ্ৎসনা কৰিছিল, যেনেদৰে তৰ্জ্জন-গৰ্জ্জন কৰি ভয় দেখুৱাইছিল— সকলো কথা শুনি আছিল আৰু দেখি আছিল। সীতা দেবীৰ উত্তৰো শুনিছিল আৰু দেখিবলৈ পাইছিল সীতাই কেনেকৈ ৰামচন্দ্ৰক সুঁৱৰি সুঁৱৰি শোকপ্ৰাপ্তা হৈ অশ্ৰু বিসৰ্জ্জন কৰিছিল। ৰাক্ষসীবিলাকৰ তৰ্জ্জন গৰ্জ্জনত ভীতা হৈ কঁপিব ধৰিছিল। সেই কম্পনত বেনীগুচ্ছ সৰ্পৰ নিচিনা সঞ্চৰিত হৈছিল। শোক দুঃখত কাতৰা হৈ নিঃশ্বাস পৰিত্যাগ কৰি কান্দি কান্দি হা ৰাম! হা লক্ষ্মণ! আই কৌশল্যা! আই সুমিত্ৰা বুলি বিলাপ কৰিব ধৰিলে। স্ত্ৰীয়েই হওক বা পুৰুষেই হওক অকালত যে কাৰো মৃত্যু নহয়—এই লোক প্ৰবাদ অতি সত্য আৰু পণ্ডিতসকলেও এই কথা অনুমোদন কৰে; নহলে পতিবিৰহিনী হৈ এই দুৰ্ঘোৰ শোকত আচ্ছন্না হৈও মই কিয় জীৱন বিসৰ্জ্জন দিব পৰা নাই। মোক ৰক্ষাৰ কাৰণে ৰাক্ষসীসকল নিযুক্তা হৈ আছে অথচ মই ৰামকো নাপাওঁ। পৰবশ জীৱনত ধিক্। নিজৰ ইচ্ছা থাকিলেও জীৱন পৰিত্যাগ কৰিবপৰা নাযায়। মোৰ স্বামী ৰামচন্দ্ৰই হয়তো নাজানে যে ৰাৱণে মোক ইয়াত অৱৰুদ্ধ কৰি ৰাখিছে। জনা হলে এই অল্পবীৰ্য্য ৰাৱণক নিহত কৰি মোক নিশ্চয় উদ্ধাৰ কৰিলেহেঁতেন। তেতিয়াহলে আজি মই যেনেকৈ ক্ৰন্দন কৰিব ধৰিছোঁ, সেইদৰে ৰাক্ষসীসকলৰ ঘৰে ঘৰে ক্ৰন্দনৰ ৰোল উঠিলহেঁতেন। ৰাম-লক্ষ্মণ দুয়ো ভায়ে এই পৃথিৱী ৰাক্ষস শূন্য কৰিলেহেঁতেন, লঙ্কাপুৰী দগ্ধ কৰি পেলালেহেঁতেন আৰু মহাসমূদ্ৰকো শোষণ কৰিলেহেঁতেন।

ৰাক্ষসীসকলৰ প্ৰতি দৃষ্টি কৰি কবলৈ ধৰিলে—মই যিবোৰ অশুভ লক্ষণ দেখিব ধৰিছোঁ তাতে স্পষ্টই প্ৰতীয়মান হৈছে যে লঙ্কা শ্ৰীহীনা হব আৰু লঙ্কাত বিধৱা নাৰীসকলে লঙ্কাৰ সেই শ্ৰীহৰণ কৰিব। এই সোণৰ লঙ্কা ছাৰখাৰ হ'ব।

সীতা দেবীয়ে এই প্ৰকাৰ ভয়ানক বাক্য কোৱা বাবে ৰাক্ষসীবিলাকৰ কেইজনীমান সীতাৰ এই নিদাৰুণ বাক্য জনাবলৈ ৰাৱণৰ ওচৰলৈ গ'ল আৰু বাকী কেইজনীমানৰ ভিতৰত যি কেইজনী ঘোৰদৰ্শনা সেই কেইজনীয়ে 'তোমাৰ মাংস তৃপ্তিৰে ভক্ষণ কৰিম' বুলি সীতাক তৰ্জ্জন-গৰ্জ্জন কৰিব ধৰিলে। তেতিয়া ত্ৰিজটা নাম্নী বৃদ্ধা ৰাক্ষসী এজনীয়ে নিদ্ৰাৰ পৰা জাগৰিতা হৈ সেই ৰাক্ষসীসকলক কবলৈ ধৰিলে—হে অনাৰ্য্যাসকল! তোমালোকে নিজকে নিজে খোৱা। জনক দুহিতা দশৰথৰ প্ৰিয় পুত্ৰবধূ সীতাক খাবলৈ নাপাবা। মই আজি এটা দাৰুণ সপোন দেখিছোঁ।

## ত্ৰিজটাৰ স্বপ্ন ঃ

ৰাক্ষসীসকলে সুধিলে—তুমি কি সপোন দেখিছা? ত্ৰিজটাই প্ৰত্যুষত দেখা সপোনটোৰ বিৱৰণ দিব ধৰিলে—

লঙ্কাৰ আপদ ভৈল ৰাক্ষসৰ ক্ষয়।
ৰাৱণ বিনাশ দেখোঁ ৰাঘৱৰ জয়।।

মই দেখিলোঁ স্বয়ং ৰামচন্দ্ৰই লক্ষ্মণৰ লগতে হাতীৰ দাঁতেৰে সজা দিব্য বিমান এখনত উঠি আহিছে। তেওঁৰ কণ্ঠত আছে শ্বেত মাল্য আৰু পৰিধানত আছে শুক্লবস্ত্ৰ। তেওঁ যেন এখন বগা পৰ্বতত অধিষ্ঠিত হৈছে আৰু বগা পৰ্বতখনক চাৰিওফালে ক্ষিৰোদ—সাগৰে বেৰি আছে। সেই পৰ্বতৰ ওপৰত সূৰ্য্যৰ দৰে প্ৰভাশালী ৰামচন্দ্ৰ সীতাৰ লগত মিলিত হৈছে।

আকৌ দেখিলোঁ ৰাম আৰু লক্ষ্মণ পৰ্বতাকাৰ এক চতুৰ্দ্দন্ত বৃহৎ হস্তীত উঠি শোভমান হৈ আছে। তাৰ পাছত শুক্ল মাল্য পৰিধানকাৰী ৰাম আৰু লক্ষ্মণ নিজ নিজ তেজৰ গুণত প্ৰভান্বিত হৈ আহি সীতাৰ ওচৰত উপস্থিত হৈছে। তাৰ পাছত দেখিলোঁ সীতা প্ৰথমে সেই বগা পৰ্ব্বতখনৰ উচ্চ শিখৰত উপস্থিত হৈ থকা ৰামৰ ক্ৰোড়ত পৰিছেহি আৰু তাৰ পাছত ৰামচন্দ্ৰই চলাই লৈ যোৱা সেই বৃহৎ হস্তীটোৰ কান্ধত বহিছেহি। তাৰ পাছত দেখিলোঁ—সীতাই যেন চন্দ্ৰ আৰু সূৰ্য্যৰ গাত দুয়ো হাত বুলাব ধৰিছে। তাৰ পাছত সেই বৃহৎ হস্তীটোৱে ৰাম-লক্ষ্মণ আৰু সীতাক পিঠিত লৈ আহি লঙ্কাৰ উপৰি ভাগত অৱস্থান কৰিছেহি। আকৌ দেখিলোঁ শুক্লমাল্য আৰু শুক্লবস্ত্ৰ পৰিধান কৰি ৰামচন্দ্ৰ লক্ষ্মণৰ সহিত আঠোটা শুক্ল বৃষ যোজিত এখন ৰথৰ ওপৰত বহি লঙ্কালৈ আহিছে।

তাৰ পাছত পুনঃ দেখিলোঁ যে সূৰ্য্যৰ দৰে দীপ্তিমান্ পুষ্পক বিমানত উঠি পুৰুষশ্ৰেষ্ঠ ৰাম, ভায়েক লক্ষ্মণ আৰু সীতাৰ লগত উত্তৰফালে গুচি গ'ল।

সপোনত ৰাৱণকো দেখিলোঁ। তেওঁৰ মস্তক মুণ্ডিত, শৰীৰ তৈলাক্ত আৰু পিন্ধনত ৰক্তবস্ত্ৰ। তেওঁ মদ্যপানত মত্ত হৈ আছে। ৰাৱণক আন এটা ৰূপতো দেখিলোঁ। তেওঁৰ মস্তক মুণ্ডিত আৰু পিন্ধনত কৃষ্ণবস্ত্ৰ। তেওঁ কণ্ঠত কৰবীৰ ফুলৰ মালাৰে সজ্জিত হৈ পুষ্পক ৰথৰপৰা মাটিত পৰি গ'ল। স্ত্ৰীসকলে তেওঁক টানিব ধৰিছে। তাৰ পাছত দেখিলোঁ ৰাৱণ ৰক্তমাল্য আৰু ৰক্ত অনুলেপনেৰে সজ্জিত হৈ গাধই টনা ৰথত উঠিল। তাৰ পাছত আকৌ গাধ এটাৰ ওপৰত উঠি তৈল পান কৰিলে আৰু পাছত চিত্ত বৈকল্য ঘটি হাঁহি হাঁহি আৰু নাচি নাচি দক্ষিণফালে যাবলৈ ধৰিলে। তাৰ পাছত গাধটোৰ পৰা ভীত সন্ত্ৰস্ত হৈ অধোমুখে মাটিত পৰিল। মাটিৰপৰা হঠাতে উঠিল আৰু তেতিয়া তেওঁক দেখিলোঁ বিচলিত ভয়াৰ্ত্ত, চকিত আৰু উলঙ্গ। তেওঁ উন্মত্ত হৈ বহুপ্ৰকাৰ কুকথা উচ্চাৰণ কৰি কৰি বিষ্ঠাৰ খালত পৰি গ'ল। পুনৰ্ব্বাৰ দক্ষিণফালে যাই সৈতে নৰকৰ এটা হ্ৰদত প্ৰৱেশ

কৰিলে। সেই সময়ত এক কৃষ্ণবৰ্ণা নাৰীয়ে ৰাৱণক গলত ৰছি লগাই টানিব ধৰিছে। মহাবল কুম্ভকৰ্ণ আৰু ৰাৱণৰ পুত্ৰসকলকো মই তেনে অৱস্থাত দেখিবলৈ পালোঁ।

মই সীতাদেৱীৰ প্ৰয়োজন সিদ্ধি, ৰাক্ষসৰাজৰ বিনাশ আৰু ৰামৰ বিজয় সমুখত উপস্থিত বুলি বুজিব পাৰিছোঁ। সৌৰা চোৱা! মোৰ এই স্বপ্নৰ বিবৰণ সীতাদেৱীৰ পক্ষে মহৎ অভীষ্টসূচক হোৱা বাবে আৰু সেই বিবৰণ শুনিবৰ নিমিত্তে তেওঁৰ আয়ত বামচক্ষুৰ স্পন্দন আৰম্ভ হৈছে; তেওঁৰ বাম বাহু আৰু হাতীশুঁৰৰ নিচিনা বাওঁ উৰুও অকস্মাৎ হৰ্ষিত হৈ কঁপিব ধৰিছে। ৰামচন্দ্ৰ যে সমুখত উপস্থিত হৈছে ইয়েই তাৰ আগ জাননী। তাৰোপৰি কাক আদি পক্ষীবোৰে গছৰ ডালত সজা নীড়সমূহত প্ৰৱেশ কৰি আনন্দমনে মধুৰ স্বৰ কৰি বুজাই দিছে যে সিহঁতো বৰ সুখী হৈছে।

তেতিয়া লজ্জাশীলা সীতাদেৱীয়ে স্বামীৰ বিজয় সূচনাত হৰ্ষোৎফুল্লা হৈ ক'লে—যদি এই কথা সঁচা হয়, তেন্তে মই তোমালোকক ৰক্ষা কৰিম।

## সীতাৰ অনুশোচনা ঃ

ৰাৱণৰ সেই অপ্ৰিয় বাক্য শুনি সীতাৰ শোকৰ মাত্ৰা যেনেকৈ বাঢ়ি গ'ল তেনেকৈ অত্যন্ত বিত্ৰস্তা হৈ পৰিল। একে ৰাৱণৰ দ্বাৰা ভৰ্ৎসিতা হৈছে তাৰ উপৰি ৰাক্ষসীসকলৰ দ্বাৰা পৰিবেষ্টিতা হৈ আছে। সীতাই হাতীৰ মাইকী পোৱালীক সিংহই হে যেন আক্ৰমণ কৰিছে তেনে বোধ কৰিছে—নিজক। বিজন বনত পৰিত্যক্তা বালিকাৰ দৰে তেওঁ বিলাপ কৰিব ধৰিলে। তেওঁ ভাবিছে যে পণ্ডিতসকলে যে কয় অকালত কাৰো মৃত্যু নহয়, সেই কথা সঁচা, নহলে এইদৰে ভৰ্ৎসিতা হৈও তেওঁৰ দৰে পাপীয়সীৰ কিয় মৃত্যু হোৱা নাই? এনে নিষ্ঠুৰ ভৰ্ৎসনাৰ পাছত তেওঁ পাপীয়সী নহলে ক্ষণ মাত্ৰও জীয়াই নাথাকিলহেঁতেন।

ৰাম যদি ৰাৱণৰ নিয়মিত সময়ৰ ভিতৰত নাহে, তেন্তে অনাৰ্য্য ৰাৱণে নিশ্চয় মোৰ অঙ্গছেদন কৰিব। এই বধ যন্ত্ৰণা মই নিশ্চয় ভোগ কৰিব লাগিব, কাৰণ দুই মাহ অতি সোনকালে অতীত হৈ যাব।

হা ৰাম! হা লক্ষ্মণ! হা সুমিত্ৰে! হা ৰামজননি! হা মোৰ মাতৃসকল! মই মহা সমুদ্ৰত বায়ুপ্ৰেৰিত নাৱৰ দৰে বিপদগ্ৰস্তা হৈছোঁ। ৰাক্ষসে মৃগ ৰূপ ধৰি নিশ্চয় সিংহ সদৃশ। দুই বলবান্ ৰাজপুত্ৰক সংহাৰ কৰিছে। মই মূঢ়া। মই আৰ্য্যপুত্ৰ ৰাম আৰু লক্ষ্মণক বিসৰ্জ্জন দিলোঁ। মোৰ পতিব্ৰতা ধৰ্ম কৃতঘ্ন ব্যক্তিক উপকাৰ কৰাৰ দৰে বিফল হ'ল। হে ৰাম! মোৰ ব্ৰত আৰু তপস্যা উভয়েই বিফল হ'ল। মোৰ এই দুৰ্ভগীয়া জীৱনত ধিক্! এইদৰে সীতাদেৱীয়ে বহুপ্ৰকাৰ বিলাপ অনুশোচনা কৰিব ধৰিলে। তাৰ অলপ পাছতে ৰাম, লক্ষ্মণ আৰু নিজৰ বংশ মৰ্য্যাদাৰ বিষয়ে চিন্তা কৰিব ধৰিলে। সেই সময়তে শুভ সংবাদ সূচক নানা প্ৰকাৰৰ লোক প্ৰসিদ্ধ শুভ লক্ষণবোৰ উদ্ভৱ হোৱা দেখা পালে।

## সীতাৰ ওচৰলৈ হনুমানৰ আগমন ঃ

আদি অন্তে কথা যত সমস্তে আকলি।
শুনিতে লাগিল হনুমন্ত মহাবলী।।

সীতাৰ বিলাপ, ত্রিজটাৰ স্বপ্ন বিৱৰণ আৰু ৰাক্ষসীবিলাকৰ তৰ্জ্জন-গৰ্জ্জন মহাবলী হনুমন্তই আদ্যোপান্ত সকলো শুনিলে; এতিয়া সীতা দেৱীক কেনেকৈ দেখা কৰে তাকে ভাবিবলৈ ধৰিলে। সহস্র সহস্র আৰু অযুত অযুত বানৰে যাক চাৰিওফালে অন্বেষণ কৰি আছে, সেই সীতা দেৱীক হনুমানে বিচাৰি উলিয়াইছে। চৰৰ কাৰ্য্য তেওঁ সুচাৰুৰূপে সম্পন্ন কৰিছে। গোপন ভাৱে বিচৰণ কৰি শক্ৰৰ শক্তি আৰু ৰাক্ষসবিলাকৰ ঐশ্বৰ্য্যাদিৰ তাৰতম্যও দেখা পাইছে। লঙ্কা নগৰীকো বিশেষভাৱে পৰ্য্যবেক্ষণ কৰিছে আৰু ৰাৱণ ৰজাৰ প্ৰভাৱো দেখা পাইছে।

এতিয়া পৰম দয়ালু ৰামচন্দ্ৰৰ ভাৰ্য্যাক আশ্বাস দিবৰ প্ৰয়োজন হৈছে। তেওঁ বৰ বিপন্না হৈছে। এই বিপদৰ পৰা শীঘ্ৰে উদ্ধাৰৰ আশা নাই। হনুমানে ভাবিছে এই সময়ত যদি তেওঁক কোনো আশ্বাস আৰু সান্ত্বনা নিদিয়াকৈ হনুমানে সীতাৰ অন্বেষণৰ খবৰটো মাথোন লৈ যায় তেতিয়া হনুমানৰ দোষ হব আৰু হনুমান ফিৰি গ'লে হয়তেতো ৰাজনন্দিনী সীতা দেৱীয়ে পৰিত্ৰাণৰ উপায় নেদেখি নিশ্চয় জীৱন ত্যাগ কৰিব। ফিৰি গৈ ৰামচন্দ্ৰক যেনেকৈ আশ্বস্ত কৰিব লাগিব, ফিৰি যোৱাৰ পূৰ্বে সীতাদেৱীকো তেনেকৈ আশ্বস্ত কৰি যাব লাগিব।

ইয়াকে স্থিৰ কৰি হনুমানে পুনঃ ভাবিছে যে মোৰ এক বিষম সঙ্কট উপস্থিত হৈছে। ৰাক্ষসীবিলাকৰ সমুখত উপস্থিত হৈ আলাপ কৰাও সম্ভৱ নহয়। যদিহে সীতা দেৱীক দেখা নিদিয়াকৈ গুচি যাওঁ তেন্তে তেওঁ ইফালে প্ৰাণ ত্যাগো কৰিব পাৰে আৰু জানকীয়ে তোমাক কি ক'লে বুলি যদি ৰামচন্দ্ৰই প্ৰশ্ন কৰে তেতিয়ানো মই কি বুলি উত্তৰ দিম?

সীতাক নমাতি মোৰ যাইবে নুযুৱাই।
কোন মতে মাতো মই নজানো উপাই।।

সৈন্য সামন্ত লৈ যুদ্ধ কৰি সীতাক উদ্ধাৰ কৰিবৰ পূৰ্বে যদি সীতাই প্ৰাণ ত্যাগ কৰে, সসৈন্যে ইয়ালৈ অহাও বৃথা হব পাৰে। সেইকাৰণে মই ৰাক্ষসীবিলাকৰ অসাৱধান সময়লৈ অপেক্ষা কৰিব লাগিব। সেই অৱসৰ পালে শোকসন্তপ্তা সীতাক আশ্বাসিতা কৰিব পাৰিম, কিন্তু তাতো এক বিষম সংশয় মোৰ মনত উপস্থিত হৈছে। মই ক্ষুদ্ৰ বানৰ হৈও মানুহৰ দৰে ব্যাকৰণ শুদ্ধ বাক্যেৰে কথা পাতিব লাগিব কাৰণ যদি ব্ৰাহ্মণসকলৰ দৰে সংস্কৃত ভাষা কওঁ তেন্তে সীতাদেৱীয়ে মোক মায়াবী ৰাৱণ ৰজা বুলি ভীতা হব। মই নিশ্চয় অৰ্থযুক্ত মনুষ্যবাক্যকে কব লাগিব; নহলে এই অনিন্দিতা সীতাক সান্ত্বনা দিব নোৱাৰিম। আনফালে আৰু এটা বিপদ আছে; সীতাই যদি মোক মায়াবী ৰাৱণ বুলি ভাবি

চিঞৰ মাৰি দিয়ে, তেন্তে অস্ত্ৰ শস্ত্ৰ ধাৰিণী ভীষণা ৰাক্ষসীসকল আহি পৰিব। সেই সময়ত ৰাক্ষসবিলাকৰ লগত যুদ্ধ কৰিবৰ আৱশ্যকো হব পাৰে। চাৰিওফালে যদি ৰাক্ষসবিলাকে মোক আগুৰি ধৰে, তেন্তে মোৰ দিক্ জ্ঞান হেৰাই যাব আৰু মই পুনৰায় সাগৰ লঙ্ঘন কৰি যোৱাত ভ্ৰান্তি উপস্থিত হব; নাইবা মই যদি বন্দী হৈ পৰোঁ কেতিয়া সীতায়ো মোৰ আগমনৰ কাৰণ জানিব নোৱাৰিব আৰু ৰাম আৰু সুগ্ৰীৱৰ কাৰ্য্যও বিনষ্ট হব। মোক সংহাৰেই কৰক বা বন্দীয়ে কৰক আন কোনো বানৰ সাগৰ লঙ্ঘন কৰি ইয়ালৈ আহিব নোৱাৰিব। ই এক বিষম সমস্যা হৈ পৰিছে। কি কৰিলে কাৰ্য্য হানি নহয়, মোৰ অবিমৃষ্যকাৰিতা প্ৰকাশ নাপায়, মোৰ সমুদ্ৰ লঙ্ঘন বিফল নহয়, আৰু কি কৰিলে বা সীতা দেবীয়ে ভীতা নহৈ মোৰ কথা শুনে?(১)

(হনুমানৰ বিচাৰ বুদ্ধি আৰু জ্ঞানৰ পূৰ্ণ পৰিচয় ইয়াত পোৱা যায়)।

বুদ্ধিমান্ হনুমানে এইবোৰ কথা ভাবি চিন্তি গছৰ ডালত লুকাই থাকি ইক্ষ্বাকু কুলৰ মহামণি ৰামচন্দ্ৰৰ গুণ বৰ্ণনা কৰি আঁতৰৰ পৰা সীতাৰ কাণত পেলোৱাটোকে স্থিৰ সিদ্ধান্ত কৰিলে। সেই সিদ্ধান্ত অনুসাৰে কেৱল সীতাইহে মাথোন শুনিবলৈ পায় এনে দূৰত্বত থাকি সুমধুৰ বাক্যেৰে ৰজা দশৰথৰ যশকীৰ্ত্তি আৰু তেওঁৰ সুচৰিত্ৰ মহানুভৱ ৰামচন্দ্ৰৰ জন্মবৃত্তান্ত, সীতা পৰিণয়, ৰাম বনবাস, ৰামৰ ৰাক্ষস নিধন আৰু সীতা হৰণ ইত্যাদি ঘটনা বৰ্ণনা কৰিব ধৰিলে। ৰামচন্দ্ৰই সীতা উদ্ধাৰৰ বাবে সুগ্ৰীৱৰ লগত সখ্য স্থাপন কৰি শীঘ্ৰে যে লঙ্কালৈ আহিব লাগিছে, সেই সংবাদো পৰিবেশন কৰিলে। হনুমানে কেনেকৈ সাগৰ পাৰ হৈ আহি অনিন্দ্য সুন্দৰী সীতাক পূৰ্বে নেদেখিলেও ৰামৰ মুখত সীতাৰ যেনে ৰূপৰ বৰ্ণনা শুনিছিল, সেই ৰূপ আৰু বৰ্ণ যে অদূৰত থকা মহীয়সী ৰমণীৰ ৰূপ আৰু বৰ্ণৰ লগত মিলি গৈছে সেই কথাও ব্যক্ত কৰিলে।

## সীতাৰ লগত হনুমানৰ কথোপকথন ঃ

সীতা দেবীয়ে হনুমানৰ মুখত সেইবোৰ কথা শুনি বিস্ময়ান্বিতা হৈ ইফালে সিফালে চাৰিওফালে নিৰীক্ষণ কৰিব ধৰিলে। ওপৰৰফালেও দৃষ্টিপাত কৰিলে।

উৰ্দ্ধত চাহিল মাত্ৰ বাম হাত ভৰি।
দেখন্ত বানৰ আছে কৃতাঞ্জলি কৰি।।
সীতায়ে বোলন্ত প্ৰণমোহোঁ হৰিহৰ।
প্ৰণমোহোঁ সূৰ্য্যক কুবেৰ পুৰন্দৰ।।

---

(১) ন বিনশ্যেৎ কথং কাৰ্য্যং বৈকল্যং ন কথং মম।
লঙ্ঘনং চ সমুদ্ৰস্য কথং নু ন বৃথাভাবৎ।।৩৯
কথং নু খলু বাক্যং মে শৃণুয়ান্নোদ্বিজতে চ।
ইতি সংচিন্ত্য হনুমাংশ্চকাৰ মতিমান্ মতিম্।।৪০ সুন্দৰাকাণ্ড—৩০ অঃ

বানৰৰ মুখে শুনো যি সব বচন।
স্বৰূপ স্বৰূপ হৌক নোহৌক স্বপন।।

পাছত উদয়োন্মুখ সূৰ্য্যৰ নিচিনা ৰূপৱান্ বায়ুপুত্ৰ হনুমানক দেখিবলৈ পালে; কিন্তু হনুমান গছৰ পাতৰ মাজত লুকাই থকা বাবে স্পষ্টকৈ দেখিবলৈ পোৱা নাছিল। সেই বাবে তেওঁ কিছু পৰিমাণে চঞ্চল হৈ পৰিল। ভীতা হ'ল। ভয়ত বিমোহিত হৈ হা ৰাম! হা লক্ষ্মণ! এই বুলি কৰুণভাৱে বিলাপ কৰিব ধৰিলে। এই সময়ত হনুমান বিনীতভাৱে সীতা দেৱীৰ ওচৰ চাপিব ধৰিলে। সীতা দেৱীয়ে হনুমানক দেখি আচৰিত হৈ চিন্তা কৰিলে—মই সপোন দেখিছোঁ নেকি? স্বপ্নত বানৰ দেখা অমঙ্গলজনক বুলি কোৱা হয়। পাছত তেওঁ ভাবিলে যে এই বানৰ তেওঁৰ মনঃ কল্পিত। আকৌ ভাবিলে মনঃকল্পিত বস্তুৰতো ৰূপ নাই। এই বানৰে যে স্পষ্ট মূৰ্ত্তি ধৰি মোক সম্ভাষণ কৰিব ধৰিছে।

হনুমানে দূৰৈৰ পৰা বিনীতভাৱে নমস্কাৰ কৰি ওচৰলৈ আহি হাত যোৰ কৰি মধুৰ বাক্যেৰে সীতাক সুধিলে—আপুনি কোন্? ইমান শোকাকুলা হৈ কিয় আছে? সৰ্ব্বাঙ্গসুন্দৰী হৈ আপুনি কিয় মলিন কৌষেয় বস্ত্ৰ পৰিধান কৰি আছে? আপুনি দেৱী, নে মানৱী নে গন্ধৰ্ব কন্যা নে যক্ষ ৰাক্ষস অসুৰ বা নাগকন্যা। মই আপোনাৰ শৰীৰৰ যিবোৰ লক্ষণ দেখিছোঁ—মোৰ বোধ হৈছে যে আপুনি ৰাজমহিষী বা ৰাজকন্যা। আপোনাৰ এই দৈন্যাৱস্থা, অলৌকিক ৰূপ আৰু তপস্বিনীৰ বেশ দেখি মোৰ নিশ্চয় বোধ হৈছে যে আপুনি ৰামমহিষী।

বিদেহ নন্দিনী সীতাই হনুমানৰ কথা শুনি আৰু ৰামৰ নাম তেওঁৰ মুখত শুনি বৰ আনন্দিতা হৈ হনুমানক উত্তৰ দিলে যে মই ৰামমহিষী ই সত্য। মই বিদেহ ৰাজ জনকৰ কন্যা, মোৰ নাম সীতা আৰু মই ৰামৰ ভাৰ্য্যা। "দশৰথ পুত্ৰবধূ ভাৰ্য্যা শ্ৰীৰামৰ।"

সীতাৰ উত্তৰ শুনি হনুমানে ক'লে—দেৱি! মই ৰামৰ আজ্ঞা পাই দূত স্বৰূপে আপোনাৰ ওচৰলৈ আহিছোঁ। হে বিদেহ নন্দিনী! ৰাম কুশলে আছে। তেওঁ আপোনাৰ কুশল বাৰ্ত্তা পাবৰ কাৰণে ব্যগ্ৰ হৈ আছে। আপোনাৰ স্বামীৰ প্ৰিয় অনুচৰ মহাতেজা লক্ষ্মণ শোকসন্তপ্ত হৃদয়ে মূৰ দোঁৱাই আপোনাক অভিবাদন জনাইছে। ৰাম আৰু লক্ষ্মণ এই দুই নৰসিংহৰ কুশল বাৰ্ত্তা পাই দেৱী জানকীৰ সৰ্বাঙ্গ লোমাঞ্চিত হৈ উঠিল। তেওঁ হনুমানক ক'লে—মানুহে জীয়াই থাকিলে এশ বছৰ পাছতো আনন্দ অনুভৱ কৰে—এই কিম্বদন্তী সত্য।(১) ৰাম আৰু লক্ষ্মণৰ লগত মিলন হলে যেনে হ'লহেঁতেন তেনে অত্যাশ্চৰ্য্য আনন্দ

(১) কল্যাণীবত গাথেয়ং লৌকিকী প্ৰতিভাতি মা।
এতি জীৱন্তমানন্দো নৰং বৰ্ষশতাদপি।।৬

সুন্দৰাকাণ্ড ৩৪ অধ্যায়।

সীতাৰ মনত উদয় হ'ল। তেতিয়া সীতা আৰু হনুমানে বিশ্বস্তভাৱে আলাপ কৰিব ধৰিলে। সীতাৰ কথা শুনি হনুমান ক্ৰমে ক্ৰমে সীতাৰ ওচৰ চাপি আহিল। হনুমান যিমান ওচৰ চাপি আহে শোকসন্তপ্তা সীতাৰ মনত সন্দেহ হব ধৰে যে এই বানৰ কিজানিবা মায়াবী ৰাৱণেই, ৰূপ সলাই উপস্থিত হৈছেহি। সীতাৰ মনত এনে আশঙ্কা হোৱা মাত্ৰকে সীতাদেৱীয়ে হনুমানক ৰাৱণ বুলি ভাবি তিৰস্কাৰ কৰিব ধৰিলে। আকৌ সীতাৰ মনত এনে ভাৱ হয় যে ই মোৰ অলীক আশঙ্কা কাৰণ এই বানৰক দেখি মোৰ মনত বৰ আনন্দ হৈছে। তেতিয়া আকৌ হনুমানক কৈছে যে তুমি ৰামৰ দূত হৈ যদি আহিছা, তেন্তে তোমাৰ মঙ্গল হওক। হে বানৰ শ্ৰেষ্ঠ! মোৰ ওচৰত ৰামৰ কথাই সৰ্বাধিক প্ৰিয়। তুমি ৰামৰ গুণ-কীৰ্ত্তন কৰা—মই শুনোঁ। পুনঃ মনতে ভাৱে যে মই সপোন দেখিছোঁ নেকি? কিন্তু সপোনত বানৰ দেখিলেতো কোনো মঙ্গল নহয়। মই ইয়াক দেখি মনত সন্তোষ পাইছোঁ। সেই সন্তোষেই যে মঙ্গল।(২) এইদৰে বহু চিন্তাৰ দ্বাৰা সীতাই হনুমানক ৰাৱণ বুলিয়েই স্থিৰ নিশ্চয় কৰি হনুমানৰ লগত আলাপ বন্ধ কৰি দিলে।

হনুমানে সীতাৰ শঙ্কা, সন্দেহ আৰু অভিপ্ৰায় বুজি পালে। তেতিয়া হনুমানে ৰাম আৰু লক্ষ্মণৰ ৰূপ আৰু গুণৰ বিষয়ে যথোচিত বৰ্ণনা কৰিলে আৰু তেওঁ যে তেওঁলোকৰ আদেশত ইয়ালৈ দূত স্বৰূপে এই মহাসাগৰ লঙ্ঘন কৰি আহিছে সেই কথা পুনঃ পুনঃ কৈ সন্দেহ নকৰিবলৈ অনুৰোধ জনালে।

ৰাক্ষস নোহোওঁ আই হোও ৰামদূত।
তোমাক খুজিতে আইলো পৱনৰ সুত।।
শঙ্কা পৰিহৰি মাৱ ভালমতে চাহাঁ।
ৰাক্ষস নোহোওঁ ভালে সম্প্ৰত্যয় যাহাঁ।।
সীতাই বোলন্ত তেৱে পাওঁ পৰমান।
ৰাঘৱৰ ৰূপ গুণ কহ কেন ঠান।।
কিমত চৰিত্ৰ কেন অন্তৰ মহত।
লক্ষ্মণধ ৰূপগুণ কহ কেন মত।।

সীতাই পুনৰায় হনুমানক প্ৰশ্ন কৰিলে—তোমাৰ লগত ৰামৰ কোন ঠাইত মিলন হ'ল, লক্ষ্মণক তুমি কেনেকৈ জানিলা, বানৰ আৰু মনুষ্যৰ পৰস্পৰ সন্মিলন কেনেকৈ ঘটিল ইত্যাদি প্ৰশ্ন কৰিলে।

হনুমানে সকলোবোৰ প্ৰশ্নৰ যথাযথ উত্তৰ কৰিলে। বালীবধ, সুগ্ৰীৱ সন্মিলন, সীতা অন্বেষণ ইত্যাদি সকলো সংবাদ দিলে।

(২) নাহং স্বপ্নমিমং মন্যে স্বপ্নে দৃষ্ট্বা হি বানৰম্।।
ন শক্যোঽভ্যুদয়ঃ প্ৰাপ্তুং প্ৰাপ্তশ্চাভ্যুদয়ো মম।।২২
সুন্দৰাকাণ্ড ৩৪ অধ্যায়

সত্য প্ৰতিপালি ৰামে বালীক মাৰিল।
ভাৰ্য্যাকে ৰাজ্যকে সুগ্ৰীৱক আনি দিল।।
সুগ্ৰীৱে প্ৰতিজ্ঞা কৰিলন্ত বিমৰিষ।
কৌটি সংখ্যা দূতক পঠাইল দশোদিশ।।

তদুপৰি হনুমানে সীতাৰ বিশ্বাস উৎপাদনৰ কাৰণে ৰামৰ নামাঙ্কিত এটি আঙঠি দেখুৱালে। হনুমানে পুনৰ ক'লে যে আপুনি যে ইয়াত আছে সেই কথা ৰামে নাজানে। তেওঁ মোৰ পৰা এই সংবাদ পালে সাগৰ স্তম্ভিত কৰি লঙ্কা প্ৰৱেশ কৰি ৰাক্ষসসকলক বিনষ্ট কৰি আপোনাক লৈ যাবহি। সম্প্ৰতি ৰামচন্দ্ৰই মধুসেৱন আৰু মাংস ভোজন পৰিত্যাগ কৰিছে। কেৱল মাথোন সন্ধ্যা কালত ফলমূল ভোজন কৰি আছে। হে সীতা, হা প্ৰিয়ে! এই বুলি পুনঃ পুনঃ দীৰ্ঘ নিশ্বাস পৰিত্যাগ কৰে। সীতা দেবী স্বামীৰ আঙুলিৰ ভূষণ আঙঠি নিৰীক্ষণ কৰি প্ৰত্যয় গ'ল আৰু তেওঁ যেন স্বামীক পুনঃ পাইছে তেনে বোধ কৰিলে।

সীতা দেবী ৰামৰ শোক বিবৰণ শুনি বৰ ব্যথিতা হৈ পৰিল কিন্তু ৰামৰ সকলো বৃত্তান্ত শুনি মেঘযুক্ত চন্দ্ৰৰ দৰে সন্দেহমুক্ত হৈ প্ৰফুল্ল হৈ উঠিল।

সীতাই তেতিয়া হনুমানক কবলৈ ধৰিলে—ৰাৱণৰ প্ৰিয়পাত্ৰ এজন বৃদ্ধ ৰাক্ষস আছে। তেওঁ বৰ ধীৰ প্ৰকৃতি, সুশীল, বিদ্বান আৰু মেধাবী। তেওঁৰ নাম অবিন্ধ্য। সেই বৃদ্ধ ৰাক্ষসে কৈছিল যে ৰাক্ষসবিলাক ৰামৰ হাতত ক্ষয়প্ৰাপ্ত হ'ব। মোৰ সেইবাবে প্ৰত্যয় হৈছে যে মোৰ স্বামীয়ে শীঘ্ৰে মোক লাভ কৰিব। শীঘ্ৰে তেওঁ ৰাক্ষস নিধন সমাপন কৰিব।

সীতাই ৰামৰ বিৰহত শোকাকুলা আৰু অশ্ৰুমুখী হৈ এইদৰে ৰামচন্দ্ৰৰ বলবীৰ্য্য আৰু শোক দুঃখৰ কথা হনুমানক কোৱাৰ পাছত হনুমানে ক'লে যে, মোৰ মুখত ৰামচন্দ্ৰই আপোনাৰ সংবাদ পালেই বানৰ সৈন্য লৈ লঙ্কা আক্ৰমণ কৰিবহি তাত কোনো সন্দেহ নাই। তাতকৈ হে দেৱি! আপুনি মোৰ পিঠিত বহক, মই আপোনাক এতিয়াই লৈ যাওঁ। এই ৰাক্ষসবিলাকৰ পৰা পোৱা কষ্টৰ পৰা আপোনাক আজিয়েই মুক্ত কৰোঁ।

সীতাদেবীয়ে হনুমানৰ এই কথাত প্ৰত্যয় যাব নোৱাৰিলে আৰু উত্তৰ দিলে যে তুমি ক্ষীণকায় বানৰ, তুমি ইমানদূৰ মোক পিঠিত তুলি বহন কৰি লৈ যাবা কেনেকৈ? এই কথা শুনি হনুমানে ক'লে যে মই সম্পূৰ্ণ লঙ্কাখনকে মোৰ পিঠিত বহন কৰি লৈ যাব পাৰোঁ। মই যেনেকৈ শূন্য পথে দি আহিছোঁ—তেনেকৈ আপোনাক বহন কৰি শূন্য পথে দি যাব পাৰিম আৰু মই ক্ষীণকায় হ'লেও মই ইচ্ছানুসাৰে মোৰ শৰীৰ বৰ্দ্ধিত কৰিব পাৰোঁ। এই বুলি হনুমানে নিজৰ শৰীৰ অতিশয় বৰ্দ্ধিত কৰি সীতাৰ বিশ্বাস জন্মালে।

তেতিয়া সীতা দেবীয়ে উত্তৰ দিলে যে মই তোমাৰ লগত যোৱা উচিত নহব; কাৰণ তোমাৰ বায়ু বেগত মই বিমোহিত হৈ সাগৰত পৰি যাবৰ আশঙ্কা

আছে আৰু তুমি মোক হৰণ কৰি লৈ যোৱা বুলি পথত ৰাক্ষসসকলে জানিলে ৰাক্ষসৰ লগত তোমাৰ যুদ্ধ হ'ব। তুমি অকলে সিহঁতৰ লগত যুদ্ধ কৰিলে তোমাৰো জীৱনৰ সংশয় আছে আৰু মোক ৰক্ষা কৰাও সম্ভৱ নহ'ব পাৰে। যদিহে মই পুনৰায় ৰাক্ষসৰ হস্তগতা হওঁ তেতিয়া তোমাৰ সকলো যত্ন বিফল হ'ব। তাৰ উপৰিও আন এটি কথা আছে—সেইটো হৈছে মোৰ এই পলায়ন কাৰ্য্যৰ দ্বাৰা মোৰ স্বামীৰ যশ হানি হ'ব। অমিত তেজা ৰামচন্দ্ৰই আহি মোক উদ্ধাৰ কৰি নিলেহে তেওঁৰ যশ বৃদ্ধি হ'ব আৰু তেওঁৰ বীৰত্বৰ মাহাত্ম্য প্ৰকাশ পাব। হে বানৰ শ্ৰেষ্ঠ! আন এটি কথা হৈছে যে মই স্বামীৰ অঙ্গ ব্যতিৰেকে আন কোনো পুৰুষৰ অঙ্গ স্পৰ্শ নকৰোঁ। ৰাৱণে বলপূৰ্বক মোৰ অঙ্গ স্পৰ্শ কৰিছিল তাত মোৰ কোনো উপায় নাছিল। ৰামে ৰাক্ষস সহ ৰাৱণক নিহত কৰি মোক লৈ যোৱাটোহে উত্তম কাৰ্য্য হ'ব। ৰামক পৰাস্ত কৰা ব্যক্তি এই ত্ৰিভুবনত কোনো নাই। মই আজি বহুদিন ৰামৰ শোকত বিহ্বল হৈ আছোঁ, তোমালোকে মিলিত হৈ এই কাৰ্য্য সম্পাদন কৰি মোৰ প্ৰীতি-সাধন কৰা।

হনুমানে সীতাৰ কথাত সন্তুষ্ট হৈ ক'লে যে এনে কথা ৰামৰ পত্নীৰ পক্ষেহে সম্ভৱ। মই আপোনাৰ সকলো কথা ৰামৰ ওচৰত নিবেদন কৰিম, কিন্তু মই যে আপোনাক লগ পাইছিলোঁ তাঁৰ এটা কিবা অভিজ্ঞান আপুনি মোক দিয়ক।

**অভিজ্ঞানৰ কথা ঃ**

অভিজ্ঞানৰ কথা শুনি সীতা দেবীয়ে বাষ্প সদগদস্বৰে ক্ৰমে ক্ৰমে হনুমানক কবলৈ ধৰিলে—হে বীৰ! চিত্ৰকূট পৰ্ব্বতৰ ঈশান কোনৰ ফালে এনে এটি স্থান আছে য'ত বহুতো ফলমূল আৰু জলাশয় আছে। আমি যেতিয়া মন্দাকিনী নদীৰ পাৰত সিদ্ধাশ্ৰমত বাস কৰি আছিলোঁ সেই সময়ত যি ঘটিছিল তাৰ ৰহস্য বৃত্তান্ত কওঁ শুনা। তুমি সেই অভিজ্ঞানকে ব্যক্ত কৰিবা। তুমি কবা—স্বামী ৰামচন্দ্ৰই যেতিয়া নানাবিধ ফলপুষ্পৰ সুগন্ধিৰে আমোদিত হৈ থকা পৰ্বতৰ উপবন সমূহত ভ্ৰমণ কৰি পৰিশ্ৰান্ত আৰু ঘৰ্মাক্ত হৈ মোৰ কোলাত শয়ন কৰিছিল, তেতিয়া এটি কাউৰীয়ে মাংসৰ লোভত মোৰ স্তনত ঠোঁটেৰে ঠুকুৰিয়াইছিল। মই চপৰা দলিয়াই নিবাৰণ কৰিছিলোঁ, কিন্তু সেই কাউৰীজনীয়ে বাৰম্বাৰ নিবাৰণ কৰা সত্তেও সেই ঠাইৰপৰা নগ'ল আৰু মাংসৰ লোভত পুনঃ পুনঃ মোৰ বক্ষস্থল বিদাৰণ কৰাৰ চেষ্টা কৰি থাকিল; তেতিয়া সেই কাউৰীজনীৰ ওপৰত মোৰ খং উঠিছিল আৰু মই মোৰ গাত লোৱা কাপোৰখনৰ আঁচলখন ভালদৰে বান্ধি লোৱাৰ চেষ্টা কৰাত মোৰ গাৰ কাপোৰ খঁহি পৰিছিল, সেই সময়ত তেওঁ মোক পৰিহাস কৰিছিল; কিন্তু পিছত যেতিয়া মোৰ বক্ষঃস্থলৰ পৰা ৰক্তবিন্দু ওলাই থকা দেখা পালে তেতিয়া তেওঁ ক্ৰুদ্ধ হৈ কৈছিল হে সীতা। কোনে তোমাৰ স্তন ক্ষত বিক্ষত কৰিলে? মই তেতিয়া সেই কাউৰীজনীৰ কথা কোৱাত তেওঁ কাউৰীজনীৰ প্ৰতি শৰ নিক্ষেপ কৰিলে। সেই কাউৰীজনী আছিল

কপটৰূপী ইন্দ্ৰপুত্ৰ জয়ন্ত। ৰামচন্দ্ৰৰ শৰ আছিল অব্যৰ্থ আৰু সেই শৰ আছিল ব্ৰহ্মাস্ত্ৰ। ইন্দ্ৰপুত্ৰ জয়ন্ত তেতিয়া শৰণাগত হ'ল আৰু সেই ব্ৰহ্মাস্ত্ৰ নিবাৰণৰ বাবে জয়ন্তৰ নিজৰ দক্ষিণ চক্ষু বিনষ্ট কৰিবলগা হৈছিল।

জানকী বোলন্ত শুনা বায়ুৰ নন্দন।
কহিবো তোমাৰ আগে সঙ্কেত বচন।।
ৰামৰ সীতাৰ যত সঙ্কেত কাহিনী।
হনুমন্ত আগে কহে জানকী গোসানী।।
চিত্ৰকূটে শুইল মোৰ উৰুত সিথানে।
কাকে মোৰ তনে যাৱ কৰিলেক টানে।।
তাক লাগি হানিলন্ত ইষিকাৰ বান।
সি কাৰণে কাকৰ দুই চক্ষু কাণ।।

এইবোৰ কথা মনত পেলাই সীতা দেৱীয়ে অভিমানগ্ৰস্তা হৈ বিলাপ কৰিব ধৰিলে। যি ৰামচন্দ্ৰই সীতাৰ বাবে কাউৰীৰ ওপৰতো ব্ৰহ্মাস্ত্ৰ নিক্ষেপ কৰিছিল সেই ৰামচন্দ্ৰই ইমানদিনেও ৰাৱণক বধ কৰি সীতা উদ্ধাৰ কৰা নাই। সীতা দেৱীৰ সেই অভিমান। যেন অৱহেলা কৰিহে সীতাৰ উদ্ধাৰৰ চেষ্টা ৰাম আৰু লক্ষ্মণে কৰা নাই। শত্ৰু সন্তাপন ৰাম আৰু লক্ষ্মণে সমৰ্থ হৈও সেই চেষ্টা কৰা নাই যেতিয়া সীতাদেৱীয়ে ভাবিছে যে তেওঁৰেহে মহৎ পাপ আছে।(১)

প্ৰৱল প্ৰতাপী হনুমানে বৈদেহীৰ কথা শুনি তেওঁৰ এই শোক অভিমানৰ কাৰণ নাই বুলি সান্ত্বনা দিলে। হনুমানে উত্তৰ দিলে হে দেৱি! মই আপোনাৰ ওচৰত সত্যৰ শপথ লৈ কৈছোঁ যে ৰামচন্দ্ৰ আপোনাক দেখা নাপাই ইমান শোকাকুল হৈছে যে তেওঁ আন সকলোবোৰ কাৰ্য্যতে বিমুখ হৈছে। ৰামচন্দ্ৰৰ শোকত লক্ষ্মণো শোকাভিভূত হৈ পৰিতপ্ত হৈছে। ৰাম আৰু লক্ষ্মণ দুয়ো ভায়ে অবিলম্বে ৰাক্ষস বংশ ধ্বংশ কৰি আপোনাক উদ্ধাৰ কৰিব। এই বিষয়ে নিশ্চিন্ত হৈ আপুনি ৰাম, লক্ষ্মণ, তেজস্বী সুগ্ৰীৱ আৰু সমাগত বানৰ বিলাকক মই কি বুলি কম সেইটোহে আদেশ কৰক।

হনুমানৰ এই কথা শুনি সীতাদেৱীয়ে উত্তৰ দিলে হে বীৰ! তুমি মোৰ প্ৰতিনিধি হৈ লোক প্ৰতিপালক ৰামচন্দ্ৰক মোৰ হৈ অভিবাদন আৰু প্ৰণিপাত কৰিবা আৰু লক্ষ্মণক কবা যে সীতাই তোমাৰ কুশালবাৰ্ত্তা সুধিছে আৰু তেওঁ যেন মোৰ দুঃখ দূৰ কৰিবৰ বাবে কৃতসঙ্কল্প হয় সেই কথা কবা আৰু মোৰ স্বামী দেৱতাক মই পুনঃ পুনঃ এই কথা কোৱা বুলি কবা—"হে দশৰথ নন্দন! মই সত্য কৰি তোমাক কৈছোঁ যে মই আৰু একমাহ মাথোন জীৱন ধাৰণ কৰি

(১) মমৈব দুষ্কৃতং কিঞ্চিন্মহদস্তি ন সংশয়ঃ।
সমৰ্থাবপি তৌ যন্মাং নাবেক্ষেতে পৰন্তপৌ।।৪৬।।

সুন্দৰকাণ্ড—৩৮ অধ্যায়।

থাকিম, এক মাহ অতীত হ'লে মই আৰু জীয়াই নাথাকোঁ।" তাৰ পাছত সীতা দেৱীয়ে এটি অতি পৱিত্ৰ শিৰত পিন্ধা ৰত্ন পিন্ধি থকা কাপোৰৰ মাজৰ পৰা উলিয়াই হনুমানৰ হাতত দি ক'লে—"এই ৰত্নটি ৰামক দিবা"। হনুমানে সেইটো গ্ৰহণ কৰিলে আৰু অতিশয় হৰ্ষান্বিত হৈ ৰাম আৰু লক্ষ্মণক স্মৰণ কৰিলে।

সীতা দেৱীয়ে পুনঃ হনুমানক ক'লে যে মোৰ স্বামী ৰামচন্দ্ৰই এই অভিজ্ঞানৰ বিষয়ে বিলক্ষণ জানে। এই মণি দেখা পালে তেওঁৰ তিনিজনক মনত পৰিব—মোক, মাতা কৌশল্যাক আৰু ৰজা দশৰথক। তাৰ পাছত হনুমানক প্ৰশংসা কৰি ক'লে যে তুমি অতি পৰাক্ৰমী, তুমি যত্নৱান্ হৈ আমাৰ দুঃখ দূৰ কৰা। হনুমানে অৱনত মস্তকে সীতাক প্ৰণাম কৰি যাবলৈ ওলাল; তেতিয়া সীতা দেৱীয়ে পুনৰায় ক'লে—তুমি ৰাম লক্ষ্মণ, সুগ্ৰীৱ, সুগ্ৰীৱৰ অমাত্যসকলক আৰু সমস্ত বানৰ সৈন্যক মোৰ কুশল সংবাদ দিবা।

তেওঁলোকে একত্ৰে মন্ত্ৰণা কৰি যেন মোৰ দুঃখ নিবাৰণৰ উপায় চিন্তা কৰে। হনুমান, অতীৱ কৃত কৃতাৰ্থ হৈ আৰু সৰ্বতোভাৱে সন্তুষ্ট হৈ ৰাজনন্দিনী সীতাৰ সংবাদ লৈ উত্তৰফালে যোৱাৰ মনস্থ কৰিলে। যাবৰ সময়ত সীতা দেৱীক আশ্বস্ত কৰি ক'লে—

শ্ৰীৰাম লক্ষ্মণ চপকৰে আসিৱন্ত।
ৰাৱণক মাৰি তোমাক নিৱন্ত।।

## হনুমন্তৰ সৈতে ৰাক্ষস সেনাৰ যুদ্ধ ঃ

হনুমানে সীতাৰ লগত কথোপকথন শেষ কৰি সন্তুষ্ট মনে ভাবিবলৈ ধৰিলে যে মোৰ প্ৰধান উদ্দেশ্য সফল হৈছে; কিন্তু শত্ৰুপক্ষক বল প্ৰদৰ্শন কৰা কাৰ্য্য অলপ মাত্ৰ বাকী আছে। কাৰ্য্যসিদ্ধিৰ বিষয়ে চাৰি প্ৰকাৰ উপায় আছে—সাম, দান, ভেদ, আৰু পৰাক্ৰম। এই চাৰি প্ৰকাৰ উপায়ৰ ভিতৰত প্ৰথম তিনিপ্ৰকাৰ উপায় ইয়াত নাখাটিব। ৰাক্ষসসকলৰ প্ৰতি সন্ধিসূচক সান্ত্বনা বাক্য প্ৰয়োগ কৰিলে কাৰ্য্যসিদ্ধি হোৱাৰ আশা নাই। ৰাক্ষসসকল যথেষ্ট ধনী, ধনদান কৰিও একো ফল নহব আৰু বলদৰ্পিত লোকৰ মাজত ভেদ আনয়ন কৰাও দুঃসাধ্য। গতিকে পৰাক্ৰম প্ৰকাশ কৰাই উচিত হ'ব। আন পক্ষে প্ৰধান কাৰ্য্য সম্পাদন কৰি যি লোকে সেই প্ৰধান কাৰ্য্যৰ লগত কোনো প্ৰকাৰ বিৰোধ নোহোৱা ওপৰঞ্চি আন বিবিধ কাৰ্য্য কৰিব পাৰে তেনে লোকহে কাৰ্য্য সম্পাদনৰ বাবে উপযুক্ত পাত্ৰ। যি ব্যক্তিয়ে অধিক যত্ন কৰি অল্প কাৰ্য্য সাধন কৰে তেনে ব্যক্তি উপযুক্ত পাত্ৰ নহয় আৰু যি ব্যক্তিয়ে অল্প যত্নত নিজৰ অনেক প্ৰকাৰ কাৰ্য্য সাধন কৰিব পাৰে, তেনে ব্যক্তিহে প্ৰধান কাৰ্য্য সাধক। সেই কাৰণে যদিও সীতা অন্বেষণহে মোৰ প্ৰধান কাৰ্য্য, তথাপি ৰাক্ষসবিলাকৰ বল কিমান আৰু আমাৰ বল কিমান তাৰ যদি ইতৰ বিশেষ জানি যাব পাৰোঁ, তেতিয়া বানৰ

ৰাজ সুগ্ৰীৱৰ ওচৰলৈ গৈ প্ৰভুৰ কাৰ্য্য সৰ্বতোভাৱে প্ৰতিপালন কৰা হ'ব। সেইবাবে মোৰ নিজৰ পৰাক্ৰম দেখুৱাই ৰাক্ষসবিলাকৰ লগত যুদ্ধ কৰি ৰাক্ষস সৈন্যবিলাক সংহাৰ কৰি সুগ্ৰীৱৰ ওচৰলৈ ঘূৰি যোৱা উচিত হ'ব।

এইদৰে চিন্তা কৰি হনুমানে ৰাৱণৰ এখনি মনোৰম উপবন ধ্বংস কৰিবলৈ মনস্থ কৰিলে। সেই উপবনখনত নানা জাতীয় তৰুলতা আছিল আৰু সেই বন নন্দন কাননৰ নিচিনাই নয়ন-প্ৰীতিদায়ক আৰু মনোহৰ আছিল। হনুমানে সেইদৰে ভাবি সেই উপবনৰ বৃক্ষবিলাক উঘালি পেলাবলৈ ধৰিলে। তেওঁ প্ৰমোদ বনখন অলপ সময়ৰ ভিতৰতে ভাঙি পেলালে আৰু অতি প্ৰিয়দৰ্শন পৰ্ব্বতৰ টিংবোৰ চূৰ্ণীকৃত কৰি পেলালে। দ্ৰুমলতাবিলাক ছেদেলি-ভেদেলি হৈ যোৱাত উপবনখনৰ শোভা নষ্ট হৈ গ'ল। সি আৰু প্ৰমোদ উদ্যান হৈ নাথাকিল। তাত থকা চৰাইবোৰে চিঞৰ-বাখৰ লগালে আৰু গছ-লতাবোৰ ভাঙি পেলোৱাৰ সময়ত মৰ্‌মৰ্ শব্দ হোৱাত লঙ্কাৰ অধিবাসী লোকসকল চঞ্চল হৈ উঠিল, ৰাক্ষসবিলাক ভয়ত ব্যাকুল হৈ পৰিল আৰু ভৱিষ্যৎ বহুপ্ৰকাৰ অমঙ্গলৰ চিন্ দেখিবলৈ পালে। ইফালে বিকৃতমুখী ৰাক্ষসীসকলে টোপনিৰ পৰা সাৰ পাই উঠি মহাবীৰ বানৰক দেখিবলৈ পালে। হনুমানেও ৰাক্ষসীবিলাকক ভয় খুৱাবৰ বাবে ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিলে। তেতিয়া ৰাক্ষসীসকলে সীতাক সুধিবলৈ ধৰিলে যে এওঁ কোন? কাৰ দূত? ক'ৰ পৰা আৰু কি বাবে ইয়ালৈ আহিছে? তোমাৰ লগতেই বা ইমান সময় কি কথা পাতি আছিল?

এই প্ৰশ্নৰ উত্তৰত সীতা দেৱীয়ে ক'লে যে কামৰূপী ৰাক্ষসসকলে মায়া কৰি নানা ৰূপ ধৰিব পাৰে। সেই মায়াবী ৰাক্ষসসকলৰ বিষয়ে মই কি জানো? তোমালোকেহে জানা। মোৰ মনতো বৰ ভয় হৈছে। সীতাৰ কথা শুনি ৰাক্ষসীসকল লৰি পলাবলৈ ধৰিলে। কোনো কোনোজনী ৰাক্ষসী সেই বনতে থাকিল আৰু কোনো কোনোজনী ৰাৱণক খবৰ দিবলৈ লৰি গ'ল। ৰাৱণৰ ওচৰত নিবেদন কৰিলে যে হে ৰাজন্! এক মহাপৰাক্ৰমী ভীমকায় বানৰ আহি সীতাৰ লগত কথা পাতিছে আৰু পুনঃ পুনঃ সোধাতো সীতাই সেই বানৰৰ বিষয়ে আমাক একো নকয়। তাক হয়তো ৰামেই সীতাৰ অন্বেষণৰ বাবে পঠিয়াইছে। প্ৰমোদ বনখনৰ এনে কোনো স্থান নাই যি স্থান সি ধ্বংস কৰা নাই। কেৱল মাথোন সীতা থকা ঠাইখিনি সি ধ্বংস কৰা নাই আৰু সি যি জোপা শিশুগছৰ ওপৰত বহি আছে সেই গছজোপাৰ ডালপাত একো ভঙা নাই। সেই উগ্ৰমূৰ্ত্তি বানৰে সীতাৰ লগত কথা পাতিছে আৰু বনভঙ্গ কৰিছে। আপুনি ইয়াৰ সমুচিত ব্যৱস্থা হাতত লওক। হে ৰাজন্! আপুনি যাক পত্নী হিচাবে পাবলৈ মন কৰিছে, সেই সীতাৰ লগত লঙ্কাৰ কোনো ৰাক্ষসে কথা পাতিবলৈ সাহস কৰিব নোৱাৰে। সীতাই সেই বানৰ কামৰূপী মায়াবী ৰাক্ষস বুলি আমাক কৈছে। ৰাক্ষসীসকলৰ এই কথা শুনি ৰাৱণ খঙত জ্বলি উঠিল। খঙতে চকুবিলাক

বিঘূৰ্ণিত হবলৈ ধৰিলে আৰু প্ৰদীপৰ পৰা যেনেকৈ শিখাৰ সহিত তৈলবিন্দু পৰে, সেইদৰে ৰাৱণৰ চকুৰপৰা অশ্ৰুবিন্দু পৰিবলৈ ধৰিলে। তেতিয়া তেওঁ হনুমানক নিগ্ৰহ কৰিবৰ বাবে ভৃত্যবিলাকক আদেশ দিলে। দলে দলে ৰাক্ষসবিলাকে ওলাই আহি হনুমানক আক্ৰমণ কৰিলে। তেজস্বী হনুমানেও নেজেৰে আস্ফালন কৰি ভীমনাদেৰে লঙ্কাৰ আকাশ মুখৰিত কৰি তুলিলে। মাটিত হনুমানৰ নেজৰ আস্ফোটনত ভীষণ শব্দ হবলৈ ধৰিলে আৰু লগে লগে "জয় মহাবল ৰামৰ জয়", "জয় মহাবল লক্ষ্মণৰ জয়", "জয় সুগ্ৰীৱৰ জয়", হুঙ্কাৰধ্বনি হনুমানৰ মুখেৰে নিনাদিত হবলৈ ধৰিলে। হনুমানে ৰাক্ষসবিলাকক কবলৈ ধৰিলে—মই ৰামৰ দাস, মই পৱন পুত্ৰ হনুমান। মই যেতিয়া যুদ্ধত হাজাৰ হাজাৰ শিল আৰু বৃক্ষ নিক্ষেপ কৰিম, তেতিয়া এক ৰাৱণ নালাগে সহস্ৰজন ৰাৱণেও মোৰ প্ৰতিযোদ্ধা হব নোৱাৰিব। মই ৰাক্ষসসকলক সংহাৰ কৰি আজিয়েই সীতাক উদ্ধাৰ কৰি লৈ যাম।

কপিবৰ হনুমানৰ হুঙ্কাৰ ধ্বনিত ৰাক্ষসবিলাক শঙ্কিত হৈ উঠিল; কিন্তু ৰজাৰ আদেশত যুদ্ধ কৰিবলৈ আগবাঢ়ি গ'ল। হনুমানে সেই যুদ্ধত বহুতো ৰাক্ষস সেনা বিনাশ কৰিলে। সেই খবৰ ৰাৱণ ৰজাৰ কাণত কৰিল। তেতিয়া ৰাৱণে প্ৰহস্তপুত্ৰ জম্বুমালীক যুদ্ধৰ বাবে আদেশ দিলে। যুদ্ধত জম্বুমালী নিহত হ'ল। তাৰ পাছত ৰাৱনে বিৰূপাক্ষ, সুপাক্ষ, দুৰ্দ্ধৰ্ষ, প্ৰঘস আৰু ভাসকৰ্ণ—এই পাঁচজন নীতিজ্ঞ সেনাপতি বীৰক যুদ্ধৰ বাবে পঠালে। হনুমানে এই পাঁচজনকো অনুচৰবিলাকৰ সহিত নিধন কৰিলে। তেতিয়া ৰজাই নিজ পুত্ৰ কুমাৰ অক্ষক যুদ্ধলৈ পঠালে। কুমাৰ অক্ষৰ লগত হনুমানৰ ঘোৰতৰ যুদ্ধ হ'ল। সেই যুদ্ধ দেখি দেৱতা আৰু দানৱবিলাকো ভীত হৈছিল। অক্ষকুমাৰ আৰু হনুমানৰ যুদ্ধত উভয়ৰ যি বীৰত্ব প্ৰকাশ পাইছিল তাৰ ফলত কেবল যে পৃথিবীস্থ প্ৰাণী সকলোই ভয়ত চিঞৰি উঠিছিল তেনে নহয়, আনকি সূৰ্য্যৰ ৰশ্মিও মলিন হৈ পৰিছিল; বায়ুৰ গতি ৰুদ্ধ হৈছিল, পৰ্ব্বত কঁপি উঠিছিল; আকাশ মণ্ডল শব্দেৰে নিনাদিত হৈ উঠিছিল আৰু সমুদ্ৰ ক্ষুব্ধ হৈ উঠিছিল।(১) কুমাৰ অক্ষ নিহত হ'ল।

হনুমানে কুমাৰ অক্ষক নিহত কৰাৰ পাছত মনৰ শোকাবেগ সংবৰণ কৰি ৰাৱণ ৰজাই মহাবীৰ ইন্দ্ৰজিতক যুদ্ধলৈ যাবলৈ আদেশ দিলে। ইন্দ্ৰজিৎ আৰু হনুমন্তৰ মাজত মনোহৰ আৰু উৎকৃষ্ট তুমুল যুদ্ধ হ'ল। দুয়োজনেই দেৱতাৰ সমান পৰাক্ৰমী আৰু কোনেও কাৰো ছিদ্ৰ নাপায়। উভয়ে উভয়ৰ দুৰ্ব্বিষহ হৈ উঠিল; কিন্তু ইন্দ্ৰজিতে কৌশলেৰে যুদ্ধ কৰি হনুমন্তক বান্ধি পেলালে আৰু ৰজা ৰাৱণৰ ওচৰলৈ লৈ গ'ল। ৰাৱণে মন্ত্ৰীসকলক হনুমানৰ পৰিচয় লবলৈ আদেশ

---

(১) ৰৰাস ভূমিৰ্ন ততাপ ভানুমান্ ববৌ ন বায়ুঃ প্ৰচচাল চাচলঃ।
কপেঃ কুমাৰস্য চ বীৰ্য্য সংযুগং ননাদ চ দ্যৌৰুদধিশ্চ চুক্ষুভে।।
সুন্দৰ কাণ্ড—৪৭ অঃ

দিলে। তেওঁলোকে সেই অনুসাৰে হনুমানক সুধিলে—তুমি কোন? কি উদ্ধেশ্যে ইয়ালৈ আহিছা? হনুমানে উত্তৰ দিলে মই সুগ্ৰীৱৰ দূত। দূত হিচাবে ইয়ালৈ আহিছোঁ প্ৰকৃততে মই ৰামৰহে দূত। মই সঁচা কথা কৈছোঁ যে বানৰ ৰাজ সুগ্ৰীৱে ভাতৃভাৱে আপোনাৰ কুশল সংবাদ সুধিছে আৰু কৈ পঠিয়াইছে যে মহাত্মা দশৰথ ৰজাৰ বোৱাৰী আৰু ৰামচন্দ্ৰৰ পত্নী সীতাদেৱীক অপহৰণ কৰি আনি আপুনি ভাল কাম কৰা নাই। তপস্যাৰ বলত যে আপুনি দেৱতা আৰু অসুৰসকলৰ অবধ্য হৈছে সেইটো সঁচা কথা; কিন্তু মনুষ্য আৰু বানৰৰ অবধ্য হোৱা নাই। আপুনি পৰস্ত্ৰী অপহৰণ কৰা পাপৰ ফল ভুঞ্জিব লাগিব। মহা তপস্বী বা ধাৰ্মিক হ'লেও সেই ব্যক্তি যেতিয়া অধৰ্মাচৰণৰ চৰম সীমাত উপস্থিত হয় তেতিয়া তাৰ নিস্তাৰ নাই। ধৰ্ম আৰু তপস্যাৰ ফল আপুনি পাইছে—এতিয়া এই অধৰ্মৰ ফলো পাব। আপুনি যদি নিজৰ আৰু নিজ কুলৰ হিত চিন্তা কৰিব খোজে তেন্তে অবিলম্বে সীতাক প্ৰত্যৰ্পণ কৰক; নহলে সীতাৰ তেজত লঙ্কা নগৰী দগ্ধ হৈ যাব আৰু ৰামৰ কোপত ভস্মীভূত হৈ যাব।

**বিভীষণ ৰাৱণ সংবাদ ঃ**

ৰাক্ষসৰাজ ৰাৱণে হনুমানৰ কথা শুনি খঙত প্ৰজ্জ্বলিত হৈ উঠিল আৰু হনুমানক বধ কৰিবলৈ ৰাক্ষসবিলাকক অনুমতি দিলে। ৰাৱণ ৰজাৰ এই আদেশ বিভীষণে অনুমোদন নকৰিলে। হনুমান দূত স্বৰূপে আহিছে—হনুমানক বধ কৰা অনুচিত। বিভীষণে ৰাৱণক সম্বোধন কৰি কবলৈ ধৰিলে—হে অগ্ৰজ! ক্ৰোধ পৰিত্যাগ কৰি মোৰ কথা শুনক। যি বিলাক সাধু স্বভাৱ সম্পন্ন ৰজা তেওঁলোকে কেতিয়াও দূতক বধ নকৰে। আপুনি ধৰ্মজ্ঞ আৰু ৰাজধৰ্মবিশাৰদ। আপুনি ভাল-বেয়া সকলো বিষয়ে অভিজ্ঞ। পৰমাৰ্থতত্ত্ব জ্ঞানতো নিপুণ। আপোনাৰ নিচিনা বিচক্ষণ পণ্ডিত লোকও যদি ৰোষাবিষ্ট হয়, তেতিয়া হলে শাস্ত্ৰীয় পাণ্ডিত্য পণ্ড-শ্ৰম মাত্ৰ বুলি পৰ্য্যবসিত হব। এই বানৰ আপোনাৰ অতি বলৱান্ শত্ৰু সন্দেহ নাই; কাৰণ ই আপোনাৰ অপ্ৰিয় কাৰ্য্য কৰিছে। কিন্তু তাৰ বাবে বেলেগ শাস্তিৰ শাস্ত্ৰীয় ব্যৱস্থা আছে। অঙ্গ বিৰূপ, শৰীৰত বেত্ৰাঘাত আৰু মস্তক মুণ্ডন এই ধৰণৰ যি কোনো শাস্তি দানৰ ব্যৱস্থা শাস্ত্ৰত আছে; কিন্তু বধ কৰা ব্যৱস্থা নাই।

**লঙ্কা দগ্ধ ঃ**

ৰাৱণ ৰজাই বিভীষণৰ এই কথা মানি ল'লে। ক'লে ইয়াক বধ নকৰি আন প্ৰকাৰে ইয়াক নিগ্ৰহ কৰিব লাগিব। বানৰৰ লাঙুলেই প্ৰিয় ভূষণ। এই বানৰৰ লাঙুল দগ্ধ কৰি তাৰ প্ৰভুৰ ওচৰলৈ পঠিয়াই দিয়া যাওক। ৰাৱণে ৰাক্ষসবিলাকক আদেশ দিলে যে এই বানৰৰ লাঙুলত জুই দি নগৰ পৰিভ্ৰমণ কৰাই লৈ আহা। এই আদেশ পাই ৰাক্ষসবিলাকে হনুমানৰ লেজত ছিৰা কাপোৰ বান্ধি জুই লগাই দিলে।

হনুমানে ৰাক্ষসসকলক ইয়াৰ উপযুক্ত প্ৰতিশোধ দিলে। লাঙুলৰ জুইৰে ইঘৰৰপৰা সিঘৰলৈ জপিয়াই জপিয়াই গৈ সমস্ত লঙ্কা নগৰী দগ্ধ কৰি পেলালে লঙ্কা নগৰী দগ্ধ আৰু বিধ্বস্ত হোৱাত ৰাক্ষসবিলাক এস্ত হৈ পৰিল। তাকে দেখি হনুমানৰো ত্ৰাস উপস্থিত হ'ল। গোটেই লঙ্কা নগৰী যেতিয়া দগ্ধ হৈ গ'ল— হনুমানৰ ভয় হ'ল যে সীতা দেৱীও হয়তো দগ্ধ হৈ গৈছে। হনুমানৰ আত্মা গ্লানি উপজিল। সীতাৰ অন্বেষণত আহি সীতাৰ সাক্ষাৎ পাইছে সঁচা কিন্তু ক্ৰোধত হতজ্ঞান হৈ যে সীতাকে দগ্ধ কৰি মূলকে ক্ষয় কৰি পেলালে। এতিয়া হনুমানে ৰাম-লক্ষ্মণৰ ওচৰত আৰু সুগ্ৰীৱৰ ওচৰত কি সংবাদ দিব? তাতকৈ নিজৰ প্ৰাণ ত্যাগ কৰাই উচিত হব। এইদৰে যেতিয়া অনুশোচনাত দগ্ধ হৈ হনুমান গভীৰ চিন্তাত নিমগ্ন হৈ আছিল—তেতিয়া অকস্মাতে শুনিবলৈ পালে যে ৰাৱণ ৰজাৰ চাৰণবিলাকে পৰস্পৰ কথোপকথন কৰিব ধৰিছে যে—আহা! হনুমানে কি অদ্ভুত কাৰ্য্য সাধন কৰিলে। এওঁ ৰাক্ষস বিলাকৰ ঘৰত তীব্ৰ অগ্নি প্ৰজ্জ্বলিত কৰি সমগ্ৰ লঙ্কা দগ্ধ কৰি পেলালে কিন্তু জানকীক ৰক্ষা কৰিলে। চাৰণবিলাকৰ মুখত এই কথা শুনি জানকী সুস্থ আছে বুলি বুজিব পাৰি আনন্দিত হ'ল আৰু সীতাক সাক্ষাৎ কৰিবলৈ মনস্থ কৰিলে।

শিশু গছ এজোপাৰ তলত সীতা অক্ষত শৰীৰে বহি আছে, এনে অৱস্থাত হনুমান গৈ তাত উপস্থিত হ'ল আৰু সীতাক অভিবাদন কৰি কবলৈ ধৰিলে— দেৱি! সৌভাগ্যক্ৰমে আপোনাক দেখা পালোঁ। আপোনাৰ কোনো দুৰ্ঘটনা ঘটা নাইতো? তেতিয়া সীতা দেৱীয়ে লঙ্কাৰ পৰা হনুমান ঘূৰি যাবৰ সময়ত সাক্ষাৎ কৰিবলৈ অহা বুলি বুজি সস্নেহে কবলৈ ধৰিলে—বাছা! তুমি আজি যাব নালাগে। আজি ইয়াত নিভৃতে ৰাতিটো কটোৱা। আজি বিশ্ৰাম লৈ কাইলৈ তুমি যাবা। তুমি ওচৰত থাকিলে ক্ষন্তেক সময়ৰ বাবে হলেও এই মন্দভাগিনীৰ অপৰিসীম শোকৰ কিঞ্চিৎ লাঘৱ হব। তুমিতো এতিয়া গুচি যাবা কিন্তু তোমালোক আহি পুনঃ মোক দেখা পোৱা নে নোপোৱা তাৰ কোনো নিশ্চয়তা নাই। তুমি গুচি যোৱাৰ পাছত তোমাক নেদেখি অধিকতাৰ দুঃখত মোৰ হৃদয় বিদীৰ্ণ হৈ যাব। মোৰ অন্তৰত শঙ্কা উপস্থিত হৈছে যে এই অপাৰ সাগৰ বানৰ সৈন্যবিলাকে কেনেকৈ পাৰ হব? তুমিয়েই সেই উপায় চিন্তা কৰিব লাগিব। ৰণবীৰ ৰামচন্দ্ৰই বিক্ৰমেৰে কেনেকৈ মোক উদ্ধাৰ কৰিব পাৰে তাৰ উপায় চিন্তা কৰা।

সীতা দেৱীৰ এই স্নেহময় কথা শুনি হনুমান বিগলিত হৈ পৰিল। অনুৰূপ স্নেহ আৰু শ্ৰদ্ধাৰে হনুমানে উত্তৰ দিলে—দেৱি! আপুনি দুঃখ নকৰিব। ৰঘুনন্দন ৰামচন্দ্ৰই অচিৰে ৰাৱণ ৰজাক সমূলে নিপাত কৰি আপোনাক উদ্ধাৰ কৰিব। এইদৰে পৱন নন্দন হনুমানে সীতাদেৱীক আশ্বস্ত কৰিবৰ যত্ন কৰিলে আৰু লঙ্কাৰপৰা প্ৰত্যাগমন কৰিবলৈ সাজু হ'ল।

তাৰ পাছত বীৰবৰ হনুমান আকাশত লম্ফ প্ৰদান কৰি আকাশ ৰূপ সাগৰত সাঁতুৰিব ধৰিলে।

## হনুমানৰ প্ৰত্যাগমন ঃ

হনুমানে আকাশ পথেদি সাগৰ উলংঘন কৰিব ধৰিলে। আকাশত থকা মেঘৰ মাজত পুনঃ পুনঃ সোমাই কেতিয়াবা নেদেখা হয় আৰু মেঘৰ মাজৰপৰা ওলাই আহি চন্দ্ৰৰ নিচিনাকৈ কেতিয়াবা দেখা হয়—এইদৰে কেতিয়াবা প্ৰকাশ আৰু কেতিয়াবা অপ্ৰকাশ হয়।[১] গৰুড় পক্ষীয়ে মেঘ বিদাৰণ কৰি যেনেকৈ গমন কৰে, হনুমানেও সেইদৰে যাব ধৰিলে আৰু মেঘৰ দৰে গৰ্জ্জন কৰিব ধৰিলে। তাৰ পাছত দূৰৈৰ মহেন্দ্ৰ পৰ্ব্বত দেখা পাই ঘোৰতৰ নিনাদ আৰম্ভ কৰিলে। সেই নিনাদত আকাশমণ্ডল যেন সূৰ্য্য মণ্ডলৰে সৈতে বিদীৰ্ণ হৈ যায়। সাগৰৰ উত্তৰ পাৰত হনুমানক দেখা পাবৰ আশাত যিবিলাক মহাবীৰ বানৰ বহি আছিল, সেই বানৰ বিলাকে হনুমানৰ সেই গৰ্জ্জন আৰু নিনাদ শুনিবলৈ পালে। আটাইবিলাক বিষণ্ণ মনে বহি আছিল। মেঘ গৰ্জ্জনৰ দৰে হনুমানৰ নিনাদ শুনি তেওঁক দেখা পাবৰ বাবে সমুৎসুক হৈ পৰিল। জাম্ববানে বৰ আনন্দ মনে বানৰ বিলাকক কলে যে হনুমান কৃতকাৰ্য্য হৈছে সন্দেহ নাই; নহলে কেতিয়াও এনেদৰে নিনাদ নকৰিলেহেঁতেন। বানৰবিলাক আনন্দিত হৈ উঠিল আৰু এক পৰ্ব্বতৰপৰা আন পৰ্ব্বতলৈ আৰু এক পৰ্ব্বত টিঙৰ পৰা আনটো পৰ্ব্বত টিঙলৈ জপিয়াই জপিয়াই যাবলৈ ধৰিলে। বায়ুয়ে যেনেকৈ পৰ্ব্বতৰ গুহাত সোমাই গৰ্জ্জন কৰে হনুমানেও সেইদৰে গৰ্জ্জন কৰি কৰি আহি আছিল। হনুমান মূৰৰ ওপৰত থকা মেঘৰ দৰে আহিব ধৰিছে দেখা পাই সকলোৱে হাত জোৰ হৈ ৰৈ থাকিল। ইতিমধ্য পৰ্ব্বত প্ৰমাণ বীৰ হনুমান অতি বেগেৰে জাপ দি মহেন্দ্ৰ পৰ্ব্বতৰ টিঙত পৰিল। তাকে দেখি সকলো বিলাক বানৰ আনন্দমনে লৰি গৈ প্ৰীতিপূৰ্ণ হৃদয়ে হনুমানক চাৰিওফালৰ পৰা আগুৰি ধৰিলে। হনুমানক প্ৰত্যাবৰ্ত্তন কৰি অহা দেখি সকলোবিলাক বানৰে পৰম প্ৰীতি লাভ কৰিছিল আৰু সকলোৱে প্ৰফুল্ল হৈ উঠিছিল। তাৰ পাছত সিহঁতে সুমিষ্ট ফল-মূল আৰু অন্যান্য উপাদেয় বস্তু সংগ্ৰহ কৰি আনি হনুমানক অৰ্চনা কৰিলে।

তাৰ পাছত পৱননন্দন হনুমানে প্ৰত্যেকজন বানৰকে যথাযোগ্য সম্ভাষণ আৰু আলিঙ্গন আদি কৰি সীতা অন্বেষণৰ সকলো বৃত্তান্ত আনুপূৰ্ব্বিক বৰ্ণনা কৰিলে। মহাবল বানৰবিলাকে হনুমানৰ মুখৰপৰা অমৃতোপম মধুৰ কথা শুনি

---

(১) প্ৰবিশন্নভ্ৰজালানি নিষ্ক্ৰমংশ্চ পুনঃ পুনঃ।
প্ৰকাশশ্চাপ্ৰকাশশ্চ চন্দ্ৰমা ইব দৃশ্যতে।।৭।।

সুন্দৰকাণ্ড ৫৭ অঃ

বৰ আনন্দ পালে আৰু সকলোৱে মহেন্দ্ৰ পৰ্ব্বতৰ এক বিশাল শিলাৰ ওপৰত বহি হনুমানৰ সাগৰ উলঙ্ঘন, লঙ্কাত সীতা দেৱীৰ দৰ্শন আৰু ৰাৱণক দৰ্শনৰ বিৱৰণ শুনি শুনি হনুমানৰ ওচৰত হাতজোৰ কৈ বহি থাকিল। সি এক অপূৰ্ব্ব দৃশ্যত পৰিণত হৈছিল।

তাৰ পাছত সকলো বানৰে পৰামৰ্শ কৰি ৰামচন্দ্ৰৰ ওচৰত সকলো সংবাদ দিবলৈ হনুমানক আগত লৈ যাবলৈ ওলাল।

সবে মিলি মাৰুতিক আগ কৰি দিল।
ৰাঘৱত হনুমন্তে সমস্ত কহিল।।

হনুমানে ৰামচন্দ্ৰৰ ওচৰলৈ আহি অৱনত মস্তকে প্ৰণাম কৰিলে; তাৰ পাছত নিবেদন কৰিলে যে মই সীতাক দেখা পাই আহিছোঁ। মই দেখিলোঁ স্বামীয়েই তেওঁৰ একমাত্ৰ ধ্যান, একমাত্ৰ চিন্তা। তেওঁ নিৰন্তৰ স্বামীৰ কথাকেই চিন্তা কৰি কাল কটাব ধৰিছে আৰু তেওঁ স্বভাৱ চৰিত্ৰৰ পৱিত্ৰতা ৰক্ষা কৰি শাৰীৰিক কুশলে আছে।

হনুমানে সীতাক দেখা পাইছে এই কথা শুনি ৰাম আৰু লক্ষ্মণ উভয়ে বৰ আনন্দিত হ'ল আৰু উভয়ে এক প্ৰশংসা আৰ সম্ভ্ৰমৰ দৃষ্টিৰে হনুমানৰ ফালে চাই হনুমানক নিৰীক্ষণ কৰিবলৈ ধৰিলে।

তাৰ পাছত হনুমানে সকলো বৃত্তান্ত বিতংকৈ কবলৈ ধৰিলে। ৰাৱণে সীতাক কেনেকৈ অন্তঃপুৰত অশোকবনত অৱৰুদ্ধ কৰি ৰাখিছে আৰু ৰাৱণে সীতাৰপৰা যে কোনো প্ৰশ্ৰয় পোৱা নাই সেই কথাৰ বিৱৰণ দিলে। ৰাৱণে সীতাক সাক্ষাৎ কৰি তীব্ৰ ভৰ্ৎসনা পোৱা দৃশ্য এটি হনুমানে আঁৰত থাকি স্বচক্ষে কেনেকৈ দেখা পাইছে আৰু ৰাৱণ অতিশয় ক্ৰুদ্ধ হৈ ৰাক্ষসীবিলাকক অনুনয় বিনয়েৰে হওক বা তৰ্জ্জন-গৰ্জ্জন কৰিয়েই হওক সীতাৰ মন জয় কৰিব লাগে এনে আদেশ ৰাৱণে দিয়াও হনুমানে নিজৰ কাণেৰে শুনিছোঁ বুলি ক'লে।

তথাপি ৰামচন্দ্ৰই সীতাৰ চৰিত্ৰ পৱিত্ৰ হৈ আছে "বৈদেহীমক্ষতাং শ্ৰুত্বা" আৰু সীতা শাৰীৰিক ভালে আছে বুলি শুনি হনুমানক পুনঃ প্ৰশ্ন কৰিলে—সীতা ক'ত আছে? তেওঁ মোৰ কথা কি কৈছে? "ক্ব সীতা বৰ্ত্ততে দেৱী কথং চ ময়ি বৰ্ত্ততে"—মোৰ প্ৰতি তেওঁৰ ভাব কেনে আছে বুজিলা?

হনুমানে উত্তৰ দিছে—তেওঁ স্বামীগত প্ৰাণা হৈ আছে আৰু এমাহৰ ভিতৰত ৰাৱণক বধ কৰি তেওঁক উদ্ধাৰ কৰিবলৈ কৈ পঠিয়াইছে। মই যে সীতাদেৱীক দেখা পাইছোঁ—তাৰ প্ৰমাণ স্বৰূপে এই স্বয়ং—উজ্জ্বল সোণ খটোৱা এই মণিটো দি পঠিয়াইছে— লওক।

লৈয়োক গোঁসাই হেৰা চিনিয়ো আপুনি।
মোৰে বা বুলিবিকে এহি গোঁসানীৰ মণি।

হনুমানে কৈছে মই ৰাৱণৰ অন্তঃপুৰত প্ৰৱেশ কৰি দেৱীক দৰ্শন কৰি আহিছোঁ। তেওঁ তাত অৱৰুদ্ধা হৈ আছে। ৰাক্ষসীবিলাকে তেওঁক বেৰি আছে। সিহঁতে তেওঁক বাৰংবাৰ তাড়না কৰি আছে। তেওঁ ভূমিত শয়ন কৰি ব্যাকুল ভাৱে অনৱৰত আপোনাৰ চিন্তাত নিমগ্ন হৈ আছে। শীত কালৰ পদুম ফুলৰ দৰে নিতান্ত বিবৰ্ণা হৈ গৈছে। আপোনাতে চিত্ত বৃত্তি অৰ্পিত কৰি মৰণত কৃত নিশ্চয় হৈছে। ৰাৱণে তেওঁৰ পৰা কোনো প্ৰশ্ৰয় পোৱা নাই। মহাত্মন্! হনুমানে পুনঃ কৈছে—তেওঁ প্ৰথমতে মোক বিশ্বাস কৰা নাছিল। তেওঁ মোক মায়াবী ৰাৱণ নাইবা আন কোনো ৰাক্ষস বুলি ভাবিছিল; তাৰ পাছত মই ইক্ষ্বাকু বংশৰ যশ খ্যাতিৰ বিষয়ে বৰ্ণনা কৰাত বিশ্বাস কৰিলে আৰু মোৰ লগত আদৰ-সম্ভাষণেৰে কথা পাতিলে। তেওঁ মোৰ মুখত আপোনাৰ আৰু সুগ্ৰীৱৰ পৰস্পৰ বন্ধুত্বৰ কথা শুনি সন্তুষ্ট হৈছে। আপোনাৰ প্ৰতি তেওঁৰ ঐকান্তিক ভক্তি আছে আৰু তেওঁৰ পাতিব্ৰত্যও অবিচলিত আছে। তেওঁ অভিজ্ঞান স্বৰূপে এই মণি মোক দি ক'লে—হে বায়ুপুত্ৰ! তুমি চিত্ৰকূট আশ্ৰমৰ সেই কাক সম্বন্ধীয় ঘটনা সোঁৱৰাই দি ইয়াত যি যি দেখিলা সকলো ঘটনা ৰামচন্দ্ৰৰ ওচৰত বৰ্ণনা কৰিবা আৰু সুগ্ৰীৱৰ সাক্ষাতত এই কাঞ্চন মণি দি ক'বা যে মই অতি যত্নে এই চূড়ামণি ৰক্ষা কৰি আছোঁ। তেওঁ যে মোক মনঃ শিলাৰ ফোঁট দিছিল সেই কথাও মনত পেলাবলৈ কবা। তেওঁ যে তোমাৰ হাতত মোলৈ এই আঙঠি পঠিয়াই দিছে, সেই আঙঠিৰ স্বৰূপ চাই চাই মই অতুল আনন্দ লাভ কৰিম। তাৰ পাছত তেওঁ আপোনাক সম্বোধন কৰি কৈছে—হে দশৰথ নন্দন! মই ৰাক্ষসবিলাকৰ হাতত বন্দিনী হৈছোঁ। মই আৰু এক মাহ মাথোন জীৱন ধাৰণ কৰি থাকিম। এক মাহ পাৰ হলে মই কোনোমতেই বাঁচি নাথাকোঁ। ৰাৱণৰ অন্তঃপুৰত অৱৰুদ্ধা কৃশাঙ্গী জানকী দেৱীয়ে হৰিণীৰ দৰে উৎফুল্লা নয়না হৈ মোক এইদৰে কৈছে। হে ৰাঘৱ! মই যিখিনি সংবাদ সংগ্ৰহ কৰিব পাৰিছোঁ সেই সমস্তই আপোনাৰ ওচৰত ব্যক্ত কৰিলোঁ। এতিয়া সাগৰ পাৰ হৈ সীতাক উদ্ধাৰৰ উপায় বিধান কৰক।

## ৰামচন্দ্ৰৰ শোক আৰু ৰোদন ঃ

হনুমানে এইদৰে সীতাৰ সংবাদ দিয়াৰ পাছত দশৰথপুত্ৰ ৰামচন্দ্ৰই হনুমানে সীতাৰ পৰা আনি দিয়া মণি হৃদয়ত ধাৰণ কৰি লক্ষ্মণৰ লগত ৰোদন কৰিব ধৰিলে। সেই উৎকৃষ্টতম মণি দেখি ৰাঘৱ শোকাকুল হৈ অশ্ৰুপূৰ্ণ লোচনেৰে সুগ্ৰীৱক কবলৈ ধৰিলে—ক্ষীৰৱতী গাইৰ যেনেকৈ দামুৰী দেখিলে ওহাৰৰ গাখীৰ স্নেহবশতঃ আপোনা আপুনি ক্ষৰণ হবলৈ ধৰে, এই শ্ৰেষ্ঠ মণি দেখি মোৰ হৃদয়ো সেইদৰে বিগলিত হবলৈ ধৰিছে। মোৰ শহুৰ ৰজা জনকে বিয়াৰ সময়ত সীতাক এই মণি দান কৰিছিল আৰু সীতাই এই মণি যাতে বেছি

শোভনীয় হৈ উঠে সেইবাবে নিজৰ মূৰত পিন্ধিছিল। ৰজা জনকৰ যজ্ঞানুষ্ঠানত সন্তুষ্ট হৈ দেৱৰাজ ইন্দ্ৰই এই মণি তেওঁক দিছিল। এই মণি সমুদ্ৰ সম্ভূত আৰু দেৱ পূজিত। হে সৌম্য সুগ্ৰীৱ! আজি এই মণি দেখা পাই মোৰ পিতাৰ আৰু মোৰ শহুৰৰ ৰূপ মোৰ মনত উদয় হৈছে। হে ঈশ্বৰ! এই মণিয়ে মোৰ প্ৰিয়তমা সীতাৰ মস্তকত শোভা পাইছিল। আজি এই মণি দেখা পাই মোৰ মনত এনে হে অনুভূতি আহিছে যে মই যেন মোৰ প্ৰিয়াক পাইছোঁ। হে সৌম্য হনুমান! সেই বিদেহ দুহিতা সীতাই মোক কি কৈছে—সেই কথা তুমি পুনৰায় বৰ্ণনা কৰা। হে ভাই লক্ষ্মণ! আজি সীতাৰ অনুপস্থিতিত অকলে মই এই মণি চাবলগীয়া হ'ল ইয়াতকৈ দুঃখৰ বিষয় আৰু কি আছে? জানকী যদি আৰু এমাহ জীয়াই থাকে তেন্তে কব লাগিব যে তেওঁ দীৰ্ঘকাল জীয়াই থাকিব; কিন্তু মই সেই পদ্মনয়না সীতাক নেদেখি সীতাৰ বিৰহত ক্ষণকালো প্ৰাণ ধাৰণ কৰি থাকিব নোৱাৰিম। হনুমান্! মোৰ প্ৰাণপ্ৰিয়া সীতাক তুমি যি ঠাইত দেখিছা, মোকো সেই ঠাইলৈ লৈ বলা। খবৰ পোৱা গৈছে যেতিয়া মই ক্ষণ কালো ৰৈ থাকিব নোৱাৰা হৈছোঁ। চাৰু নিতম্বিনী সীতা ভীষণাকৃতি আৰু নিষ্ঠুৰ ৰাক্ষসবিলাকৰ পৰা ভীতা হৈ কেনেকৈ সিহঁতৰ মাজত আছে? শৰৎকালৰ চন্দ্ৰই অন্ধকাৰ মুক্ত হৈও মেঘাবৃত হোৱা কাৰণে শোভা নাপায়, সেইদৰে সীতাৰ বদন মণ্ডলেও নিশ্চয় শোভা পোৱা নাই। হে হনুমান সীতাই কি কৈছে, তুমি মোৰ ওচৰত সেই কথা যথাযথ বৰ্ণনা কৰা। পীড়িত ব্যক্তিয়ে ঔষধ সেৱন কৰি যেনেকৈ জীৱন লাভ কৰে, ময়ো সেই কথা শুনি জীৱন লাভ কৰিম। মোৰ সেই প্ৰাণপ্ৰিয়া সৰ্বাঙ্গসুন্দৰী মধুৰভাষিনী সৌম্যমূৰ্ত্তি সীতাই মোৰ বিৰহত দুঃখিতা হৈ মোক কি কৈ পঠিয়াইছে সেইটো বৰ্ণনা কৰা। অসহ্য দুঃখ ভোগ কৰি জানকী বা বাচি আছে কেনেকৈ?

বনগছ লৰন্তে এতেকে ডৰে মৰে।
ৰাক্ষসীৰ মাজত কেমনে প্ৰাণে ধৰে।।

ৰামচন্দ্ৰৰ কথা শুনি হনুমানে পুনৰায় বিস্তৃতভাৱে সকলো কথা বৰ্ণনা কৰিলে আৰু ক'লে যে সীতাদেৱীয়ে শেষত ক'লে যে তুমি দশৰথ নন্দনক ক'বা তেওঁ যেন অতি শীঘ্ৰে সমৰত ৰাৱণক নিহত কৰি মোক উদ্ধাৰ কৰে।

প্ৰভুৰ আগত বাপু কহিবি সকলে।
যেন দুখ আছোঁ বৃক্ষ শিংশপাৰ তলে।।
ৰাক্ষসিনী লোকে মোক পৰাভৱ কৰে।
আমাক দণ্ডিব এই মাসেক অন্তৰে।।
এবেক দিনৰ দুখ সহন নাযাই।
তথাপিতো থাকিব মাসেক বাট চাই।।
মাসন্তে যে যেবে তথাপিতো নিজ স্বামী।
আত্মঘাত কৰি তেবে মৰিবোহোঁ আমি।।

# ৰামৰ যুদ্ধ যাত্ৰা

সীতাক উদ্ধাৰ কৰিবলৈ হ'লে ৰাৱণৰ লগত যুদ্ধ কৰিব লাগিব আৰু এমাহৰ ভিতৰত ৰাৱণক বধ কৰিব লাগিব। নহলে সীতাক হয়তো জীৱিত অৱস্থাত পোৱা নাযাব। ৰাৱণৰ লগত যুদ্ধ কৰিবলৈ লঙ্কালৈ যাব লাগিব সৈন্য সামন্ত লৈ। বানৰ ৰাজ সুগ্ৰীৱৰ অলেখ বানৰ সেনা আৰু যোদ্ধা বীৰ আছে সঁচা; কিন্তু এওঁলোকক সমুদ্ৰ পাৰ কৰি লঙ্কালৈ লৈ যোৱা যায় কেনেকৈ? নিজেও বা ৰাম লক্ষ্মণ যায় কেনেকৈ? এই সমস্যাৰ সমাধান প্ৰথমতে আৱশ্যক হৈছে।

ৰামচন্দ্ৰই হনুমানক ক'লে—সমুদ্ৰ অতিশয় দুৰ্লঙ্ঘ্য। বানৰ সেনা কেনেকৈ ইয়াৰ অপৰ পাৰত উপস্থিত হ'ব? তুমিতো সীতাৰ অনুসন্ধান কৰি আহিলা—এতিয়া সমুদ্ৰ লঙ্ঘনৰ উপায় কি? সুগ্ৰীৱক ক'লে সখি। সীতা অন্বেষণৰ সাৰ্থকতা হ'ল সঁচা, কিন্তু সমুদ্ৰৰ কথা শুনি মোৰ অন্তঃকৰণ উদাস হৈছে। পৰন্তপ ৰামচন্দ্ৰ এই কথা কৈ শোক-সন্তপ্ত আৰু চিন্তা পৰায়ণ হৈছে।

এতিয়া সুগ্ৰীৱে ৰামক সান্ত্বনা দিছে। হে ৰাঘৱ! দেৱী বৈদেহীৰ যেতিয়া অনুসন্ধান পোৱা গৈছে, যেতিয়া বিপক্ষ পুৰীৰ দৰ্শন ঘটিছে তেতিয়া শোকৰ প্ৰয়োজন কি? আপুনি বুদ্ধিমান, প্ৰাজ্ঞ আৰু শাস্ত্ৰবেত্তা। আপোনাৰ বুদ্ধিভ্ৰংশ হোৱাৰ সম্ভাৱনা কিয়? উপস্থিত চিত্তচাঞ্চল্য পৰিত্যাগ কৰক। জানিব আমি সমুদ্ৰ পাৰ হৈ লঙ্কাপুৰীত নিশ্চয় প্ৰৱেশ কৰিম। আপোনাৰ শত্ৰুক উপযুক্ত শিক্ষা দিম। আপুনি অৱসাদগ্ৰস্ত নহব। অৱসন্নতাই পুৰুষৰ বলবীৰ্য্য ক্ষয় কৰে। আপুনি এজন অপ্ৰতিদ্বন্দ্বী বীৰ; আপোনাৰ আগত কোনো ধনুৰ্দ্ধাৰী বীৰ তিষ্ঠিব নোৱাৰিব। আপুনি বানৰ সৈন্যবিলাকক কাৰ্য্যভাৰ সমৰ্পণ কৰক। সমুদ্ৰ পাৰ হব পাৰিলেই কাৰ্য্য উদ্ধাৰ হব। বানৰ সেনাবিলাকে শিল আৰু বৃক্ষাদি নিক্ষেপৰ দ্বাৰাই যুদ্ধ জয় কৰিব। কি উপায়ে সমুদ্ৰ পাৰ হোৱা যায় সেই উপায় উদ্ভাৱন কৰক।

সুগ্ৰীৱৰ কথাত ৰামচন্দ্ৰ উৎসাহিত হ'ল। সমুদ্ৰ পাৰ হোৱাৰ শক্তি আৰু উপায় ৰামচন্দ্ৰই নিজৰ মনৰ ভিতৰতে যেন বিচাৰি পাইছে। সেইবাবে হনুমানক পুনৰ্ব্বাৰ ক'লে—বীৰবৰ। মই মোৰ তপস্যা শক্তিৰ বলতেই হওক বা সেতু বন্ধন কৰিয়েই হওক নাইবা সমুদ্ৰ শোষণ কৰিয়েই হওক যিকোনো প্ৰকাৰে সমুদ্ৰ পাৰ হব পাৰিম; কিন্তু শত্ৰুৰ বলাবল বিবেচনা কৰা আৱশ্যক। তুমি কোৱাচোন লঙ্কাপুৰীত কিমান দুৰ্গম দুৰ্গ আছে আৰু ৰাৱণৰ সৈন্য সংখ্যা কিমান হব পাৰে? লঙ্কাৰ দ্বাৰদেশ দুষ্প্ৰৱেশ্য হয় নে নহয়? দ্বাৰদেশ ৰক্ষাৰ নিয়ম কি আৰু গৃহবোৰ কেনেদৰে সন্নিবেশিত। তুমি নিজৰ চকুৰে যেনে দেখিছা তাকে বৰ্ণনা কৰা।

পৱন নন্দন হনুমানে ৰামৰ আদেশত পুনৰায় কবলৈ ধৰিলে লঙ্কা নগৰীত সকলো অধিবাসীয়ে প্ৰসন্নমনে বাস কৰে। মত্ত হস্তী সৰ্বত্ৰ বিৰাজমান। নানা স্থানত ৰথবিলাক সুশোভিত হৈ থাকে। ৰাক্ষসবিলাকে সদায় পুৰী ৰক্ষণাবেক্ষণ কৰে। পুৰীত বহু অশ্ব আছে। সেই অশ্ববিলাক অতিশয় দুষ্প্ৰধৰ্ষ। পুৰীৰ দ্বাৰবিলাকত দৃঢ় কপাট আৰু অৰ্গল আছে। পুৰীৰ চাৰিওফালে চাৰিটা দ্বাৰ। সেই দ্বাৰত বৃহৎ বৃহৎ প্ৰস্তৰসমূহ আছে, শৰ আৰু যন্ত্ৰাদি সংগৃহীত হৈ আছে। যন্ত্ৰ আৰু শৰবিলাক এনেদৰে সজোৱা আছে যে শত্ৰু উপস্থিত হোৱা মাত্ৰকে বিতাড়িত হৈ যায়। দ্বাৰদেশত শ শ সুতীক্ষ্ণ লৌহময় শতঘ্নী অস্ত্ৰ প্ৰতিষ্ঠিত হৈ আছে। লঙ্কাপুৰীৰ চাৰিওফাল সোণৰ দেৱালেৰে বেষ্টন কৰা আছে। সেই দেৱালৰ মাজখণ্ড ৰত্ন, মণি, বিদ্ৰুম, বৈদূৰ্য্য আৰু মুক্তামালাৰে খচিত। দেৱালৰ পাছত এটা ভয়ানক পৰিখা আছে। সেই পৰিখা অতি দ। তাত কুম্ভীৰ আৰু ঘৰিয়াল আছে। মাছো অপৰ্য্যাপ্ত আছে। প্ৰত্যেক দ্বাৰতে যন্ত্ৰ লগোৱা একোটি সেতু আছে। বিপক্ষৰ লোক উপস্থিত হ'লে সেই যন্ত্ৰৰ দ্বাৰা সেই সেতু ৰক্ষিত হয়। সেই যন্ত্ৰৰ সহায়ত শত্ৰু সৈন্য পৰিখাত নিক্ষিপ্ত হয়। সেই সেতু কেইটিৰ ভিতৰত এটা সেতু সকলোতকৈ সুদৃঢ়। সেই সেতুত আকৌ অসংখ্য সোণৰ স্তম্ভ আছে আৰু অসংখ্য বেদিকাৰে সেই সেতু পৰিশোভিত। হে ৰঘুনন্দন! ৰক্ষোৰাজ যুদ্ধাৰ্থী সঁচা; কিন্তু তেওঁৰ প্ৰকৃতি অতি ধীৰ। তেওঁ সৰ্ব্বদায় স্বচক্ষে নিজৰ সৈন্যবল পৰ্য্যবেক্ষণ কৰে। ৰাক্ষসৰাজৰ ৰাজধানী পৰ্বতৰ ওপৰত প্ৰতিষ্ঠিত। নিৰবলম্বভাৱে তাত উঠিব লাগে। সেই ৰাজধানী দেৱতাসকলৰ দুৰ্গৰ দৰে অতি দুৰ্গম। তাত নদীদুৰ্গ, গিৰিদুৰ্গ, আৰু চাৰিপ্ৰকাৰ কৃত্ৰিম দুৰ্গ আছে। দূৰৈত সমুদ্ৰৰ পাৰত এই ৰাজধানী প্ৰতিষ্ঠিত। সমুদ্ৰত নৌকাৰ গতিবিধি নাই। ইয়াৰ চাৰিওফালে সমুদ্ৰ। এই ৰাজধানীৰ চাৰিওফালৰ উদ্দেশ্যে পোৱা নাযায়, লক্ষ্যও কৰিব নোৱাৰি। ইয়াত হাতী আৰু ঘোঁৰা সদায় থাকে। ইয়াত শ শ পৰিখা; অসংখ্য যন্ত্ৰ আৰু শতঘ্নী অস্ত্ৰ যন্নিবিষ্ট হৈ আছে। এই ৰাজধানীৰ পূব দুৱাৰ এক অযুত ৰাক্ষসে ৰক্ষা কৰে। এই ৰাক্ষসবিলাকৰ প্ৰত্যেকৰ হাতত একোখন চোকা খড়্গা। ইহঁত যুদ্ধ বিদ্যাত অতিশয় পাৰদৰ্শী আৰু দুষ্প্ৰধৰ্ষ। দক্ষিণ দুৱাৰ এক নিযুত নিশাচৰে ৰক্ষা কৰে। সিহঁতৰ লগত চতুৰঙ্গিনী সেনা থাকে। সিহঁত সকলোৱে ৰণদুৰ্মদ। পশ্চিম দ্বাৰত দহকোটি সৈন্য ৰক্ষক হৈ আছে। প্ৰত্যেকৰ হাতত চৰ্ম আৰু খড়্গা আছে আৰু সকলোৱে অস্ত্ৰবিদ্যাত পাৰদৰ্শী। এইদৰে এক অৰ্বুদ ৰাক্ষসে উত্তৰ দুৱাৰ ৰক্ষা কৰে। সিহঁতে ৰথাৰোহন আৰু অশ্বাৰোহন কৰি বীৰ সজ্জাত দণ্ডায়মান হৈ থাকে। লঙ্কাপুৰীৰ মধ্যভাগকো অসংখ্য ৰথী আৰু অশ্বাৰোহী সৈন্যই ৰক্ষা কৰি আছে। এওঁলোক ৰাৱণৰ অনুচৰ আৰু বীৰৰ কুলত এওঁলোকৰ জন্ম।

মই লঙ্কাপুৰীৰ সেতুবোৰ ভগ্ন কৰি থৈ আহিছোঁ; প্ৰাচীৰ আৰু পৰিখা

বিলাকো ধ্বংস কৰি আহিছোঁ। সম্পূৰ্ণ লঙ্কাপুৰী দগ্ধ কৰি আহিছোঁ। এতিয়া যি কোনো উপায়েৰে সমুদ্ৰ পাৰ হ'ব পাৰিলে, মোৰ বিশ্বাস, বানৰ সৈন্যই লঙ্কা জয় কৰিব পাৰিব। অধিক সৈন্যৰ কথা নকওঁৱেই, অঙ্গদ, দ্বিবিদ, মৈন্দ, জাম্বৱান, পনস, নল আৰু নীল এই কেইজনৰ দ্বাৰাই কাৰ্য্যসিদ্ধি হ'ব। পৰ্ব্বত কানন বিশোভিত আৰু তোৰণ দ্বাৰ ভূষিত লঙ্কাপুৰী ইহঁতে ছিন্ন ভিন্ন কৰি পেলাব। সেইবাবে এই মুহূৰ্ত্ততে যুদ্ধ যাত্ৰা কৰা উচিত।

**যুদ্ধযাত্ৰা ঃ**

হনুমানৰ যুদ্ধযাত্ৰাৰ প্ৰস্তাৱ শুনি শ্ৰীৰামচন্দ্ৰই সিদিনাৰ দিনক্ষণ শুভ নে অশুভ মনে মনে বিচাৰ কৰি ক'লে—সুগ্ৰীৱ! আজি উত্তৰ ফাল্গুনী নক্ষত্ৰ শুভ। কাইলৈ হস্তা নক্ষত্ৰৰ লগত চন্দ্ৰৰ সংযোগ ঘটিব, গতিকে এই মুহূৰ্ত্ততে আমি যুদ্ধৰ বাবে যাত্ৰা কৰা উচিত। মই চাৰিওফালে শুভ লক্ষণসমূহ দেখা পাইছোঁ। বোধ হৈছে যে যুদ্ধত ৰাৱণক বিনষ্ট কৰি সীতাক উদ্ধাৰ কৰিব পাৰিম। মোৰ চকুৰ উপৰিভাগ স্পন্দিত হ'ব ধৰিছে। এই স্পন্দনে বুজাইছে যে মোৰ জয়শ্ৰী সমাগতা।

মহাবীৰ লক্ষ্মণ আৰু সুগ্ৰীৱে এই প্ৰস্তাৱত সমৰ্থন দিলে। ৰামচন্দ্ৰই তেতিয়া নিৰ্দ্দেশ দিলে যে নীলে বলৱান বানৰ সৈন্য লৈ পথ পৰীক্ষাৰ বাবে আগে আগে গৈ থাকক। নীলক ক'লে তুমি যি পথেৰে গ'লে ফলমূল সুলভ আৰু সহজলভ্য, যি পথেৰে নিৰ্মল পানী পোৱা যায় আৰু যি পথেৰে মৌ পোৱা যায়, সেই পথেদি সৈন্যবিলাকক পৰিচালিত কৰা। বিপক্ষৰ লোকে বিষ দি গন্তব্য পথৰ ফলমূলাদিত বিষ সংযোগ কৰিব পাৰে, সেই বিষয়ে সদায় সাৱধান হৈ সৈন্যবিলাকক ৰক্ষা কৰিবা। বানৰ সৈন্যবিলাক নিবিড় অৰণ্যত প্ৰৱেশ কৰি বিপক্ষৰ গুপ্ত সৈন্যৰ সন্ধান কৰি আগবাঢ়িব। যি বিলাকৰ তেনে সামৰ্থ্য নাই, সেইবিলাক সৈন্য ইয়াতে থাকক। গৱয় আৰু গৱাক্ষ আগে আগে যাওক; কাৰণ সিহঁত বলৱান আৰু মত্তমাতঙ্গসদৃশ। বানৰ শ্ৰেষ্ঠ ঋষভ সৈন্যবিলাকৰ সোঁফালে আৰু দুৰ্দ্ধৰ্ষ গন্ধমাদনে বাওঁফালে ৰক্ষা কৰি আগবাঢ়ক। মই সৈন্যবিলাকক উৎসাহ দিবৰ কাৰণে হনুমানৰ কান্ধত উঠি ইন্দ্ৰই ঐৰাৱতত উঠি যোৱাৰ দৰে গৈ থাকিম। লক্ষ্মণো ধনাধিপতি কুবেৰৰ দৰে অঙ্গদৰ কান্ধত উঠি যাব। মহাবাহু জাম্বৱান, সুষেণ আৰু বেগদৰ্শীয়ে সৈন্যবিলাকৰ পৃষ্ঠৰক্ষক হৈ যাব। তেওঁলোকৰ আগত সুগ্ৰীৱ থাকিব। সকলো সৈন্যৰ সেনাপতি হৈ নীলে পথ প্ৰদৰ্শন কৰি যাব। এইদৰে প্ৰধান বানৰ বিলাকক ৰামচন্দ্ৰই কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰি দিলে।

ৰামচন্দ্ৰৰ কথা শুনি সৰ্বাধ্যক্ষ সেনাপতি সুগ্ৰীৱে বানৰ সৈন্যবিলাকক যুদ্ধ যাত্ৰা কৰিবলৈ অনুমতি দিলে। সেই অনুসাৰে সকলো সৈন্য যাত্ৰা কৰি মহা উৎসৱ আৰু পৰোত্তৱেৰে যাবলৈ ধৰিলে। ক্ৰমে ক্ৰমে ৰামচন্দ্ৰ সৈন্য সমাভি—

ব্যাহাৰে মলয় পৰ্বত অতিক্ৰম কৰি মহেন্দ্ৰাচলত উপস্থিত হ'ল। মহেন্দ্ৰ পৰ্বতত উঠি ৰামচন্দ্ৰই মহাসমুদ্ৰ দেখা পালে। সেই পৰ্বতৰ পৰা নামি ৰামচন্দ্ৰই সুগ্ৰীৱক ক'লে—হে বন্ধু! আমি সমুদ্ৰৰ উপকূলত উপস্থিত হৈছোঁ। এই বিশাল সমুদ্ৰৰ অপৰ পাৰ দেখা নাযায়। বিশিষ্ট উপায় ব্যতিৰেকে এই সমুদ্ৰ উত্তীৰ্ণ হোৱা সহজ কথা নহয়। মোৰ বিবেচনামতে বানৰ সৈন্যবিলাক ইয়াত সমাবেশিত হোৱা কৰ্ত্তব্য। এতিয়া সমুদ্ৰ কেনেকৈ পাৰ হোৱা যায় তাৰ উপায় স্থিৰ কৰিব লাগিব।

ইতিমধ্যে সেনাপতি নীলে সমুদ্ৰৰ উত্তৰপাৰত সুপ্ৰণালীবদ্ধভাৱে সৈন্যবিলাকক সমাবেশিত কৰিব ধৰিছে। মন্দ আৰু দ্বিবিদ নামৰ বীৰ্য্যবান বানৰ দুজন সৈন্য ৰক্ষাৰ বাবে চাৰিউফালে ভ্ৰমণ কৰিব ধৰিলে। সৈন্যবিলাকক সমাবেশিত কৰা দেখি ৰামচন্দ্ৰই লক্ষ্মণক কবলৈ ধৰিলে, ভাই লক্ষ্মণ। কাল অতীত হ'লে ক্ৰমে শোক পাহৰা যায় কিন্তু মোৰ বিৰহ শোক বাঢ়িহে যাব ধৰিছে। বৰ্ত্তমান মোৰ দুখৰ কাৰণ এয়ে যে যিমানে দিন যাব ধৰিছে, সিমানে সীতাৰ জীৱন হ্ৰাস হৈ আহিব ধৰিছে। মই যে মোৰ প্ৰিয়া সীতাৰ লগত একেখন পৃথিৱীতে বাস কৰি আছোঁ এইটোৱে মোৰ প্ৰবোধৰ কাৰণ আৰু এই বাবেই মই জীৱন-ধাৰণ কৰি আছোঁ। ৰামচন্দ্ৰই এইদৰে বহু বিলাপ কৰিলে আৰু ইফালে ক্ৰমে সন্ধ্যা হৈ আহিল।

## লঙ্কাত ৰাৱণৰ মন্ত্ৰণা সভা ঃ

ৰাক্ষসেন্দ্ৰ ৰাৱণে ইন্দ্ৰৰ দৰে হনুমানে ভয়াবহ কাৰ্য্য সম্পাদন কৰি যোৱা দেখি লাজতে তলমূৰ হৈ ৰাক্ষসসকলক ক'লে—দুৰাচাৰ বানৰ হনুমানে দুৰ্গম লঙ্কাপুৰত প্ৰৱেশ কৰি জানকীক দেখা পাই গৈছে। আমাকো যথেষ্ট অৱমাননা কৰি গ'ল। সি যজ্ঞস্থান আৰু প্ৰাসাদ চূৰ্ণ কৰি গৈছে। বলৱান্ ৰাক্ষসসকলক নিহত কৰি গৈছে। এতিয়া কি কৰা যায়? যিটো কৰা আমাৰ পক্ষে উচিত আৰু প্ৰশংসনীয় এই ৰূপ মন্ত্ৰণা অৱধাৰণ কৰা। তেতিয়া ৰাক্ষসবিলাকে ক'লে যে জয়লাভ সুমন্ত্ৰণাৰ বলতহে হয় বুলি পণ্ডিতসকলে কয়। সেইবাবে আমি মন্ত্ৰণাত প্ৰবৃত্ত হোৱা উচিত, কাৰণ সময় আৰু ক্ষেত্ৰ বিশেষে অধিক লোকক মন্ত্ৰণাৰ ভিতৰত লোৱা হ'ব পাৰে। যিজন ব্যক্তিয়ে উমৈহতীয়া স্বাৰ্থ থকা আত্মীয়সকলৰ লগত মন্ত্ৰণা কৰি কাৰ্য্য কৰে আৰু দৈৱৰ ওপৰত নিৰ্ভৰ কৰি নিজে নিজে কাৰ্য্যত অগ্ৰসৰ হয়, তেওঁ মধ্যম পুৰুষ।(১) যিজন ব্যক্তিয়ে কাৰ্য্যৰ দোষগুণ বিচাৰ নকৰি

(১) মিত্ৰৈৰ্বাপি সমানাৰ্থৈ বান্ধৱৈৰপি বাধিকৈঃ।৭
সহিতো মন্ত্ৰয়িত্বা যঃ কৰ্মাৰম্ভান্ প্ৰবৰ্ত্তয়েৎ।
দৈৱে চ কুৰুতে যত্নং তমাহু পুৰুষোত্তমম্।।৮।।
একোহৰ্থে বিমৃশেদেকো ধৰ্মে প্ৰকুৰুতে মনঃ।
একঃ কাৰ্য্যানি কুৰুতে তমাহ মধ্যমং নৰমং।।৯।।

আৰু দৈৱক নিৰ্ভৰ কৰি 'কৰিম বুলি' নিশ্চেষ্ট হয় তেওঁ অধম পুৰুষ বুলি গণ্য হয়।[২] যি মন্ত্ৰণাত সকলোৱে এক মতাৱলম্বী হৈ নীতি শাস্ত্ৰনুসাৰে চলে, সেয়ে উত্তম মন্ত্ৰণা। যি মন্ত্ৰণাত বিভিন্ন মত প্ৰৱৰ্ত্তিত হয় আৰু তাৰ বিচাৰ হয় আৰু কাৰ্য্যকালত এক মত হোৱা দেখা যায় সেয়ে মধ্যম মন্ত্ৰণা। যি মন্ত্ৰণাত বিভিন্ন মতৰ বাদ প্ৰতিবাদ কৰি একমতত উপস্থিত হৈও মঙ্গল সাধন নহয়, সেয়ে অধম মন্ত্ৰণা। হে মন্ত্ৰিসকল! তোমালোক সকলোৱে সুপণ্ডিত, যি কৰ্ত্তব্য আৰু শ্ৰেয় সেইটো একমত হৈ স্থিৰ কৰা। বিবেচনা কৰি চাবা যে ৰাম অসংখ্য বানৰ সৈন্য লৈ লঙ্কা অৱৰোধৰ উদ্দেশ্যে লঙ্কাৰফালে অগ্ৰসৰ হ'ব ধৰিছে। তেওঁ তেওঁৰ অনুজ ভাতৃক লগত লৈ সসৈন্যে সমুদ্ৰ পাৰ হ'ব, ই মোৰ বিশ্বাস। সেই ৰামচন্দ্ৰই বিক্ৰমৰ প্ৰভাৱত সমুদ্ৰ শোষণ কৰিবও পাৰে। মন্ত্ৰিসকল! মোৰ সঙ্কট সময় উপস্থিত হৈছে। যাতে আমাৰ সকলো মঙ্গল হয়, তাৰে উপায় উদ্ভাবন কৰা।

ৰাৱণৰ কথাত মদগৰ্বী ৰাক্ষসসকলে নানা প্ৰকাৰ বীৰত্ব ব্যঞ্জক ভাষণেৰে ৰাৱনক যুদ্ধৰ বাবে উত্তেজিত কৰিব ধৰিলে আৰু তোষামোদকাৰী ৰাক্ষসসকলে ৰাৱণৰ বল-বীৰ্য্যৰ উচ্চপ্ৰশংসা কৰি ৰাৱণক যুদ্ধৰ বাবে সাজু হবলৈ উচটাই দিলে।

## বিভীষণৰ মন্ত্ৰণা ঃ

ৰাৱণৰ কনিষ্ঠ ভাই বিভীষণ আছিল অতি বিজ্ঞ আৰু ধৰ্মপৰায়ণ। তেওঁ অস্ত্ৰধাৰী বীৰ পুৰুষসকলক নিবাৰণ কৰি বহিবলৈ অনুৰোধ কৰি নিজে কৃতাঞ্জলি হৈ এইদৰে ক'লে—ৰাজন্! সাম, দান আৰু ভেদ—এই তিনিপ্ৰকাৰ নীতিৰ দ্বাৰা যেতিয়া কাৰ্য্যসিদ্ধি নহয়, তেতিয়াহে পণ্ডিতসকলে যুদ্ধৰ নিৰ্দ্দেশ দিছে। যি ব্যক্তি স্বেচ্ছাচাৰী আৰু অতি প্ৰমত্ত, যি ব্যক্তি আন কোনো শত্ৰুৰ দ্বাৰা আক্ৰান্ত হৈছে আৰু যি ব্যক্তি দৈৱৰদ্বাৰা বিড়ম্বিত হৈছে, যথাযথ পৰীক্ষা কৰি তেনে ব্যক্তিৰ প্ৰতিহে বিক্ৰম প্ৰকাশ কৰিব লাগে। ৰামচন্দ্ৰ প্ৰমাদগ্ৰস্ত নহয়; তেওঁ ধীৰ আৰু মহাবীৰ। তেওঁ অতিশয় দুৰাধৰ্ষ। হে ৰাক্ষসসকল! তোমালোকে কি কাৰণে তেওঁক আক্ৰমণ কৰিবলৈ উদ্যত হৈছা, বিবেচনা কৰি চোৱা। হনুমান দুস্তৰ সমুদ্ৰ অতিক্ৰম কৰি ইয়ালৈ আহিব সেই কথা কোনে জানিছিল বা তৰ্ক কৰি সিদ্ধান্ত লৈছিল। ৰামৰ বল অপ্ৰমেয় এই কথা নাজানি অৱজ্ঞা কৰা উচিত নহয়। ই বিজ্ঞজনৰ কথা নহয়। ৰামচন্দ্ৰই ৰাক্ষসৰাজৰ কি অপকাৰ কৰিছে? এওঁ বা কিয় তেওঁৰ ভাৰ্য্যাক অপহৰণ কৰি আনিলে? নিশাচৰ খৰে নিজৰ সীমাৰ বাহিৰলৈ

---

(২) গুণ দোষো ন নিশ্চিত্য ত্যক্তা দৈৱ ব্যাপাশ্ৰয়ম্।
কৰিষ্যামিতি যঃ কাৰ্য্যমুপেক্ষেৎ স নৰাধমঃ।।১০

লঙ্কাকাণ্ড—৬ অধ্যায়

গৈ ৰামৰ আশ্ৰমত যি উৎপাত কৰিছিল তাৰ ফল পাইছে, ৰামৰ হাতত মৃত্যু মুখত পতিত হৈছে। ইয়াত ৰামৰ দোষ ক'ত? প্ৰাণীৰ পক্ষে প্ৰাণ ৰক্ষা অৱশ্য কৰ্ত্তব্য। ৰাৱণে যে এই অপৰাধত সীতাক হৰণ কৰি আনিছে ই অত্যন্ত নিন্দনীয় হৈছে। মই পুনঃ পুনঃ কৈছোঁ এই কাৰণেই আমাৰ ঘোৰ সৰ্বনাশ ঘটিব। এতিয়া বিবাদ নকৰি সীতাক প্ৰত্যৰ্পণ কৰা উচিত। ৰামচন্দ্ৰ অতিশয় বীৰ্য্যৱান্ আৰু ধাৰ্মিক। অকাৰণে তেওঁৰ লগত বৈৰিতা কৰাৰ প্ৰয়োজন কি? সি যিয়ে নহওক, হে ৰাজন্! মই অনুৰোধ কৰিছোঁ ৰামৰ সীতাক ৰামক ঘূৰাই দিয়ক। তেতিয়া আমি সকলোৱে সুখ-শান্তিত থাকিব পাৰিম; নহলে লঙ্কাৰ বীৰবিলাক বিনষ্ট হব আৰু লঙ্কা ছাৰখাৰ হৈ যাব।

বিভীষণৰ কথা শুনি ৰাৱন সভা ভঙ্গ কৰি নিজৰ ঘৰলৈ গ'ল। পাছদিনা বিভীষণ ৰাতি প্ৰভাত হোৱা মাত্ৰকে ৰাৱণৰ প্ৰাসাদত উপস্থিত হ'লগৈ আৰু ৰাৱণৰ গৃহত প্ৰৱেশ কৰিলে। প্ৰৱেশ কৰিবৰ সময়ত শুনিবলৈ পালে যে বেদজ্ঞ ৰাক্ষসসকলৰ মুখত দশাননৰ জয়ৰ পুণ্য ঘোষণা উচ্চাৰিত হব ধৰিছে আৰু প্ৰৱেশ কৰি দেখিবলৈ পালে বেদজ্ঞ ব্ৰাহ্মণসকলক ফুল, চন্দন, অক্ষত, দধি আৰু ঘৃত পাত্ৰেৰে পূজা কৰা হৈছে। বিভীষণক প্ৰৱেশ কৰা দেখি অন্যান্য ৰাক্ষসসকলে তেওঁক সমুচিত সন্মান প্ৰদৰ্শন কৰিলে। তেওঁ ক্ৰমে আগবাঢ়ি গৈ অগ্ৰজ ৰাৱণৰ চৰণত প্ৰণাম কৰিলে। ৰজাক তেওঁ সমুচিত সন্মান প্ৰদৰ্শন কৰিলে। ৰজাক তেওঁ সমুচিত সন্মান প্ৰদৰ্শন কৰাত ৰজাই তেওঁক স্বৰ্ণময় আসনত বহিবলৈ ইঙ্গিত দিলে। বিভীষণে আসন গ্ৰহণ কৰি আগে জ্যেষ্ঠৰ মৰ্য্যাদা ৰক্ষা কৰি দেশ কাল পাত্ৰ অনুসাৰে বক্তব্য কৰবলৈ ধৰিলে—"ৰাজন! সীতা দেৱী লঙ্কাত প্ৰৱেশ কৰাৰ পাছৰপৰা বহু প্ৰকাৰ দুৰ্লক্ষণ দেখা গৈছে। যজ্ঞৰ অগ্নিত মন্ত্ৰসহকাৰে আহুতি দিলেও অগ্নিৰ তেজ বৃদ্ধি নাপায়। আনকি আহুতি দিয়াৰ পাছত ধোঁৱা আৰু স্ফুলিঙ্গ উৎপত্তি হয়। আনফালে ৰন্ধনশালা, হোমগৃহ আৰু বেদাধ্যয়ন গৃহত সাপে আৰু অন্যান্য সৰীসৃপে বাঁহ লৈছে। হৱনীয় দ্ৰব্য ঘৃতাদিত পিপঁৰাৰ প্ৰাদুৰ্ভাৱ দেখা যায়। গাভীবিলাক দুগ্ধহীন হৈছে, হাতীবিলাকৰ মদস্ৰাৱ নাই, ঘোঁৰাবিলাকে কুমলীয়া ঘাঁহ পৰিত্যাগ কৰি কেৱল হ্ৰেষা ধ্বনি কৰি থাকে আৰু খৰ, উট আৰু গাধবিলাকে কেৱল চকুৰ পানী পেলাই থাকে। এই পশুবিলাকৰ এনে প্ৰকৃতি বিপৰ্য্যয় ঘটিছে যে চিকিৎসাৰ দ্বাৰাও পূৰ্ব্ব প্ৰকৃতি ঘূৰাই আনিব নোৱাৰি। কাউৰীবিলাকে দলবদ্ধ হৈ কৰ্কস্বৰে চিঞৰি থাকে। শগুণবিলাক সন্তাপিত মনে প্ৰাসাদৰ ওপৰত বহি থাকে। প্ৰাতঃ কাল আৰু সন্ধ্যাকাল শিয়ালবিলাকে অমঙ্গলীয়া ভাৱে 'হোৱা' দিয়ে। মৃগ পহু আৰু হিংস্ৰ জন্তুবিলাকে নগৰৰ তোৰণ দ্বাৰত সহায় বজ্ৰ নিৰ্ঘোষৰ দৰে শব্দ কৰি থাকে। এতিয়া এই বিলাক দুৰ্লক্ষণ যুক্ত অশান্তি নিবাৰণৰ কাৰণে সীতাক ৰামক সমৰ্পণ

কৰাই উচিত। হে ৰাজন্। লোভ আৰু মোহবশতঃ যদি মোৰ মুখৰ পৰা কিবা বিৰুদ্ধ কথা প্ৰকাশ পাইছে মোক মাৰ্জ্জনা কৰিব।

লঙ্কাধিপতি ৰাৱণ বিভীষণৰ কথা শুনি ক্ৰোধত অধীৰ হৈ উঠিল আৰু তাৰ উত্তৰ দিলে—মই তোমাৰ দৰে কেনো বিভীষিকা দেখা নাই। ৰামক জানকীক সমৰ্পণ কৰা মোৰ অভিপ্ৰেত নহয়। ৰামে দেৱতাসকলৰ লগত যুদ্ধ কৰিবলৈ সমৰ্থ হ'লেও মোৰ লগত যুদ্ধ কৰিবলৈ সমৰ্থ নহব। এইবুলি বিভীষণক বিদায় দিলে।

## কুম্ভকৰ্ণ আদিৰ সহিত মন্ত্ৰণা ঃ

বিভীষণক বিদায় দি ৰাৱণে সভাগৃহলৈ প্ৰস্থান কৰিলে। তাত প্ৰহস্ত আৰু কুম্ভকৰ্ণ আদি ৰাক্ষসসকলৰ লগত পৰামৰ্শৰ বাবে উপস্থিত হ'ল। সেই সভাস্থলত বিভীষণো উপস্থিত থাকিল। ৰাজসভাত ৰাৱণে সেনাপতি প্ৰহস্তক সম্বোধন কৰি কবলৈ ধৰিলে—আমি যুদ্ধৰ বাবে সাজু হব লাগিব। তোমা লোকৰ আনুকুল্যত মই লঙ্কাৰ ৰাজপদত অধিষ্ঠিত হৈ আছোঁ। বিপদৰ সময়ত প্ৰিয়, অপ্ৰিয়, সুখ, দুখ লাভ, ক্ষতি, হিত, অহিত এই সমস্ত বিষয়ে তোমালোক বিদিত হোৱা আৰু যথাবিহিত কৰ্ত্তব্য কৰ্ম কৰা তোমালোকৰ উচিত। মহাবল কুম্ভকৰ্ণ ছয়মাহ কাল নিদ্ৰিত হৈ আছিল—সেইবাবে মই তেওঁক ইমানদিনে একো কোৱা নাই, এতিয়া তেওঁ উঠিছে। এই সঙ্কটৰ সময়ত মই তোমালোকৰ সাহায্যপ্ৰাৰ্থী হৈছোঁ। মোৰ কি সঙ্কট হৈছে শুনা।

মই ৰামৰ প্ৰিয় মহিষী সীতাক অপহৰণ কৰি আনিছোঁ। সীতাৰ নিচিনা ৰূপৱতী নাৰী এই ত্ৰিভুৱনত নাই। তেওঁৰ কঁকাল ক্ষীণ, নিতম্ব স্থূল আৰু মুখ মণ্ডল শৰৎকালৰ চন্দ্ৰৰ নিচিনা। দেখিবলৈ স্বৰ্ণ প্ৰতিমা যেন। তেওঁক দেখা মাত্ৰকে মই অনঙ্গশৰত বিদ্ধ হওঁ। তেওঁ বহ্নিশিখাৰ দৰে দীপ্তিমতী আৰু সূৰ্য্য কিৰণৰদৰে প্ৰভাশালিনী। তেওঁ উচ্চ-নাসা আয়ত নয়না আৰু তেওঁৰ মুখ মণ্ডল ৰমণীয়; কিন্তু অলস গামিনী বৰবৰ্ণিনী সীতা কোনোমতে মোৰ শয্যাশায়িনী নহয়। সেই সুন্দৰী সীতাই তেওঁৰ স্বামী ৰামচন্দ্ৰৰ প্ৰতীক্ষাত মোক এবছৰ কাল অপেক্ষা কৰিবলৈ কৈছে। তাতো মই সন্মত হৈছোঁ। এতিয়া মই পথশ্ৰান্ত ঘোঁৰাৰ দৰে কামৰ তাড়নাত অতিশয় অস্থিৰ হৈছোঁ। মই বুজিব পৰা নাই বানৰ সৈন্যলৈ নৰ ৰাম-লক্ষ্মণে কেনেকৈ দুৰ্লঙ্ঘ্য সমুদ্ৰ উত্তীৰ্ণ হব। আনফালে একমাত্ৰ হনুমান বানৰে লঙ্কাত যি মহৎ কাণ্ড ঘটাই গ'ল, ইহঁতৰ কাৰ্য্যগতি কিদৰে বুজা যায়? তোমালোকৰ সহায়তে মই দেৱতাসকলক পৰাজয় কৰিছোঁ—এতিয়াও তোমালোকেই উপায় নিৰ্দ্ধাৰণ কৰা যাতে সীতাক প্ৰত্যৰ্পণ কৰিব নালাগে আৰু ৰাম-লক্ষ্মণক বিনাশ কৰিব পৰা যায়। মই দূতৰ পৰা জানিব পাৰিছোঁ যে জানকীৰ উদ্দেশ্য পাই ৰাজকুমাৰ ৰাম-লক্ষ্মণ সুগ্ৰীৱ প্ৰভৃতি বানৰ বিলাকক

লগত লৈ সমুদ্ৰৰ সিপাৰে উপস্থিত হৈছে। মই জগতত এনে কোনো লোকৰ কথা নাজানো যে বানৰ সৈন্য লৈ সমুদ্ৰ উত্তৰণ কৰি আহি মোক যুদ্ধত পৰাজিত কৰিব পাৰে। যুদ্ধত মোৰ জয় নিঃসন্দেহ তাক মই জানোঁ।

তেতিয়া কুম্ভকৰ্ণই (মধ্যম সহোদৰ) অতিশয় ক্ৰুদ্ধ হৈ কবলৈ ধৰিলে—হে অগ্ৰজ! তুমি যেতিয়া দেখা মাত্ৰকে সীতাক হৰণ কৰি আনিছা, তেনে ক্ষেত্ৰত সেই বিষয়ে বিচাৰৰ সময় অতিক্ৰম হৈ গৈছে; কিন্তু পৰস্ত্ৰী হৰণ তোমাৰ পক্ষে অসদৃশ হৈছে। সীতা হয়তো বা কালক্ৰমত তোমাৰ অনুৰাগিনী হব পাৰে সেইটো বিচাৰ্য্য নহয়। কিন্তু এই কাৰ্য্য কৰিবৰ পূৰ্বে আমাক যদি জনালাহেঁতেন তেতিয়া তাৰ প্ৰতিকাৰৰ সম্ভাৱনা আছিল। তুমি পৰিণাম চিন্তা নকৰি এই মহৎ কাৰ্য্য কৰিছা; তাত ৰামচন্দ্ৰ যে বিষমিশ্ৰিত অন্নৰ দৰে তোমাৰ শৰীৰত প্ৰৱিষ্ট হৈ তোমাক এতিয়াও প্ৰাণে বিনষ্ট কৰা নাই এয়ে তোমাৰ শুভ অদৃষ্ট বুলি কব লাগিব। যি হওক, তুমি যদিও অসদৃশ কাৰ্য্য কৰিছা; তোমাৰ শত্ৰু সংহাৰ কৰি তোমাৰ উদ্বেগ দূৰ কৰিম। মোৰ হাতত ৰামৰ মৃত্যু ঘটিলে সীতা চিৰকালৰ বাবে তোমাৰ বশবৰ্ত্তিনী হব।

অন্যান্য ৰাক্ষসসকলৰ ভিতৰৰপৰা মহাবল মহাপাৰ্শ্বই ৰাৱণক যুদ্ধত উৎসাহিত কৰি কলে যে আমি যুদ্ধত উপস্থিত শত্ৰুক পৰাস্ত আৰু সংহাৰ কৰিম।

কণিষ্ঠ সহোদৰ বিভীষণে কিন্তু ৰাক্ষসেন্দ্ৰ ৰাৱণক হিত উপদেশ দিবলৈ ধৰিলে। ৰাজন্! সীতা কালসৰ্প। সীতাক ৰামক সমৰ্পণ কৰক। নহলে ৰামৰ লগত যুদ্ধ অনিবাৰ্য্য। সেই যুদ্ধত মই, কুম্ভকৰ্ণ, ইন্দ্ৰজিৎ, মহাপাৰ্শ্ব, মহোদৰ, কুম্ভ, নিকুম্ভ আৰু অতিকায় কোনোজনেই ৰামৰ সম্মুখ সমৰত তিষ্ঠিব নোৱাৰিম। আপুনিও ৰামৰ হাতত নিস্তাৰ নাপাব। বিভীষণৰ কথা শুনি প্ৰহস্তই উত্তৰ দিলে ৰামৰ পৰা আমাৰ কোনো ভয় নাই। ৰাম মনুষ্য মাত্ৰ; আমি দেৱতা, যক্ষ, গন্ধৰ্ব্ব কাকো ভয় নকৰোঁ। বিভীষণে প্ৰহস্তৰ এই সগৰ্ব উক্তিৰ প্ৰতিবাদ কৰি কলে যে তোমালোকৰ এই গৰ্ব ধ্বংস হব। ৰামৰ বাণ প্ৰাণান্তকৰ। তোমালোকে কোনেও সেই বাণ সহ্য কৰিবলৈ সমৰ্থ নহবা। মিত্ৰৰূপে তোমালোকেই অমিত্ৰ; তোমালোকৰ পৰামৰ্শতে ৰাক্ষসকুল ধ্বংস হব। ৰক্ষোৰাজ আজি বিপন্ন। তোমালোকে তেওঁক ৰক্ষা কৰা। মোৰ স্পষ্ট কথা এই যে ৰামক তেওঁৰ পত্নী সীতাক ঘূৰাই দিয়া হওক। যি মন্ত্ৰীয়ে আত্মপক্ষ আৰু শত্ৰুপক্ষৰ বলাবল ক্ষতি বৃদ্ধি বিবেচনা কৰি ন্যায্য পৰামৰ্শ দিয়ে তেৱেঁইহে প্ৰকৃত মন্ত্ৰী।

বিভীষণৰ কথাত ৰাৱণপুত্ৰ মহা শক্তিধৰ ইন্দ্ৰজিতে প্ৰতিবাদ কৰিলে। কলে—খুৰা! আপুনি ভীৰুৰদৰে ভীত হৈ কি কথা কৈছে? আমাৰ বংশত আপুনিয়েই একমাত্ৰ বল, বীৰ্য্য, ধৈৰ্য্য আৰু তেজত হীন। আমাৰ বংশৰ যি কোনো এজনে ৰাম-লক্ষ্মণৰ প্ৰাণ বধ কৰিব পাৰিব। আপুনি জানে যে মই

দেৱৰাজ ইন্দ্ৰক বন্দী কৰি থৈ আহিছিলোঁ। মোৰ নিচিনা বীৰে ৰাম-লক্ষ্মণক কিয় ভয় কৰিব? বিভীষণে ইন্দ্ৰজিতৰ এই গৰ্বযুক্ত বাক্যৰ প্ৰতিবাদ কৰি ক'লে—তুমি নিতান্ত বালক। তোমাৰ গাত মন্ত্ৰণা শক্তিৰ পাণ্ডিত্য কেনেকৈ থাকিব? তুমি মোহান্ধ হৈ ৰাৱণ ৰজাৰ এই বিপদ জানিও নিষেধ কৰা নাই। তুমি ৰাৱণৰ পুত্ৰ নামে মাত্ৰ, তুমি পুত্ৰৰূপী গুপ্ত শত্ৰু। তুমিও পিতাৰ সহিত বধ্য হ'বা। তুমি মূঢ়, প্ৰগল্‌ভ, অবিনয়ী, দুৰাত্মা আৰু উগ্ৰপ্ৰকৃতি বালক। বালক কাৰণে অসম সাহসিকতাৰ কথা কৈছা। ৰামৰ প্ৰলয় বহ্নিৰ দৰে উজ্জ্বল অস্ত্ৰসমূহ সহ্য কৰা শক্তি আমাৰ ভিতৰত কাৰো নাই।

হে ৰক্ষোৰাজ! আপুনি সোনকালে সীতাক প্ৰত্যৰ্পণ কৰক। তেতিয়াহে লঙ্কাত সুখেৰে থাকিব পাৰিব।

## ৰাৱণে বিভীষণক কঠোৰ ভৰ্ৎসনা কৰিলে ঃ

ৰাৱণে বিভীষণৰ কথাৰ প্ৰত্যুত্তৰত অতি কঠোৰ বাক্য প্ৰয়োগ কৰিলে—শত্ৰু নাইবা ক্ৰুষ্ট সৰ্পৰ লগত বাস কৰাও বৰং ভাল তথাপি মিত্ৰৰূপী শত্ৰুৰ লগত বাস কৰা উচিত নহয়। জ্ঞাতিয়েই মানুহৰ প্ৰধান শত্ৰু। জ্ঞাতি বিলাকেই কুলৰ গোপন কথা আনৰ আগত প্ৰকাশ কৰে আৰু সেইবাবেই জ্ঞাতিবিলাকেই অশেষ ভয় আৰু কষ্টৰ কাৰণ। গাভীত গব্য, জ্ঞাতিত ভয়, স্ত্ৰীলোকত চাঞ্চল্য আৰু ব্ৰাহ্মণত তপস্যা অৱশ্যে থাকে, কিন্তু বিভীষণ! মই যে অতুল সম্পত্তিৰ অধিকাৰী, ত্ৰিলোক বিজয়ী আৰু ত্ৰিলোক পূজ্য মোৰ এই অভ্যুদয় তোমাৰ সহ্য হোৱা নাই। ৰে কুলকলঙ্ক! তোক আৰ কি কম? তোক ধিক। তই নহৈ যদি আন কোনোবাই মোক এইদৰে ক'লহেঁতেন তেনেহ'লে এতিয়াই তাৰ উপযুক্ত প্ৰতিফল দিলোঁহেঁতেন।

ৰাৱণৰ এই কঠোৰ বাক্য শুনি ন্যায়বাদী বিভীষণ গদা হাতত লৈ আন চাৰিজন ৰাক্ষসৰ লগত সভাৰ পৰা উঠিল আৰু এই বুলি কৈ গুচি গ'ল যে—ৰক্ষোৰাজ! আপুনি মোৰ জ্যেষ্ঠ ভ্ৰাতা, পিতৃতুল্য মাননীয়, কিন্তু আপোনাৰ ধৰ্মদৃষ্টি নাই। আপুনি ইচ্ছামতে অনৰ্থক যিবোৰ কঠোৰ বাক্য কৈছে—মই তাক সহিব পৰা নাই। আপোনাৰ হিত কামনা কৰিয়েই মই হিত কথা কৈছিলোঁ। আপুনি কালৰ বশীভূত হৈছে। বাস্তৱিক আসন্ন মৃত্যুৰ দশা এনেকুৱাই হৈ থাকে। হে ৰাজন! প্ৰিয়বাদী হোৱাই সুলভ কিন্তু অপ্ৰিয় হিতকৰ বাক্য কওঁতা বা শুনোঁতা সুদুৰ্লভ।(১) আপোনাৰ কালপাশত বন্ধন হৈছে— মৃত্যু অনিবাৰ্য্য। মই মোৰ গুৰু হিচাপে আপোনাক হিতৰ বাবে যি কথা কৈছোঁ—তাৰ বাবে মোক মাৰ্জ্জনা

---

(১) সুলভাঃ পুৰুষা ৰাজন্ সততং প্ৰিয়বাদিনঃ।
অপ্ৰিয়স্য চ পথ্যস্য বক্তা শ্ৰোতা চ দুৰ্লভঃ।। ২১ লঙ্কাকাণ্ড—১৬ অঃ

কৰিব। মই অনুৰোধ কৰি কৈছোঁ—আপুনি আন আন ৰাক্ষসবিলাকৰ লগত নিজক আৰু লঙ্কাপুৰীক ৰক্ষা কৰক।

## বিভীষণ ৰামৰ শিবিৰত উপস্থিত ঃ

ৰাৱণক এই প্ৰকাৰ কঠোৰ বাক্য কৈ বিভীষণ অতি অলপ সময়ৰ ভিতৰতে ৰামৰ শিবিৰত গৈ উপস্থিত হ'ল। বিভীষণ আকাশ পথেদি গৈছিল; সেইবাবে বানৰসকলে আকাশস্থ বিভীষণক দেখা পাইছিল। বিভীষণ বৰ তেজস্বী পুৰুষ আছিল; আপোন তেজত আপুনি প্ৰদীপ্ত। হাতত আছিল বিচিত্ৰ অস্ত্ৰ আৰু গাত আছিল দিব্য অলঙ্কাৰ। বিভীষণৰ অনুচৰ চাৰিজনো উত্তম উত্তম অলঙ্কাৰেৰে সজ্জিত আছিল। সিহঁতো যুদ্ধবিদ্যাত পাৰ্গত আছিল। পাঁচজন ৰাক্ষসক বিচিত্ৰ বৰ্ম আৰু অস্ত্ৰ শস্ত্ৰেৰে সজ্জিত হৈ অহা দেখি বানৰ ৰজা সুগ্ৰীৱে চিন্তা কৰিবলৈ ধৰিলে—যে ইহঁতে নিশ্চয় বানৰ সেনা বধ কৰিবলৈ আহিছে। এনেতে যি ঠাইত বানৰ বিলাক সুগ্ৰীৱৰ লগত বহি আছিল বিভীষণ অনুচৰ চাৰিজনৰ সহিত তাত উপস্থিত হ'লগৈ। বিভীষণে সুগ্ৰীৱৰ ওচৰত নিবেদন কৰিলে যে লঙ্কাৰ ৰজা ৰাৱণে ৰামপত্নী সীতাক অপহৰণ কৰি নিছে। সেই সীতা অত্যন্ত দুখমনে ৰাক্ষসীবিলাকেৰে পৰিবেষ্টিত হৈ ৰাৱণৰ অন্তেষপুৰত আছে। মই সীতাক প্ৰত্যৰ্পণ কৰিবলৈ কোৱাত লঙ্কেশ্বৰে মোক অতি ৰূঢ় ব্যৱহাৰ কৰিছে। মই তেওঁৰ কণিষ্ঠ সহোদৰ কিন্তু মই নানা প্ৰকাৰ হিত বাক্য কোৱা বাবে মোক ভৃত্যৰ দৰে ব্যৱহাৰ কৰিছে। সেইবাবে মই পুত্ৰ পৰিবাৰ পৰিত্যাগ কৰি ৰামৰ শৰণাগত হবলৈ আহিছোঁ। তোমালোকে সোনকালে তেওঁক জনোৱাগৈ যে বিভীষণ আহিছে। সুগ্ৰীৱ তৎক্ষণাৎ ৰাম-লক্ষ্মণৰ ওচৰ পালেগৈ; কিন্তু অত্যন্ত ক্ৰুদ্ধভাৱে জনালে যে ইহঁতৰ উদ্দেশ্য নিশ্চয় সৎ নহয়। ইহঁতক ভালদৰে পৰীক্ষা কৰিহে বিশ্বাস কৰা উচিত হব। হে প্ৰভু ৰামচন্দ্ৰ! ইহঁতক নিশ্চয় ৰাৱণে পঠিয়াই দিছে, ইহঁতক বধ কৰা উচিত হব।

সুগ্ৰীৱৰ এই ৰোষাবিষ্ট ভাৱ আৰু বিভীষণ আদি পাঁচজন ৰাক্ষসৰ প্ৰতি তীব্ৰ সন্দেহ দেখি ৰামচন্দ্ৰই হনুমান প্ৰমুখ বানৰসকলক এতিয়া কি কৰা উচিত সেই কথাৰ পৰামৰ্শ বিচাৰিলে। বানৰসকলৰ ভিতৰত কুমাৰ অঙ্গদ, জাম্ববান আৰু ঋষভে পৰামৰ্শ দিলে বিভীষণে কোৱা কথা সত্য নে মিথ্যা সেই সম্বন্ধে গুপ্তচৰ পঠিয়াই পৰীক্ষা কৰা উচিত। বিভীষণৰ কি বিশেষ গুণ আছে আৰু দোষ আছে তাকো অনুসন্ধান কৰি স্থিৰ কৰা উচিত।

তেতিয়া হনুমানে উত্তৰ কৰিলে যে বিভীষণৰ দোষ-গুণ পৰীক্ষাৰ বাবে যি পৰামৰ্শ আগবঢ়োৱা হৈছে সেই পৰামৰ্শ যুক্তিযুক্ত নহয় বুলি মোৰ মনত উদয় হৈছে; কাৰণ কোনো এটা কৰ্তব্য কৰ্মত নিয়োগ নকৰাকৈ অনুসন্ধানৰ দ্বাৰা

কোনো লোকৰ দোষ-গুণ বিচাৰ কৰা সম্ভৱ নহয়। নিয়োগ ব্যতিৰেকে পৰীক্ষা নহয়, আকৌ সহসা নিয়োগ কৰাও সঙ্গত নহব, কাৰণ সেই নিয়োগত দোষ স্পৰ্শিবৰ সম্ভাৱনা থাকে। আকৌ ৰাৱণৰ দেশৰ পৰা আহিছে আৰু এই সময়ত হঠাতে আহি উপস্থিত হৈছে সেইবাবে তেওঁৰ দেশ আৰু বৰ্ত্তমান কাল বিচাৰ কৰি কৰিও বিভীষণৰ দোষ গুণ নিৰ্ণয় কৰা সম্ভৱ নহয়; কাৰণ এখন দেশৰ এজন মানুহৰ ব্যৱহাৰৰ পৰিচয়ৰ দ্বাৰা সমগ্ৰ দেশখনৰ মানুহৰ পৰিচয় হব নোৱাৰে। বিভীষণ ৰাৱণৰ সহোদৰ বুলি বিভীষণো যে ৰাৱণৰ দৰে বেয়া সেই কথা নিৰ্ণীত হব নোৱাৰে। এই বিষয়ে কিছু বিচক্ষণতাৰ আৱশ্যক। বুদ্ধিমান লোকক কোনো কথা সুধিলে, সহসা তেওঁৰ মনত নানাপ্ৰকাৰ আশঙ্কাৰ উদয় হয়। বাস্তৱিক যদি আগন্তুক ব্যক্তি মিত্ৰভাৱে আহিছে, তেওঁৰ বিষয়ে বৃথা অন্বেষণত তেওঁৰ মন বিৰূপ হব পাৰে। প্ৰশ্ন কৰিও মানুহৰ ভাৱগতিক পৰীক্ষা কৰা সম্ভৱ নহয়। প্ৰশ্নৰ দ্বাৰা শত্ৰু মানুহৰ উদ্দেশ্য আৰু ভাৱ গতিক নিৰ্ণয় কৰা বৰ কঠিন। বিভীষণৰ মুখত যিখিনি শুনা গ'ল তাৰ দ্বাৰা তেওঁৰ কোনো দুৰভিসন্ধি প্ৰকাশ পোৱা নাই। ৰাৱণৰ দুৰ্ব্যৱহাৰত অসন্তুষ্ট হৈ বিভীষণ ইয়ালৈ আহিছে। সেইটো উপযুক্ত সময়। ৰাৱণৰ দুৰ্ব্যৱহাৰ পাই আৰু আপোনাৰ মহৎগুণ আৰু বীৰত্বৰ কথা জানি আপোনাৰ ওচৰলৈ লঙ্কাৰপৰা এই সময়ত তেওঁ আহিবলৈ কোনো শঙ্কা কৰা নাই। যিখিনি কথা তেওঁ কৈছে সেই কথা তেওঁ অকপটে বিনা সন্দেহে প্ৰকাশ কৰিছে আৰু কথা কোৱাৰ সময়ত তেওঁক প্ৰসন্ন বদন দেখা গৈছিল। তাত কোনো কূটাৰ্থ প্ৰকাশ পোৱা নাই; গতিকে তেওঁক কেনেকৈ অবিশ্বাস কৰিব পাৰি? আন্তৰিক ভাৱ গোপন ৰখা সহজ কথা নহয়; কাৰণ সকলো লোকৰে মনৰ ভাৱ আপোনা আপুনি ব্যক্ত হৈ পৰে। হে প্ৰভো! বিভীষণৰ উদ্দেশ্য বেলেগ। বিভীষণে যুদ্ধৰ আয়োজনৰ কথা শুনিছে আৰু শুনিছে বালীবধ আৰু সুগ্ৰীৱৰ অভিষেকৰ কথা। ৰাৱণৰ অনৰ্থক বীৰদৰ্পত বিৰক্ত হৈছে, সেইবাবে ৰাজ্যপ্ৰাপ্তি কামনা কৰি তেওঁ ইয়াত উপস্থিত হৈছে। তেওঁৰ ওপৰত মোৰ কোনো সন্দেহ নাই। মই কোৱা কথাখিনি বিচাৰ কৰি তেওঁক গ্ৰহণ কৰা উচিত হব। মই বিভীষণৰ অকপট ভাৱ লক্ষ্য কৰি এইখিনি কথা কৈছোঁ। এতিয়া আপুনি যি কৰ্ত্তব্য বুলি ভাবে, তাকেই কৰক। আপুনি বিজ্ঞ, বিচক্ষণ বুদ্ধি সম্পন্ন, ধাৰ্মিক আৰু সত্যব্ৰত। আপুনি আমাতকৈ বেছি ভাল বুজে।

হনুমানৰ কথা শুনি ৰামচন্দ্ৰই কলে যে যদিও বৰ্ত্তমান ক্ষেত্ৰত বিভীষণৰ কিছু দোষ দেখিবলৈ পোৱা যায়, তেওঁ মিত্ৰভাৱেই সমুপস্থিত হৈছে। তেওঁ শৰণাগত হোৱা বাবে তেওঁৰ দোষ থাকিলেও তেওঁক আশ্ৰয় দিয়াটো সাধুলোকৰ

কৰ্ত্তব্য কৰ্ম। সুগ্ৰীৱ আছিল মহাজ্ঞানী। ৰামচন্দ্ৰৰ এই কথা শুনি বানৰ ৰাজ সুগ্ৰীৱে কবলৈ ধৰিলে—শুনক! বিপদ্ জানিও যিজন ব্যক্তিয়ে নিজৰ ভাইক ত্যাগ কৰে, সেইজন ব্যক্তি দোষী হওক বা নিৰ্দ্দোষী হওক তেনে ব্যক্তিক গ্ৰহণ কৰা উচিত নহব। সেইজন ব্যক্তিয়ে সঙ্কটৰ সময়ত আমালোককো যে ত্যাগ নকৰিব তাৰ প্ৰমাণ কি? বানৰ ৰাজ সুগ্ৰীৱৰ কথা শুনি ঈষৎ হাঁহি ৰামচন্দ্ৰই লক্ষ্মণক ক'লে—প্ৰিয় সখা সুগ্ৰীৱৰ শাস্ত্ৰজ্ঞান আৰু সাধুসঙ্গৰ প্ৰভাৱ আছে—নহলে তেওঁ এনে কথা কব নোৱাৰে। ৰজাবিলাকৰ মাজত ভ্ৰাতৃবিৰোধ সচৰাচৰ প্ৰত্যক্ষভাৱে আৰু লৌকিকভাৱে হৈ থাকে। জ্ঞাতি আৰু ওচৰচুবুৰীয়া লোকেই মানুহৰ শত্ৰু হয়। এই দুই প্ৰকাৰ শত্ৰুৱে জ্ঞাতিৰ বিশেষ অপকাৰ কৰে; গতিকে বিভীষণো যে নিজ জ্ঞাতিৰ অপকাৰ সাধনৰ উদ্দেশ্য লৈ আহিছে তাত সন্দেহ নাই। আমি বিভীষণৰ জ্ঞাতি নহয় আৰু সেইবাবে আমাৰ লগত জ্ঞাতি শত্ৰুতা নাই। ৰাজ্য লাভ কৰাই বিভীষণৰ কামনা; সেইকাৰণে নিজৰ স্বাৰ্থ পূৰণৰ বাবে আমাৰ লগত মিত্ৰতা স্থাপনৰ প্ৰয়াসী হৈছে। ভ্ৰাতৃসকল যদি ব্যাকুলিত হৈ নাথাকি সন্তুষ্ট হৈ থাকে তেতিয়া সিহঁতৰ মাজত প্ৰীতি আৰু স্নেহৰ সম্বন্ধ থাকে; নহলে অসদ্ভাৱ আৰু যুদ্ধাদি সংঘটিত হয়। বিভীষণ ভ্ৰাতৃবিৰোধৰ কাৰণে ইয়ালৈ আহিছে গতিকে তেওঁক গ্ৰহণ কৰা উচিত। সখি! সকলো ভাই ভৰতৰ দৰে নহয়, সকলো পুত্ৰ মোৰ দৰে নহয় আৰু সকলো মিত্ৰ তোমাৰদৰে নহয়।(১) যদি কৃতাঞ্জলি হৈ শত্ৰু শৰণাগত হয়; তেন্তে ধৰ্মৰক্ষাৰ বাবে সেই শত্ৰুক অভয় দান কৰা কৰ্ত্তব্য। যিজন ব্যক্তিয়ে 'মই তোমাৰ' এই কথা কৈ মোৰ শৰণাপন্ন হয়, সেই ব্যক্তিক অভয় দান কৰা মোৰ নিত্যব্ৰত। এই ব্যক্তি বিভীষণেই হওক বা স্বয়ং ৰাৱণেই হওক মোৰ ওচৰলৈ লৈ আহা, তেওঁক অভয় দান কৰাই মোৰ অভিপ্ৰায়।

সুগ্ৰীৱ সন্মত হ'ল আৰু বিভীষণক সকলোৱে গ্ৰহণ কৰিলে। বিভীষণে ৰামৰ অভয় পাই চাৰিওজন অনুচৰৰ সহিত ৰামৰ চৰণ বন্দনা কৰিলে। তাৰ পাছত ক'লে মই ৰাক্ষস ৰাজ ৰাৱণৰ সহোদৰ কণিষ্ঠ ভ্ৰাতৃ। মই লঙ্কাপুৰী বন্ধু-বান্ধৱ আৰু সমস্ত ধন-ৰত্ন পৰিত্যাগ কৰি আহিছোঁ। এতিয়া মই আপোনাৰ শৰণাগত। মোৰ জীৱন আৰু সুখ ভোগ আপোনাৰ অনুকম্পাৰ ওপৰত নিৰ্ভৰ কৰিছে। ৰামচন্দ্ৰই বিভীষণৰ এনে বচন শুনি সস্নেহ দৃষ্টিৰে বিভীষণক সান্ত্বনা দিলে আৰু ৰাক্ষস ৰাজ ৰাৱণৰ বলাবল সম্পৰ্কে প্ৰশ্ন কৰিলে-মিত্ৰবৰ! তুমি যথাৰ্থৰূপে ৰাক্ষসবিলাকৰ বলাবলৰ পৰিচয় দিয়া।

---

(১) ন সৰ্বে ভ্ৰাতৰস্তাত ভৱন্তি ভৰতোপমাঃ।
মদ্বিধা বা পিতু, পুত্ৰাঃ সুহৃদো বা ভৱদ্বিধাঃ।।১৫ লঙ্কাকাণ্ড—১৮ অঃ

বিভীষণে পৰিচয় দিবলৈ ধৰিলে— দেৱতা, দানৱ বা গন্ধৰ্ব আৰু অন্যান্য প্ৰাণীসকলৰ অবধ্য ৰজা দশানন। এই বৰ তেওঁ ব্ৰহ্মাৰ পৰা পাইছে। কুম্ভকৰ্ণ তেওঁৰ মধ্যম সহোদৰ, তেওঁ মোৰ জ্যেষ্ঠ। তেওঁ সংগ্ৰামত ইন্দ্ৰৰো প্ৰতিদ্বন্দ্বী হব পাৰে। ৰাৱণৰ প্ৰধান সেনাপতিৰ নাম প্ৰহস্ত। এওঁৰ কৈলাশৰ যুদ্ধত কুবেৰৰ সেনাপতি মণিভদ্ৰক পৰাস্ত কৰিছিল। তেওঁৰ পুত্ৰ ইন্দ্ৰজিত। এওঁৰ শৰীৰত অক্ষয় কবচ থাকে আৰু তেওঁ মেঘৰ আঁৰত থাকি অদৃশ্যভাৱে যুদ্ধ কৰিব পাৰে। মহোদৰ, মহাপাৰ্শ্ব আৰু অকম্পন এওঁলোক ৰাৱণৰ উপসেনাপতি। ৰাৱণৰ প্ৰধান সেনাৰ সংখ্যা দহ হাজাৰ কোটি। এই সৈন্যবিলাক লঙ্কাতে থাকে। ইহঁতক লৈয়ে ৰাৱণ দেৱতাসকলৰ লগত যুদ্ধ কৰি জয়ী হয়।

ৰামচন্দ্ৰই ৰাৱণৰ বলাবল সম্পৰ্কে শুনি এইবুলি প্ৰতিজ্ঞা কৰিলে যে মই ৰাৱণক পুত্ৰ বন্ধু স্বজনৰ সহিত নিধন নকৰাকৈ অযোধ্যাত প্ৰৱেশ নকৰোঁ। মই মোৰ ভ্ৰাতৃ তিনিজনৰ নামত এই শপথ কৰিলোঁ। বিভীষণে ৰামৰ এই উৎকট প্ৰতিজ্ঞা শুনি তেওঁৰ চৰণ বন্দনা কৰিলে আৰু প্ৰতিজ্ঞা কৰিলে যে মই ৰাক্ষসবিলাকৰ নিধন আৰু লঙ্কা প্ৰধৰ্ষণৰ অৰ্থে আপোনাৰ সেনাপতিসকলৰ লগত যোগ দিম। বিভীষণৰ এই প্ৰতিজ্ঞা শুনি ৰামচন্দ্ৰ বৰ সন্তুষ্ট হৈ তেওঁক লঙ্কাৰ ৰাজপদত অভিষিক্ত কৰিলে। বিভীষণৰ প্ৰতি ৰামচন্দ্ৰৰ অসীম দয়া দেখি বানৰবিলাকে "সাধু সাধু" বুলি প্ৰশংসা কৰিব ধৰিলে।

**সেতুবন্ধন ঃ**

তেতিয়া হনুমান আৰু সুগ্ৰীৱে বিভীষণক সুধিলে—আমাৰ প্ৰধান আৰু প্ৰথম কৰ্ত্তব্য হৈছে সাগৰ উলঙ্ঘন কৰা। তাৰ উপায় কি? বিভীষণে পৰামৰ্শ দিলে—এই সমুদ্ৰৰ ওপৰত সেতু বন্ধন কৰিব লাগিব। বানৰসকলে এই পৰামৰ্শ গ্ৰহণ কৰি বানৰসকলৰ ভিতৰত বিশ্বকৰ্মাৰ পুত্ৰ নলক নিয়োগ কৰিলে। নলৰ যন্ত্ৰবিদ্যাৰ জ্ঞান আছে। তেওঁ এজন প্ৰধান যন্ত্ৰশিল্পী। বানৰসকলে শিল, মাটি, গছ-গছনি, বাঁহ-কাঠ সকলো সংগ্ৰহ কৰি আনিলে। ৰামচন্দ্ৰই শৰ নিক্ষেপ কৰি সাগৰৰ পানী দুফাল কৰি সাগৰৰ তলি দেখা পোৱা কৰিলে। প্ৰথম দিনাই ১১২ মাইল বন্ধা হৈ গ'ল। দ্বিতীয় দিনা ১৬০ মাইল আৰু তৃতীয় দিনা ১৬৮ মাইল বন্ধা হ'ল। চতুৰ্থ দিনা ১৭৬ মাইল আৰু পঞ্চমদিনা ১৮৪ মাইল বন্ধা হ'ল আৰু সিপাৰত থকা সুবেল পৰ্বত চুকি পালে। এইদৰে যন্ত্ৰ শিল্পী নলে ৮০০ মাইল দীঘল আৰু ৮০ মাইল বহল এটা মহান্ সেতু নিৰ্মাণ কৰি উলিয়ালে আৰু বানৰ সৈন্য সাগৰ পাৰ হৈ লঙ্কাত উপস্থিত হ'ল। ৰামচন্দ্ৰৰ এই অদ্ভুত কৰ্ম দেখি সিদ্ধ, চাৰণ, দেৱতা আৰু মহৰ্ষিসকল আহি তেওঁক মন্ত্ৰপূত পবিত্ৰ জলেৰে অভিষিক্ত কৰিলে।

## ৰাৱণৰ দূত শুকৰ মুক্তি ঃ

লঙ্কাত উপস্থিত হৈ ৰামৰ আদেশত বানৰ সৈন্য বিলাকক যথাযথ ভাৱে সজ্জিত কৰি শ্ৰেণীবদ্ধ কৰিলে। সেই সৈন্য সমাবেশ অতি শোভনীয় হৈ উঠিল। সেই শোভাক শৰৎকালৰ পূৰ্ণিমাৰ চন্দ্ৰৰ লগতহে তুলনা কৰিব পাৰি।

এই সময়ত বিচিত্ৰ ধ্বজা আৰু পতাকা বিশোভিত লঙ্কাপুৰী দেখি সীতাৰ কাৰণে ৰাম অন্তৰে অন্তৰে অতিশয় দুখিত হৈ পৰিল। সীতা ৰাৱণৰ গৃহত অৱৰুদ্ধা হৈ আছে আৰু চন্দ্ৰ গ্ৰহণৰ সময়ত ৰোহিণীৰ শোভাৰ যেনে শোচনীয় অৱস্থা হয়, সীতাৰো নিশ্চয় তেনে অৱস্থা হৈছে। লক্ষ্মণক সম্বোধন কৰি ক'লে— ভাই লক্ষ্মণ! বিশ্বকৰ্মাই পৰ্বতৰ ওপৰত লঙ্কাপুৰী কি বিত্তোপ্ননকৈ নিৰ্মাণ কৰিছে? ইয়াক দেখিলে মনত ধাৰণা হয় যেন আকাশত কোনোবাই এটা চিত্ৰ আঁকি থৈছে। লঙ্কা ক্ষুদ্ৰৰাজ্য হলেও ই বহুবিধ বিমানেৰে বিশোভিত হৈ আছে।

ৰামৰ বানৰ সেনা যেতিয়া সাগৰ পাৰ হৈ আহি লঙ্কাত উপস্থিত হ'ল আৰু সুগ্ৰীৱৰ নেতৃত্বাধীনত সুপ্ৰণালীবদ্ধ হৈ থিতাপি লৈছেহি, তেতিয়া ৰাৱণৰ আদেশক্ৰমে ৰাৱণৰ চৰ শাৰ্দ্দুল নামৰ ৰাক্ষস এজনে আহি সেইটো দেখিবলৈ পালে। তেতিয়া সেই ৰাক্ষসজনে লৰালৰিকৈ গৈ ৰাৱণক খবৰ দিলে যে দুই ৰাজকুমাৰ ৰাম আৰু লক্ষ্মণ বানৰ আৰু ভালুকেৰে সংগঠিত বিপুল সৈন্য লগত লৈ লঙ্কাপুৰীৰ ওচৰ পাইছেহি। ৰাক্ষসেশ্বৰ ৰাৱণে শাৰ্দ্দুলৰ কথা শুনি শুক নামৰ ৰাক্ষসজনক ক'লে—হে শুক! তুমি মোৰ আদেশত সত্বৰে গৈ বানৰ ৰাজ সুগ্ৰীৱক কোৱাগৈ—হে বানৰ নাজ! প্ৰধান বংশত তোমাৰ উৎপত্তি হৈছে, তুমি স্বয়ং বলৱান, পৰিচয় হিচাবে তুমি ঋক্ষৰাজৰ পুত্ৰ, তোমাৰ লগত আমাৰ কোনো বিবাদ নাই। ৰাক্ষসৰাজে তোমাক ভ্ৰাতৃতুল্য বুলি ভাবে। তেওঁ ৰাজপুত্ৰ ৰামৰ ভাৰ্য্যা অপহৰণ কৰিছে— তাত তোমাৰ কি হৈছে? তোমাৰ তাত ক্ষতি বৃদ্ধি কি? তুমি কিষ্কিন্ধ্যালৈ ঘূৰি যোৱা—বানৰে কেতিয়াও লঙ্কা আক্ৰমণ কৰিবলৈ সমৰ্থ নহব। য'ত দেৱতা আৰু গন্ধৰ্বৰো কোনো শক্তি নাই, তাত সাধাৰণ নৰ-বানৰে কি কৰিব?

ৰাৱণৰ আদেশ পাই শুক আকাশ মাৰ্গেদি গৈ বানৰ ৰাজ সুগ্ৰীৱক লগ ধৰিলে আৰু ৰাৱণ ৰজাই কৈ পঠোৱা সংবাদ পৰিবেশন কৰিলে। উপস্থিত বানৰ সকলে তৎক্ষণাৎ শুকৰ ওপৰত জপিয়াই পৰি তাৰ প্ৰাণ সংহাৰ কৰিবৰ উপক্ৰম কৰিলে। শুকৰ করুণ আৰ্ত্তনাদ ৰামচন্দ্ৰৰ কাণত পৰাত বানৰসকলক মতাই নি ক'লে—দূতৰ প্ৰাণ বধ কৰা উচিত নহয়। তেতিয়া শুক আশ্বস্ত হৈ সুগ্ৰীৱক সুধিলে— হে বানৰ ৰাজ! মই গৈ লঙ্কেশ্বৰক কি সংবাদ দিম? সুগ্ৰীৱে সেই কথাৰ উত্তৰত ক'লে যে মই এইদৰে কোৱা বুলি লঙ্কেশ্বৰক কবা—হে লঙ্কেশ্বৰ!

তুমি মোৰ মিত্ৰ বা অনুকম্পাৰ পাত্ৰ নোহোৱা। তুমি মোৰ প্ৰিয় বা উপকাৰী ব্যক্তিও নোহোৱা। তুমি যেতিয়া ৰামৰ শত্ৰু তুমি মোৰো শত্ৰু। আমি তোমাক সবংশে নিধন কৰিম। হে ৰাৱণ! ইন্দ্ৰৰ লগতো দেৱতাসকলৰ মাজত লুকাই থাকা, তথাপি ৰামৰ হাতত তোমাৰ নিস্তাৰ নাই।

এই সময়ত মহাতেজা ৰামচন্দ্ৰই ক'লে—সখি! সৈন্যবিলাক সমাবেশিত হৈছে—এতিয়া তুমি ৰাৱণৰ দূত শুকক এৰি দিয়া। শুকে মুক্তি পাই ৰাৱণৰ ওচৰত নিবেদন কৰিলে যে ৰাম-লক্ষ্মণ সেতু বান্ধি অসংখ্য বানৰ আৰু ভালুক সৈন্য লৈ লঙ্কাত উপস্থিত হৈছেহি। ইহঁতৰ লগত সন্ধি হোৱাৰ আশা নাই। হয় আপুনি সীতাক প্ৰত্যৰ্পণ কৰক, নহলে যুদ্ধৰ আয়োজন কৰক। ৰাক্ষস বিনাশ কৰাই তেওঁলোকৰ উদ্দেশ্য। ৰাৱণ এই কথাত ক্ৰুদ্ধ হৈ উঠিল আৰু সীতাক কেতিয়াও প্ৰত্যৰ্পণ নকৰোঁ বুলি যুদ্ধৰ আয়োজনত মন দিলে।

# ৰাৱণৰ যুদ্ধ আয়োজন

সসৈন্যে ৰাঘৱে যেবে তৰিলা সাগৰ।
শুক-সাৰণক আদেশিলা লঙ্কেশ্বৰ।।
সাগৰৰ সেতুবন্ধ কৰিলা ৰাঘৱে।
হেন তো দুষ্কৰ কৰ্ম ন তো কৰে কেৱে।।

শুকৰ মুখত ৰাৱণে শুনিলে যে ৰামচন্দ্ৰ সসৈন্যে সমুদ্ৰপাৰ হৈ লঙ্কাত উপস্থিত হৈছে আৰু সৈন্য সমাবেশ কৰিছে। তেতিয়া ৰাৱণে শুক আৰু সাৰণ এই দুইজন অমাত্যক ক'লে যে ৰামচন্দ্ৰই সেতু বন্ধন কৰি এক অভূতপূৰ্ব কৰ্ম কৰিলে। সমূদ্ৰত সেতু বন্ধন কৰা কাৰ্য্য বিশ্বাস কৰিব নোৱাৰি সঁচা; কিন্তু বানৰ সৈন্যৰ পৰিমাণ কিমান তাক জনা উচিত। তোমালোকক মই অনৰোধ কৰিছোঁ তোমালোকে অতৰ্কিতে বানৰ সৈনৰ মাজত সোমাই সিহঁতৰ সৈন্য কিমান আৰু সিহঁত কিমান বলবীৰ্য্যশালী তাৰ উমান লৈ অহাগৈ। কোন্ কোন্ বানৰ ৰামৰ মন্ত্ৰী, পুব ফালে কোন কোন বানৰ আছে, কেনেকৈ সেতুবন্ধন কৰিলে, ৰামৰ বল, বীৰ্য্য, অধ্যৱসায় আৰু অস্ত্ৰবিদ্যাৰ কুশলতা, বীৰ লক্ষ্মণৰ প্ৰকৃত পৰিচয় আৰু বানৰ সৈন্যৰ সেনাপতি কোন এই সমুদায় সংবাদ সংগ্ৰহ কৰি লৈ আহাগৈ। সোনকালে ঘূৰি আহিবা।

ৰাৱণৰ আদেশ পাই শুক আৰু সাৰণ উভয়ে বানৰৰ ৰূপ ধৰি বানৰ সৈন্যৰ মাজত প্ৰৱেশ কৰিলে আৰু দেখিবলৈ পালে যে বানৰ সৈন্যৰ সংখ্যা ইমান অধিক যে তাক কল্পনাও কৰিব নোৱাৰি আৰু সংখ্যাৰ পৰিমাণ কৰিবও নোৱাৰি। সি এক অচিন্ত্যনীয় লোমহৰ্ষক দৃশ্য। সেই সৈন্যবিলাক পৰ্বতৰ টিলাত, নিৰ্ঝৰত, গিৰিগুহাত, সমগ্ৰ তীৰত আৰু বন উপৱনত বিয়পি আছে। বানৰ সৈন্যৰ নতুন নতুন দল পাৰ হৈয়ে আছে—তাকো দেখিবলৈ পালে। বানৰ সৈন্যৰ এই অভূতপূৰ্ব সমাৱেশ দেখি সিহঁতৰ মনত ধাৰণা হ'ল ই যেন অক্ষোভ্য সাগৰহে। সিহঁতে বানৰ সৈন্য চাই ফুৰিছে এনেতে সিহঁত বিভীষণৰ চকুত পৰিল। তেওঁ সিহঁতক লৈ গৈ ৰামৰ ওচৰত উপস্থিত কৰালে আৰু সিহঁতৰ পৰিচয় কি জনালে। সিহঁত আছিল গুপ্তচৰ, সেইবাবে সিহঁতে ৰামক দেখি ভয় পালে আৰু জীৱনৰ আশা এৰি হাতযোৰ কৰি ৰামচন্দ্ৰৰ আগত কবলৈ ধৰিলে— হে সৌম্য! আমি ৰাৱণ ৰজাৰ আদেশ অনুসাৰে আপোনাৰ সৈন্য-সংখ্যাৰ পৰিমাণ জানিবৰ বাবে আহিছোঁ। সিহঁতে যি ভঙ্গীৰে এইখিনি কথা কৈছে তাকে দেখি কৰুণাময় ৰামচন্দ্ৰই মিচিকি হাঁহি এটা মাৰি ক'লে— তোমালোকে তোমালোকৰ ৰজাক কবা যে মই যুদ্ধৰ বাবে সাজু হৈ আহিছোঁ।

তোমালোকে মোৰ সৈন্য-সমাবেশ চাবলৈ আহিছা যেতিয়া ভালদৰে চাই লোৱা আৰু চোৱা হ'লে সোনকালে গুচি যোৱা। এতিয়াও যদি চাবলৈ বাকী আছে তেন্তে মোৰ সখি বিভীষণে সকলোবোৰ দেখুৱাই দিব। তোমালোকৰ প্ৰাণৰ কোনো ভয় নাই জানিবা।

বিভীষণক তেওঁ ক'লে—ইহঁত যদিও ছদ্মবেশত আহিছে, ইহঁত দূত হিচাপে আহিছে, ইহঁতক বধ কৰিব নালাগে; বৰং ইহঁতে নিৰাপদে ঘূৰি গৈ সিহঁতৰ ৰজাক কওক গৈ যে যি শক্তিৰ বলত সিহঁতে সীতাক অপহৰণ কৰি আনিছে, সেই শক্তি এতিয়া কিমান পাৰে দেখুৱাক। মই কাইলৈ ৰাতিপুৱাই লঙ্কাপুৰী আক্ৰমণ কৰিম। ৰামৰ আদেশ পাই সিহঁতে ততালিকে ৰামৰ জয়োচ্চাৰণ কৰি ৰাৱণৰ ওচৰ পালে গৈ।

ৰাৱণৰ ওচৰ পাই ক'লে যে বিপুল বিক্ৰম লোকপাল সদৃশ চাৰিজন মহাপুৰুষ একত্ৰিত হৈছে যেতিয়া—ৰাম-লক্ষ্মণ বিভীষণ আৰু সুগ্ৰীৱ য'ত মিলিত হৈছে, তাত আন বানৰবিলাকৰ আৱশ্যক কি? এই চাৰিজন পুৰুষেই লঙ্কা ছাৰখাৰ কৰি দিব।

শুক সাৰণৰ মুখত এনে কথা শুনি দাম্ভিক ৰজা ৰাৱণৰ দম্ভ ঘৃতাহুতি দিয়া অগ্নিৰদৰে জ্বলি উঠিল আৰু ক'লে—মই কেতিয়াও সীতাক ঘূৰাই নিদিওঁ। তোমালোকক বানৰ বিলাকে পীড়ন কৰিছে—সেইবাবে তোমালোক ভীত হৈছা। মোৰ লগত আঁহা মোক বানৰ সৈন্য দেখুৱাই দিয়া আৰু প্ৰধান প্ৰধান বানৰবিলাকক চিনাক্ত কৰি দিয়াহি। অত্যন্ত খঙেৰে ৰাৱণে সিহঁতক লগত লৈ বানৰ সৈন্য চাবলৈ গৈ দেখিলে যে অসংখ্য বানৰ সৈন্য পৰ্বতত, গিৰিগুহাত, বন-উপৱনত সৰ্বত্ৰ বিয়পি পৰিছে। শুক আৰু সাৰণে ক্ৰমে ক্ৰমে দলপতি নল, অঙ্গদ, সংযোজন, সৰভ, ৰম্ভ, পনস, বিনত, ক্ৰমন, গবয়, জাম্ববান, নীল ইত্যাদি দলপতিসকলক দেখুৱাই দিলে। কাৰ অধীনত কিমান সৈন্য আছে, কাৰ বলবীৰ্য্য বিক্ৰম কিমানখিনি তাকো বৰ্ণনা কৰিলে। সিহঁতৰ প্ৰত্যেকজনে হনুমানৰ দৰে লঙ্কাদগ্ধ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ।

তাৰ পাছত ৰামচন্দ্ৰক দেখুৱাই দি ক'লে—সৌৱা ৰামচন্দ্ৰ। ইক্ষ্বাকু বংশৰ ৰামচন্দ্ৰ এজন অতিৰথ। এওঁ কেতিয়াও ধৰ্ম নেৰে। ধৰ্ম এওঁতে প্ৰতিষ্ঠা লাভ কৰি আছে। এওঁ ব্ৰহ্মাস্ত্ৰ আৰু সমগ্ৰ বেদৰ মৰ্ম্ম অৱগত হৈ আছে। এওঁ শৰ নিক্ষেপ কৰি বিশ্ব-ব্ৰহ্মাণ্ড, আকাশ-পাতাল আৰু মেদিনী ছিন্ন-ভিন্ন কৰি দিব পাৰে।

তেওঁৰ সোঁফালে যিজন বীৰ পুৰুষক আপুনি দেখিছে, যাৰ ৰং বিশুদ্ধ সোণৰ নিচিনা, যাৰ চক্ষু তাম বৰণৰ নিচিনা, যাৰ চুলিবোৰ নীলবৰণীয়া আৰু কুঞ্চিত আৰু যাৰ বিশাল বুকু—তেঁৱেই ৰামচন্দ্ৰৰ ভাই লক্ষ্মণ। তেওঁ বল দৰ্পিত

আৰু ৰণদুৰ্জ্জয়। তেওঁ ৰামচন্দ্ৰৰ প্ৰাণস্বৰূপ আৰু বাহুস্বৰূপ। তেওঁৰ মনত প্ৰাণৰ ভয় নাই, সমস্ত ৰাক্ষসকুল ধ্বংস কৰিবলৈ উদ্যত হৈছে। ৰামচন্দ্ৰৰ বাওঁফালে আপোনাৰ কণিষ্ঠ সহোদৰ বিভীষণ আছে। তেওঁকেই ৰামচন্দ্ৰই লঙ্কাৰ ৰজা পাতিছে। তেওঁ আপোনাৰ প্ৰতিপক্ষত যুদ্ধাৰ্থী হৈ উপস্থিত হৈছে। সকলোৰে মধ্যস্থলত অচল পৰ্বতৰ দৰে যি জন অৱস্থান কৰি আছে, তেৱেঁই বানৰ ৰজা সুগ্ৰীৱ। এওঁৰ বল শক্তি অপৰিমিত। তেওঁ নিজৰ তেজ, যশ, বুদ্ধি আৰু শক্তিৰ বলত বানৰবিলাকৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিছে। এওঁৰ কণ্ঠত আছে কাঞ্চনীমালা। এশ পদুম ফুলেৰে গঁথা এই মালাত লক্ষ্মীৰ অচলা বসতি। বীৰবৰ ৰামচন্দ্ৰই বালীৰ প্ৰাণ সংহাৰ কৰি এই মালা আৰু বালি-পত্নী তাৰাক কিষ্কিন্ধ্যাৰ আধিপত্যৰ সহিত দান কৰিছে। এই মহাবীৰৰ অসংখ্য বানৰ সৈন্য। সকলো সৈন্যই বীৰ। এই অগণন সৈন্য লৈ সুগ্ৰীৱে আপোনাক যুদ্ধলৈ আহ্বান কৰিছে। মহাৰাজ! এই সম্বন্ধে সাৱধানতা অৱলম্বন কৰা উচিত।

বানৰ সৈন্যৰ বাহুবলৰ পৰিচয় পাই আৰু ৰামৰ সোঁহাতস্বৰূপ মহাবলশালী লক্ষ্মণক চিনিব পাৰি ৰজা দশানন বৰ উদ্বিগ্ন হ'ল। তাৰ পাছত কেইজনমান দূতক মতাই অনালে। সিহঁতক ৰাৱণে ক'লে যে তোমালোক দৌত্যকাৰ্য্যত সুপটু, বীৰ আৰু নিৰ্ভীক। তোমালোকৰ প্ৰতি মোৰ এই আদেশ যে তোমালোক ৰামৰ ওচৰলৈ যোৱা। ৰামচন্দ্ৰৰ গতিমতি আৰু আচাৰনীতি লক্ষ্য কৰি আহাঁগৈ।

লক্ষ্য কৰিবা তেওঁ কেনেদৰে নিদ্ৰাসুখ উপভোগ কৰে, কেনেদৰে জাগৰিত হয় আৰু তেওঁৰ নিত্য কৰ্মৰ আঁচনি আৰু কৰ্ম পদ্ধতি কি সেইটো বুজি আহিবা। তেওঁ কাৰ লগত গুপ্ত মন্ত্ৰণা কৰে আৰু কোন কোনজন ব্যক্তি তেওঁৰ লগত স্নেহ প্ৰীতিত আবদ্ধ হৈ আছে—সেইটো জানিবলৈ চেষ্টা কৰিবা। যদি চৰৰ সহায়ত শত্ৰুৰ গুপ্ত মন্ত্ৰণাৰ সম্ভেদ পোৱা যায়, তেনেহলে শত্ৰু পৃথিৱীৰ অধিপতি হ'লেও নাইবা সকলো প্ৰকাৰে সুপণ্ডিত হ'লেও স্বল্প যত্নতে যুদ্ধত জয় কৰিব পাৰা যায়।(১)

ৰাৱণৰ আদেশ পাই দূতবিলাকে ৰাৱণৰ জয় উচ্চাৰণ কৰি যাত্ৰা কৰিলে। ৰামৰ শিবিৰত বিভীষণ আৰু সুগ্ৰীৱৰ লগত ৰাম আৰু লক্ষ্মণক দেখা পালে। বিভীষণক দেখা পাই সিহঁত ভীত হ'ল। বিভীষণে সিহঁতক দেখি চিনি পালে আৰু সিহঁতক যথেষ্ট নিগ্ৰহ কৰিলে। বানৰবিলাকে সিহঁতৰ প্ৰাণ সংহাৰ কৰিবলৈ উদ্যত হোৱাত ৰামচন্দ্ৰই নিষেধ কৰিলে। বানৰৰ হাতত প্ৰপীড়িত হৈ সিহঁত পুনৰ্বাৰ লঙ্কালৈ ঘূৰি আহিল আৰু তাত গৈ যি দেখিলে, যি শুনিলে আৰু যি

---

(১) চাৰেণ বিদিতঃ শত্ৰুঃ পণ্ডিতৈৰ্বসুধাধিপৈঃ।
যুদ্ধেন স্বল্পেন যত্নেন সমাসাদ্য নিৰস্যতে। লঙ্কাকাণ্ড—২৯ অঃ।

জানিলে সকলো কথা ৰাৱণৰ ওচৰত নিবেদন কৰিলে। দূতবিলাকে যথেষ্ট সংবাদ সংগ্ৰহ কৰি আনিছিল। ৰামচন্দ্ৰই গৰুড়ব্যূহ ৰচনা কৰি তাত থাকি যুদ্ধৰ অপেক্ষা কৰি আছিল।

মহাবল ৰামচন্দ্ৰৰ চৰৰ মুখত পৰিচয় পাই ৰজা দশানন অতিশয় উদ্বিগ্ন হৈ পৰিল আৰু মন্ত্ৰীবিলাকক মতাই আনিলে। মন্ত্ৰীসকল আহিলত দুৰ্দ্ধৰ্ষ ৰাৱণে তেওঁলোকৰ লগত আসন্ন যুদ্ধৰ বাবে কেনেদৰে সাজু হব লাগিব সেই বিষয়ে পৰামৰ্শ কৰি তেওঁলোকক বিদায় দিলে।

**ৰাৱণে সীতাক ৰামৰ মায়া-শিৰ দেখুৱায় ঃ**

মন্ত্ৰীসকল নিজ নিজ ভৱনলৈ যোৱাৰ পাছত ৰাৱণে বিদ্যুজ্জিহ্ব নামৰ ৰাক্ষস এজনক মতাই আনিলে। এই ৰাক্ষসজন ঐন্দ্ৰজালিক আছিল, মায়া বিদ্যাত পাৰ্গত। ৰাৱণে এই ৰাক্ষসজনক ৰামৰ কটামূৰ এটা লৈ ৰাৱণৰ লগত সীতাৰ ওচৰলৈ আহিবলৈ আদেশ দিলে। তেতিয়া মায়াবী ৰাক্ষসে ৰামৰ ছিন্নমুণ্ড এটি মায়াৰে সৃষ্টি কৰি ৰাৱণক দেখুৱালে। ৰাৱণে বিদ্যুজ্জিহ্বক ধনৰত্ন পুৰস্কাৰ দি সীতাক চাবলৈ অশোক বনত প্ৰৱেশ কৰিলে। তাত সীতাই বিষণ্ণ মনে কান্দি আছিল। তেওঁ ৰামৰ ধ্যানত নিমগ্না হৈ আছিল। ৰাক্ষসীবিলাকে তেওঁক ঘেৰি আছিল। ৰাৱণে আগবাঢ়ি গৈ সীতাক সদৰ্পে কবলৈ ধৰিলে—তুমি যাৰ শোকত ম্ৰিয়মানা হৈ আছা, তোমাৰ স্বামী সেই ৰাম যুদ্ধত নিহত হৈছে। প্ৰহস্তই তেওঁক বধ কৰি তেওঁৰ কটা মূৰ লৈ আহিছে। এই বুলি কৈ ৰাৱণে বিদ্যুজ্জিহ্বক ৰামৰ কটা মূৰ আনিবলৈ কলে। বিদ্যুজ্জীহ্বই—

সীতাৰ আগত থৈলা ৰাঘৱৰ শিৰ।
সদ্যে কাটিলেক যেন বহয় ৰুধিৰ।।
সীতায়ে দেখন্ত মুখ চন্দ্ৰমা বদন।
নীল আকুঞ্চিত কেশ কমল লোচন।।
চাৰু যে নিবিড় ভ্ৰূলে দলন পঙ্কতি।
হাসো হাসো কৰে যেন চন্দ্ৰৰ জেউতি।।
সুশোভন নাসিকা লুলয় দুই কৰ্ণ।
উত্তম শৰীৰ মুখ দেখি শ্যামবৰ্ণ।।
হনুমন্ত হাতে দিয়া পঠাইলা আপুনি।
শিৰত আছয় দেখিলন্ত সেই মণি।।
ৰামৰ শিৰক দেখি তেজে তোল বোল।
হা প্ৰভু বুলি সীতা চপালন্ত কোল।।
ক্ষণো হৃদয়ত বান্ধে ক্ষণো বান্ধে গলে।
লুটিয়া কান্দন্ত দেবী ব্যাকুলে বিকলে।।

সীতাই কান্দি কান্দি বিলাপ কৰিবলৈ ধৰিলে—হায় বিধাতাই মোক বিধৱা কৰিলে। কি আশ্চৰ্য্য! দৈবজ্ঞসকলে তোমাক দীৰ্ঘায়ু হওক বুলি আশীৰ্বাদ দিছিল। হায়! আজি মোৰ ভাগ্যত সেই আশীৰ্বাদ বাক্য মিছা হৈ গ'ল। ৰাৱণক উদ্দেশ্য কৰি সীতাই ক'লে— হে ৰাৱণ! তোমাক মই অনুৰোধ কৰিছোঁ—তুমি ৰামৰ মৃতদেহৰ ওপৰত মোৰ দেহ থৈ অস্ত্ৰৰ দ্বাৰা মোৰ প্ৰাণ বধ কৰা। তুমি মোৰ স্বামীৰ মূৰৰ লগত মোৰ মূৰ আৰু স্বামীৰ দেহৰ লগত মোৰ দেহৰ সংযোগ কৰি দিয়া। জানকীয়ে এইদৰে বিলাপ কৰিব ধৰিছে; এনেতে এজন ৰাক্ষসে আহি ৰাক্ষসেশ্বৰক খবৰ দিলে— হে প্ৰভো! মহাবীৰ প্ৰহস্ত সকলো অমাত্যৰ লগত সম্মিলিত হৈ আপোনাৰ সাক্ষাৎ কৰিবৰ বাবে ৰৈ আছে। মোক তেওঁলোকে পঠিয়াই দিছে; তেওঁলোকৰ মন্ত্ৰণা কাৰ্য্যত কিবা বিপদ উপস্থিত হৈছে।

ৰাক্ষসৰ মুখত ৰাৱণে এই সংবাদ পাই অশোক বন পৰিত্যাগ কৰি লৰালৰিকৈ গুচি গ'ল। লগে লগে সেই ছিন্নশিৰো অন্তৰ্হিত হ'ল।

**সৰমা ঃ**

যিবিলাক ৰাক্ষসীয়ে সীতাক অৱৰক্ষণ কৰি আছিল, সেইবিলাকৰ ভিতৰত সৰমা নামেৰে এগৰাকী বৰ দয়াৱতী আৰু সীতাৰ অনুৰাগিণী ৰাক্ষসী আছিল। (সৰমাক বিভীষণৰ পত্নী বুলি টীকাকাৰসকলে ব্যাখ্যা কৰিছে)। সীতাক তেওঁ সখী বুলি মাতিছিল। তেওঁ আহি সীতাক মোহযুক্তা আৰু শোকাকুলা দেখি সান্ত্বনা দিবলৈ ধৰিলে—সখি! তুমি ৰাক্ষসী মায়াত মুগ্ধা হৈছা কিয়? এইবুলি সীতাক মাটিত শয়ন কৰি থকা অৱস্থাৰপৰা তুলি বহুৱালে। পাছত ক'লে—ৰাম হেন বীৰক এনেকৈ কোনেও মাৰিব নোৱাৰে। তেওঁ অজেয়। ই কেৱল ৰাক্ষসী মায়াহে। তুমি দুখ নকৰিবা। তোমাৰ কোনো ভয় নাই। এইদৰে সৰমাই ৰামৰ বহুগুণ কীৰ্ত্তন কৰিলে আৰু এই ছিন্ন মুণ্ড যে ৰাক্ষসী মায়াত সৃষ্ট সেই কথা বুজাই সীতাক প্ৰবোধ দিলে। ৰামচন্দ্ৰই যে অচিৰতে ৰাৱণক বধ কৰি সবিক্ৰমে সীতাক উদ্ধাৰ কৰি তেওঁৰ অঙ্কশায়িনী কৰিব—সেই সান্ত্বনা দিলে আৰু ক'লে—হে সুন্দৰি! তুমি অতি সোনকালে এই বিপদৰ পৰা উদ্ধাৰ হব পাৰিবা। এইদৰে বহুপ্ৰকাৰ প্ৰিয় সান্ত্বনা বাক্য কৈ সৰমাই সীতাৰ মনৰ দুখ পাতলাই আনন্দিত কৰিলে। সীতা সৰমাৰ দ্বাৰা এইদৰে আশ্বাসিত হৈ কথঞ্চিৎ ধৈৰ্য্য অৱলম্বন কৰি অতি মধুৰ আৰু কোমল বাক্যেৰে সৰমাক অনুৰোধ জনালে তেওঁ যেন যি কোনো উপায়ে তেওঁ স্বামী ৰামচন্দ্ৰৰ সঠিক খবৰ সোনকালে আনি দিয়ে। সৰমাই সাহস দি সীতাক ক'লে যে— তুমি চিন্তা নকৰিবা, মই সত্য কাঢ়ি কৈছোঁ মই অতি সোনকালে সেই খবৰ সংগ্ৰহ কৰি তোমাক জনাম। এই বুলি কৈ তেওঁ তেতিয়াই ৰাৱণৰ ওচৰলৈ গৈ ৰাৱণৰ মন্ত্ৰীসকলৰ লগত যিবোৰ কথাৰ আলোচনা হৈ আছিল, সেই আলোচনাৰ কথোপকথনবোৰ শুনি পুনঃ ঘূৰি

আহিল। সীতাই বৰ চেনেহেৰে সৰমাক শীতল পাটি এটি পাতি দি বহিবলৈ ক'লে। তাৰ পাছত ৰাৱণৰ মন্ত্ৰণা সম্বন্ধে কি জানি আহিল সেই বিষয়ে সুধিলে। কিবা অশুভ সংবাদ শুনিব লাগে বুলি সীতা ভয়তে কঁপিবলৈ ধৰিলে। সৰমাই সীতাৰ প্ৰশ্নৰ উত্তৰ দি ক'লে— ৰাৱণৰ লগত ৰামৰ যুদ্ধ শুনিশ্চিত। ৰাক্ষস—ৰাজৰ মাতৃয়ে নানা প্ৰকাৰ স্নেহপূৰ্ণ কথাৰে উপদেশ দিছিল তোমাক প্ৰত্যৰ্পণ কৰিবলৈ। বৃদ্ধ মন্ত্ৰীয়েও সেইদৰে পুনঃ পুনঃ উপদেশ দিছিল। বৃদ্ধ মন্ত্ৰীয়ে কৈছিল যে হনুমানে সমুদ্ৰ পাৰ হৈ আহি লঙ্কাত যি কাণ্ড সংঘটিত কৰিলে সি অতি বিস্ময়কৰ আৰু ইতিমধ্যে মানুহ হৈও ৰামচন্দ্ৰই যুদ্ধ ক্ষেত্ৰত খৰ আদি ৰাক্ষসবিলাকৰ যেনেদৰে প্ৰাণ বিনাশ কৰিছে সিও সামান্য কথা নহয়; গতিকে সীতাক ঘূৰাই পঠিওৱাটোৱে মঙ্গলজনক; কিন্তু ৰাৱণে সেই কথা নুশুনে।

ইতিমধ্যে ৰামচন্দ্ৰ বানৰ সৈন্য লৈ আগবাঢ়ি আহিছে। বানৰ সৈন্যৰ শঙ্খভেৰীৰ নিনাদত কলহৰ সৃষ্টি হৈছে। ৰাক্ষসসকলে বুজিলে যে লঙ্কাৰ অশেষ অমঙ্গল সঙ্ঘটিত হব।

**ৰাৱণ অবিচল ঃ**

যুদ্ধত যাৰ লগত দেৱতাসকলেও পৰাজয় স্বীকাৰ কৰিছে সেই ৰাৱণে সামান্য নৰবানৰক কি শঙ্কা কৰিব? ৰাৱণে দৃঢ় প্ৰতিজ্ঞ হৈ কৈছে যে মোৰ স্বভাৱ হৈছে যে মই বৰং দুই খণ্ড হৈ ভাঙি যাব পাৰোঁ তথাপি মই কাৰো ওচৰত নত হব নোৱাৰোঁ। ই মোৰ স্বভাৱ দোষ, ইয়াক মই অতিক্ৰম কৰিব নোৱাৰোঁ।(১)

সমুদ্ৰত সেতুবন্ধন কৰি ৰাম বানৰ সৈন্য লৈ আহিছে সঁচা; কিন্তু ৰামে জীৱন লৈ ঘূৰি যাব নোৱাৰিব। ৰাৱণে মাতামহ মাল্যবান্ ৰাক্ষসৰ হিতোপদেশ গ্ৰহণ নকৰি তেওঁকো এই প্ৰকাৰে উত্তৰ দিলে আৰু যুদ্ধৰ বাবে সাজু হ'ল। মাতামহ মাল্যবানে উপদেশ দিছিল—হে ৰাজন্! যিজন ৰজা চৈধ্য শাস্ত্ৰত পণ্ডিত হয় আৰু নীতি শাস্ত্ৰ মানি চলে, সেইজন ৰজাইহে চিৰকাল ঐশ্বৰ্য্য আৰু সুখ ভোগ কৰে আৰু শত্ৰুক বশ কৰিবলৈ সক্ষম হয়।(২) যি লোকে অৱস্থা বুজি শত্ৰুৰ বল অনুসন্ধান কৰি কাৰ্য্যত প্ৰবৃত্ত হয়—যুদ্ধ কৰিবলগীয়া হ'লে যুদ্ধ কৰে আৰু শত্ৰুৰ লগত সন্ধি কৰিব লগা হ'লে সন্ধি স্থাপন কৰে, সেই ব্যক্তিয়েহে মহান্ ঐশ্বৰ্য্য লাভ কৰে। যি সময়ত দেখা যায় যে নিজৰ দুৰ্বলতা আছে নাইবা শত্ৰুয়ো সমবলী সেই সময়ত কোনো ৰজাই শত্ৰুক অৱমাননা নকৰিব, সন্ধিহে

---

(১) দ্বিধা ভজ্যেয়মপ্যেবং ন নমেয়ং তু কস্যচিৎ।
এষ মে সহজো দোষঃ স্বভাবো দুৰতিক্ৰমঃ। ১১। যুদ্ধকাণ্ড ৩৬ অঃ

(২) বিদ্যাস্বভিবিনীতো যো ৰাজা ৰাজন্ নয়ানুগঃ।
স শাস্তি চিৰমৈশ্বৰ্য্যমৰীংশ্চ কুৰুতে বশে।। ৭। যুদ্ধকাণ্ড—৩৫ অঃ

কৰিব। প্ৰৱলৰ সহিত বিৰোধ কৰা কৰ্ত্তব্য নহয়। হে ৰাৱণ! যি কাৰণে তুমি সীতা হৰণ দোষত দোষী সেই কাৰণে তুমি ৰামৰ সীতাক ৰামক ঘূৰাই দিয়া আৰু ৰামৰ লগত সন্ধি স্থাপন কৰা—মই সেইটোহে ভাল বুলি বিবেচনা কৰোঁ।(১)

ৰাৱণ অবিচলিত। মাল্যবান্ নিজৰ মাতামহ হলেও ৰাৱণে তেওঁৰ উপদেশ গ্ৰাহ্য নকৰিলে।

## যুদ্ধৰ আয়োজন ঃ

মাল্যৱানৰ উপদেশ অমান্য কৰি, আন আন মন্ত্ৰীবিলাকৰ লগত মন্ত্ৰণা কৰি প্ৰধান সেনাপতি প্ৰহস্তক ৰাৱণে আদেশ দিলে যে লঙ্কাৰ চাৰি দুৱাৰ সুদৃঢ়ভাৱে অৱৰক্ষণ কৰিব লাগে আৰু শত্ৰু আহিব পৰা সকলো পথ অৱৰুদ্ধ কৰিব লাগে। সেই বিষয়ে কি কি বিধান ব্যৱস্থা কৰা উচিত সেই বিষয়ে বিশদ পৰিকল্পনা স্থিৰ কৰি ৰাৱণে অন্তেষপুৰত প্ৰৱেশ কৰিলে।

ইফালে ৰামচন্দ্ৰই সুগ্ৰীৱ, হনুমান আৰু অন্যান্য বানৰবিলাকৰ সৈতে কেনেকৈ যুদ্ধ আৰম্ভ কৰিব সেই বিষয়ে বিভীষণক লগত লৈ পৰামৰ্শ কৰিব ধৰিলে। ৰাৱণে লঙ্কাৰ চাৰিদুৱাৰৰ কি কি ব্যৱস্থা কৰি থৈছে, সেই বিষয়ে বিভীষণে ৰামক জানিবলৈ দিলে। বিভীষণে ইতিমধ্যে তেওঁৰ অনুচৰ মন্ত্ৰী চাৰিজনক ছদ্মবেশে গৈ ৰাৱণৰ যুদ্ধৰ আয়োজন নিৰীক্ষণ কৰিবলৈ আদেশ দিছিল আৰু তেওঁলোকে তাকে কৰি ঘূৰি আহি বিভীষণক সকলো বৃত্তান্ত জনাইছিল। ৰামচন্দ্ৰয়ো সকলোৰে লগত মন্ত্ৰণা কৰি বানৰ সৈন্যবিলাকক একে সময়তে লঙ্কাৰ চাৰি দুৱাৰত আক্ৰমণ চলাব লাগে বুলি যথাযথ দিহা-পৰামৰ্শ দি নিজে সৈন্য সামন্ত লৈ সুবেল পৰ্বতত আৰোহন কৰিবলৈ ধৰিলে। আৰোহণ কৰিবৰ সময়ত ৰামচন্দ্ৰই সুগ্ৰীৱ আৰু বিভীষণক মধুৰ বাক্যেৰে কৈছিল—এই সুবেল পৰ্বতত যথেষ্ট ধাতু আৰু প্ৰচুৰ বৃক্ষাদি আছে। আজিৰ ৰাতিটো আমি ইয়াত থাকিম। ইয়াতে থাকি যি দুৰাত্মা ৰাৱণে মোৰ ভাৰ্য্যাক অপহৰণ কৰিছে, সেই ৰাক্ষস ৰজাৰ থকা ঘৰ চাই লম। এই দুৰাচাৰ ৰাৱণে আমাৰ স্বভাৱ, কুল আৰু ধৰ্মৰ বিষয়ে একোকে নাজানে। সেইবাবে এনে গৰ্হিত কাম কৰিছে। এইজন নীচ ৰাক্ষসৰ কাৰণে সমস্ত ৰাক্ষস কুল ধ্বংস হব। যি জন ব্যক্তিয়ে পাপ আচৰণ কৰে, সেইজনেইহে পাপৰ ফল ভোগ কৰিব লাগে; কিন্তু কি আশ্চৰ্য্য এক ৰাৱণৰ পাপ কৰ্মৰ ফলত সমস্ত ৰাক্ষস বংশ ধ্বংস হব। এইদৰে কথোপকথন কৰি গৈ ৰামচন্দ্ৰই লক্ষ্মণ, বিভীষণ, সুগ্ৰীৱ আৰু হনুমান আদি

(১) হীয়মানেন কৰ্ত্তব্যো ৰাজ্ঞা সন্ধিসমেন চ।
ন শত্ৰুমৱমন্যেত জ্যায়ান্ কুৰ্বীত বিগ্ৰহম্।।৯।।
তন্মহ্যং ৰোচতে সন্ধিঃ সহ ৰামেণ ৰাৱণ।
যদৰ্থমভিযুক্তোহসি সীতা তস্মৈ প্ৰদীয়তাম্।। ১০ —যুদ্ধকাণ্ড—৩৫ অঃ

অন্যান্য বানৰ সকলৰ সহিত সুবেল পৰ্বতত উঠি ৰাতি থকা স্থান নিৰ্দ্দিষ্ট কৰিলে। সেই স্থানৰপৰা দৃষ্টি কৰি দেখিবলৈ পালে লঙ্কাপুৰী যেন আকাশৰ লগত মিলি গৈছে। ক্ৰমে ক্ৰমে যেন ওখ হৈ গৈ আছে আৰু বিভিন্ন স্তৰত পুৰী নিৰ্ম্মিত হৈছে। দিব্যদ্বাৰ বিশোভিত সেই পুৰীত অসংখ্য ৰাক্ষস বাস কৰি আছে। সেই ৰাতি তেওঁলোক তাতে থাকিল।

## সুগ্ৰীবে ৰাৱণক সহসা আক্ৰমণ কৰিলে ঃ

পাছদিনা ৰাতিপুৱা ৰামচন্দ্ৰ বানৰ সৈন্য আৰু সুগ্ৰীৱক লগত লৈ ১৬ মাইল বিস্তৃত সুবেল পৰ্বতৰ উচ্চতম শিখৰত আৰোহণ কৰিলে। তাত উঠি মুহূৰ্ত্তকাল অৱস্থান কৰি দশোদিকে দৃষ্টি সঞ্চালন কৰি ত্ৰিকূট শিখৰত নিৰ্মাণ কৰা লঙ্কাপুৰী দেখিবলৈ পালে। সেই পুৰী সুপ্ৰণালীবদ্ধভাৱে স্তৰে স্তৰে সংন্যস্ত আৰু ৰম্যকাননেৰে সুশোভিত হৈ আছে আৰু সেই পুৰীৰ উচ্চতম তোৰণৰ তলত ৰাক্ষসৰাজ ৰাৱণ বহি আছে। তেওঁৰ মুৰৰ ওপৰত বিজয় ছত্ৰ আৰু দুয়োফালে শ্বেতবৰ্ণৰ চামৰ। গাত ৰক্তমময় অলঙ্কাৰ আৰু সমস্ত শৰীৰ ৰক্তচন্দনেৰে সুচৰ্চ্চিত। গাৰ বৰণ নীল মেঘৰ দৰে আৰু তেওঁৰ পৰিধানত সুবৰ্ণমণ্ডিত বস্ত্ৰ। তেওঁ বক্ষঃস্থল ঐৰাৱত হস্তীৰ দন্তাঘাতত সুকঠিন হৈ উঠিছে। ৰক্ত বস্ত্ৰ পিন্ধি থকা বাবে তেওঁৰ অঙ্গকান্তি ৰক্তবৰ্ণ হৈ উঠিছে। সেই কান্তি অস্ত যাবলৈ ধৰা সূৰ্য্যৰ কিৰণত ৰাঙলি হোৱা মেঘৰ কান্তিৰ দৰে উজ্জ্বল হৈ উঠিছে। ৰামচন্দ্ৰই বানৰবিলাকৰ লগত ৰাৱণক নিৰীক্ষণ কৰিব ধৰিছে; এনেতে বানৰ ৰাজ সুগ্ৰীৱে ৰাৱণক দেখা পাই সহসা থিয় দিলে আৰু তাৰ পাছতে অতি ক্ৰোধেৰে উত্তেজিত হৈ ৰাৱণৰ গাত জাপ মাৰি পৰিল। লগে লগে কৈ উঠিল—হে ৰাক্ষস! মই লোকনাথ ৰামচন্দ্ৰৰ কিঙ্কৰ। আজি মোৰ তেজ আৰু বীৰ্য্যেৰে তোক ধৰিব পাৰিছোঁ—এৰি নিদিওঁ। সেই সময়ত উভয়ৰ মাজত হতাহতি যুদ্ধ হ'ল। মত্ত মাতঙ্গ তুল্য দুই মহাবীৰ। উভয়ৰে হস্ত হাতীৰ শুঁড়ৰ নিচিনা। সেই হাতৰ আঘাতেৰে পৰস্পৰে পৰস্পৰৰ লগত যুদ্ধ কৰিলে। যুদ্ধ বহুসময় চলিল—পৰস্পৰৰ প্ৰাণ বিনাশ কৰাই উভয়ৰ উদ্দেশ্য। উভয়ে কেতিয়াবা বিচিত্ৰ মণ্ডল কৰি, কেতিয়াবা বিভিন্ন স্থানত থিতাপি হৈ, কেতিয়াবা গোমূত্ৰক বক্ৰ গতিৰে পিছুৱাই আহি, কেতিয়াবা তিৰ্য্যগ্ গতিৰে, কেতিয়াবা বক্ৰগতিৰে পৰস্পৰে পৰস্পৰৰ প্ৰহাৰ ব্যৰ্থ কৰি ইত্যাদি ধৰণে যুদ্ধবিদ্যা পাৰদৰ্শী উভয়ে ৰণনৈপুণ্য প্ৰদৰ্শন কৰি বিচৰণ কৰিব ধৰিলে। এই সময়ত ৰক্ষোৰাজ ৰাৱণে মায়াবলৰ আশ্ৰয় গ্ৰহণ কৰিবৰ চেষ্টা কৰিলে। কপিৰাজ সুগ্ৰীৱে সেইটো বুজিব পাৰি তৎক্ষণাৎ লাফ্ দি আকাশলৈ উঠি গ'ল আৰু ৰাৱণে সুগ্ৰীৱক দেখা নাপাই থিয় দি থাকিল। সুগ্ৰীৱে এইদৰে ৰাৱণক নিপীড়িত কৰি সেই একে জাপেই বিশাল গগন লঙ্ঘন কৰি ৰামৰ সন্মুখত বানৰ সৈন্যবিলাকৰ মাজত উপস্থিত হ'লহি।

ৰামচন্দ্ৰই বানৰ ৰজা সুগ্ৰীৱৰ গাত যুদ্ধৰ চিহ্ন দেখা পাই তেওঁক আলিঙ্গন কৰি কবলৈ ধৰিলে—সখি! মোৰ লগত পৰামৰ্শ নকৰাকৈ তুমি যি সাহসিকতাৰ কাৰ্য্য কৰিলা, ৰজাৰ পক্ষে এনে সাহসিকতাৰ কাৰ্য্য কৰা উচিত নহয়। তুমি আমালোক সকলোকে সংশয়ৰ মাজত থৈ অকলে এই কষ্ট আৰু সাহসৰ সম্মুখীন হৈছা। ভৱিষ্যতে এনে নকৰিবা। সুগ্ৰীৱে উত্তৰ দিলে—হে ৰাঘৱ! মোৰ শৰীৰত বলবীৰ্য্য থাকোঁতে মই তোমাৰ ভাৰ্য্যা অপহৰণকাৰী ৰাৱণক দেখি কেনেকৈ স্থিৰেৰে থাকিব পাৰোঁ? ৰামচন্দ্ৰই সুগ্ৰীৱক অভিনন্দন জনাই ভৱিষ্যতলৈ সতৰ্ক কৰি দিলে আৰু বানৰবিলাকক লঙ্কাপুৰীৰ চাৰিওখন দুৱাৰ একে সময়তে অৱৰুদ্ধ কৰিবৰ পৰামৰ্শ দি অঙ্গদক দূত স্বৰূপে ৰাৱণৰ ওচৰলৈ পঠাবৰ মনস্থ কৰিলে।

## অঙ্গদৰ দৌত্য ঃ

ৰামচন্দ্ৰই সুগ্ৰীৱক অভিনন্দিত কৰি লক্ষ্মণক ক'লে—আহা, আমি ফলমূল আৰু নিজৰা থকা বনস্থল আশ্ৰয় কৰি সৈন্য বিভাগ কৰি ব্যূহ ৰচনা কৰি থাকোঁহক। মই এতিয়া ভয়ানক লোকক্ষয়কৰ ভয়ৰ লক্ষণ দেখিবলৈ পাইছোঁ। এই যুদ্ধত উভয় পক্ষৰ বহু সৈন্য নিহত হব। ভীষণ মেঘ গৰ্জ্জন আৰু ৰক্তবৃষ্টি হব ধৰিছে। সন্ধ্যাকালৰ ৰং ৰঙা হৈ উঠিছে আৰু আদিত্য মণ্ডলৰ পৰা জ্বলন্ত অগ্নি উদগীৰণ হব ধৰিছে। চন্দ্ৰৰ প্ৰভা হীন হৈ গৈছে। চন্দ্ৰ মণ্ডল কৃষ্ণবৰ্ণ আৰু ৰক্তবৰ্ণ হৈছে। কাউৰী, শগুণ আৰু শ্যেণ পক্ষীবোৰে মাটিত পৰি অমঙ্গলীয়া ৰৱ তুলিছে। আজি ৰাৱণৰ লঙ্কাপুৰী ৰাক্ষস আৰু বানৰৰ যুদ্ধত তেজেৰে ৰাঙলি হৈ যাব। ৰামচন্দ্ৰই লক্ষ্মণক এই কথা কৈ শৈলশৃঙ্গৰ পৰা নামি ৰাৱণৰ সৈন্য সমাৱেশ লক্ষ্য কৰিব ধৰিলে। বানৰ বিলাককো যুদ্ধৰ বাবে সাজু হবলৈ আদেশ দিলে আৰু নিজে ধনুশৰ হাতত লৈ লঙ্কা অভিমুখে যাবলৈ ধৰিলে। অনুজ লক্ষ্মণ, বিভীষণ, সুগ্ৰীৱ, হনুমান্ জাম্ববান, নল আৰু নীল তেওঁৰ পাছে পাছে যাবলৈ ধৰিলে। বিপুল সংখ্যক বানৰ আৰু ভালুক সৈন্যও পাছে পাছে গৈ লঙ্কাপুৰী সমাচ্ছন্ন কৰি পেলালে আৰু ৰামৰ আদেশ অনুসাৰে দেৱতাৰো অজেয় লঙ্কাপুৰী আক্ৰমণ কৰিলে। ৰামৰ সৈন্যবিলাকৰ পীড়নত প্ৰপীড়িত হৈ ৰাক্ষসবিলাক বিস্মিত হৈ পৰিল। ৰামচন্দ্ৰই এইদৰে ৰাক্ষস বধৰ বাবে সৈন্য সংস্থাপন কৰি নিজৰ কৰ্ত্তব্য অৱধাৰণৰ বাবে পুনৰায় মন্ত্ৰীসকলৰ লগত মন্ত্ৰণাত প্ৰবৃত্ত হ'ল। ৰামচন্দ্ৰই সাম, দান, ভেদ আৰু দণ্ড এই চাৰিপ্ৰকাৰৰ প্ৰয়োগ-ক্ৰম সম্পূৰ্ণ ৰূপে জানে; কিন্তু উপস্থিত ক্ষেত্ৰত শেষ উপায় দণ্ডবিধান কৰাই কৰ্ত্তব্য বুলি স্থিৰ কৰিলে। সেইবাবে বিভীষণৰ অভিপ্ৰায় অনুসাৰে বালীৰ পুত্ৰ অঙ্গদক মাতি আনিলে। অঙ্গদ আহি উপস্থিত হ'লত ৰামে কবলৈ ধৰিলে— তুমি মোৰ আদেশত লঙ্কাপুৰীলৈ যোৱা। ৰাৱণক নিৰ্ভয়ে মই কোৱা বুলি কোৱাগৈ যে আমি

সমুদ্ৰ পাৰ হৈ লঙ্কাপুৰীত উপস্থিত হৈছোঁ। তোৰ শ্ৰী, ঐশ্বৰ্য্য আৰু চেতনা নষ্টপ্ৰায় আৰু এতিয়া তোৰ মুমুৰ্ষু দশা। তই মোহ আৰু গৰ্ব্বৰ বশীভূত হৈ ঋষি, দেৱতা, গন্ধৰ্ব্ব, অপ্সৰা, নাগ যক্ষ আৰু ৰজাবিলাকক পীড়ণ কৰাত ত্ৰুটী কৰা নাই। তোৰ পাপৰ মাত্ৰা পূৰ্ণ হৈছে। আজি নিশ্চয় তোৰ ব্ৰহ্মাৰ পৰা পোৱা বৰৰ দৰ্প চূৰ্ণ কৰিম। তই যে মোৰ ভাৰ্য্যা অপহৰণ কৰিছ তাৰে সমুচিৎ দণ্ড বিধান কৰিবলৈ সাক্ষাৎ যমৰূপে লঙ্কাত আহি উপস্থিত হৈছোঁ। তই যি বল দেখুৱাই মোক অৱহেলা কৰি সীতাহৰণ কৰিছ, সেই শক্তি এতিয়া দেখুৱা। যদি তই মোৰ শৰণাগত হৈ সীতাক সমৰ্পণ নকৰ, তেন্তে মই সমস্ত লঙ্কা ৰাক্ষসশূন্য কৰিম। ধৰ্মাত্মা বিভীষণ মোৰ শৰণাপন্ন হৈছে। তোক সবংশে নিধন কৰি তেওঁক লঙ্কাৰ ৰাজ্যভাৰ সমৰ্পণ কৰিম। মোৰ হাতত তোৰ নিস্তাৰ নাই। তই মহাপাপী আৰু যতমানে মূৰ্খ লোক সিহঁত তোৰ সহায়। তই অধৰ্মৰ আশ্ৰয়ত কেতিয়াও আৰু বেছি দিন ৰাজ্য ভোগ কৰিব নোৱাৰিবি।

ৰামচন্দ্ৰৰ কথা শুনি অঙ্গদ অগ্নিৰ দৰে প্ৰদীপ্ত হৈ তৎক্ষণাৎ আকাশ পথেদি ৰাৱণৰ ওচৰ পালে গৈ আৰু উপস্থিত থকা সকলো ৰাক্ষসৰ আগতে ৰামচন্দ্ৰই কোৱা কথাখিনি অবিকল কবলৈ আৰম্ভ কৰিলে।

তাৰাৰ তনয় শৰীৰৰ কান্তি
জ্বলয় যেন মাৰ্ত্তণ্ড।
ৰাৱণৰ আগে পৰিলন্ত যেন
মেৰুৰ শিখৰ খণ্ড।।

আগতে অঙ্গদে নিজৰ পৰিচয় দিলে যে মই বালীৰ পুত্ৰ; শ্ৰীৰামচন্দ্ৰৰ দূত আৰু মোৰ নাম অঙ্গদ। কৌশল্যা নন্দন ৰামচন্দ্ৰই কৈ পঠিয়াইছে যে তই অতি নিষ্ঠুৰ আৰু পুৰুষাধম। তই পুৰীৰপৰা বাহিৰ হৈ আহি মোৰ লগত যুদ্ধ কৰ। মই তোক অমাত্য, পুত্ৰ, বন্ধু আৰু জ্ঞাতিৰে সৈতে বিনষ্ট কৰিম। তেতিয়া হ'লে পৃথিৱীৰ সকলো জীৱ নিৰুদ্বেগ হব। তই পখী হৈ ত্ৰিলোক ভ্ৰমণ কৰিলেও মোৰ শৰৰ হাতৰ পৰা ৰক্ষা নাপাবি। তই তোৰ নিজক ঔৰ্দ্ধদেহিক দান কাৰ্য্য সম্পন্ন কৰ, যাতে তোৰ মৃত্যুত লঙ্কাবাসী সন্তুষ্ট থাকিব পাৰে। তই যদি সীতাৰ প্ৰতি যথেষ্ট মান সম্মান দেখুৱাই সীতাৰ সমৰ্পণ নকৰ, তেন্তে নিশ্চয় তোক বিনষ্ট কৰি লঙ্কাৰ অধিপত্য বিভীষণক দান কৰিম।

অঙ্গদৰ এই কঠোৰ বাক্য শুনি ৰোষাবিষ্ট হৈ মন্ত্ৰীসকলক আদেশ দিলে— তোমালোকে এই নিৰ্বোধ বালকক ধৰি তাৰ প্ৰাণ বধ কৰা। ৰাৱণৰ আদেশ পাই চাৰিজন ভীষণ মূৰ্ত্তিৰ ৰাক্ষসে জ্বলন্ত অগ্নিসদৃশ অঙ্গদক ধৰি পেলালে। অঙ্গদে নিজৰ বাহুবল দেখুৱাবৰ উদ্দেশ্যে তেওঁক ধৰাত কোনো বাধা নিদিলে। ৰাক্ষস চাৰিজনে তেওঁক ধৰাত ৰাক্ষস চাৰিজনক [illegible] সৈতে বাহু সংলগ্ন কৰি লৈ

পৰ্বতৰ দৰে ওখ প্ৰাসাদৰ ওপৰত উঠিবলৈ ধৰোঁতে সিহঁতে অঙ্গদৰ উপৰত উঠা বেগ সহিব নোৱাৰি ৰাৱণৰ আগতে মাটিত পৰি গ'ল। তাৰ পাছত অঙ্গদে শৈল শৃঙ্গৰদৰে ওখ প্ৰাসাদত আৰোহন কৰি পদ প্ৰহাৰেৰে প্ৰাসাদৰ শিখৰবোৰ চূৰ্ণ-বিচূৰ্ণ কৰি পেলালে। তাৰ পাছত সিংহনাদ কৰি লাফ্ দি আকাশত উঠি ৰাক্ষসসকলক ব্যথিত কৰি আৰু বানৰবিলাকক আনন্দ দি ৰামৰ সমুখত উপস্থিত হ'ল হি। ৰাক্ষসেশ্বৰ ৰাৱণে প্ৰাসাদ ভগ্ন হোৱা দেখি অতিশয় ক্ৰুদ্ধ হ'ল আৰু নিজৰ মৃত্যু আসন্ন জানি দীৰ্ঘ নিশ্বাস পেলাব ধৰিলে। ইফালে ৰামচন্দ্ৰই শত শত অক্ষৌহিনী সেনা লৈ ৰাক্ষসবিলাকক বিস্মিত কৰি প্ৰচণ্ড আক্ৰমণ চলালে।

**লঙ্কা অৱৰোধ ঃ**

ৰামচন্দ্ৰৰ নেতৃত্বত প্ৰচলিত বানৰ সৈন্যই লঙ্কাপুৰী সম্পূৰ্ণভাৱে অৱৰুদ্ধ কৰি পেলালে। ৰাক্ষসবিলাকে ৰাৱণৰ গৃহত প্ৰৱেশ কৰি সংবাদ দিলে যে ৰামচন্দ্ৰই লঙ্কা অৱৰোধ কৰিছে।

লঙ্কাৰ চৌ ভিতি জন্টাইবেক প্ৰতি
ৰাঘৱে আজ্ঞা কৰিল।
গিৰিসিত কৰি সেনা লৰি ভৈলা
নিৰ্ঘাত যেন পৰিল।।
কতো বৃক্ষধৰি পয়ানে চলিয়া
কাহাৰো হাতত শিলা।
চাৰিও দিশৰ নিসিন্ধি কৰিয়া
লঙ্কাৰ গড় বেঢ়িলা।।

ৰাক্ষসবিলাকৰ মুখত লঙ্কা অৱৰোধৰ খবৰ পাই ৰাৱণৰ অতিশয় খং উঠিল আৰু তেওঁ অধীৰ হৈ পৰিল। ৰাৱণে দ্বাৰ ৰক্ষাৰ যি ব্যৱস্থা কৰিছিল তাতকৈ দ্বিগুণ ব্যৱস্থা কৰি দ্বাৰবোৰ ৰুদ্ধ কৰা বুলি জানি তেওঁ প্ৰাসাদৰ ওপৰত উঠি দেখিবলৈ পালে যে লঙ্কাৰ গিৰি-পৰ্বত বন উপ-বন বানৰ সৈন্যই সমাচ্ছন্ন কৰি পেলাইছে। বানৰবিলাকৰ দৃঢ় সন্নিবেশৰ দৰুণ সমগ্ৰ লঙ্কাপুৰী কপিলবৰ্ণ হৈ পৰিছে—"লঙ্কাৰ কপিলবৰ্ণ কৰিলে বানৰে।" ৰাৱণে তেতিয়া চিন্তা কৰিব ধৰিলে—কিৰূপে শত্ৰু বিনাশ কৰা যায়। বহু সময় চিন্তা কৰি তেওঁ ধৈৰ্য্য ধৰি বিস্তৃত নেত্ৰে ৰামক আৰু ৰামৰ সৈন্যসমূহক চাবলৈ ধৰিলে। ৰাম সসৈন্যে ৰাৱণপুৰীৰ দেৱালয়ৰ নিকটবৰ্ত্তী স্থানলৈ আনন্দমনে অগ্ৰসৰ হৈ আছিল, এনেতে তেওঁৰ সীতাৰ কথা মনত পৰিল। সীতা ৰাৱণপুৰীত আবদ্ধা হৈ আছে, ভূমি শয্যাত শয়ন কৰি আছে আৰু তেওঁৰ বিৰহত শোক সন্তপ্তা আৰু কৃশাঙ্গী হৈছে। এইবোৰ চিন্তা কৰি ৰাম অতিশয় কাতৰ হৈ পৰিল আৰু সত্বৰ যুদ্ধ কৰিবলৈ

বানৰবিলাকক আদেশ দিলে। বানৰবিলাকে তেওঁৰ আদেশত সিংহনাদ কৰি দিঙ্মণ্ডল কম্পিত কৰি তুলিলে। বানৰ সৈন্যবিলাকে—মহাবল ৰামৰ জয়, মহাধনুৰ্দ্ধাৰী লক্ষ্মণৰ জয়—জয় সুগ্ৰীৱৰ জয়—এই ৰূপ ধ্বনি কৰি দিঙ্মণ্ডল নিনাদিত কৰিব ধৰিলে।

ৰাৱণে এইবোৰ দেখি আৰু সিংহনাদ শুনি অবিলম্বে যুদ্ধ যাত্ৰাৰ কাৰণে ৰাক্ষসবিলাকক আদেশ দিলে। ৰাৱণৰ আদেশ পাই ৰাক্ষসবিলাকে অসংখ্য শঙ্খৰ নিনাদ আৰম্ভ কৰি দিলে। তাতে ভীমৰৱ আৰু কোলাহলৰ সৃষ্টি হ'ল। বানৰবিলাকৰ মুখত 'সুগ্ৰীৱৰ জয়' আৰু ৰাক্ষসবিলাকৰ মুখত 'ৰাৱণৰ জয়' এই উভয় প্ৰকাৰ ধ্বনি কৰি উভয় পক্ষই বীৰত্বৰ পৰিচয় দিব ধৰিলে।

প্ৰাচীৰৰ ওপৰত বহি ৰাক্ষসবিলাকে শূল আৰু ভিন্দিপালৰদ্বাৰা বানৰবিলাকক তাড়না কৰি অস্থিৰ কৰি তুলিলে আৰু বানৰবিলাকেও মাটিৰ ওপৰতে থিয় দি থাকি ৰাক্ষসবিলাকক প্ৰাচীৰৰপৰা টানি আনি দলিয়াই দলিয়াই দূৰৈত নিক্ষেপ কৰিব ধৰিলে। এইদৰে বানৰ আৰু ৰাক্ষসবিলাকৰ ভিতৰত ঘোৰতৰ যুদ্ধ আৰম্ভ হ'ল। ৰণস্থল ৰক্ত মাংসৰ কৰ্দ্দমেৰ পৰিপূৰ্ণ হ'ল।

**যুদ্ধ ঃ**

বালীপুত্ৰ অঙ্গদৰ লগত ইন্দ্ৰজিতৰ দ্বন্দ্বযুদ্ধ আৰম্ভ হ'ল যেন ভগৱান মহাদেৱৰ সহিত অন্ধকাসুৰৰহে যুদ্ধ হৈছে। ৰণদুৰ্মদ সম্পাতিয়ে প্ৰজঙ্ঘাসুৰৰ লগত আৰু হনুমানে জাম্বুমালীৰ লগত যুদ্ধ আৰম্ভ কৰিলে। ৰাৱণৰ ভাই বিভীষণে শত্ৰুঘ্ন ৰাক্ষসৰ লগত যুদ্ধ আৰম্ভ কৰিলে। বানৰ গজই ৰাক্ষস তপনৰ লগত, নীলবানৰে ৰাক্ষস নিকুম্ভৰ লগত আৰু সুগ্ৰীৱে প্ৰঘসৰ লগত যুদ্ধ দিলে। লক্ষ্মণ বীৰে ৰাক্ষস স্বৰূপাক্ষৰ লগত যুদ্ধ দিলে। অগ্নিকেতু, ৰশ্মিকেতু, সুপ্তঘ্ন আৰু যজ্ঞকোপ এইকেইজন ৰাক্ষসে ৰামৰ লগত যুদ্ধ দিলে। বজ্ৰমুষ্টি ৰাক্ষসে মৈন্দ বানৰৰ লগত আৰু অশনিপ্ৰভই দ্বিবিদৰ লগত যুদ্ধ আৰম্ভ কৰিলে। নলৰ লগত প্ৰতাপ ৰাক্ষসৰ যুদ্ধ হ'ল আৰু সুষেণে বিদ্যুন্মালী ৰাক্ষসৰ লগত যুজিলে। এইদৰে অন্য অন্য বানৰ ৰাক্ষসৰ ভিতৰত পৰস্পৰ দ্বন্দ্ব যুদ্ধ হ'ল। সেই যুদ্ধ অতি ঘোৰতৰ হৈ উঠিল।

**ৰাম-লক্ষ্মণ নাগপাশত আবদ্ধ ঃ**

এই যুদ্ধত সম্পাতিৰ হাতত প্ৰজঙ্ঘাসুৰ, হনুমানৰ হাতত জাম্বুমালী, সুগ্ৰীৱৰ হাতত প্ৰঘস, লক্ষ্মণৰ হাতত বিৰূপাক্ষ আৰু শ্ৰীৰামচন্দ্ৰৰ হাতত দুৰ্দ্ধৰ্ষ, অগ্নিকেতু, সুপ্তঘ্ন আৰু যজ্ঞকোপ ৰাক্ষস নিহত হয়। নীলৰ হাতত নিকুম্ভৰ মৃত্যু ঘটে। সুষেণে বিদ্যুন্মালীক বধ কৰে। এইদৰে ৰাক্ষসবিলাক বানৰ সৈন্যৰ হাতত বিমৰ্দ্দিত হ'ল। ৰাৱণপুত্ৰ ইন্দ্ৰজিতো অঙ্গদৰ হাতত পৰাজিত হয়; কিন্তু

ইন্দ্ৰজিতে মায়াৰ প্ৰভাৱত অদৃশ্যভাৱে যুদ্ধ কৰি থাকি ৰাম-লক্ষ্মণক আহত কৰি পেলালে। সম্মুখ সমৰত ৰাম-লক্ষ্মণক পৰাস্ত কৰা সহজ কথা নহয়; কিন্তু অপ্ৰকাশ্য থাকি যুদ্ধ কৰি ইন্দ্ৰজিতে ৰাম-লক্ষ্মণক ব্যথিত কৰিলে। ইতিমধ্যে ৰাতি হ'ল। ৰাতিও যুদ্ধ চলিল; কিন্তু ৰাত্ৰি কালত ৰাক্ষসৰ বল বৃদ্ধি হয়। ইন্দ্ৰজিৎ যদিও অঙ্গদৰ হাতত পৰাজিত হৈছিল, তথাপিতো ইন্দ্ৰজিতে মেঘৰ আঁৰত অপ্ৰকাশ্যে থাকি ৰাম আৰু লক্ষ্মণৰ লগত যুদ্ধ চলাই দুয়ো ভাইকে নাগপাশৰ দ্বাৰা বন্ধন কৰি পেলালে। এনে সময়ত বিভীষণ আৰু সুগ্ৰীৱ সেই স্থানত উপস্থিত হয়। ৰাম-লক্ষ্মণৰ অৱস্থা দেখি সুগ্ৰীৱ দুঃখিত হৈ অশ্ৰুমোচন কৰিব ধৰিলে। বিভীষণে সান্ত্বনা দিলে আৰু এক চলু পানী লৈ সুগ্ৰীৱৰ চকু মচি দিলে। সকলোৱে ভাবিছিল যে ৰাম-লক্ষ্মণৰ মৃত্যু ঘটিছে কিন্তু বিভীষণে ক'লে যে এওঁলোকৰ মৃত্যু হোৱা নাই, তোমালোকে সাহস গোটাই ধৈৰ্য্য ধৰি যুদ্ধ কৰি থাকা। বিভীষণে এইদৰে সান্তনা দি পুনৰ্বাৰ পলায়নমান বানৰ সৈন্যক আশ্বস্ত কৰি তুলিলে। ইফালে ইন্দ্ৰজিতে পিতৃ ৰাৱণক খবৰ দিলে—পিতঃ। ৰাম-লক্ষ্মণ নিহত হৈছে। মহাবল ৰাৱণ মহা আনন্দিত হৈ ইন্দ্ৰজিতক প্ৰশংসা কৰিলে আৰু ৰামৰ পৰা ভয় বিদূৰিত হঁ'ল বুলি ভাবি ইন্দ্ৰজিতক অভিনন্দিত কৰিলে।

ইন্দ্ৰজিত লঙ্কালৈ ঘূৰি যোৱাৰ পাছত হনুমান্ আৰু অন্যান্য বানৰে শ্ৰীৰাম লক্ষ্মণৰ মূৰ্চ্ছিত দেহ অৱৰক্ষণ কৰি থাকিল। ৰাৱণে ইন্দ্ৰজিতক অভিনন্দন জনাই বিদায় দি সীতাক অৱৰক্ষণ কৰি থকা ৰাক্ষসীবিলাকক সীতাক যুদ্ধ ক্ষেত্ৰলৈ নি ৰাম-লক্ষ্মণৰ মৃত দেহ দুটা দেখুৱাবলৈ আদেশ দিলে। ত্ৰিজটা ৰাক্ষসীৰ নেত্ৰীত্বত পুষ্পক ৰথত তুলি ৰাক্ষসীবিলাকে সীতাক যুদ্ধক্ষেত্ৰলৈ লৈ গ'ল। নিঠুৰ আৰু অজ্ঞান অৱস্থাত ৰাম-লক্ষ্মণক পৰি থকা দেখি সীতাই বিলাপ কৰি কান্দিব ধৰিলে।(১) —লক্ষ্মণজ্ঞ পণ্ডিতসকলে মোক চাই ভৱিষ্যদ্বাণী কৰিছিল যে তুমি পুত্ৰৱতী হবা আৰু তুমি বিধবা নোহোৱা। আজি মোৰ ভাগ্যত ৰামৰ মৃত্যুত সেই বিজ্ঞ লোকসকলৰ কথা মিথ্যাত পৰিণত হ'ল। লক্ষ্মণবিৎ পণ্ডিতসকলে মোক সুলক্ষণা বুলি কৈছিল। হায়! সেইবোৰ কথা বিফল হ'ল। সীতাই এইদৰে বিলাপ কৰা শুনি ৰাক্ষসী ত্ৰিজটাই সীতাক সান্ত্বনা দি ক'লে—

কুলক্ষণ তোহোৰ নেদেখোঁ একো অঙ্গে।
বিধৱা নোহিস তাক জানোঁ সাঙ্গে সাঙ্গে।।
শৰ পৰি মূৰ্চ্ছা গৈয়া আছা দুই ভাই।
জীৱন্ত শুনিবি মাৱ আনন্দ বৰ্ধাই।

---

(১) ভৰ্ত্তাৰং নিহতং দৃষ্ট্বা লক্ষ্মণঞ্চ মহাবলম্।
বিললাপ ভৃশং সীতা করুণং শোককর্শিতা।।১। লঙ্কাকাণ্ড—৪৮ অঃ

দেৱি! তুমি দুখ নকৰিবা। তোমাৰ স্বামী ৰাম জীৱিত আছে। যদি তোমাৰ স্বামী আৰু তেওঁৰ ভাই লক্ষ্মণৰ প্ৰাণবিয়োগ হ'লহেঁতেন তেনেহলে এই দুই বীৰৰ মুখমণ্ডল ৰোষৰ আবেগত ৰক্তবৰ্ণ আৰু সতেজ হৈ নাথাকিলহেঁতেন। যদিহে ৰাম-লক্ষ্মণ জীৱিত নাথাকিলেহেঁতেন তেন্তে এই পুষ্পক বিমানেও তোমাক বহন নকৰিলেহেঁতেন। হে ৰাম প্ৰাণবল্লভে! এইটোৱে আশ্চৰ্য্যৰ বিষয় যে এওঁলোক শৰবিদ্ধ আৰু সংজ্ঞাহীন হৈছে কিন্তু এওঁলোকৰ সৌন্দৰ্য্যৰ কোনো হানি ঘটা নাই। এইটো সচৰাচৰ দেখা যায় যে জীৱৰ জীৱন নষ্ট হ'লে, তাৰ মুখশ্ৰী বিকৃত হৈ যায়। হে জানকি! তুমি ৰাম-লক্ষ্মণৰ বাবে শোক, মোহ আৰু দুখ নকৰিবা। ত্ৰিজটাৰ কথাত সীতা দেবীয়ে বিশ্বাস স্থাপন কৰিলে আৰু তোমাৰ কথাই সত্য হওক এই বুলি বিমানত উঠি লঙ্কালৈ ঘূৰি আহিল। কিন্তু ৰাম আৰু লক্ষ্মণৰ অৱস্থা দেখি আহি আৰু তেওঁলোকৰ বিষয়ে চিন্তা কৰি অতিশয় কাতৰা হৈ পৰিল।

ৰাম আৰু লক্ষ্মণ দুয়ো ভাই নাগপাশত বদ্ধ হৈছে আৰু শায়িত হৈ আছে। তেওঁলোকৰ সৰ্বাঙ্গ ৰক্তাক্ত। তেওঁলোকে এনেদৰে দীৰ্ঘনিশ্বাস পেলাব ধৰিছে যেন এজোৰা সৰ্পই ফোঁপাব ধৰিছে।(১) সুগ্ৰীৱ প্ৰমুখ্যে বলৱান বানৰসকলে শোকাচ্ছন্ন হৈ চাৰিওফালে ঘেৰি আছে। যদিও ৰামচন্দ্ৰ দৃঢ়তৰ পাশত আবদ্ধ তথাপি নিজৰ দৃঢ়তা আৰু বলৰ গুৰুত্বৰ প্ৰভাৱত তেওঁ এই সময়লৈ সচেতন হৈ উঠিল। তাৰ পাছত তেওঁ ভ্ৰাতা লক্ষ্মণক ৰক্তাক্ত কলেৱৰে সচেতন হৈ পৰি থকা দেখি আতুৰ ব্যক্তিৰ দৰে পৰিতাপ কৰিব ধৰিলে।

লক্ষ্মণক দেখিলে শৰীৰে জীৱ নাই।
মহামৰ্ম্মে ফোকাৰন্ত বা প্ৰাণ ভাই।।
হা বিধি কি কৰিলো কৈক লাগি যাওঁ।
লক্ষ্মণ সমান ভাই কৈত খুজি পাওঁ।।
সীতা গোসানীত জীৱনত কোন ফল।
পৃথ্বী ফাট দেন্ত যদি যাওঁ ৰসাতল।।
সব বন্ধু এৰি মোক কৰিলেক সাৰ।
লখাই এৰি যাই মোৰ কি কাৰ্য্য জীবাৰ।।

মই যেতিয়া মোৰ প্ৰাণাপেক্ষা প্ৰিয় ভ্ৰাতা লক্ষ্মণক যুদ্ধত পৰাজিত আৰু নিপাতিত দেখিলোঁ তেতিয়া মোৰ সীতা উদ্ধাৰবেই বা প্ৰয়োজন কি? মোৰ নিজৰ জীৱন প্ৰাপ্তিতেই বা কি লাভ? পৃথিৱীত অনুসন্ধান কৰিলে সীতাৰ সমান স্ত্ৰী

---

(১) ঘোৰেণ শৰবন্ধেন বদ্ধৌ দশৰথাত্মজৌ।
নিঃশ্বসন্তৌ যথা নাগৌ শয়ানৌ ৰুধিৰোক্ষিতৌ।।১।। যুদ্ধকাণ্ড—৪৯ অঃ

পোৱা যাব পাৰে কিন্তু লক্ষ্মণৰ তুল্য ভ্ৰাতা আৰু যোদ্ধা মই কেতিয়াও নাপাওঁ।(১) মই নিশ্চয়কৈ কৈছো যে যদিহে মোৰ ভাই লক্ষ্মণৰ মৃত্যু ঘটে, তেন্তে নিশ্চয় মই বানৰবিলাকৰ সাক্ষাততে প্ৰাণ ত্যাগ কৰিম। হায়! মই জননী কৌশল্যা, কৈকেয়ী আৰু পুত্ৰমুখ চাবলৈ ইচ্ছা কৰি থকা সুমিত্ৰা মাতৃৰ আগত কি কম? যদি লক্ষ্মণক এৰি থৈ মই অকলে অযোধ্যালৈ ঘূৰি যাওঁ তেন্তে সমুদ্ৰত থকা ঈগল পক্ষীৰ দৰে কম্পমানা পুত্ৰহীনা সুমিত্ৰামাতৃক কি বুলি সান্ত্বনা দিম? ভ্ৰাতা ভৰত আৰু শত্ৰুঘ্নৰ ওচৰতে বা কি কৈফিয়ৎ দিম? পুত্ৰৰ শোকত যেতিয়া সুমিত্ৰা দেবীয়ে মোক ভৰ্ৎসনা কৰিব, সেই ভৰ্ৎসনা বাক্যতো মই সহ্য কৰিব নোৱাৰিম। সেইবাবে মই জীৱন ত্যাগ কৰাই কৰ্ত্তব্য হব। সুগ্ৰীৱক উদ্দেশ্য কৰি ৰামচন্দ্ৰই ক'লে—সখে সুগ্ৰীৱ! তুমি এই মুহূৰ্ত্তেই দেশলৈ ঘূৰি যোৱা। তুমি নল নীল আৰু অন্যান্য বানৰ সৈন্যক লগত লৈ সমুদ্ৰ পাৰহৈ গুচি যোৱা। তোমালোকে, সমস্ত বানৰ সৈন্যই প্ৰাণ পৰ্য্যন্ত পণ কৰি মোৰ বাবে যিমানখিনি কষ্ট স্বীকাৰ কৰিছা, সি অতি সন্তোষৰ কথা আৰু হনুমানে মোৰ বাবে যি কাৰ্য্য কৰিছে সেই কাৰ্য্য আনৰ পক্ষে দুষ্কৰ। মই বুজিছো দৈৱক অতিক্ৰম কৰা মানুহৰ পক্ষে সাধ্যাতীত। হে বানৰ ৰাজ! মিত্ৰৰ প্ৰতি যি কৰ্ত্তব্য তাক তুমি সাধন কৰিছা, এতিয়া মোৰ আদেশত যথা ইচ্ছা গমন কৰা। বানৰবিলাকে ৰামৰ এই ৰূপ পৰিবেদনা শুনি চকুৰ পানী টুকিবলৈ ধৰিলে। এই সময়ত সৈন্যবিলাকক সান্ত্বনা দি বিভীষণ গদা হস্তত লৈ তাত উপস্থিত হ'লহি। বানৰবিলাকে ৰাৱণপুত্ৰ ইন্দ্ৰজিত অহা বুলি ভুল কৰি পলায়ন কৰিবলৈ ধৰিলে।

## ৰাম-লক্ষ্মণৰ নাগ-পাশ মোচন ঃ

ইন্দ্ৰজিতৰ মায়াৰ বলত সৰ্পসমূহে শৰৰূপ গ্ৰহণ কৰিছিল। সেই শৰৰূপী সৰ্পসমূহে ৰাম-লক্ষ্মণক আবদ্ধ কৰিছিল। ইন্দ্ৰজিতে সেই সৰ্পসমূহক শৰৰূপে নিক্ষেপ কৰিছিল। পক্ষীৰাজ গৰুড়ে ৰাম-লক্ষ্মণৰ এই বিপদৰ কথা জানিব পাৰি, ইতিমধ্যে তাত উপস্থিত হ'লহি। গৰুড়ক অহা দেখি শৰৰূপী সৰ্পবিলাকে ৰাম-লক্ষ্মণক মুক্ত কৰি দি ততাতৈয়াকৈ আঁতৰি নিমিষতে অদৃশ্য হৈ গ'ল। তাৰ পাছত বিনতানন্দন গৰুড়ে ৰাম-লক্ষ্মণক অভিনন্দন জনালে আৰু তেওঁলোকৰ ক্ষতস্থানত হাত বুলাই দি ক্ষতবোৰ শুকাই পেলালে। গৰুড়ৰ কৰস্পৰ্শত ৰাম-লক্ষ্মণ সুস্থ হৈ উঠিল আৰু তেওঁলোকৰ তেজ, বল, বীৰ্য্য, উৎসাহ, কান্তি, বুদ্ধি, স্মৃতি আৰু জ্ঞান দ্বিগুণতৰ হৈ উঠিল। ৰামচন্দ্ৰই কৃতজ্ঞ মনে তেওঁৰ পৰিচয় সুধিলে। গৰুড়ে উত্তৰ দিলে—মই তোমালোকৰ পিতৃবন্ধু। তোমাৰ পিতা দশৰথ

(১) শক্যা সীতা সমা নাৰী মৰ্ত্ত্যলোকে বিচিন্বতা।
ন লক্ষ্মণ সমো ভ্ৰাতা সচিবঃ সাম্পৰায়িকঃ।।৬।। লঙ্কাকাণ্ড—৪৯ অঃ

আৰু পিতামহ অজক দেখিলে মোৰ যেনে আনন্দ হৈছিল, তোমালোকক দেখি মোৰ তেনে আনন্দ হৈছে। ইন্দ্ৰজিতে মায়াবলেৰে অতি বিষাক্ত সৰ্পসমূহক শৰৰূপে ব্যৱহাৰ কৰি তোমালোকক নাগপাশত বন্ধন কৰিছিল। ইহঁতৰ দাঁতৰ বিষ অতি ভয়ানক। তোমালোকে ভাগ্যবলে আজি ৰক্ষা পালা, তোমালোকৰ এই শোচনীয় দশাৰ কথা জানিব পাৰি মই ত্বৰান্বিতে ইয়ালৈ আহিছোঁ। বানৰবিলাকে ৰাম-লক্ষ্মণক নীৰোগ দেখি মনৰ আনন্দে সিংহনাদ আৰু লাঙ্গুল কম্পন আৰম্ভ কৰিলে। সিহঁতে পুনৰায় যুদ্ধ কামনা কৰি অগ্ৰসৰ হৈ লঙ্কাৰ সিংহদ্বাৰত উপস্থিত হ'ল। ৰাক্ষসৰাজ ৰাৱণে বানৰবিলাকৰ এই উল্লাসৰ কাৰণ জানিব পাৰি পুনৰায় যুদ্ধৰ বাবে সাজু হৈ ধূম্ৰাক্ষক সেনাপতি পাতি যুদ্ধলৈ প্ৰেৰণ কৰিলে।

**ধূম্ৰাক্ষ বধ ঃ**

পুনৰায় ৰাক্ষস আৰু বানৰৰ মাজত তুমুল যুদ্ধ আৰম্ভ হ'ল। ক্ৰমে ৰণভূমিয়ে সঙ্গীতবিদ্যাৰ পৰিচয় দিব ধৰিলে। ৰাক্ষসবিলাকৰ ধনুৰ জ্যাই মধুৰ তন্ত্ৰীৰ কাৰ্য্য কৰিলে। বীৰবিলাকৰ পতনৰ সময়ত যি হিক্কা উপস্থিত হ'ল, সেয়ে তাল বুলি পৰিগণিত হ'ল, আৰু সৈন্যৰ আৰ্ত্তনাদ সঙ্গীতৰূপে প্ৰকাশিত হ'ল।(১) দুৰ্ঘোৰ যুদ্ধ হ'ল। অৱশেষত অঞ্জনানন্দন হনুমানে ক্ৰোধেৰে ধূম্ৰাক্ষৰ শিৰত প্ৰকাণ্ড গিৰিশৃঙ্গ নিক্ষেপ কৰিলে। ধূম্ৰাক্ষ নিহত হ'ল। ৰাক্ষস সৈন্য সভয়ে লঙ্কাপুৰীত প্ৰৱেশ কৰিলে আৰু বানৰবিলাকে পাৰ্য্যমানে সিহঁতক নিপীড়ন কৰিলে।

**বজ্ৰদংষ্ট্ৰ বধ ঃ**

ধূম্ৰাক্ষ বধৰ কথা যেতিয়া ৰজা ৰাৱণে শুনিলে তেতিয়া অতিশয় ক্ৰোধান্বিত হৈ উঠিল। তেওঁ সৰ্পৰ নিচিনাকৈ দীৰ্ঘনিশ্বাস পেলাব ধৰিলে আৰু বজ্ৰদংষ্ট্ৰক মাতি আনি আদেশ দিলে যে তুমি ৰাক্ষস সৈন্য লগত লৈ যুদ্ধলৈ যোৱা। তুমি বানৰবিলাকৰ সহিত সুগ্ৰীৱ আৰু ৰামক পৰাজয় কৰা। বজ্ৰদংষ্ট্ৰই আদেশ পাই যুদ্ধলৈ সাজু হৈ যাত্ৰা কৰিলে। পুনঃ যুদ্ধ আৰম্ভ হ'ল। ৰাক্ষসসেনাবিলাক আছিল বলবান। অস্ত্ৰপণ্ডিত আৰু বিভিন্ন প্ৰকাৰৰ অস্ত্ৰধাৰী। বজ্ৰদংষ্ট্ৰও লোক সংহাৰত উদ্যত হৈ সাক্ষাৎ কৃতান্তৰ দৰে ৰণক্ষেত্ৰত বিচৰণ কৰিব ধৰিলে আৰু বহু বানৰ সৈন্য বিনাশ কৰিলে। তাকে দেখি বালিপুত্ৰ অঙ্গদ আগবাঢ়ি আহি বজ্ৰদংষ্ট্ৰক আক্ৰমণ কৰিলে আৰু যুদ্ধত পৰাজিত কৰি সেই ৰাক্ষস বীৰৰ শিৰচ্ছেদ কৰি পেলালে। বজ্ৰদংষ্ট্ৰ নিহত হোৱাত ৰাক্ষস সেনাবিলাক বিষণ্ণ হ'ল আৰু বানৰ সৈন্যবিলাকৰ মাজত জয়ধ্বনি উঠিল।

---

(১) ধনুৰ্জ্যাতন্ত্ৰি মধুৰং হিক্কা তালসমন্বিতম্।
মন্দ্ৰস্তনিত গীতং তদ্ যুদ্ধ গান্ধৰ্ববদবভৌ।।২৫।। লঙ্কাকাণ্ড ৫২ অঃ

**অকম্পন বধ ঃ**

বালিপুত্ৰ অঙ্গদৰ হাতত বজ্ৰদংষ্ট্ৰ নিহত হোৱাৰ খবৰ পাই ভীমবিক্ৰম ৰাক্ষস সেন্যাধ্যক্ষ অকম্পনক ৰাৱণে সেনাপতি নিযুক্ত কৰি যুদ্ধলৈ পাঠালে। অকম্পন এজন সুদক্ষ যোদ্ধা আৰু ৰাৱণৰ বিশ্বস্ত সেন্যাধ্যক্ষ। তেৱেঁই মহাবল সুগ্ৰীৱক আৰু ৰাম-লক্ষ্মণক পৰাস্ত কৰিব পাৰিব বুলি বৰ আশান্বিত হৈ তেওঁৰ গুণ প্ৰশংসা কৰি সেনাপতি পদত আগ্ৰহেৰে অধিষ্ঠিত কৰিলে। তেওঁ তপ্তকাঞ্চন বৰণৰ ৰথত আৰোহন কৰি যাত্ৰা কৰিলে, কিন্তু যাত্ৰাকালত ৰথৰ ঘোঁৰাকেইটি দুৰ্বল হৈ পৰিল। তাকে দেখি অকম্পনৰ মুখ মলিন হ'ল আৰু কণ্ঠস্বৰো বিৰূপ হ'ল। এই শুভদিনত ই এক দুৰ্লক্ষণ বুলি তেওঁৰ মনত উদয় হ'ল। অন্যান্য দুৰ্লক্ষণেও দেখা দিলে—বায়ু ৰুক্ষভাৱে প্ৰবাহিত হবলৈ ধৰিলে আৰু মৃগ আৰু পক্ষীসকলে উৎকট স্বৰত আৰ্ত্তনাদ কৰিব ধৰিলে। এইবোৰ দুৰ্লক্ষণক লক্ষ্য নকৰি তেওঁ সদলবলে যুদ্ধাৰ্থে গমন কৰিলে। যুদ্ধক্ষেত্ৰত উপস্থিত হোৱাৰ লগে লগে উভয়পক্ষৰ সৈন্যৰ তুমুল পদ শব্দ আৰু সিংহনাদ শুনিবলৈ পোৱা গ'ল। যুদ্ধ আৰম্ভ হ'ল আৰু উভয়পক্ষৰ বহু সৈন্য হতাহত হ'ল। অৱশেষত মহাবীৰ হনুমানৰ হাতত ৰাক্ষসবীৰ অকম্পন নিহত হ'ল।

**প্ৰহস্ত বধ ঃ**

অকম্পনৰ নিধন বাৰ্ত্তা শুনি ৰাৱণ চিন্তান্বিত হ'ল। বহুকথা চিন্তা কৰি আৰু লঙ্কাপুৰীৰ অবৰক্ষণত কোনো ত্ৰুটী হোৱা নাই দেখি যুদ্ধ বিশাৰদ প্ৰহস্তক ৰাৱণে সেনাপতি পদত বৰণ কৰি যুদ্ধলৈ পঠালে। লগতে আৰু চাৰিজন মন্ত্ৰী প্ৰহস্তক বেষ্টন কৰি গ'ল। প্ৰহস্ত যুদ্ধ ক্ষেত্ৰত উপস্থিত হোৱাত ৰাক্ষসসকলৰ সিংহনাদ আৰু বানৰবিলাকৰ গৰ্জ্জনত তুমুল কোলাহল উপস্থিত হ'ল। উভয়পক্ষই যুদ্ধ কৰিবলৈ পাই আনন্দিত। নীল বানৰৰ হাতত প্ৰহস্তৰ মৃত্যু ঘটিল। প্ৰহস্তৰ মৃত্যু সংবাদ পাই, ৰাৱণ নিজেই যুদ্ধ ক্ষেত্ৰত উপস্থিত হ'ল আৰু লক্ষ্মণ, সুগ্ৰীৱ, নীল আৰু হনুমানৰ লগত ভীষণভাৱে যুদ্ধ কৰি কৰি ৰামৰ সম্মুখীন হ'ল; কিন্তু ৰামৰ লগত যুদ্ধ কৰি পৰাজিত হৈ লঙ্কাপুৰীলৈ পলাই আহিল।

ৰাৱণৰ হৃদয়ত ভয় উপস্থিত হ'ল। ৰামৰ লগত যুদ্ধ কৰি পৰাজয় বৰণ কৰিব লগা হোৱাত অত্যন্ত ব্যথিত হৈ ভাবিবলৈ ধৰিলে যে ইমানদিনে দিগ্বিজয়ী বীৰ বুলি তেওঁৰ যি অভিমান আছিল সেই অভিমান চূৰ্ণ হৈছে। এই সময়ত কুম্ভকৰ্ণ নিদ্ৰিত হৈ আছিল। সৈন্যবিলাকক ৰাৱণে পুৰ্বদ্বাৰ ৰক্ষা কৰি থাকিবলৈ আৰু কুম্ভকৰ্ণৰ নিদ্ৰা ভঙ্গ কৰিবলৈ আদেশ দিলে।

## কুম্ভকৰ্ণ বধ ঃ

কুম্ভকৰ্ণ অকালতে জাগৃত হ'ল। ৰাক্ষসবিলাকক কুম্ভকৰ্ণই সুধিলে—হে ৰাক্ষসসকল! মোক তোমালোকে কিয় জগাই তুলিলা? মহাৰাজ কুশলে আছেতো? মোৰ বোধ হৈছে তোমালোকে সামান্য কাৰণত মোক জগোৱা পাই। নিশ্চয ভয়ৰ কিবা কাৰণ উপস্থিত হৈছে। ভয়ৰ কি কাৰণ উপস্থিত হৈছে সোনকালে কোৱা—মই নিশ্চয় সেই ভয় বিদূৰিত কৰিম।

ৰাক্ষস যুপাক্ষই উত্তৰ দিলে—মনুষ্যৰ পৰা যি ভয়ৰ কাৰণ উপস্থিত হৈছে, তেনে ভয় আমি দৈত্য দানবৰ পৰাও পোৱা নাই। পৰ্ব্বতাকাৰ বানৰ সৈন্যই লঙ্কাপুৰী আচ্ছন্ন কৰি পেলাইছে। সীতাহৰণত সন্তপ্ত হৈ ৰামে লঙ্কা আক্ৰমণ কৰিছে। ৰামৰ সৈন্যসকলৰ ভিতৰৰপৰা এজন মাত্ৰ বানৰে আহি লঙ্কা দগ্ধ কৰিছে। ৰাৱণ ৰজা স্বযং ৰামৰ লগত যুদ্ধত সন্মুখীন হৈ পলাই সাৰিছে। যুপাক্ষৰ মুখত ৰামে লঙ্কা আক্ৰমণ কৰা শুনি আৰু ৰাৱণৰ যুদ্ধৰ পৰা পলায়ন কৰা সংবাদ পাই কুম্ভকৰ্ণ ৰাগান্বিত হৈ প্ৰতিজ্ঞা কৰি ক'লে—হে যুপাক্ষ। মই বানৰবিলাকৰ সৈতে ৰাম-লক্ষ্মণক পৰাস্ত কৰি জ্যেষ্ঠৰ চৰণ দৰ্শন কৰিমহি। এইদৰে প্ৰতিজ্ঞা কৰি কুম্ভকৰ্ণই দ্ৰুতপদে ৰাক্ষসবিলাকৰ সৈতে ৰাৱণৰ ঘৰত প্ৰৱেশ কৰিলে আৰু সসম্ভ্ৰমে ৰাৱণক সুধিলে—হে ৰাজন। আপুনি কিয় মোৰ অকালতে নিদ্ৰা ভঙ্গ কৰালে। আপোনাৰ কি বিপদ হৈছে আৰু কাৰ পৰাই বা আপুনি ভীত হৈছে। কুম্ভকৰ্ণই যেন ভয়প্ৰদানকাৰী শত্ৰুক তন্মুহূৰ্ত্তে বিমৰ্দ্দন কৰিবলৈ উদ্যত হৈছে এনে ক্ৰোধপূৰ্ণ বিকট মূৰ্ত্তি ধাৰণ কৰাত ৰাৱণে সন্তুষ্ট হৈ কবলৈ ধৰিলে—হে মহাবল। ৰামক বিশেষ ভয়ৰ কাৰণ বুলি তুমি জানিব পৰা নাই, কাৰণ তুমি নিদ্ৰাচ্ছন্ন হৈ আছা। দশৰথপুত্ৰ ৰামচন্দ্ৰই কপিৰাজ সুগ্ৰীৱৰ লগত সমূদ্ৰ পাৰ হৈ আহি জ্ঞাতিকুল ধ্বংস কৰিব ধৰিছে। লঙ্কাৰ প্ৰধান প্ৰধান বীৰবিলাক যুদ্ধত বানৰৰ হাতত নিহত হৈছে কিন্তু এই যুদ্ধত বানৰ বিনাশৰ বিশেষ কোনো খবৰ মই পোৱা নাই। সেইবাবে মোৰ মনত ভয় উপজিছে। এতিয়া তুমি এই সঙ্কটৰ পৰা আমাক ৰক্ষা কৰা। তুমি এই বিপদৰ পৰা উদ্ধাৰ কৰিবা বুলি তোমাক জগাই তুলিছোঁ।

ৰাৱণৰ কথা শুনি আৰু তেওঁৰ দুখ-চিন্তা আৰু ভয়ৰ কাৰণ জানিব পাৰি কুম্ভকৰ্ণই হাঁহি হাঁহি কবলৈ ধৰিলে— ইতিপূৰ্বে মন্ত্ৰণা কৰিবৰ সময়ত মই আপোনাক কৈছিলো যে আপুনি সীতাক অপহৰণ কৰি আমি কু-কৰ্ম কৰিছে। এতিয়া সেই কুকৰ্মৰ ফল ভোগ কৰিব লাগিব।

ৰাৱণে কুম্ভকৰ্ণৰ এনে ধৰণৰ কথা শুনি বিৰক্ত আৰু ক্ৰোধান্বিত হ'ল। কুম্ভকৰ্ণক ক'লে— কুম্ভকৰ্ণ! মই তোমাৰ গুৰু আৰু আচাৰ্য্যৰ দৰে পূজনীয়। তুমি মোক উপদেশ দিবলৈ ধৰিছা, তোমাৰ বাক্যবিলাসৰ কোনো আৱশ্যক নাই।

এতিয়া মই যি আদেশ কৰিছোঁ—তাকে পালন কৰা। মোৰ প্ৰতি যদি তোমাৰ স্নেহ থাকে, তোমাৰ শৰীৰত যদি বলবিক্ৰম আছে আৰু মোৰ বৰ্তমান কাৰ্য্যত যদি তোমাৰ সমৰ্থন থাকে তেন্তে তুমি উপস্থিত দুখ আৰু বিপদ দূৰ কৰিবলৈ সচেষ্ট হোৱা। যি ব্যক্তিয়ে বিপন্ন আৰু দীনভাবাপন্ন লোকক দয়া দেখুৱায় তেওঁ সুহৃৎ আৰু যিজন ব্যক্তিয়ে বিপথগামী লোকক সহায় কৰে তেওঁ বন্ধু বা আপোনজন।(১)

মহাবীৰ কুম্ভকৰ্ণই ৰজাৰ খং দেখি ক্ৰমশঃ শান্ত কথা কবলৈ ধৰিলে—হে ৰাজন! মোৰ প্ৰাণ থাকোঁতে আপোনাৰ ভয়ৰ কোনো সম্ভাৱনা নাই। মই দাশৰথিৰ প্ৰাণ বিনাশৰ বাবে ওলালোঁ। আজি জগৎবাসীয়ে কুম্ভকৰ্ণৰ বলবীৰ্য্য চাই লওক। মোৰ ক্ৰোধ উপস্থিত হ'লে দেৱতাসকলকো ধৰাশায়ী কৰিম, যমৰ দৰ্প চূৰ্ণ কৰিম। নক্ষত্ৰবিলাকৰ লগতে সূৰ্য্যকো ভূপতিত কৰিম। সমুদ্ৰকো পান কৰিম, পৰ্বতক চূৰ্ণ-বিচূৰ্ণ কৰিম আৰু পৃথিৱীকো ফালি পেলাম। এই বুলি প্ৰতিজ্ঞা কৰি কুম্ভকৰ্ণ অকলে যুদ্ধ কৰিবলৈ যাবলৈ প্ৰস্তুত হ'ল। তেতিয়া মহাবল ৰাক্ষসে বাধা দি ক'লে—কুম্ভকৰ্ণ। যি ৰামচন্দ্ৰই জনস্থান প্ৰদেশত বলবান, অসংখ্য ৰাক্ষসক বিনষ্ট কৰিছে, তুমি অকলে তেওঁক কেনেকৈ নিহত কৰিবা?

কুম্ভকৰ্ণই ইচ্ছা নকৰিলেও ৰাৱণে অসংখ্য সৈন্য সমভিব্যাহাৰে কুম্ভকৰ্ণক যুদ্ধলৈ পঠালে। কুম্ভকৰ্ণই বানৰ সৈন্য আৰু ৰামৰ সহিত ভীষণ যুদ্ধ কৰিলে; কিন্তু অৱশেষত ৰামৰ হাতত নিহত হ'ল।

## ত্ৰিশিৰা আদি পাঁচজন ৰাক্ষস বীৰ বধ ঃ

কুম্ভকৰ্ণ বধৰ সংবাদ ৰাৱণে যথাসময়ত পাই অতিশয় শোকসন্তপ্ত হৈ পৰিল। ত্ৰিশিৰা নামৰ এজন বলবান ৰাক্ষসে এই শোকত ৰাৱণক সান্ত্বনা দি নিজেই যুদ্ধলৈ যাবলৈ ওলাল। ৰাৱণে ত্ৰিশিৰাৰ কথাত পুনৰায় উৎসাহিত হ'ল। ত্ৰিশিৰাৰ উৎসাহিত বাক্যত উত্তেজিত হৈ ৰাৱণৰ ইন্দ্ৰতুল্য পৰাক্ৰমী পুত্ৰ তিনিজনো—দেৱান্তক, নৰান্তক আৰু অতিকায়—যুদ্ধলৈ সাজু হ'ল আৰু প্ৰত্যেকজনেই সেনাপতি হবলৈ আগবাঢ়ি আহিল। ৰাৱণৰ আদেশ ক্ৰমে চাৰিওজন বীৰ যুদ্ধক্ষেত্ৰত উপস্থিত হ'ল আৰু অতি ভয়ানকভাৱে যুদ্ধ কৰিলে; কিন্তু দেৱান্তক আৰু ত্ৰিশিৰা হনুমানৰ হাতত, মহোদৰ নীলৰ হাতত, মহাপাৰ্শ্ব ঋষভৰ হাতত আৰু নৰান্তক অঙ্গদৰ হাতত নিহত হ'ল। এই চাৰিজন বীৰ ৰাক্ষস বধ হোৱা দেখি ৰাক্ষস অতিকায় বীৰে লক্ষ্মণৰ লগত প্ৰচণ্ড যুদ্ধ কৰিলে কিন্তু লক্ষ্মণৰ হাতত নিহত হ'ল।

---

স সুহৃদ যো বিপন্নাৰ্থং দীনমভ্যুপপদ্যতে।
স বন্ধুৰ্যো২ পনীতেষু সাহায্যায়োপ কল্পতে।। ২৭ —লঙ্কাকাণ্ড ৬৩ অধ্যায় ঃ

## ৰাম-লক্ষ্মণৰ মোহ ঃ

ৰাক্ষসৰাজ ৰাৱণ মহাবীৰ লক্ষ্মণৰ হাতত অতিকায়ৰ মৃত্যু সংবাদ শুনি অতিশয় উদ্বিগ্ন হৈ পৰিল। ৰাৱণে চিন্তা কৰিব ধৰিলে— ধূম্ৰাক্ষ, অকম্পন, প্ৰহস্ত, কুম্ভকৰ্ণ প্ৰভৃতি মহাবলশালী বীৰসকল যুদ্ধত অদ্বিতীয় আৰু ৰণজয়ী। এইসকল বীৰ ৰামৰ হাতত নিহত হৈছে। এইসকল বীৰ শত্ৰুৰ হাতত পৰাজিত হবলগীয়া নাছিল। নিশ্চয় ৰামচন্দ্ৰ অতি বলবান আৰু তেওঁৰ অস্ত্ৰবল অতি চমৎকাৰ। এতিয়া অতি সাৱধানে লঙ্কাপুৰী ৰক্ষা কৰা উচিত। এতিয়া পুৰীৰ ভিতৰলৈ বাহিৰৰ পৰা যেন কোনো প্ৰৱেশ কৰিব নোৱাৰে আৰু ভিতৰৰপৰা কোনো ওলাই যাব নোৱাৰে সেইটো চোৱাহে আমাৰ প্ৰধান কৰ্ত্তব্য। এই অনুসাৰে ৰক্ষকসকলক সাৱধান কৰি দি ৰাৱণে শোক সাগৰত নিমগ্ন হৈ নিজৰ গৃহত প্ৰৱেশ কৰিলে।

ৰজা শোকত নিমগ্ন হৈ থকা বুলি জানি ইন্দ্ৰজিতে পিতৃৰ ওচৰলৈ আহি সান্ত্বনা দিবলৈ ধৰিলে। পিতা! এতিয়াও আপোনাৰ পুত্ৰ ইন্দ্ৰজিৎ বৰ্ত্তমান। মই যুদ্ধ কৰি অতি শীঘ্ৰে ৰাম-লক্ষ্মণক নিহত কৰিম। এই বুলি সান্ত্বনা দি ইন্দ্ৰজিতে যুদ্ধক্ষেত্ৰলৈ যাত্ৰা কৰিলে। লগত ভীম পৰাক্ৰম ৰাক্ষস সকলোৰে গঠিত বিপুল সৈন্যৰ বাহিনী এটা ল'লে। যুদ্ধক্ষেত্ৰলৈ গৈ নিকুম্ভিলা নামে ঠাই এডোখৰ ৰাক্ষস সৈন্যেৰে পৰিবেষ্টিত কৰি যজ্ঞ আৰম্ভ কৰিলে। যজ্ঞৰ অগ্নি প্ৰজ্জ্বলিত হৈ তপ্তকাঞ্চনৰ ৰূপ ধাৰণ কৰি দক্ষিণাবৰ্ত্ত শিখাৰে আহুতি গ্ৰহণ কৰিব ধৰিলে। এই যজ্ঞৰ ফলস্বৰূপে ইন্দ্ৰজিতে ব্ৰহ্মাৰ পৰা ব্ৰহ্মাস্ত্ৰ লাভ কৰিলে। তাৰ পাছত সসৈন্যে গৈ যুদ্ধ আৰম্ভ কৰিলে। ব্ৰহ্মাৰ বৰতে আৰু মহামন্ত্ৰৰ প্ৰভাবতে মায়া কৰি অদৃশ্য হৈ থাকি ইন্দ্ৰজিত যুদ্ধ কৰিবলৈ সমৰ্থ হৈছিল। যুদ্ধৰ সময়ত ৰাম-লক্ষ্মণে ইন্দ্ৰজিতক দেখা নাপাই বিপন্ন হৈ পৰিছিল। সেই বিমূঢ় অৱস্থাত ইন্দ্ৰজিতে যুদ্ধত বানৰ সৈন্যক ছিন্ন ভিন্ন কৰি পেলালে। ব্ৰহ্মাস্ত্ৰৰ বলত ইন্দ্ৰজিতে শৰজালদ্বাৰা ৰাম-লক্ষণকো নিপীড়িত আৰু সংজ্ঞাহীন কৰি জয়োল্লাস কৰি লঙ্কাপুৰীলৈ প্ৰত্যাবৰ্ত্তন কৰিলে। যুদ্ধৰ আদ্যোপান্ত খবৰ দি পিতৃ ৰাৱণক সন্তুষ্ট কৰিলে।

বানৰ সৈন্যবিলাকৰ ভিতৰত যিবিলাক ইন্দ্ৰজিতৰ শৰজালদ্বাৰা আচ্ছন্ন হোৱা নাছিল, সেইবিলাকে দেখিবলৈ পালে যে ৰাম-লক্ষ্মণো মোহপ্ৰাপ্ত হৈছে— সংজ্ঞাহীন হৈ পৰি আছে। বানৰবীৰ সুগ্ৰীৱ, অঙ্গদ, নীল আৰু জাম্ববানো উত্থান শক্তি ৰহিত হৈ পৰি আছে। তেতিয়া বিচক্ষণ বুদ্ধি বিভীষণে বানৰবিলাকক বিষন্ন দেখি আশ্বাস দিবলৈ ধৰিলে—বীৰসকল! তোমালোক ভীত নহবা। এতিয়া বিষাদ কৰিবৰ সময় নহয়। তোমালোকে জানিবা যে ব্ৰহ্মাৰ অস্ত্ৰৰ সন্মান ৰক্ষাৰ বাবেহে ৰাম-লক্ষ্মণ বিষন্ন আৰু মৃতকল্প হৈ আছে।

বিভীষণ আৰু হনুমান এই শৰজালৰ সীমাৰ ভিতৰত থকা নাছিল। সেইবাবে তেওঁলোক অক্ষত হৈ আছিল। উভয়ে ৰণাঙ্গন পৰিদৰ্শন কৰি দেখিবলৈ পালে যে বহু বানৰ সৈন্য হত হৈছে। বহু সৈন্য আহত হৈছে আৰু বহুতৰ অঙ্গ হানি হৈছে। বিভীষণে হনুমানক পৰামৰ্শ দিলে যে গন্ধমাদন পৰ্বতৰ পৰা মৃতসঞ্জীৱনী, বিশল্যকৰণী, সুবৰ্ণকৰণী আৰু সন্ধান কৰণী এই চাৰিপ্ৰকাৰ ঔষধি লৈ আহিব লাগে। গন্ধমাদন পৰ্বত হিমালয়ৰ কৈলাস পৰ্বত আৰু ঋষভ পৰ্বতৰ মাজত আছে। বায়ু পুত্ৰই বায়ুবেগে গৈ সেই ঔষধি লৈ আহিলগৈ। ৰাজকুমাৰ ৰাম-লক্ষ্মণ দিব্য ঔষধিৰ আঘ্ৰাণ মাত্ৰে নীৰোগ হ'ল। বানৰ বিলাকো একে একে উঠিব ধৰিলে। যিবিলাক বানৰ হত হৈছিল, সেইবিলাকো ঔষধিৰ বলত উঠি বহিল—জীৱিত হ'ল। ইয়াৰ পাছত ৰাক্ষসসকলেও এই ঔষধিৰ বলত মৃত ৰাক্ষস সৈন্য জীয়াই তুলিব পাৰে আশঙ্কা কৰি মৃত ৰাক্ষসবিলাকক বানৰসকলে সমুদ্ৰত নিক্ষেপ কৰিছিল।

## পুনৰায় লঙ্কাদগ্ধ আৰু কুম্ভ নিকুম্ভাদি ৰাক্ষস বধ ঃ

সুগ্ৰীৱে চিন্তা কৰি চালে যে লঙ্কাৰ বহুবীৰ হত হৈছে আৰু কুম্ভকৰ্ণও হত হৈছে; সেইবাবে লঙ্কাপুৰী সুৰক্ষিত হৈ থকা নাই। এই সময়ত বানৰসকলে উল্কা লৈ অতি সত্বৰ লঙ্কাপুৰীত প্ৰৱেশ কৰি লঙ্কা দাহ কৰক। সুগ্ৰীৱে সেই অনুসাৰে বানৰসকলক আদেশ দিলে। বিৰূপাক্ষ প্ৰভৃতি ৰাক্ষসসকলে লঙ্কাৰ দ্বাৰসমূহ ৰক্ষা কৰি আছিল। বানৰবিলাকে উল্কা হাতত লৈ আগবঢ়া দেখি সিহঁতে দ্বাৰ এৰি পলায়ন কৰিলে। বানৰবিলাকে সুযোগ পাই হৃষ্টমনে সমস্ত গৃহ আৰু ৰাজপথৰ বিভিন্ন ঠাইত অগ্নিসংযোগ কৰি দিলে। ৰাক্ষসবিলাকৰ অসংখ্য গৃহ দগ্ধ হবলৈ ধৰিলে। সেই জুইত অগুৰু, উৎকৃষ্ট চন্দন, মুক্তামালা, মণি হীৰা আৰু প্ৰবাল পৰ্য্যন্ত ভস্মীভূত হৈ গ'ল। কৌমবস্ত্ৰ, মেষলোমৰ বস্ত্ৰ, পট্টবস্ত্ৰাদি নানা প্ৰকাৰ বস্ত্ৰ, স্বৰ্ণপাত্ৰ, হাতীৰ হাউদা, ঘোঁৰাৰ জিন, ৰণসজ্জা, গড়া, ধনু, জ্যা, বাণ, তোমৰ, লোমৰ কম্বল, চামৰ, বাঘৰ ছাল সকলো পুৰি ভস্মীভূত হ'ল। মুহূৰ্ত্তকালৰ ভিতৰতে বানৰবিলাকে লঙ্কা দগ্ধ কৰি পেলালে। হাতী, ঘোঁৰা গৰুবিলাকে সভয়ে উৰ্দ্ধশ্বাসে পলায়ন কৰিব ধৰিলে। লোকসংহাৰৰ কাৰণে যেন পৃথিৱী প্ৰদীপ্ত হৈ উঠিছে—এনে বোধ হ'ল। যিবিলাক ৰাক্ষসে দগ্ধকলেৱৰ হৈ বাহিৰলৈ ওলাই আহিছিল, সেইবিলাক ৰাক্ষসক বানৰবিলাকে আক্ৰমণ কৰিলে। বানৰ আৰু ৰাক্ষসবিলাকৰ মাজত হোৱা সংঘৰ্ষত তুমুল শব্দৰ ধ্বনি দহোদিক সমুদ্ৰ পৃথিৱী পৰ্য্যন্ত প্ৰতিধ্বনিত কৰি তুলিলে।

এই সময়ত ৰামচন্দ্ৰই ধনু হাতত লৈ ধনুত টঙ্কাৰ দিবলৈ ধৰিলে। সেই টঙ্কৰ শব্দই সমস্ত কোলাহল অতিক্ৰম কৰি প্ৰকাশ পাব ধৰিলে। ক্ৰমে সেই শব্দ আৰু বানৰসকলৰ ঘোৰতৰ নিনাদত দিঙ্মণ্ডল পৰিপূৰ্ণ হৈ উঠিল। ৰামচন্দ্ৰই বাণ

নিক্ষেপ কৰি কৈলাসশৃঙ্গৰ সমান ওখ লংকাৰ পুৰদ্বাৰ চূৰ্ণ কৰি পেলালে। ইয়াৰ পাছত বিমানগৃহত আৰু আন আন গৃহতো ৰামৰ শৰ নিক্ষিপ্ত হ'ব ধৰিলে। তাকে দেখি ৰাক্ষসসকলে ঘোৰতৰ সিংহনাদ কৰিব ধৰিলে। সেই ৰাত্ৰি ৰাক্ষসবিলাকৰ বাবে কালৰাত্ৰিস্বৰূপ হৈছিল। এই সময়ত সুগ্ৰীৱে বানৰবিলাকক আদেশ দিলে যে যি দ্বাৰ ওচৰতে পোৱা যায় তাকে আশ্ৰয় কৰি যুদ্ধ কৰি থাকা। যি ব্যক্তিয়ে এই আদেশ পালন নকৰিব আৰু ইফালে সিফালে অৱস্থান কৰিব সেই ব্যক্তি ৰাজশাসন বিৰোধী আৰু অবাধ্য বুলি বধ কৰিবলৈকো ক্ৰুটী কৰা নহ'ব।

বানৰবিলাকক উল্কা হাতত লৈ ৰাজদ্বাৰত উপস্থিত হোৱা দেখি ৰাক্ষসৰাজ ৰাৱণ খঙত জ্বলি উঠিল। তেওঁৰ মুখমণ্ডলত ৰুদ্ৰৰ ক্ৰোধ মূৰ্ত্তিমান হৈ উঠিল। তেওঁ এই সময়ত কুম্ভকৰ্ণৰ দুইপুত্ৰ কুম্ভ আৰু নিকুম্ভক যুদ্ধৰ কাৰণে নিয়োগ কৰিলে। ৰাৱণৰ আদেশত ধূপাক্ষ, শোণিতাক্ষ, প্ৰজঙ্ঘন আৰু কম্পন এইকেইজন বীৰ কুম্ভ আৰু নিকুম্ভৰ সহকাৰী হ'ল। সিহঁত আজ্ঞা পোৱা মাত্ৰে সিংহনাদ কৰি বহিৰ্গত হ'ল। ৰাক্ষসসকলৰ দেহত থকা অলঙ্কাৰৰ প্ৰভা, সিহঁতৰ দেহৰ সৌন্দৰ্য্যপ্ৰভা আৰু, বানৰসকলৰ হাতত থকা অগ্নিৰ প্ৰভাৰ লগত মিলিত হৈ আকাশমণ্ডল প্ৰভাময় হৈ উঠিল। চন্দ্ৰ আৰু গ্ৰহতৰাৰ প্ৰভা, অলঙ্কাৰৰ প্ৰভা, আৰু জ্বলিত গৃহৰ প্ৰভাই উভয় সৈন্যদলৰ মাজত থকা আকাশক অতি প্ৰভান্বিত কৰি তুলিলে।[১] যিবোৰ গৃহ অৰ্দ্ধপ্ৰদীপ্ত হৈছিল, সেই গৃহবিলাকৰ প্ৰভা সমুদ্ৰত নিপতিত হোৱাত সমুদ্ৰৰ তৰঙ্গত তৰঙ্গায়িত হৈ জলৰাশিৰ শোভা সুন্দৰতৰ হৈছিল। ৰাক্ষসসকল হাতী, ঘোঁৰা ৰথ লৈ যুদ্ধ সজ্জাত সজ্জিত হৈ অহা দেখি বানৰ সকলো যুদ্ধলৈ আগবাঢ়ি গ'ল। যুদ্ধাভিলাষী বানৰসকলে উন্মত্তৰ দৰে হৈ ৰাক্ষসবিলাকৰ গাত জাপিয়াই পৰিল আৰু গছ, পাহাৰ আৰু মুষ্টি প্ৰহাৰেৰে সিহঁতক ব্যথিত আৰু পীড়িত কৰি তুলিলে। ইফালে ভীমবিক্ৰম ৰাক্ষসসকলে শৰ নিক্ষেপ কৰি বানৰ সৈন্যবিলাকৰ মূৰ কাটি পেলাব ধৰিলে আৰু আনফালে বানৰবিলাকে ৰাক্ষসবিলাকৰ কাৰো কাৰো কাণ কামুৰি চিঙি পেলাব ধৰিলে। মুষ্টি প্ৰহাৰেৰে কাৰো কাৰো অঙ্গ-প্ৰত্যঙ্গ ভঙ্গ কৰি ৰণভূমিত বিচৰণ কৰিব ধৰিলে। ইফালে ভীষণাকাৰ ৰাক্ষসসকলে বানৰসকলৰ প্ৰধান প্ৰধান বীৰবিলাকক নিপাতিত কৰিব ধৰিলে। এজনে এজনক বধ কৰিবলৈ যি সময়ত উদ্যত হয়, সেই সময়তে অকস্মাতে এজন আহি তেওঁকে বধ কৰে। এজনে যেতিয়া আন এজনক ঢকা মাৰি পেলাই দিবলৈ উদ্যত হয়, অপৰ এজনে আহি তেওঁকেই ঢকা মাৰি পেলাই দিয়ে। কোনো এজনে আন এজনক কামুৰি দিবলৈ

(১) চন্দ্ৰাভা ভূষণাভা চ গ্ৰহানাং জ্বলতাং চ ভা।
হৰিৰাক্ষস সৈন্যানি ভ্ৰাজয়ামাস সৰ্বতঃ।।৫২

—লঙ্কাকাণ্ড ৭৫ অধ্যায়

উদ্যত হৈছে, এনেতে আন এজনে আহি তেওঁকে দংশন কৰিলে। কোনো এজনে হয়তো আন এজনক তিৰস্কাৰ কৰিব ধৰিছিল, অপৰ এজন তৃতীয় ব্যক্তি আহি তেওঁকে তিৰস্কাৰ কৰিলে। ক্ৰমে উভয়পক্ষৰ যুদ্ধ তীব্ৰ হৈ উঠিল। ৰাক্ষসবিলাকৰ অস্ত্ৰ ব্যৰ্থ হব ধৰিলে। তেওঁলোকৰ মাজৰ যুদ্ধত উভয় পক্ষই উভয় পক্ষৰ যোদ্ধাৰ প্ৰাণ সাতৰ পৰা দহজনকৈ একো একো সময়তে সংহাৰ কৰিলে।

এই যুদ্ধতে কম্পন আৰু প্ৰজুঙ্ঘক অঙ্গদে নিহত কৰিলে, দ্বিবিদ বানৰবীৰে শোণিতাক্ষ ৰাক্ষসক সংহাৰ কৰিলে, মৈন্দৰ হাতত ধূপাক্ষ ৰাক্ষসে প্ৰাণ হেৰুৱালে আৰু সুগ্ৰীৱে কুম্ভক নিহত কৰিলে। তাৰ পাছত হনুমানে নিকুম্ভক বধ কৰিলে।

ইয়াৰ পাছত ৰাৱণে কুম্ভ আৰু নিকুম্ভৰ নিধন বাৰ্ত্তা পাই প্ৰজ্বলিত অগ্নিৰ দৰে জ্বলি উঠিল আৰু খৰপুত্ৰ মকৰাক্ষক যুদ্ধৰ কাৰণে পঠাই দিলে। মকৰাক্ষ শ্ৰীৰামচন্দ্ৰৰ হাতত নিহত হ'ল।

## ইন্দ্ৰজিতৰ যুদ্ধলৈ আগমন ঃ

মকৰাক্ষৰ নিধন বাৰ্ত্তা পাই ৰাৱণ অত্যন্ত ৰোষাবিষ্ট হৈ দাঁতে দাঁতে ঘৰ্ষণ কৰি কট্ কট শব্দ কৰিব ধৰিলে আৰু এতিয়া কি কৰা কৰ্ত্তব্য সেইটো চিন্তা কৰিব ধৰিলে। তাৰ পাছত পুত্ৰ ইন্দ্ৰজিতক মাতি অনাই ইন্দ্ৰজিতৰ প্ৰতি আদেশ কৰিলে—হে বীৰ। ৰাম-লক্ষ্মণক পৰাস্ত কৰা। ৰাম-লক্ষ্মণক মানুহ বুলি অৱজ্ঞা কৰি নামাৰিবা নেকি? ইন্দ্ৰজিতে ৰাৱণৰ এই আদেশ শিৰোধাৰ্য্য কৰি লৈ যুদ্ধলৈ যাবলৈ উদ্যত হ'ল আৰু অগ্নিৰ সন্তোষবিধানৰ বাবে যজ্ঞভূমিলৈ গ'ল। তাত যজ্ঞ সম্পাদন কৰিলে। মন্ত্ৰবলেৰে অগ্নিক পৰিতৃপ্ত কৰিলে আৰু ৰাক্ষস সৈন্যবিলাকক সাজু কৰি যুদ্ধক্ষেত্ৰত অৱতীৰ্ণ হ'ল। যুদ্ধত দুৰ্দ্ধৰ্ষ হৈ যুদ্ধ কৰিব ধৰিলে আৰু ৰাম-লক্ষ্মণ বিব্ৰত হৈ পৰিল। অতিৰথ ইন্দ্ৰজিতে ৰথত আৰোহণ কৰি অদৃশ্যভাৱে থাকি সকলো দিকলৈ অস্ত্ৰ ক্ষেপণ কৰিব ধৰিলে। ৰাম-লক্ষ্মণে ইন্দ্ৰজিতক দেখা নাপায়, কেৱল মাথোন যিটো দিশৰপৰা অস্ত্ৰসমূহ অহা দেখে সেই দিক লক্ষ্য কৰিহে তেওঁলোকে শৰ নিক্ষেপ কৰিব ধৰিলে। ৰাক্ষসৰ অস্ত্ৰত ৰাম-লক্ষ্মণৰ শৰীৰ ৰক্তাক্ত হৈ পৰিল। মেঘাবৃত সূৰ্য্যৰ গতি যেনেদৰে লক্ষ্য কৰা নাযায়, তেনেদৰে ইন্দ্ৰজিতৰ গতি শৰ শৰাসন আৰু তেওঁৰ আকৃতি কোনোৰে দেখা নাপালে। ইন্দ্ৰজিতৰ অস্ত্ৰাঘাতত বানৰসকল বিদ্ধ হৈ বহুতে প্ৰাণ হেৰুৱালে। তেতিয়া লক্ষ্মণে শ্ৰীৰামচন্দ্ৰক ক'লে যে যদি অনুমতি হয়, তেন্তে সমগ্ৰ ৰাক্ষসকুল নিৰ্ম্মূল কৰিবৰ বাবে ব্ৰহ্মাস্ত্ৰ নিক্ষেপ কৰোঁ। ৰাক্ষসকুল নিৰ্ম্মূল কৰাই মোৰ অভিপ্ৰায়। তেতিয়া ৰামচন্দ্ৰই লক্ষ্মণক এই বুলি নিষেধ কৰিলে যে

একজনৰ অপৰাধত সমগ্র ৰাক্ষসকুল নির্মূল কৰা উচিত নহয়। যি ব্যক্তি যুদ্ধ-বিৰত, লুক্কায়িত, শৰণাগত, সমুখত কৃতাঞ্জলি হৈ থিয় হৈ আছে, পলায়মান আৰু প্রমত্ত তেনে লোকৰ প্রাণ হৰণ কৰা উচিত নহয়।(১)

কনিষ্ঠক সম্বুধিয়া          ৰামদেৱে বুলিলন্ত
বিশিষ্টৰ মোহে হেন ধৰ্ম।
একলৰ অপৰাধে          সমস্তক সংহাৰিবা
শাস্ত্রৰ নিন্দিত মন্দ কৰ্ম।।

হে লক্ষ্মণ! অস্ত্রৰ দ্বাৰাই এই মায়াবী ইন্দ্রজিতৰ প্রাণ সংহাৰ কৰিব লাগিব। এনে অস্ত্র তাৰ বিৰুদ্ধে প্রয়োগ কৰিম সি ভূগৰ্ভ, অন্তৰীক্ষ বা ৰসাতল য'তেই প্রবেশ নকৰক মোৰ অস্ত্রই ত'তেই তাৰ শৰীৰ দগ্ধ কৰি তাৰ প্রাণ বিনাশ কৰিব।

মহাবীৰ ইন্দ্রজিতে ৰামচন্দ্রৰ অভিপ্রায় বুজিব পাৰি বনভূমি পৰিত্যাগ কৰি লঙ্কাপুৰীত প্রবেশ কৰিলে; কিন্তু বহু সংখ্যক জ্ঞাতিবধ হৈছে তাকে স্মৰণ কৰি পুনৰায় পশ্চিম দ্বাৰত আহি উপস্থিত হ'ল। তাত দেখিলে ৰাম-লক্ষ্মণ যুদ্ধৰ বাবে সাজু হৈ আছে। তেওঁলোকক দেখিয়েই ইন্দ্রজিতে মায়া বিস্তাৰ কৰিলে।

## মায়া-সীতা বধ ঃ

ইন্দ্রজিতে যুদ্ধক্ষেত্রতে সীতাক ৰথত বহুৱাই লৈ সীতাৰ প্রাণ সংহাৰ কৰিলে এই দৃশ্য হনুমানে দেখা পালে। সেই দৃশ্য দেখি হনুমানে বানৰবিলাকক যুদ্ধৰপৰা নিবৃত্ত কৰি ৰাম আৰু সুগ্রীৱক এই সংবাদ দিবলৈ লৰি গ'ল। ৰামচন্দ্রৰ ওচৰত উপস্থিত হৈ দুঃখিতমনে ক'লে যে আমি যুদ্ধ কৰি থাকোতে আমাৰ সাক্ষাতে ইন্দ্রজিতে সীতাৰ প্রাণ সংহাৰ কৰিলে। এনে ভয়াবহ কাণ্ড দেখি মই উদ্ভ্রান্তচিত্ত আৰু বিষণ্ণ হৈ আপোনাক এই সংবাদ দিবলৈ আহিছোঁ। এই সংবাদ শুনা মাত্রকে ৰামচন্দ্র মূৰ্চ্ছিত হৈ ছিন্নমূল বৃক্ষৰ দৰে ভূমিশায়ী হ'ল।

ৰামক ভূমিশায়ী দেখা পাই সকলোবিলাক বানৰে তেওঁক ঘেৰি ধৰিলে আৰু ৰামৰ শোকাগ্নি নির্বাপিত কৰিবৰ চেষ্টা কৰিব ধৰিলে। মহাবীৰ লক্ষ্মণে ৰামৰ অৱস্থা দেখি দুঃখিত মনে তেওঁক নিজৰ দুই বাহুৰে ধাৰণ কৰি তৎকালোচিত যুক্তিযুক্ত বাক্যেৰে কবলৈ ধৰিলে—হে আৰ্য্য! আপুনি জিতেন্দ্রিয় আৰু সৎপথাবলম্বী। আপুনি জানিব—ধৰ্মই আপোনাক অনৰ্থ পৰম্পৰাৰ পৰা ৰক্ষা কৰিব নোৱাৰে। সেই বাবে সেই ধৰ্ম অকাৰণ। স্থাবৰ জঙ্গমাত্মক ভূতৰ সুখ

---

নৈকস্য হেতো ৰক্ষাংসি পৃথিব্যাং হন্তুমৰ্হসি।।৩৮
অযুধ্যমানং প্রচ্ছন্নং প্রাঞ্জলিং শৰণাগতম।
পলায়মানং মত্তং বা ন হন্তুং ত্বমিহাৰ্হসি।।

লঙ্কাকাণ্ড—৮০ অধ্যায়

যেনে প্ৰত্যক্ষসিদ্ধ ধৰ্ম তেনে নহয়। ধৰ্মৰ নামত সুখ দিবপৰা কোনো পদাৰ্থই নাই। স্থাৱৰ যেনে প্ৰকাশমান, জঙ্গমো তেনে। যদি ধৰ্মই সুখ সাধন কৰিলেহেঁতেন, তেন্তে আপোনাৰ এনে বিপদৰ কোনো সম্ভাৱনা নাথাকিলহেঁতেন। যদি অধৰ্মকেই দুখৰ কাৰণ বুলি ভাবে, তেন্তে ৰাৱণ নিশ্চয় নৰকগামী হ'লহেঁতেন। ৰাৱণৰ সুখ আৰু আপোনাৰ দুখ দেখি ধৰ্ম আৰু অধৰ্ম সুখ-দুখৰ বিৰোধী বুলি সপ্ৰমাণিত হৈছে, ধাৰ্মিকৰ দুখ আৰু অধাৰ্মিকৰ সুখ— সেইটোহে প্ৰমাণিত হৈছে। এইটো যেতিয়া স্পষ্ট দেখা গৈছে যে অধাৰ্মিকবিলাকৰে শ্ৰীবৃদ্ধি হৈছে আৰু ধাৰ্মিকৰে কষ্ট হৈছে তেতিয়া ধৰ্ম আৰু অধৰ্ম নিৰৰ্থক। অধৰ্মই যদি অধৰ্মী মানুহক বধ কৰে, তেন্তে সেই বধকাৰ্য্যৰ দ্বাৰা সেই অধৰ্মকেই বধ কৰা হয়—সেই অধৰ্মই অধৰ্ম কৰা মানুহক কেনেকৈ দুখ দিব? মোৰ প্ৰশ্ন এই যে কোনো বস্তু যদি স্বয়ং নষ্ট হয়, তেনে বস্তুক কেনেকৈ বিনাশ কৰিব পাৰি? অথবা যদি এজনৰ শাস্ত্ৰ নিৰ্দিষ্ট কৰ্মৰ অনুষ্ঠানৰ ফলস্বৰূপে উৎপন্ন হোৱা অদৃষ্টৰ কাৰণে অন্য এজন ব্যক্তি হত হয় কিম্বা তেনে অদৃষ্টপ্ৰাপ্ত এজন লোকে অন্য এজন ব্যক্তিক বধ কৰে, তেন্তে সেই অদৃষ্টই কলুষিত হয়, বধকৰ্ত্তাৰ কোনো পাপ নহয়। হে অৰিন্দম! ধৰ্ম এটি অচেতন বস্তু মাত্ৰ। ধৰ্ম অপ্ৰকাশ আৰু নিজৰ কৰ্ত্তব্য নিৰ্দ্ধাৰণত অক্ষম। যদি ধৰ্মকেই মনা হয় তেন্তে হিংসাত্মক কাৰ্য্য কৰি বধ্য ব্যক্তিকেই বা বধ কৰা যায় কেনেকৈ? ধৰ্ম যদি আছে বুলি বিবেচনা কৰা হয়, তেন্তে আপোনাৰ দুখভোগৰ কোনো সম্ভাৱনা নাথাকিলহেঁতেন। আপুনি যেতিয়া এনে দুখভোগ কৰিব ধৰিছে, ধৰ্ম আছে বুলি অনুমান কৰিব নোৱাৰি। মোৰ বিবেচনাত ধৰ্ম অকিঞ্চিৎকৰ বস্তু মাত্ৰ, তাৰ দ্বাৰা কোনো কাৰ্য্য সাধন নহয়, তাৰ কোনো শক্তি নাই। ধৰ্মই সুখ দিব নোৱাৰে, কেৱল কাৰ্য্য কালত কিছু পৌৰুষ দিব পাৰে, মোৰ মতে এনে ধৰ্মক আশ্ৰয় কৰা কৰ্ত্তব্য নহয়। যদি ধৰ্মই পৌৰুষৰ প্ৰধান গুণ বুলি স্বীকাৰ কৰা হয়, তেন্তে সম্যক প্ৰকাৰে ধৰ্মক পৰিত্যাগ কৰি পৌৰুষকে আশ্ৰয় কৰা উচিত। যদি ধৰ্ম অধৰ্মৰ আশ্ৰয়ত থাকে, তেন্তে ধৰ্মই পৌৰুষ নষ্ট কৰে। মানুহে কাৰ্য্য সাধনৰ উদ্দেশ্যে পুৰুষকাৰৰ লগত ধৰ্মক আশ্ৰয় কৰিব লাগে—হে আৰ্য্য! ধৰ্ম সম্পৰ্কে মোৰ মত

---

(১) বধ্যন্তে পাপকৰ্মানো যদ্যধৰ্মেন বাধব।
বধ্যকৰ্মে হতো₂ ধৰ্মঃ স হতঃ কৰিষ্যতি?।।২২
অথবা
বিহিতেনায়ং হন্যতে হন্তি চাপৰম্।
বিধি স লিপ্যতে তেন ন স পাপেন কৰ্মনা।।২৩
—লঙ্কাকাণ্ড ৮৩ অধ্যায়

এয়ে। আপুনি ৰাজ্যাধিকাৰ পৰিত্যাগ কৰি ধৰ্মৰ মূলকে উচ্ছেদ কৰিছে; কাৰণ অৰ্থই ধৰ্মৰ মূল। অৰ্থহীন অল্পপ্ৰাণ পুৰুষৰ সকলো কাৰ্য্যই নিষ্ফল হৈ যায়। যি ব্যক্তিয়ে অৰ্থৰ ফালে লক্ষ্য নকৰি সুখ কামনা কৰে, সেই ব্যক্তি পাপ আচৰণত প্ৰবৃত্ত হয় আৰু সেই ব্যক্তিৰ নানাপ্ৰকাৰ দোষ ঘটে। অৰ্থবান ব্যক্তিৰহে মিত্ৰ থাকে, অৰ্থবান ব্যক্তিকেহে জ্ঞাতিসকলে মান্য কৰে আৰু অৰ্থবান ব্যক্তিহে পণ্ডিত বুলি গণ্য হয়। অৰ্থ থকা মানুহৰহে বিক্ৰম থাকে। অৰ্থবান লোকহে বুদ্ধিবান। যাৰেই অৰ্থ থাকে সেয়ে মহাবীৰ হয়, সেয়ে গুণবান হয়। অৰ্থ নাথাকিলে কি কি দোষ হয়, সেই সম্বন্ধে মই নানাপ্ৰকাৰ কথা কলোঁ। আপুনি ৰাজ্য পৰিত্যাগ কৰি অৰ্থৰ অবমাননা কৰিছে। যাৰ অৰ্থ কৰতলগত, তাৰেই ধৰ্ম, অৰ্থ আৰু কাম আয়ত্ত। নিধন ব্যক্তিয়ে অৰ্থকামনা কৰিলে পৌৰুষ ব্যতিৰেকে সেই কামনা সিদ্ধ নহয়। হে নৰশ্ৰেষ্ঠ! হৰ্ষ, কাম, দৰ্প, ধৰ্ম, ক্ৰোধ, শম আৰু দম, এই সকলো অৰ্থৰ অনুগত। হে বীৰ! আপুনি গুৰুবাক্যৰ বশবৰ্ত্তী হৈ বনলৈ অহাত প্ৰাণাপেক্ষা প্ৰিয়তমা আপোনাৰ সীতাক ৰাক্ষসে অপহৰণ কৰিছে। আপুনি উঠক। আপুনি নিজৰ পৌৰুষৰ প্ৰভাৱত ইন্দ্ৰজিতে দিয়া সকলো কষ্ট দূৰ কৰক। (পাঠকসকলে মনত ৰাখিব লাগিব যে ধৰ্ম, অধৰ্ম, পাপ, পূণ্য, অৰ্থ পৌৰুষ ইত্যাদি বিষয়ে লক্ষ্মণে যিবোৰ যুক্তি দিছে সেইবোৰ যুক্তি ৰামচন্দ্ৰক সান্ত্বনা আৰু উৎসাহ দিবৰ বাবেহে দিছিল। ৰামৰ দুখত দুখিত হৈ ৰামৰ প্ৰতি থকা প্ৰেম ভক্তি আৰু স্নেহৰ বাবেহে এনে কঠোৰ আৰু অপ্ৰীতিকৰ বাক্য যুক্তিপূৰ্ণভাৱে কৈছে। ইয়াত হতাশাৰ মনোভাব আছে)।

ভ্ৰাতৃবৎসল লক্ষ্মণে ৰামক এইদৰে আশ্বাস দি থকা সময়ত বিভীষণ আহি উপস্থিত হ'ল। বিভিষণে ৰামক লক্ষ্মণৰ কোলাত লজ্জিত, শোকমগ্ন আৰু বিষণ্ণ হৈ শুই থকা দেখি লক্ষ্মণক সুধিলে—কথা কি? কি হৈছে? তেতিয়া লক্ষ্মণে "ইন্দ্ৰজিতে সীতাৰ প্ৰাণ বধ কৰিছে" এই সংবাদ হনুমানৰ মুখৰপৰা শুনি ৰামচন্দ্ৰ শোকাচ্ছন্ন হৈছে বুলি ক'লে। লক্ষ্মণৰ কথা শেষ নৌহওতেই বিভীষণে ক'লে—ই অসম্ভৱ। মই সীতাৰ প্ৰতি ৰাৱণৰ অভিপ্ৰায় কি তাক জানোঁ। সেই দুৰভিপ্ৰায় আছে যেতিয়া সেই ৰাক্ষসে সীতাক কেতিয়াও বধ নকৰে। মই তাৰ হিত চিন্তা কৰি সীতাক ঘূৰাই দিবলৈ কৈছিলোঁ—কত শতবাৰ অনুৰোধ কৰিছিলোঁ কিন্তু ৰাৱণে সেই কথাত কৰ্ণপাতো কৰা নাই। সীতাক বধ কৰা দূৰৈৰ কথা সীতাৰ দৰ্শনো কোনেও পাব নোৱাৰে। ইন্দ্ৰজিত মায়াময়ী সীতাৰ প্ৰাণ সংহাৰ কৰি বানৰবিলাকক মোহিত কৰি গুচি গৈছে। সি আজি নিকুম্ভিলাত আভিচাৰিক মহাহোম সম্পন্ন কৰিব। এই হোমৰ দ্বাৰা সি হুতাশনক সন্তুষ্ট কৰিব পাৰিলে মহা দুৰ্দ্ধৰ্ষ হৈ উঠিব। সেই নিশাচৰ ইন্দ্ৰজিতে বানৰবিলাকৰ পৰাক্ৰম দেখি, সিহঁতৰ যুদ্ধত বিঘ্ন ঘটাবৰ বাবে মায়া সীতা বধ কৰি বানৰবিলাকক ভগ্নোদ্যম আৰু শোক-সন্তপ্ত কৰিছে।

মায়া সীতা কাটিলেক খৰ্গ ধৰি কৰে।
সমৰৰ বিঘ্নি আচৰিয়া যজ্ঞ কৰে।।

এতিয়া সেই যজ্ঞৰ বিঘ্নি ঘটাব লাগিব। আপুনি সৈন্য সমভিব্যাহাৰে মোৰ লগত লক্ষ্মণক পঠাই দিয়ক। সেই ৰাক্ষস এতিয়া সসৈন্য নিকুম্ভিলাত উপস্থিত হৈছে। যদি সি আভিচাৰিক হোমকাৰ্য্য সমাধা কৰি উঠে, তেন্তে আমি সকলোৱে নিশ্চয় তাৰ হাতত বিনষ্ট হম; কিন্তু ব্ৰহ্মাৰ আদেশ এই যে—"হে ইন্দ্ৰজিত। তুমি যেতিয়া নিকুম্ভিলাত উপস্থিত হৈ আভিচাৰিক হোম সমাপন কৰি উঠিব নোৱাৰিবা, সেই সময়ত শত্ৰুপক্ষই যদি তোমাক সশস্ত্ৰে আক্ৰমণ কৰে, তোমাৰ মৃত্যু সুনিশ্চিত।" অতএৱ ইন্দ্ৰজিতৰ বধৰ উপায় স্থিৰ কৰক।

বিভীষণৰ পৰামৰ্শ অনুসাৰে ৰামচন্দ্ৰৰ আদেশত লক্ষ্মণে ৰাক্ষসবিনাশৰ বাবে এক প্ৰচণ্ড ধনু হাতত ল'লে। নিজৰ শৰীৰ সুদৃঢ় বৰ্মেৰে ঢাকি ল'লে। তূণীৰত শৰ আৰু পিঠিত বিশাল খড়্গ বান্ধি ল'লে। তেওঁ আনন্দমনে ৰামচন্দ্ৰৰ চৰণ স্পৰ্শ কৰি ৰামচন্দ্ৰৰ আশীৰ্বাদ লৈ বিভীষণৰ লগত ইন্দ্ৰজিতৰ বধৰ উদ্দেশ্যে যাত্ৰা কৰিলে। কিছুদূৰ গৈ দেখিলে যে ৰাক্ষস সৈন্যবিলাকে ব্যূহ সজাই যুদ্ধৰ অপেক্ষা কৰি আছে। মহাবীৰ লক্ষ্মণে এই ঠাইতে শাস্ত্ৰ নিৰ্দ্দিষ্ট বিধান অনুসাৰে ৰাক্ষসসকলৰ ব্যূহৰ ওচৰতে থিয় দিলে। তেওঁৰ ওচৰতে মহাবীৰ অঙ্গদ, বায়ুপুত্ৰ হনুমান, আৰু ৰাক্ষসৰাজ বিভীষণে অৱস্থিতি ল'লে। এই সময়ত বিভীষণে লক্ষ্মণক উপদেশ দিলে যে বানৰ সৈন্যবিলাকে ৰাক্ষস সৈন্যবিলাকৰ লগত শিলনিৰ্ম্মিত অস্ত্ৰেৰে যুদ্ধ কৰি থাকক। ৰাক্ষস সৈন্যবিলাক যেতিয়া ছিন্ন -ভিন্ন হব, তেতিয়া ৰাজপুত্ৰ ইন্দ্ৰজিত ওলাই আহিব। আভিচাৰিক হোম সম্পন্ন নোহোৱালৈকে তুমিও ৰাক্ষস সৈন্যবিলাকক ব্যথিত-মথিত কৰি থাকা। তাৰ পাছত ধৰ্মধ্বজী এককৰ্মা মায়াবী ইন্দ্ৰজিতক বিনষ্ট কৰা। বানৰ আৰু ভালুক সৈন্যবিলাকে বিভীষণৰ উপদেশ অনুসাৰে বৃক্ষ হাতত লৈ ৰাক্ষসসৈন্যৰ প্ৰতি ধাবিত হ'ল। লক্ষ্মণেও শৰবৰ্ষণ কৰিব ধৰিলে। ৰাক্ষসসকলেও সুতীক্ষ্ণ অসি শক্তি আৰু তোমৰ হাতত লৈ বানৰ আৰু ভালুক সৈন্যবিলাকক আক্ৰমণ কৰিলে। উভয়পক্ষৰ বীৰদৰ্পত লঙ্কা নিনাদিত হৈ উঠিল। তুমুল সংগ্ৰাম আৰম্ভ হ'ল।

ইতিমধ্যে ইন্দ্ৰজিতে নিজ পক্ষৰ সৈন্যবিলাকক বিষণ্ণ আৰু বিমৰ্দ্দিত হোৱা দেখি আভিচাৰিক হোমকাৰ্য্য সমাপন নকৰাকৈয়ে গাত্ৰোত্থান কৰিলে। ইন্দ্ৰজিতে হনুমানে ৰাক্ষস সৈন্য সংহাৰ কৰিব ধৰা দেখি হনুমানৰ প্ৰাণ হৰণৰ বাবে উত্তেজিত হৈ উঠি হনুমানক বাক্যজাল আৰু শৰজালেৰে বিদ্ধ কৰিব ধৰিলে। এই ক্ষণ লক্ষ্য কৰি বিভীষণে লক্ষ্মণক উপদেশ দিলে যে ইন্দ্ৰজিতক আক্ৰমণ কৰিবৰ শুভ লগ্ন উপস্থিত হৈছে। বিভীষণে লক্ষ্মণক এই উপদেশ দি তেওঁক

লগত লৈ নিকুম্ভিলাৰ যজ্ঞভূমিত প্ৰবেশ কৰিলে আৰু এজোপা মেঘবৰ্ণৰ ভীমকায় বটবৃক্ষ দেখুৱাই দি ক'লে যে ইন্দ্ৰজিতে এই গছৰ তলতে ভূতবলি শিবাবলি দিয়ে। এই আভিচাৰিক হোমৰ শক্তিতে সি অদৃশ্য থাকি শত্ৰুক বধ আৰু বন্ধন কৰিব পাৰে। দেখা যায় সি এতিয়াও বটবৃক্ষৰ তলত আশ্ৰয় গ্ৰহণ কৰা নাই। এই সময়তে তুমি শৰনিক্ষেপ কৰি তাৰ সাৰথিৰ আৰু তাৰ প্ৰাণ বিনাশ কৰা। সুমিত্ৰানন্দন লক্ষ্মণে সেই কথা শুনি বিচিত্ৰ ধনু বিস্কাৰণ কৰি তাতে থিয় দি থাকিল। মহাবীৰ ইন্দ্ৰজিৎ অগ্নিবৰ্ণ ৰথত আৰোহন কৰি কবচ আৰু খড়্গ ধাৰণ কৰি তাত উপস্থিত হ'লহি। মহাতেজস্বী লক্ষ্মণে সেই বীৰ পুৰুষক দেখি ক'লে—ৰাক্ষস। মই তোমাক যুদ্ধলৈ আহ্বান জনাইছোঁ। তুমি মোৰ লগত যুদ্ধ কৰা।

## ইন্দ্ৰজিতে বিভীষণক কঠোৰ ভৰ্ৎসনা কৰিলে ঃ

ইন্দ্ৰজিতে লক্ষ্মণৰ লগত বিভীষণক দেখা পাই জ্বলি উঠি কবলৈ ধৰিলে—ওৰে নিৰ্বোধ। তই এই স্থানতে জন্ম গ্ৰহণ কৰি বুঢ়া হৈছ। তই মোৰ পিতৃৰ সহোদৰ ভাই। তই মোৰ খুৰা হৈ কেনেকৈ তোৰ ভ্ৰাতুষ্পুত্ৰৰ অনিষ্ট আচৰণত প্ৰবৃত্ত হৈছ। ওৰে ধৰ্মদূষণ। সৌহাৰ্দ্দ্য, জাত্যাভিমান, জাতিত্ব, সহোদৰত্ব আৰু ধৰ্ম তোৰ কাৰ্য্যাকাৰ্য্যৰ বিষয় নহয়। তই এইবোৰ কেনেকৈ জলাঞ্জলি দিলি? তই যেতিয়া স্বজনক ত্যাগ কৰি অপৰৰ দাসত্ববৃত্তি কৰি দিনপাত কৰিব ধৰিছ, তই অতি ঘৃণ্য আৰু সাধুলোকৰ নিন্দনীয়। পৰ যদি গুণবান্ হয় আৰু স্বজন যদি গুণহীন হয়, তথাপি গুণহীন স্বজন ব্যক্তি পৰতকৈ শ্ৰেষ্ঠ। যি পৰ, সি পৰ হৈয়ে থাকিব।

তথাপি তোমাক হিত বোলোঁ খুৰা শুন।
যিটো পৰ পৰ সিটো নোহয় আপোন।।

যি ব্যক্তিয়ে স্বপক্ষ ত্যাগ কৰি পৰপক্ষ গ্ৰহণ কৰে সেই ব্যক্তি পৰিশেষত অপৰৰ হাতত নিহত হবই হব। ওৰে ৰাক্ষস। তই আমাৰ আপোনজন হৈ মোৰ সংহাৰৰ বাবে যি নিষ্ঠুৰতা প্ৰকাশ কৰিছ তাতেই প্ৰমাণ হয় যে তোত বাজে এই কাৰ্য্য অন্যৰ সাধ্যও নহয়।

আমাৰ মৰণ কেনে তোমাৰ বাঞ্ছিত।
বিশ্বাসঘাতক কথা কহিলা বৈৰত।

ভ্ৰাতৃপুত্ৰই এইদৰে নিন্দাবাদ কৰাত ৰাৱণভ্ৰাতা বিভীষণে উত্তৰ দিলে—হে ৰাক্ষস। তুমি জানো মোৰ স্বভাবৰ বিষয়ে নাজানা? তোমাৰ এইৰূপ বৃথা আস্ফালনৰ কাৰণ কি? পিতৃব্যৰ সম্মান ৰক্ষাৰ বাবে তোমাৰ ৰূক্ষভাব দূৰ কৰা উচিত। মই যদিও ক্ৰূৰকৰ্মা ৰাক্ষসকূলত জন্ম গ্ৰহণ কৰিছোঁ, তথাপি মই নিদাৰুণ নিষ্ঠুৰ কৰ্মৰ পক্ষপাতী নহওঁ আৰু অধৰ্মীয় কাৰ্য্যত মোৰ অভিৰুচি নাই। তোমাক

মই সুধিব খোজোঁ ভাই যদি দুঃস্বভাৱ হয়, ভ্ৰাতৃয়ে জানো তাক পৰিত্যাগ কৰিব পাৰে? কিন্তু যি ব্যক্তি দুঃশীল আৰু পাপী তাক পৰিত্যাগ কৰিলে নিৰাপদ হোৱা যায়, সেইদৰে অধাৰ্মিকক পৰিত্যাগ কৰিলে সুখ হ'ব পাৰে। পণ্ডিতসকলে কি কয়? তেওঁলোকে কয় যে যি ব্যক্তিয়ে পৰস্ত্ৰী আৰু পৰৰ ধন অপহৰণ কৰে, সেই দুৰাত্মাক প্ৰজ্বলিত গৃহৰ দৰে পৰিত্যাগ কৰা উচিত। যিজনে পৰৰ ধন হৰণ কৰে, পৰৰ স্ত্ৰী গ্ৰহণ কৰে আৰু যাৰ বাবে বন্ধু-বান্ধৱ সদায় শঙ্কান্বিত হৈ থাকে, সেই ব্যক্তিয়ে এই তিনিটা দোষত ক্ষয় পায়। মহৰ্ষিসকলৰ প্ৰাণবধ, দেৱতাসকলৰ প্ৰতি নিগ্ৰহ, অভিমান, ৰোষ বৈৰিতা আৰু প্ৰতিকূলতা এইবোৰ দোষে আমাৰ ভ্ৰাতৃক ধনে-প্ৰাণে নষ্ট কৰিছে। মেঘে যেনেকৈ পৰ্বতক ঢাকি ৰাখে সেইদৰে ৰাবণৰ এই দোষবোৰে তেওঁৰ গুণবোৰ ঢাকি ৰাখিছে। তোমাৰ পিতা আৰু মোৰ ভ্ৰাতা ৰাৱণৰ এইবোৰ দোষ থকা বাবে মই তেওঁক পৰিত্যাগ কৰিছোঁ। এতিয়া এই লঙ্কাপুৰী, তোমাৰ পিতা আৰু তুমি—তোমালোক সকলোৱেই—ছাৰখাৰ হৈ যাবা। হে নিশাচৰ! তুমি এনেয়ে বালক, তাৰ উপৰি ঘোৰ অভিমানী আৰু দুৰ্বিনীত। তুমি কালপাশত বন্ধ হৈ তোমাৰ যি ইচ্ছা তাকে কব পাৰা। ৰাক্ষসাধম! তুমি আগে মোৰ প্ৰতি কটুবাক্য ব্যৱহাৰ কৰিছা, সেইবাবেই আজি ঘোৰ বিপদত পৰিছা। অধিক আৰু কি কম? বটমূলত প্ৰৱেশ কৰাও তোমাৰ পক্ষে কঠিন হৈ পৰিছে। এতিয়া তুমি মহাবীৰ লক্ষ্মণৰ লগত যুদ্ধত প্ৰবৃত্ত হোৱা। জানিবা তোমাৰ আজি অব্যাহতি নাই।

তাৰ পাছত বিভীষণে মত্ত-মাতঙ্গ তুল্য দুয়ো বীৰ যুদ্ধত প্ৰবৃত্ত হোৱা দেখি উৎকৃষ্ট ধনু এখন হাতত লৈ যুদ্ধ চাবলৈ ৰণস্থলত থিয় হৈ থাকিল। ঘোৰতৰ যুদ্ধ আৰম্ভ হ'ল। দুই হাতী পোৱালীৰ মাজত বিভীষণ তেনেদৰে শোভিত হ'ল। বিভীষণে এই সময়ত ৰাক্ষসবিলাকক বিনাশ কৰিবলৈও বানৰ সৈন্যবিলাকক উৎসাহিত কৰিব ধৰিলে। বানৰ সৈন্যবিলাকক বিভীষণে ক'লে যে এই ইন্দ্ৰজিতেই ৰাৱণৰ একমাত্ৰ আশ্ৰয়। ইয়াৰ লগত অহা সৈন্য সংখ্যাও কম। তোমালোক নিশ্চেষ্ট হৈ আছা কিয়? এই পাপাত্মা নিহত হ'লে ৰাৱণ ব্যতিৰেকে সমস্ত ৰাক্ষস সৈন্য নিঃশেষে নিহত হৈছে। যিসকল বলদৰ্পিত ৰাক্ষস যুদ্ধলৈ আহিছিল সিহঁতৰ ভিতৰত সকলোৱে নিহত হৈছে। তোমালোকে বাহুবলে সমুদ্ৰ পাৰ হৈছা, এতিয়া গোষ্পদ পাৰ হোৱা।

এতিয়া সামান্য সংখ্যক মাত্ৰ ৰাক্ষস জয় কৰিবলৈ বাকী আছে, ইন্দ্ৰজিত মোৰ ভ্ৰাতুষ্পুত্ৰ। ইয়াক বিনষ্ট কৰা অনুচিত বুলি মই জানোঁ। তথাপি ৰামৰ বাবে নিৰ্দয় হৈ মই ইয়াক বিনাশ কৰিবলৈ উদ্যত হৈছো। কিন্তু মোৰ শোকাশ্ৰুৱে মোৰ দৃষ্টি অৱৰোধ কৰিছে। মহাবাহু লক্ষ্মণেই ইয়াৰ প্ৰাণহন্তা হ'ব। হে বানৰসকল! তোমালোক আগবাঢ়ি গৈ আগে ইয়াৰ অনুচৰবিলাকক বধ কৰা। বানৰবিলাক

ৰাক্ষসৰাজ বিভীষণৰ এই কথা শুনি বৰ সন্তুষ্ট হ'ল। মেঘ দেখিলে ম'ৰা চৰাইবিলাকৰ যেনেকৈ আনন্দৰ সীমা নাথাকে, তেনেকৈ বানৰবিলাকে নানা প্ৰকাৰ আনন্দ কৰিব ধৰিলে। লোমহৰ্ষক যুদ্ধ চলিব ধৰিলে। দেবাসুৰ সংগ্ৰামত হোৱাৰ দৰে ঘোৰতৰ সিংহনাদ উঠিল। ইতিমধ্যে হনুমান ক্ৰুদ্ধ হৈ উঠিল। ইমানপৰে হনুমানৰ পিঠিত উঠি লক্ষ্মণে যুদ্ধ কৰি আছিল। লক্ষ্মণক পিঠিৰ পৰা নমাই দি শৈলশৃঙ্গ উৎপাটন কৰি আনি ৰাক্ষস বিনাশত লাগি গ'ল। এই সময়ত বীৰবৰ ইন্দ্ৰজিতেও পিতৃব্য বিভীষণৰ লগত যুদ্ধ কৰি আছিল। সেই যুদ্ধ এৰি পুনৰায় লক্ষ্মণৰ লগত যুদ্ধ আৰম্ভ কৰিলে। এই যুদ্ধ ভীষণতকৈও ভীষণতৰ হৈ উঠিল। অৱশেষত লক্ষ্মণে ঐন্দ্ৰশৰ মন্ত্ৰপূত কৰি ইন্দ্ৰজিতৰ প্ৰতি নিক্ষেপ কৰিলে। সেই আমোঘ অস্ত্ৰই ইন্দ্ৰজিতৰ শিৰস্ত্ৰাণ আৰু কুণ্ডলসহ মুণ্ড কাটি পেলালে। ৰাক্ষস সেনাবিলাকে ইন্দ্ৰজিতক নিহত হোৱা দেখি বানৰ সৈন্যৰ প্ৰহাৰৰ ভয়ত পলায়ন কৰিব ধৰিলে।

কোনো কোনো ৰাক্ষস লঙ্কাত প্ৰবেশ কৰিলে, কোনোৱে বা সমুদ্ৰত প্ৰবেশ কৰিলে আৰু কিছুমানে পৰ্বতত আশ্ৰয় ল'লে। এইদৰে ৰাক্ষসবিলাক অদৃশ্য হৈ গ'ল। তাৰ পাছত বানৰ সেনাপতিবিলাকে অতিশয় আনন্দিত হৈ লক্ষ্মণক অভিনন্দন কৰিব ধৰিলে। বিভীষণ, হনুমান আৰু জাম্ববানে জয়লাভত আনন্দিত হৈ লক্ষ্মণক বাৰম্বাৰ ধন্যবাদ দিব ধৰিলে। বানৰবিলাকে আস্ফালন গৰ্জন আৰু সিংহনাদ কৰি লক্ষ্মণক বেষ্টন কৰি ধৰিলে। কিছুমান বানৰে লাঙ্গুল আস্ফালন কৰিব ধৰিলে, কিছুমানে লাঙ্গুল কঁপাব ধৰিলে আৰু সকলোৰে মুখত লক্ষ্মণৰ জয়ধ্বনি উত্থিত হ'ল। সেই সময়ত অনেকে আনন্দত উন্মত্ত হৈ অপৰৰ কণ্ঠত ধৰি লক্ষ্মণৰ বীৰত্ব ব্যাখ্যা কৰিব ধৰিলে।

**ৰামচন্দ্ৰৰ আনন্দ ঃ**

মহাবীৰ্য্য ৰামচন্দ্ৰই লক্ষ্মণৰ হাতত ইন্দ্ৰজিতৰ বিনাশ হৈছে এই সংবাদ বিভীষণৰ মুখ দেখিয়েই বুজিব পাৰিছিল। লক্ষ্মণ আৰু বিভীষণে হনুমানৰ কান্ধত হাত দি ৰামচন্দ্ৰৰ ওচৰত উপস্থিত হৈছিল। সুগ্ৰীৱো ৰামচন্দ্ৰৰ লগতে আছিল। অভিবাদন কৰি সকলোৱে দণ্ডায়মান হৈ আছিল। কোনেও কোনো কথা নকলেও ৰামচন্দ্ৰই কথাটো সহজে অনুমান কৰিব পাৰিছিল। কিছু সময়ৰ পাছত বিভীষণে ৰামচন্দ্ৰক জনালে যে মহাত্মা লক্ষ্মণে ইন্দ্ৰজিতৰ শিৰশ্ছেদ কৰিছে। এই কথা শুনামাত্ৰকে ৰামচন্দ্ৰ অতিশয় আনন্দিত হৈছিল আৰু লক্ষ্মণক কৈছিল— আজি মই তোমাৰ প্ৰতি অতিশয় তুষ্ট হৈছোঁ। তুমি অতি দুষ্কৰ কাৰ্য্য সাধন কৰিছা; ৰাৱণৰ পুত্ৰ ইন্দ্ৰজিতৰ যেতিয়া নিধন হৈছে, আমাৰ জয় হৈছে বুলি জানিছোঁ। তেওঁ এইখিনি মাত্ৰ কথা কৈ লক্ষ্মণৰ শিৰ আঘ্ৰাণ কৰিলে আৰু

লক্ষ্মণক কোলাত বহুৱাই ল'লে। তাৰ পাছত আলিঙ্গন কৰি সস্নেহ নয়নে লক্ষ্মণৰ প্ৰতি বাৰংবাৰ দৃষ্টি কৰিব ধৰিলে।

এতেক শুনিয়া ৰামে, হৰিৰ লভিলা মনে
অতিশয় উৎসৱক পাইল,
লক্ষ্মণক কোলে ধৰি মাথাত চুম্বন কৰি
নানাবিধ আনন্দ বৰ্দ্ধিল।।
পাঞ্চদিন পাঞ্চৰাত্ৰি নিৰন্তৰে যুদ্ধ কৰি
বধিলাহা বীৰ ইন্দ্ৰজিত।
কীৰ্ত্তি থৈলা মহীতলে যাৱে চন্দ্ৰ দিবাকৰে
আজিসে আনন্দ ভৈল চিত্ত।।
ৰাঘৱে আনন্দ পাই মনে মহাৰঙ্গ হুয়া
বোলন্ত মৰিল লঙ্কেশ্বৰ।
এবেসে জানিলো মই সীতা দৰশণ হুইবো
ৰাৱণ যাইবেক যম ঘৰ।।

**ৰাৱণৰ খেদ ঃ**

ৰাৱণৰ অমাত্যসকলে ইন্দ্ৰজিতৰ নিধন জানিব পাৰি সত্বৰ কৰি ৰাক্ষসৰাজ ৰাৱণক গৈ খবৰ দিলে যে মহাৰাজ। মহবীৰ লক্ষ্মণে আপোনাৰ পুত্ৰ মহাদ্যুতি ইন্দ্ৰজিতক বিভীষণৰ সাহায্যত সংহাৰ কৰিছে। অপৰাজেয় বীৰকুলৰ চূড়ামণি ইন্দ্ৰজিত লক্ষ্মণৰ হাতত নিহত হৈছে। ৰাক্ষসৰাজ দশানন পুত্ৰৰ নিধনবাৰ্ত্তা শুনি মৰ্মাহত আৰু মোহপ্ৰাপ্ত হ'ল। বহুসময়ৰ পাছত চৈতন্য লাভ কৰি পুত্ৰশোকত অধীৰ হৈ অস্থিৰমনে দীনভাৱে বিলাপ কৰিব ধৰিলে—তুমি বীৰদৰ্পে দেবেন্দ্ৰক পৰাস্ত কৰি আজি লক্ষ্মণৰ হাতত বিনষ্ট হ'লা। বুজিলোঁ আজি যমৰজা মোতকৈ ক্ষমতাপন্ন হৈ উঠিছে। যি ব্যক্তিয়ে পিতৃৰ আদেশত যুদ্ধক্ষেত্ৰত দেহ উৎসৰ্গ কৰে, তাৰ স্বৰ্গলাভ হয়। আজি দেৱতাসকল লোকপালসকল আৰু মহৰ্ষিসকলে নিৰুদ্বেগে নিদ্ৰাসুখ উপভোগ কৰিব পাৰিব। আজি ইন্দ্ৰজিতৰ অভাৱত একমাত্ৰ মোৰেই এই তিনিলোক শূন্যবোধ হৈছে। আজি অন্দৰমহলৰ ৰাক্ষসীসকলৰ ক্ৰন্দন ধ্বনি গিৰিগহ্বৰত মাইকী হাতীবিলাকৰ আৰ্ত্তনাদৰ নিচিনা হৈ মোৰ কাণত পৰিবহি। কি আশ্চৰ্য্য, মোৰ মৃত্যুত তুমি মোৰ প্ৰেতকাৰ্য্য কৰিব লাগিছিল। তাৰ পৰিবৰ্ত্তে তোমাৰ মৃতুত মইহে প্ৰেতকাৰ্য্য কৰিব লগা হৈছে। ৰাক্ষসৰাজ ৰাৱণে এইদৰে বিলাপ আৰু পৰিতাপ কৰি থাকোঁতে পুত্ৰশোকৰ পৰা উদ্ভৱ হোৱা ভীষণ ক্ৰোধাগ্নিয়ে তেওঁৰ অন্তৰ আকুলিত কৰি তুলিলে। তেওঁ এনেয়ে কোপন-স্বভাৱ, তাৰ উপৰি পুত্ৰশোকজনিত মনঃপীড়া। গ্ৰীষ্মকালত সূৰ্য্যৰ ৰশ্মিয়ে যেনেকৈ সূৰ্য্যক প্ৰদীপ্ত

কৰি তোলে, সেইদৰে ৰাৱণৰ ক্ৰোধে ৰাৱণক অধিকতৰ প্ৰদীপ্ত কৰি তুলিলে। তেওঁ পুত্ৰশোকত সন্তপ্ত আৰু ৰোষাবিষ্ট হৈ বুদ্ধিৰ বলত সমস্ত কথা বিবেচনা কৰি চাই সীতাক সংহাৰ কৰিবলৈ বাসনা কৰিলে। ৰাৱণৰ চক্ষু স্বাভাৱিকতে ৰঙা, তাৰ উপৰি খঙত সেই চক্ষু অধিকতৰ ৰক্তবৰ্ণ হৈ উঠিল। প্ৰদীপ্ত দীপৰপৰা যেনেকৈ প্ৰজ্বলিত তৈলবিন্দু ওলাই পৰে, সেইদৰে তেওঁৰ ৰোষৰক্ত চক্ষুৰপৰা অশ্ৰুবিন্দু ওলাব ধৰিলে। এই সময়ত ৰাৱণৰ ক্ৰোধমূৰ্ত্তি দেখি বানৰবিলাকে ৰাৱণৰ ওচৰ চাপিবলৈ সাহস কৰা নাই; কিন্তু সিহঁতক দেখা পাই ৰাৱণে ৰাক্ষসবিলাকৰ উৎসাহ বৃদ্ধিৰ কাৰণে সিহঁতক কবলৈ ধৰিলে—হে ৰাক্ষসসকল! মোৰ ভীষণ শৰাসন আৰু অস্ত্ৰ-সস্ত্ৰবোৰ বাহিৰ কৰি আনা। জানিবা সেই অস্ত্ৰ প্ৰহাৰ কৰি মই ৰাম-লক্ষ্মণৰ প্ৰাণ বধ কৰিম। তাৰ পাছত কবলৈ ধৰিলে—পুত্ৰ ইন্দ্ৰজিতে মায়াৰ আশ্ৰয় লৈ আন কিবা বধ কৰি বানৰসকলক ভুৱা দিবলৈ সীতাক বধ কৰা দেখুৱাইছিল। আজি মই সচাঁ-সঁচিকৈ সীতাক বধ কৰিম। তেওঁ অমাত্যসকলক এই কথা কৈ এখন খড়্গ হাতত লৈ অতি বগেৰে অশোকবনৰ ফালে যাবলৈ ধৰিলে। তেওঁৰ ভাৰ্য্যা আৰু অমাত্যসকলে পাছে পাছে যাবলৈ ধৰিলে। ক্ৰোধভৰে দশাননক যাবলৈ ধৰা দেখি ৰাক্ষস সৈন্যবিলাকে সিংহনাদ কৰি উঠিল আৰু পৰস্পৰে পৰস্পৰক আলিঙ্গন কৰি কবলৈ ধৰিলে যে আজি ৰাৱণক দেখি ৰাম-লক্ষ্মণে নিশ্চয় ভয় পাব। পৃথিৱীত ৰাৱণৰ সদৃশ বীৰ নাই। ক্ৰমে ৰাক্ষসৰাজ অশোকবনত উপস্থিত হ'ল। ৰাক্ষসীসকলৰ দ্বাৰা পৰিবৃতা অনিন্দিতা সীতাই দেখিলে যে ৰাৱণে খড়্গ হাতত লৈ তেওঁৰ ফালে আহিব ধৰিছে। ৰাৱণৰ সুহৃদবিলাকে স্ত্ৰীহত্যা মহাপাপ বুলি কৈ থকাতো ৰাৱণ নিৰস্ত হোৱা নাই। সীতাই এই দৃশ্য দেখা মাত্ৰকে দুঃখিতা হৈ বিলাপ কৰিব ধৰিলে—এই দুৰ্ম্মতি দুৰ্বৃত্তই নিশ্চয় আজি মোক বধ কৰিব। এই দুৰাচাৰে বাৰংবাৰ মোক ভাৰ্য্যা কৰিবৰ কথা কৈছিল কিন্তু মই সেইটো প্ৰত্যাখ্যান কৰিছোঁ। এতিয়া মোৰ কথাত সম্পূৰ্ণ নিৰাশ হৈ আৰু ক্ৰোধ আৰু মোহত আচ্ছন্ন হৈ মোক সংহাৰ কৰিবলৈ আহিছে। নহয়তো এই দুৰ্বৃত্তই মোক ভাৰ্য্যা কৰিবৰ বাবে ৰাম-লক্ষ্মণৰ প্ৰাণ বধ কৰি আহিছে। সেইবাবে ৰাক্ষসবিলাকৰ সিংহনাদ শুনিবলৈ পাইছোঁ। কিংবা দুৰাত্মা পুত্ৰ শোকত অধীৰ হৈ ৰাম-লক্ষ্মণক বিনাশ কৰিব নোৱাৰি মোৰ প্ৰাণ সংহাৰত উদ্যত হৈছে। মই হনুমানৰ কথা নুশুনি কি কুকৰ্ম্ম কৰিছোঁ। মই যদি তাৰ কথাত তাৰ পিঠিত উঠি গুচি গলোহেঁতেন, আজি মই শোকাৰ্ত্তা হ'ব নালাগিলহেঁতেন; বৰঞ্চ পতিৰ কোলাত সুখেৰে শয়ন কৰিব পাৰিলোঁহেঁতেন। হায়! এক পুত্ৰা কৌশল্যাদেৱীয়ে পুত্ৰ বধৰ বাৰ্ত্তা শুনিলে তেওঁৰ হৃদয় বিদীৰ্ণ হৈ যাব। সেই দেৱীয়ে পুত্ৰৰ শ্ৰাদ্ধ কাৰ্য্য কৰিবৰ বাবে নিশ্চয় অগ্নিত বা জলত প্ৰবেশ কৰিব। মোৰ বাবেই কৌশল্যা দেৱী পুত্ৰশোকগ্ৰস্তা হ'ল।

সীতাৰ এনে বিলাপ শুনি সুবুদ্ধি আৰু সুশীল, সুপাৰ্শ্ব নামেৰে অমাত্য এজনে ৰাৱণক কবলৈ ধৰিলে— মহাৰাজ! আপুনি কুবেৰৰ ভাই। ধৰ্ম উপেক্ষা কৰি স্ত্ৰীহত্যা নকৰিব। আপুনি বেদাধ্যয়ন কৰিছে আৰু ব্ৰহ্মচৰ্য্য পালন কৰিছে। এতিয়া গৃহাশ্ৰমত প্ৰৱেশ কৰিছে। আপুনি কিয় স্ত্ৰীহত্যাৰ অভিলাষ কৰিছে? যিমান দিনলৈ ৰামৰ প্ৰাণ বিনাশ নহয় সিমান দিনলৈ অপেক্ষা কৰক। যদি ক্ৰোধ কৰাই কৰ্ত্তব্য, তেন্তে আমাক লগত লৈ যুদ্ধত প্ৰবৃত্ত হৈ ৰামৰ প্ৰতি ক্ৰোধ প্ৰকাশ কৰক। সীতা ৰূপ গুণ সম্পন্না নাৰী। ৰামৰ জীৱন নাশ হ'লে সীতা আপোনাৰ হস্তগত হ'ব। তাৰ পাছত ৰাৱণে সুপাৰ্শ্বৰ এই ধৰ্মসঙ্গত কথা শুনি নিবৃত্ত হৈ ঘূৰি আহি সভাগৃহত প্ৰৱেশ কৰিলে।

**ৰাৱণৰ যুদ্ধ যাত্ৰা ঃ**

তাৰ পাছত ক্ৰুদ্ধ সিংহৰ দৰে ৰাৱণে দীৰ্ঘ নিশ্বাস পৰিত্যাগ কৰি দুখ মনে সিংহাসনত বহিল। তাৰ পাছত পুত্ৰশোকত কাতৰ হৈ হাতজোৰ কৰি ৰাক্ষসবীৰ সকলক ক'লে— তোমালোকে হাতী, ঘোৰা, ৰথ লৈ যুদ্ধৰ বাবে যাত্ৰা কৰা। বাৰিষা যেনেকৈ মেঘে বৰ্ষণ কৰে তেনেদৰে ৰামৰ প্ৰতি অবিৰল ধাৰাত শৰবৃষ্টি কৰিবা। আজি তোমালোকে গৈ বাণ বৰ্ষণ কৰি ৰামক ক্ষত-বিক্ষত কৰিবা। মই কাইলৈ গৈ সকলোৰে সম্মুখত ৰামৰ প্ৰাণ হৰণ কৰিম। এই আদেশ অনুসাৰে ৰাক্ষস বীৰসকলে ৰামক আৰু ৰামৰ বানৰ সৈন্যবাহিনীক আক্ৰমণ কৰিলে। উভয়পক্ষৰে তুমুল যুদ্ধ হ'ল। সেইদিনাৰ যুদ্ধত দিনৰ আঠভাগৰ একভাগ বেলা বাকী থাকোতে অকলে ৰামচন্দ্ৰই অগ্নিশিখাৰ সমতুল্য বাণ নিক্ষেপ কৰি দহ হাজাৰ দিব্য গতিৰ ৰথ, ওঠৰ হাজাৰ হাতী, চৈধ্য হাজাৰ অশ্বাৰোহী সৈন্য (অশ্বৰ সহিত) আৰু দুই লাখ মায়াবী পদাতি সৈন্য বিনাশ কৰিলে। এই যুদ্ধত যিবিলাক ৰাক্ষস জীয়াই থাকিল সিহঁতৰ কাৰোবাৰ ঘোঁৰা মৰিছে, কাৰো বা ৰথ ধ্বংস হৈছে। এইদৰে হতাশ্ব হতৰথ আৰু ছিন্নধ্বজ হৈ সিহঁতে লঙ্কাত প্ৰৱেশ কৰিলে। সূৰ্য্যাস্ত হ'ল, সিদিনাৰ বাবে যুদ্ধ বন্ধ হ'ল। পাছদিনাৰ কথা।

ৰামৰ হাতত এইদৰে বিপুল ৰাক্ষস সৈন্য ধ্বংস হোৱাত পুত্ৰহীনা আৰু বিধবা ৰাক্ষসীসকলৰ মাজত দুঃখৰ আবেগ উৎপন্ন হ'ল আৰু সেই দুৰ্ভগা নাৰীসকলে ৰাৱণৰ ভগ্নী সূৰ্পনখাক ধিক্কাৰ দিব ধৰিলে। সূৰ্পনখাৰ কাৰণেহে লঙ্কাপুৰীৰ আজিৰ দুৰ্দ্দশা উপস্থিত হৈছে। সূৰ্পনখাই ৰামক দেখি কামাৰ্ত্তা হৈ এই দুৰ্দ্দশা মাতি আনিছে। এতিয়া ৰামৰ হাতত ৰাৱণৰ বিনাশ সুনিশ্চিত। ৰাক্ষস ৰাজপুৰী বীৰশূন্য হৈছে। ৰাৱণক ৰক্ষা কৰোঁতা কোনো নাই। ৰামচন্দ্ৰই কৰাল কৃতান্তৰ দৰে আমালোকক আক্ৰমণ কৰিছে; এনে অৱস্থাত আমালোকক আশ্ৰয় দিয়াৰ কোনো লোক নাই। এইদৰে ৰাক্ষসীসকলে বিলাপ আৰু ক্ৰন্দন কৰিব ধৰিলে। ৰাক্ষসীসকলৰ সেই বিলাপ আৰু ক্ৰন্দনৰ আৰ্ত্তনাদ ৰাৱণৰ কাণত

পৰিল। তেওঁ দীৰ্ঘনিশ্বাস পেলাই কিছুকাল ধ্যানাবলম্বী হৈ থাকিল। তাৰ পাছত সক্ৰোধে তেওঁ মহোদৰ, মহাপাৰ্শ্ব, দুৰ্দ্ধৰ্ষ আৰু বিৰূপাক্ষক যুদ্ধলৈ যোৱাৰ বাবে সাজু হবলৈ আদেশ দিলে আৰু নিজেও সাজু হ'ল। সেনাপতি কেইজন আৰু ৰাক্ষস সৈন্যসকল যথাযুক্ত সমৰসজ্জাত সজ্জিত হৈ যুদ্ধলৈ যাবলৈ উদ্যত হ'ল। ৰাৱণ ৰজা এওঁলোকৰ সমভিব্যাহাৰে যুদ্ধ যাত্ৰা কৰিলে।

ৰাৱণৰ যাত্ৰাৰ সময় উপস্থিত হৈছে। ৰাৱণে ৰথত আৰোহণ কৰিছে। এনেতে সূৰ্য্যৰ প্ৰভা মলিন হৈ গ'ল, দিক্‌মণ্ডল অন্ধকাৰাচ্ছন্ন হ'ল। অমঙ্গলীয়া চৰাইবিলাকে চাৰিওফালে অশুভ ৰৱ কৰিবলৈ ধৰিলে। পৃথিৱী কঁপি উঠিল। দেৱতাসকলে ৰক্তবৃষ্টি কৰিব ধৰিলে। অশ্বৰ গতিৰ স্খলন হ'ল। ৰথৰ ধ্বজাত শগুণ আৰু শিয়ালবিলাকে অমঙ্গলজনক চিঞৰ আৰম্ভ কৰিলে। ৰাৱণৰ বাওঁ চকু আৰু বাওঁ বাহুৰ স্পন্দন আৰম্ভ হ'ল। বজ্ৰধ্বনি কৰি অন্তৰীক্ষৰপৰা উল্কাপাত হব ধৰিলে। দুৰাত্মা ৰাৱণে কাল প্ৰেৰিত হৈ এইবোৰ অমঙ্গলৰ লক্ষ্মণ দেখিও গ্ৰাহ্য নকৰি যুদ্ধৰ বাবে অগ্ৰসৰ হ'ল।

**বিৰূপাক্ষ বধ ঃ**

অতি ভয়ঙ্কৰ যুদ্ধ আৰম্ভ হ'ল। দশাননৰ শৰত বানৰ সৈন্য ছিন্ন-ভিন্ন হ'ল। ৰাৱণে বানৰ সৈন্যক ছিন্ন-ভিন্ন কৰি ৰামৰ সমুখত উপস্থিত হ'ল। ইতিমধ্যে সুগ্ৰীৱে ৰাক্ষস সৈন্য আক্ৰমণ কৰি প্ৰচণ্ড যুদ্ধ দিলে আৰু ৰাক্ষস সৈন্যক পৰাজিত, ভগ্ন আৰু ছিন্ন ভিন্ন কৰি দিলে। তাকে দেখি ৰাক্ষসবীৰ বিৰূপাক্ষ আগবাঢ়ি আহিল। সুগ্ৰীৱৰ লগত বিৰূপাক্ষৰ ভয়ানক যুদ্ধ আৰম্ভ হ'ল আৰু সুগ্ৰীৱৰ হাতত বিৰূপাক্ষ নিহত হ'ল। বিৰূপাক্ষক নিহত হোৱা দেখি ৰাক্ষস সৈন্যবিলাকে দুগুণ তেজেৰে বানৰ সৈন্যবিলাকৰ লগত যুদ্ধ আৰম্ভ কৰিলে। উভয় পক্ষৰ বহু সৈন্য নিহঁত হ'ল। যেন গ্ৰীষ্মকালত পুখুৰীহে শুকাব ধৰিছে। সেইদৰে উভয় পক্ষৰ সৈন্য ক্ষয়প্ৰাপ্ত হ'ল।

**মহোদৰ বধ ঃ**

ৰাক্ষসাধিপতি ৰাৱণে নিজৰ পক্ষৰ বহু সৈন্য ক্ষয় আৰু বিৰূপাক্ষৰ নিধন দেখি দ্বিগুণ ক্ৰোধান্বিত হৈ উঠিল। ই ঘোৰতৰ দুৰ্দ্দৈব বুলি মনে মনে বিবেচনা কৰিলে আৰু অন্তৰে অন্তৰে ব্যথিত হৈ পৰিল। সেই সময়তে মহাবীৰ মহোদৰ তেওঁৰ ওচৰত উপস্থিত হ'লহি। মহোদৰক দেখি ৰাৱণে ক'লে—মহোদৰ! এতিয়া একমাত্ৰ তোমাৰ ওপৰত মোৰ জয়াশা নিৰ্ভৰ কৰিছে। অতএব তুমি নিজৰ পৌৰুষ দেখুৱাই শত্ৰুদল সংহাৰ কৰা। ইমান দিন মই তোমাক অন্নদান কৰি প্ৰতিপালন কৰিছোঁ। এতিয়া তোমাৰ প্ৰত্যুপকাৰৰ সময় উপস্থিত হৈছে।

ৰাক্ষসেন্দ্ৰ ৰাৱণৰ এই কথা শুনি মহোদৰে পতঙ্গ যেনেকৈ অগ্নিমুখত পৰে, সেইদৰে যুদ্ধত জাপ দি পৰি সৈন্যৰ মাজত প্ৰৱেশ কৰিলে। প্ৰভুৰ দ্বাৰা নিয়োজিত হৈ ৰাক্ষসবীৰ নিজৰ তেজত তেজস্বী হৈ উঠিল আৰু বানৰ সৈন্য সংহাৰত প্ৰবৃত্ত হ'ল। বানৰ সৈন্যবিলাকেও হাতত বিপুল শিলাখণ্ড লৈ প্ৰহাৰ কৰিব ধৰিলে। এইদৰে কিছুকাল যুদ্ধ কৰাৰ পাছত সুগ্ৰীৱ আহি মহোদৰৰ লগত যুদ্ধ কৰিব ধৰিলে। সেই ভীষণ যুদ্ধত সুগ্ৰীৱে মহোদৰক বিনষ্ট কৰি জয়শ্ৰী লাভ কৰিলে।

## মহাপাৰ্শ্ব বধ ঃ

বানৰ ৰাজ সুগ্ৰীবৰ হাতত মহোদৰ নিহত হোৱা দেখি অতি বেগে ৰাক্ষসবীৰ মহাপাৰ্শ্ব অঙ্গদে পৰিচালিত কৰা সৈন্যবিলাকৰ মাজত প্ৰৱেশ কৰি বানৰ বীৰবিলাকৰ মূৰ আৰু বাহুবিলাক কাটি পেলাব ধৰিলে। সেই সময়ত মহাবীৰ অঙ্গদে বানৰ সৈন্যবিলাকৰ উদ্বিগ্ন আৰু চঞ্চল অৱস্থা দেখা পাই সবেগে গৰ্জ্জি উঠিল আৰু মহাপাৰ্শ্বক আহি তীব্ৰভাৱে আক্ৰমণ কৰিলে। ৰাক্ষস ক্ৰুদ্ধ হৈ এক হাতেৰে প্ৰকাণ্ড পৰশু লৈ অঙ্গদৰ বাওঁকান্ধত নিক্ষেপ কৰিলে। বানৰবীৰ তাত অবিচলিত থাকি স্থিৰভাৱে থিয় হৈ থাকিল আৰু তৎক্ষণাৎ ৰাক্ষসৰ বক্ষঃস্থলত দৃঢ়তৰ বজ্ৰমুষ্টি প্ৰহাৰ কৰিলে। সেই মুষ্টিয়ে ৰাক্ষসৰ বুকু ভাঙি পেলালে আৰু মহাপাৰ্শ্বৰ মৃত্যু তদ্দণ্ডেই ঘটিল। ৰাক্ষসৰাজ ৰাৱণে বানৰবিলাকৰ হৰ্ষধ্বনি শুনি মুখ ফিৰাই চাই দেখিবলৈ পালে যে মহাপাৰ্শ্ব নিহত হৈছে। তাকে দেখি অত্যন্ত ৰোষাবিষ্ট হৈ স্বয়ং যুদ্ধ কৰিবৰ বাবে আগবাঢ়ি আহিল আৰু সাৰথিক ত্বৰান্বিত কৰি ক'লে যে মোৰ অমাত্যবিলাক বিনষ্ট হৈছে। মোৰ নগৰীও বহুদিন ৰুদ্ধ হৈ আছে। আজি মই ৰাম-লক্ষ্মণক সংহাৰ কৰিহে মোৰ মনৰ ক্ষোভ দূৰ কৰিম।

## ৰাম-ৰাৱণৰ যুদ্ধ ঃ

ৰাৱণে এই কথা কৈ ৰথচক্ৰৰ ধ্বনিৰে দশোদিক প্ৰতিধ্বনিত কৰি ৰামৰ অভিমুখে ধাবমান হ'ল। ৰথচক্ৰৰ শব্দত নদী-বন-পৰ্ব্বতৰ সহিত পৃথিৱী কম্পমান হৈ উঠিল। তাৰ পাছত মহাৰথী ৰণভূমিত শৰ নিক্ষেপ কৰি বানৰকুল ধ্বংস কৰিবলৈ আৰম্ভ কৰিলে। বানৰবিলাকৰ ভিতৰত বহুতে পলাব ধৰিলে। ৰাৱণৰ শৰত বানৰ সৈন্যবিলাক মথিত আৰু ছিন্ন-ভিন্ন হোৱা দেখি ৰামচন্দ্ৰ আগবাঢ়ি আহিল। ৰাক্ষসেন্দ্ৰই দেখিলে যে ৰামচন্দ্ৰৰ লগত লক্ষ্মণো সম্মিলিত হৈ আছে যেন ইন্দ্ৰৰ লগত উপেন্দ্ৰ মিলিত হৈছে। ৰামচন্দ্ৰই উৎকৃষ্ট ধনু হাতত লৈ বিস্ফাৰণ কৰিবলৈ ধৰিলে আৰু পৃথিৱী ভেদ কৰি যেন সিংহনাদ কৰিবলৈ আৰম্ভ

কৰিলে। ৰাৱণৰ শৰনিক্ষেপৰ শব্দ আৰু ৰামৰ ধনুষ্টঙ্কাৰৰ শব্দত অসংখ্য ৰাক্ষস সেনা ধৰাশায়ী হ'ল। ৰাৱণ ৰাম লক্ষ্মণ দুই ভাইৰ সম্মুখত —যেন চন্দ্ৰ-সূৰ্য্যৰ ওচৰত ৰাহুৰ শোভাহে।(১) প্ৰথমে মহাবীৰ লক্ষ্মণে ৰাৱণৰ লগত যুদ্ধ আৰম্ভ কৰিলে। ৰাৱণৰ প্ৰতি অগ্নিশিখাসম শৰবৰ্ষণ আৰম্ভ কৰিলে। ৰাৱণেও সেই শৰসমূহ তৎক্ষণাৎ নিবাৰণ কৰিলে। উভয়ৰ মাজত শৰ কটাকটি হ'ল। ৰাৱণে ছেগ চাই শৰ নিক্ষেপ আৰু পৰস্পৰে পৰস্পৰৰ শৰছেদন কৰা কাৰ্য্য বহু সময়লৈকে চলি থাকিল। দুই বীৰৰ শৰ বৰ্ষণত নভোমণ্ডল অন্ধকাৰাচ্ছন্ন হৈ উঠিল। উভয়েই ধনুৰ্দ্ধাৰ, যুদ্ধবিশাৰদ আৰু উভয়েই বীৰকুলৰ চূড়ামণি। এই দুইবীৰ যি যি ঠাইদি যাব ধৰিলে সেই সেই ঠাইবোৰে বায়ুৰ বেগত আন্দোলিত হোৱা সমুদ্ৰ তৰঙ্গৰ দৰে শৰৰূপ উৰ্মি প্ৰকাশ কৰিব ধৰিলে।(২) ৰাৱণৰ অতি শক্তিশালী শৰসমূহ ছেদন বা ব্যৰ্থ কৰি ৰামচন্দ্ৰ অতিশয় আনন্দিত হ'ল। ৰাৱণে নিজৰ অস্ত্ৰসমূহ বিফল হোৱা দেখি অতিশয় ৰোষাবিষ্ট হ'ল।

## লক্ষ্মণৰ শক্তিশেল ঃ

ৰাৱণে বিভিন্ন শক্তিশালী অস্ত্ৰ গ্ৰহণ কৰি ৰামৰ লগত যুজিব ধৰিলে। মহাবীৰ ৰামচন্দ্ৰই ক্ৰোধৰ বশীভূত হৈ অসংখ্য শৰ বৰ্ষণ কৰি ৰাৱণৰ সৰ্বশৰীৰ বিদ্ধ কৰিলে। নিজেও শৰবিদ্ধ হৈছিল যদিও তেওঁ তাত আন্তৰিক ব্যথা অনুভৱ কৰা নাছিল। এই সময়ত লক্ষ্মণে এবেলেগে সাতপাত শৰ নিক্ষেপ কৰি ৰাৱণৰ সাৰথিৰ মুণ্ড দ্বিখণ্ডিত কৰি পেলালে। আৰু ৰাৱণৰ নৰমুণ্ডৰ চিহ্ন থকা ৰথৰ ধ্বজ কাটি পেলালে। তাৰ পাছত লক্ষ্মণে আৰু পাঁচপাত সুতীক্ষ্ম শৰ নিক্ষেপ কৰি ৰাৱণৰ হাতীৰ শুৰৰ নিচিনা প্ৰকাণ্ড ধনুখন কাটি পেলালে। এই সময়ত বিভীষণে লাফ দি আহি গদাৰে আঘাত কৰি নীল মেঘৰ ৰঙৰ দৰে ৰথৰ সুশোভন অশ্ব কেইটি বিনষ্ট কৰিলে। ৰাৱণে ৰথৰ অশ্ব নিহত হোৱা দেখি ৰথৰ পৰা জাপ মাৰি মাটিলৈ নামি আহিল আৰু সক্ৰোধে এক ঘোৰতৰ শক্তি বিভীষণক লক্ষ্য কৰি নিক্ষেপ কৰিলে। মহাবীৰ লক্ষ্মণে তিনিটি শৰেৰে সেই শক্তি ছেদন কৰি পেলালে; ৰাৱণৰ শক্তি ব্যৰ্থ হোৱা দেখি বানৰবিলাকে ঘোৰতৰ সিংহনাদ কৰি উঠিল। স্ফুলিঙ্গযুক্ত জ্বলন্ত মহৎ উল্কা যেনেকৈ আকাশৰ পৰা খহি পৰে, সেইদৰে ৰাৱণৰ কাঞ্চনমালিনী শক্তি লক্ষ্মণৰ শৰত ছিন্ন হৈ পৰিল। তাৰ

---

(১) তয়োঃ শৰপথং প্ৰাপ্য ৰাৱণো ৰাজপুত্ৰয়োঃ।
স ৰভৌ চ যথা ৰাহুঃ সমীপে শশীসূৰ্যয়োঃ।।১৭

লঙ্কাকাণ্ড ৯৯ অধ্যায়

(২) উভৌ হি যেন ব্ৰজতস্তেন তেন শৰোৰ্ময়ঃ।
উৰ্ময়ো বায়ুনা বিদ্ধা জগ্মুঃ সাগৰয়োৰিব।।৩৩।।

লঙ্কাকাণ্ড ৯৯ অধ্যায়

পাছত ৰাৱণে আন এটি শক্তি হাতত ল'লে। সেই শক্তি নিজৰ উজ্জ্বল তেজত স্বয়ং প্ৰদীপ্ত আৰু যমৰ কাৰণে সি দুৰ্দ্ধৰ্ষ। সেই শক্তি নিজৰ বেগত বিঘূৰ্ণিত হ'বলৈ ধৰিলে। সেই ঘূৰ্ণনত শক্তি বজ্ৰৰ দৰে জ্বলি উঠিল। মহাবীৰ লক্ষ্মণে দেখিলে যে বিভীষণৰ প্ৰাণৰ সংশয় উপস্থিত হৈছে আৰু ততালিকে বিভীষণৰ কাষ চাপি বিভীষণৰ প্ৰাণৰক্ষাৰ বাবে ৰাৱণৰ প্ৰতি শৰবৃষ্টি কৰিবলৈ ধৰিলে। বলবান দশানন লক্ষ্মণৰ শৰজালত সমাচ্ছন্ন হৈ পৰিল কাৰণে ভ্ৰাতৃবধৰ সঙ্কল্প এৰিলে। লক্ষ্মণে বিভীষণৰ প্ৰাণ ৰক্ষা কৰা দেখি লক্ষ্মণৰ অভিমুখে থিয় দি সদৰ্পে কবলৈ ধৰিলে।—ৰে বলদৰ্পী! তই বিভীষণক ৰক্ষা কৰিলি। এতিয়া নিজক ৰক্ষা কৰ। এই শক্তি তোৰ ওপৰত নিক্ষেপ কৰিম। এই বুলি ৰাৱণে বিভীষণৰ উদ্দেশ্যে হাতত লোৱা শক্তি লক্ষ্মণৰ প্ৰতি নিক্ষেপ কৰিলে। সেই শক্তি ময়দানবৰ নিৰ্ম্মিত আৰু আঠোটা ঘণ্টা সংযোজন কৰা আছিল। সেই ঘণ্টাৰ শব্দ অতি ঘোৰতৰ। লক্ষ্মণৰ প্ৰাণসংহাৰৰ সেই শক্তি স্বতেজেৰে দীপ্তিমতী হৈ উঠিল আৰু সবেগে লক্ষ্মণৰ ফালে বজ্ৰৰ দৰে ভীমনাদে অগ্ৰসৰ হ'ব ধৰিলে। ৰামচন্দ্ৰই সভয়ে ক'বলৈ ধৰিলে—স্বস্তি! লক্ষ্মণৰ মঙ্গল হওক। হে মহাশক্তি! তোমাৰ শক্তি ব্যৰ্থ হওক। ৰামচন্দ্ৰই এনেদৰে কৈছে আৰু এনেসময়ত ৰাৱণৰ ঘোৰ শক্তিয়ে ৰাৱণৰ হাতৰপৰা মুক্ত হৈ আহি নিৰ্ভীক লক্ষ্মণৰ বুকুত আঘাত কৰিলে আৰু লক্ষ্মণৰ বুকুত দকৈ সোমাই গ'ল। লক্ষ্মণ মূৰ্চ্ছিত হৈ মাটিত পৰি গ'ল। ভ্ৰাতৃৰ স্নেহত ৰামচন্দ্ৰ বিষণ্ণ হৈ পৰিল। সাশ্ৰুনয়ানে মুহূৰ্ত্তকাল চিন্তা কৰি অগ্নিৰ দৰে ক্ৰোধত জ্বলি উঠিল। এতিয়া দুখ কৰাৰ সময় নহয়। ইয়াকে ভাবি তেওঁ ৰাৱণৰ প্ৰাণ বধৰ বাবে তুমুল যুদ্ধ কৰিবৰ ইচ্ছা কৰিলে। সেই সময়ত বানৰবিলাকে ৰাৱণৰ শক্তি লক্ষ্মণৰ বুকুৰপৰা সমুদ্ধাৰ কৰিবলৈ চেষ্টা কৰিলে, কিন্তু একোতেই কৃতকাৰ্য্য নহ'ল। ক্ৰমে সেই শক্তি লক্ষ্মণৰ বুকু ভেদ কৰি মাটিৰ ভিতৰত সোমাই গ'ল। তেতিয়া ৰামচন্দ্ৰই দুয়োহাতেদি সেই শক্তি টানি বাহিৰ কৰি আনিলে আৰু সক্ৰোধে ভঙ্গি পেলালে। যি সময়ত ৰামে শক্তি উৎপাটন কৰিব ধৰিছিল সেই সময়ত ৰাৱণে ৰামৰ শৰীৰত মৰ্ম্মভেদী বাণবোৰ নিক্ষেপ কৰি আছিল কিন্তু ৰামে তালৈ লক্ষ্য নকৰি লক্ষ্মণক আলিঙ্গন কৰি সুগ্ৰীব আৰু হনুমানক ক'লে—তোমালোকে এই সময়ত প্ৰাণাধিক লক্ষ্মণক পৰিবেষ্টন কৰি থাকা। ইমান দিনে মোৰ বীৰত্ব প্ৰদৰ্শনৰ সুযোগ মিলিছে। ইয়াকে মই প্ৰাৰ্থনা কৰি আছিলোঁ। মই তোমালোকক যি প্ৰতিশ্ৰুতি দিছিলোঁ সেই প্ৰতিশ্ৰুতিৰ মৰ্য্যাদা আজি ৰক্ষা কৰিম। আজিয়েই এই পৃথিৱী হয় ৰাৱণশূন্য হ'ব, নহয় ৰামশূন্য হ'ব। এই দশানন অতি পাপী আৰু পাপমতি। যাৰিবা গ'লে যেনেকৈ চাতক পক্ষীবোৰে মেঘৰ দৰ্শন প্ৰাৰ্থনা কৰে, ইমানদিনৰ মূৰত এই দুৰাত্মাৰ দৰ্শনো মোৰ পক্ষে সেইৰূপ। মই বহুতো দুখ পাইছোঁ। মোৰ ৰাজ্যনাশ হৈছে, বনবাস হৈছে।

মই দণ্ডকাৰণ্যত প্ৰবেশ কৰিলোঁ— তাত সীতা হৰণ হৈছে আৰু ৰাক্ষস-সমাগমৰ দুৰ্ঘটনা ঘটিছে। মই ঘোৰতৰ মানসিক ক্লেশ পাইছোঁ আৰু শাৰীৰিক নৰক যন্ত্ৰণা ভোগ কৰিছোঁ। আজি যদি দুৰ্বৃত্ত ৰাৱণক বধ কৰিব পাৰোঁ মই সেই সকলোবোৰ পাহৰি যাম। মই যাৰ কাৰণে বানৰ সৈন্য ইয়ালৈ লৈ আহিছো, যাৰ কাৰণে বালীৰ প্ৰাণ সংহাৰ কৰি সুগ্ৰীবক ৰাজ্যত প্ৰতিষ্ঠিত কৰিছোঁ, যাৰ কাৰণে সমুদ্ৰত সেতুবন্ধন কৰিছোঁ, সেই পাপমতি দশানন আজি উপস্থিত হৈছে। আজি যেতিয়া সি মোৰ চকুৰ আগলৈ আহিছে, তেতিয়া নিশ্চয় তাৰ প্ৰাণৰক্ষা নহয়, যেনেদৰে সাপৰ বিষদৃষ্টিত পৰিলে কাৰো প্ৰাণৰক্ষা নহয়, গৰুড়ৰ দৃষ্টিত পৰিলে সাপৰ নিস্তাৰ নাই, সেইদৰে এই দুৰাত্মা আজি মোৰ দৃষ্টিত পৰিছে।(১) বানৰসকল! তোমালোক আজি পৰ্বতৰ শিখৰত থাকি আমাৰ যুদ্ধ চাই থাকা, আজি মই এনে কাৰ্য্য সাধন কৰিম, যি কাৰ্য্যৰ বিষয়ে সচৰাচৰ এই পৃথিবীৰ সকলোৱে ঘোষণা কৰিব। তেওঁ এই কথা কৈ সুবৰ্ণভূষিত বৰ্শা নিক্ষেপ কৰি ৰাৱণক আঘাত কৰিব ধৰিলে। ৰাৱণেও অনবৰত মুষল আৰু নাৰাচ ক্ষেপন কৰি যুদ্ধ কৰিব ধৰিলে। ৰাম-ৰাৱণৰ শৰক্ষেপত আৰু তাৰ আঘাত প্ৰতিঘাতত ৰণস্থলত তুমুল শব্দ উঠিল। উভয়ৰ নিক্ষিপ্ত বাণসমূহ বিকীৰ্ণ আৰু বিচ্ছিন্ন হৈ দীপ্তমুখে আকাশৰ পৰা পৃথিবীত পৰিব ধৰিলে। এই সময়ত মহাত্মা ৰামচন্দ্ৰৰ প্ৰদীপ্ত শৰজালত সমাচ্ছন্ন আৰু নিপীড়িত ৰাৱণ হৈ ৰণস্থলৰ পৰা পলায়ন কৰিলে।

## ৰামচন্দ্ৰৰ বিলাপ ঃ

ৰাৱণ পলাই যোৱাৰ পাছত ৰামচন্দ্ৰই সুষেণক সতি আনি ক'লে—চোৱা! ৰাৱণৰ বলপ্ৰভাৱত লক্ষ্মণ সৰ্পৰ দৰে ভূতলশায়ী হৈ আছে। তেওঁৰ অৱস্থা দেখি মোৰ শোকসাগৰ উদ্বেলিত হৈ উঠিছে। লক্ষ্মণ মোৰ প্ৰাণতকৈও প্ৰিয়তৰ। এওঁক এনে অৱস্থাপন্ন দেখি যুদ্ধ কৰিবলৈ মোৰ শক্তিৰ সঞ্চাৰ হোৱা নাই। লক্ষ্মণৰ যদি প্ৰাণ ত্যাগ হয়, মোৰ জীৱনৰ বা সুখভোগৰ কি প্ৰয়োজন আছে? মোৰ বলবীৰ্য্যই এতিয়া লাজ পাইছে, মোৰ হাতৰপৰা শৰাসন শিথিল হৈ পৰিছে। মোৰ দৃষ্টিশক্তি অশ্ৰুপূৰ্ণ হোৱা বাবে অস্ত্ৰবোৰ সুলকি পৰিব ধৰিছে। মোৰ শৰীৰ টোপনি যোৱা মানুহৰ শৰীৰৰ দৰে দুৰ্বল আৰু অৱসন্ন হৈছে। ৰাৱণৰ হাতত ভাই লক্ষ্মণৰ এনে অৱস্থা হোৱা দেখি মোৰ অতিশয় মৰ্ম্মপীড়া হৈছে। মোৰ ইন্দ্ৰিয়বোৰ চঞ্চল আৰু

(১) দৃষ্টি দৃষ্টিবিষস্যেৱ সৰ্পস্য মমৰাৱণঃ।
যথা বা বৈনতেয়স্য দৃষ্টিপ্ৰাপ্তা ভুজঙ্গমঃ।।৫৩
সুখং পশ্যত দুৰ্দ্ধৰ্ষো যুদ্ধং বানৰ পুঙ্গৱাঃ।
আসীনাঃ পৰ্বতাগ্ৰেষু মমেদং ৰাৱণস্য [illegible]৪

লঙ্কাকাণ্ড ১০০ অধ্যায়

বিয়াকুল হৈ পৰিছে। লক্ষ্মণক ৰণভূমিত পৰি থকা দেখি মোৰ বিষাদৰ সীমা নোহোৱা হৈছে। হে বীৰ! এতিয়া মোৰ যুদ্ধত জয়লাভৰো বাসনা নাই; কাৰণ সেইটো প্ৰিয় যেন বোধ হোৱা নাই। মোৰ বন গমনৰ সময়ত লক্ষ্মণে মোক অনুসৰণ কৰিছে, আজি ময়ো নিশ্চয় লক্ষ্মণৰ লগত যমালয়লৈ পাছে পাছে যাম।(১) বীৰ লক্ষ্মণ স্বজন বৎসল আৰু মোৰ নিতান্ত অনুগত আছিল। কূট যোদ্ধা ৰাক্ষসৰ হাতত এই দশা ঘটিল। হায়! দেশে দেশে স্ত্ৰী আৰু দেশে দেশে বন্ধু বান্ধব পোৱা যাব পাৰে কিন্তু এনে কোনো দেশ নাই, যত সহোদৰ ভ্ৰাতৃ পোৱা যাব পাৰে। হায়! লক্ষ্মণ ব্যতিৰেকে মোৰ ৰাজ্য প্ৰাপ্তিৰ প্ৰয়োজন কি? মই এতিয়া অযোধ্যালৈ গৈ পুত্ৰবৎসলা সুমিত্ৰাদেবীক কি বুলি কম? তেওঁ যেতিয়া পুত্ৰ শোকত অধীৰ হৈ মোক তিৰস্কাৰ কৰিব, তাক মই সহ্য কৰিম কেনেকৈ?

ভাৰ্য্যা পুত্ৰ বন্ধুসব পাই যথা তথা।
হেন নতু নুশুনোহোঁ সোদৰ পাই কোথা।।
সুমিত্ৰায়ে খুলিৱন্ত কহিবা লখাই।
কিমতে বুলিবোঁ আইলো ৰণত পেলাই।।

মই লক্ষ্মণৰ কথা জননী কৌশল্যা বা কৈকেয়ীক কি কম? ভৰত আৰু শত্ৰুঘ্নই যেতিয়া সুধিব যে তুমি লক্ষ্মণক লগত লৈ গৈছিলা, কিন্তু লগত নানি কিয় ঘৰলৈ ফিৰি আহিলা? তেতিয়া মই সিহঁতক কি কম? এতিয়া মই আত্মীয় স্বজনৰ নিন্দাৰ পাত্ৰ হৈ জীৱন-ধাৰণ কৰাতকৈ মৃত্যুৱেই মোৰ প্ৰাৰ্থণীয়।

হায় ভাই লক্ষ্মণ! তুমি মনুষ্যশ্ৰেষ্ঠ আৰু বীৰসকলৰ ভিতৰত অগ্ৰগণ্য। তুমি মোক এৰি অকলে পৰলোকলৈ গ'লা। মোৰ লগত কিয় কথা কোৱা নাই? এতিয়া উঠা, চকু মেলি চোৱা! তোমাৰ দুঃখিত জ্যেষ্ঠ ভ্ৰাতৃৰ মুখলৈ চোৱা। ভাই লক্ষ্মণ! মোক শোকাৰ্ত্ত, প্ৰমত্ত বা বিষণ্ণ দেখিলে তুমিয়েইতো মোক সান্ত্বনা দিছিলা। এতিয়া নিমাত হৈছা কিয়?

ৰামচন্দ্ৰই এইদৰে শোকাকুল হৈ বিলাপ কৰা দেখি চিকিৎসা শাস্ত্ৰবিশাৰদ বীৰ সুষেণে তেওঁক আশ্বাস দিব ধৰিলে—হে নৰশ্ৰেষ্ঠ! আপুনি কিয় দুখ কৰিছে। লক্ষ্মণৰ মৃত্যু হোৱা নাই। তেওঁৰ মুখমণ্ডল বিকৃত হোৱা নাই, বং লৈতা

---

১) যথৈব মাং বনং যান্তমনুযাতি মহাদ্যুতিঃ।
অহমপ্যনুযাস্যামি তথৈ বৈনং যমক্ষয়ম।।১৩।।
দেশে দেশে কলত্ৰাণি দেশে দেশে চ বান্ধবাঃ
তং তু দেশং ন পশ্যামি যত্ৰ ভ্ৰাতা সহোদৰঃ।।১৫।।
লঙ্কাকাণ্ড ১০১ অধ্যায়

২) কিং নু ৰাজ্যেন দুৰ্দ্ধৰ্ষ লক্ষ্মণেন বিনা মম।
কথং বক্ষাম্যহং ত্বম্বাং সুমিত্ৰাং পুত্ৰবৎসলাম্।।১৬।।

হোৱা নাই আৰু তেওঁৰ শৰীৰ নিষ্প্ৰভ হোৱা নাই। চাই লওক মুখমণ্ডল কেনে সুপ্ৰসন্ন আৰু সুপ্ৰভ হৈ আছে। হাতৰ তলুৱা পদুমফুলৰ পাপৰিৰ দৰে ৰঙা হৈ আছে, চক্ষু জ্যোতির্ময় হৈ আছে। মৃতব্যক্তিৰ এনে ৰূপ নাথাকে। হে অৰিন্দম। লক্ষ্মণ জীৱিত আছে। তেওঁৰ বাবে আপুনি অকাৰণ দুখ নকৰিব। বীৰ লক্ষ্মণে হাত-ভৰি মেলি দি নিদ্ৰিত হৈ আছে, তেওঁৰ হৃৎপিণ্ডৰ স্পন্দন আছে; সেই শ্বাস-প্ৰশ্বাস অনুভৱ কৰিব পাৰি।

ৰামক সম্বুধি সুষেণে বোলন্ত
বৈদ্য ধন্বন্তৰি সুত।
শুনিয়ো ৰাঘৱ শ্ৰীৰঘুনন্দন
সন্তাপ ত্যজা বহুত।।
তোমাৰ কণিষ্ঠ জীৱন্ত ঈঙ্গিতে
জানিলো নগৈলা প্ৰাণ।
হৃদয়ত বায়ু গমনা গমন
জানিলোঁ আছয় প্ৰাণ।।
নয়নযুগল নীল উৎপল
নাসা যেন তিলফুল।
বদন কমল নীল উৎপল
জ্বলে যেন শশী তুল
জিহ্বা নকুঞ্চিল শুনয় চৰণ
এৰিয়ো চিন্তা আপনে।
তোমাৰ ৰৰাতে অবধ্য শৰীৰ
মাৰিবাক পাৰে কোনে।।

মহামতি সুষেণে ৰামচন্দ্ৰক এইদৰে সান্ত্বনা দি হনুমানক সম্বোধন কৰি ক'লে—হে সৌম্য! জাম্ববানে পূৰ্বে যি পৰ্বতৰ কথা কৈছিল তুমি সেই পৰ্বতলৈ গৈ বিশল্যকৰণী, সাৰ্বন্য কৰণী, সঞ্জীৱকৰণী আৰু সন্ধানী এই কেইবিধ ঔষধ লৈ আহাগৈ।

হনুমানে তন্দণ্ডে যাত্ৰা কৰিলে আৰু অতি সোনকালে সেই কেইবিধ ঔষধ লৈ আহিল। সুষেণে সেই ঔষধ লৈ বাটিলে আৰু লক্ষ্মণৰ নাকত দি শুঙালে। সেই ঔষধৰ ঘ্ৰাণ পোৱা মাত্ৰেই লক্ষ্মণ অবিলম্বে নীৰোগ হ'ল আৰু উঠি বহিল।

ভূমিতলৰ পৰা লক্ষ্মণক গাত্ৰোত্থান কৰা দেখি বানৰসকলে অতিশয় আনন্দিত হৈ লক্ষ্মণৰ বহুপ্ৰশংসা কৰিব ধৰিলে। আৰু 'সাধু' 'সাধু' বুলি চিঞৰ-বাখৰ লগালে। ৰামচন্দ্ৰয়ো আহা ভাই, আহা বুলি স্নেহে লক্ষ্মণক আলিঙ্গন কৰিলে। সেই সময়ত তেওঁৰ চকুৰেদি আনন্দাশ্ৰু বব ধৰিলে। ৰামচন্দ্ৰই পাছত

লক্ষ্মণক কব ধৰিলে —ভাই! আজি ভাগ্যৰ বলতহে তোমাক পুনৰ্জীৱিত হোৱা দেখিলোঁ। কবলৈ গলে তুমিয়ে যদি জীৱিত নাথাকা মোৰ সীতাৰ পুনঃপ্ৰাপ্তিত, যুদ্ধ জয়ত বা জীৱন ধাৰণত কি প্ৰয়োজন?

ৰামচন্দ্ৰৰ সেই কথাৰ উত্তৰত মহাবীৰ লক্ষ্মণে উত্তৰ দিলে— হে সত্য পৰাক্ৰম! আপুনি আপোনাৰ পূৰ্বৰ প্ৰতিজ্ঞা স্মৰণ কৰক। আপুনি ইমান মহতী প্ৰতিজ্ঞা কৰি এতিয়া ক্ষুদ্ৰ লোকৰ দৰে এনে শিথিল কথা কিয় কৈছে? প্ৰতিজ্ঞা পালন কৰা মহৎ ব্যক্তিৰ লক্ষ্মণ। সত্যবাদী মহাপুৰুষসকলে কেতিয়াও প্ৰতিজ্ঞা ভঙ্গ কৰা নাই। হে বীৰ! ইমান নিৰুৎসাহ কিয় হৈছে? ৰাৱণৰ প্ৰাণসংহাৰ কৰি আপোনাৰ প্ৰতিজ্ঞা পালন কৰক। মই জানো আপোনাৰ শৰৰ আগত কোনো শত্ৰুৰেই জীৱন ৰক্ষা কৰাৰ সম্ভাৱনা নাই। যি সিংহই দাঁত নিকটাই গৰ্জ্জন কৰে সেই সিংহৰ আগত কোনো মত্ত হাতীৰ প্ৰাণৰক্ষা নহয়। মই আপোনাক আৰু কি কম। সূৰ্য্য অস্ত হোৱাৰ আগতে আপুনি দুৰাত্মা ৰাৱণৰ প্ৰাণ সংহাৰ কৰক—এয়ে মোৰ ইচ্ছা।

ৰামচন্দ্ৰই লক্ষ্মণৰ কথা শুনি দিব্য ধনু হাতত লৈ ৰাৱণৰ উদ্দেশ্যে ঘোৰতৰ শৰ নিক্ষেপ কৰিব ধৰিলে। সূৰ্য্যৰ অভিমুখে ৰাহু যেনেকৈ ধাবিত হয়, সেইদৰে ৰাৱণ ৰামৰ সন্মুখীন হ'ল। ৰাৱণে ৰথত উঠি যুদ্ধ কৰিছে আৰু ৰামচন্দ্ৰই ভূমিত থিয় হৈ যুদ্ধ কৰিছে। তাকে দেখি দেৱৰাজ ইন্দ্ৰই তেওঁৰ সাৰথি মাতলিক মাতি আনি নিজৰ ৰথখন ৰামচন্দ্ৰলৈ পঠিয়াই দিলে আৰু মাতলিক ৰামচন্দ্ৰৰ সাৰথিত্ব কৰিবলৈ আদেশ দিলে।

ৰামচন্দ্ৰ সেই দেৱৰথখনক প্ৰণাম আৰু প্ৰদক্ষিণ কৰি তাত উঠিল। তেতিয়া ৰাম-ৰাৱণৰ অদ্ভুত দ্বৈৰথ যুদ্ধ আৰম্ভ হ'ল। ঘোৰতৰ যুদ্ধ চলিল। বিভিন্ন শক্তিশালী অস্ত্ৰ উভয়ে উভয়ৰ প্ৰতি নিক্ষেপ কৰিলে। জয় পৰাজয় নিৰ্ণয় কৰা সুকঠিন হৈ পৰিছিল; কিন্তু এসময়ত ৰাৱণে ৰামচন্দ্ৰৰ ৰথৰ ধ্বজা কাটি পেলালে, ৰথৰ ঘোঁৰাকেইটি নিহত কৰিলে আৰু ৰামচন্দ্ৰক ৰথৰ ওপৰত পতিত কৰিলে। ৰাৱণৰ ৰণ কৌশল দেখি সকলো স্তম্ভিত হৈ গৈছিল আৰু ৰামচন্দ্ৰৰ পৰাজয় হব পাৰে বুলি আশঙ্কা কৰি সকলো লোক বিষণ্ণ হৈ পৰিছিল। মহাবীৰ ৰামচন্দ্ৰ ৰাৱণৰ শৰত উৎক্ষিপ্ত হৈ নিজে শৰসন্ধানত অসমৰ্থ হৈ পৰিছিল। খন্তেক ৰামচন্দ্ৰ জ্বলি-পকি উঠিল। চক্ষু ৰক্তবৰ্ণ আৰু মুখমণ্ডল ভ্ৰূকুটিপূৰ্ণ হৈ উঠিছিল। ৰামচন্দ্ৰৰ ৰোষাবিষ্ট মুখমণ্ডল দেখি সকলোৱে ভাবিবলৈ ধৰিলে এইবাৰ মহাপ্ৰলয় উপস্থিত হব। সমস্ত প্ৰাণীৰ হৃৎকম্প উপস্থিত হৈছিল। পৃথিৱী বিচলিত হৈ পৰিল। সমুদ্ৰ সংক্ষুব্ধ হৈ উঠিল আৰু আকাশত অনবৰত ঔৎপাতিক ঘনঘটাৰ গৰ্জ্জন হব ধৰিলে। যুদ্ধ পুনৰায় ভীষণভাৱে চলিল।

ৰাম-ৰাৱণৰ যুদ্ধ চাবলৈ সুৰ আৰু অসুৰসকল আহিছিল। সুৰবিলাকে ৰামৰফালে জয়ধ্বনি দিছিল আৰু অসুৰবিলাকে ৰাৱণৰ জয়ধ্বনি দিছিল।

এই সময়ত ৰাৱণে এক প্ৰচণ্ড শূল ৰামৰ প্ৰতি নিক্ষেপ কৰিলে। এই শূল দেখিবলৈ এক প্ৰলয়কালীন অগ্নি বুলি প্ৰতীয়মান হয়। ভৈৰৱনাদ কৰি ৰাৱণে এই শূল এৰি দিলে। তাকে দেখি ৰাক্ষসসকলৰ আনন্দৰ সীমা নোহোৱা হ'ল। ৰাৱণে এক সিংহনাদ কৰি ৰামক কবলৈ ধৰিলে—এই বজ্ৰসাৰ শূল মই এৰিলোঁ। হে ৰাম! এতিয়া তহঁত দুয়ো ভাই একেলগে সংহাৰ পাবি। ৰামে সেই শূল নিবাৰণ কৰিবলৈ বহুশৰ নিক্ষেপ কৰিলে; কিন্তু সেই শূল কোনো পধ্যে শৰেৰে নিবাৰণ কৰিব নোৱাৰিলে। অৱশেষত ৰামচন্দ্ৰই ইন্দ্ৰৰপৰা পোৱা মহাশক্তিশূল নিক্ষপ কৰিলে। ৰাৱণৰ শক্তিশূলৰ তেজ মহাশক্তি শূলে হৰণ কৰি নিলে আৰু সেই শক্তি ছিন্ন ভিন্ন হৈ পৰি গ'ল। তাৰ পাছত ৰামচন্দ্ৰই অন্যান্য শৰ নিক্ষেপ কৰি ৰাৱণৰ ৰথৰ অশ্ববিলাক ভেদ কৰিলে আৰু ৰাৱণৰ বক্ষঃস্থল আৰু কপালত গুৰুতৰৰূপে আঘাত কৰিলে।

তাৰ পিছত ৰাক্ষসৰাজ ৰাৱণে ৰামচন্দ্ৰৰ শৰত অভিভূত আৰু নিপীড়িত হৈ অতিশয় ক্ৰোধান্বিত হৈ উঠিল। ৰাৱণেও ৰামৰ প্ৰতি শৰবৃষ্টি কৰিব ধৰিলে। শেহত ৰামচন্দ্ৰই এনে শক্তিশালী শৰ নিক্ষেপ কৰিলে যে সেই শৰ ৰাৱণৰ বুকুত পৰাত ৰাৱণৰ মূৰ ঘূৰাই ৰথৰ ওপৰতে মূৰ্চ্ছিত হৈ পৰিল। ৰাৱণৰ মূৰ্চ্ছাপন্ন অৱস্থাত ৰামে ৰাৱণৰ প্ৰাণ সংহাৰ কৰিবলৈ ইচ্ছা নকৰিলে। ৰাৱণৰ সাৰথিয়ে কিন্তু ভাবিলে যে ৰামৰ শৰত ৰাৱণৰ প্ৰাণত্যাগ হৈছে। সাৰথি ততাতৈয়াকৈ ৰথ লৈ গুচি গ'ল।

কিছু ক্ষণৰ পিছতে ৰাৱণৰ মূৰ্চ্ছা ভঙ্গ হ'ল। বুজিব পাৰিলে যে সাৰথিয়ে ৰণস্থলৰ পৰা ৰথ লৈ আহিছে। তেতিয়া ৰাৱণে সাৰথিক ভৰ্ৎসনা কৰিবলৈ ধৰিলে—মূৰ্খ। তই মোক কাপুৰুষ, ভীৰু আৰু ক্ষুদ্ৰচেতা বুলি ভাবিছিলি নেকি? তোৰ অভিপ্ৰায় কি যে তই শত্ৰুৰ সমুখৰপৰা মোৰ ৰথ লৈ আহিলি? তই শত্ৰুপক্ষৰ পৰা উৎকোচ লৈছ নেকি? তোৰ এই কাৰ্য্যই মোৰ যশ আৰু মানৰ ক্ষতি কৰিছে। তই মোক শত্ৰুৰ আগত কাপুৰুষ বুলি ঘোষণা কৰিলি।

সাৰথিয়ে উত্তৰ দিলে—মহাৰাজ! মই নিৰ্বোধ। মই ভীত হৈ ৰথ লৈ আহিলোঁ। মই বিশ্বাসঘাতকতা কৰা নাই। মোক নীচাশয় আৰু শত্ৰুৰ উৎকোচ গ্ৰহণ কৰা বুলি দোষ দিব। আপোনাক ক্লান্ত হোৱা দেখিয়ে মই ৰথ লৈ আহিছিলোঁ। তদুপৰি সেই সময়ত মই বহুপ্ৰকাৰ দুৰ্লক্ষণ দেখা পাইছিলোঁ। ৰক্ষোৰাজ! সাৰথিৰ অনেক বিষয় দৃষ্টি থকা উচিত। দেশ, কাল, শুভাশুভ লক্ষণ, ইঙ্গিত, অনুৰাগ, হৰ্ষ, খেদ আৰু ৰথীৰ বলাবল বিদিত থকা সাৰথিৰ কৰ্ত্তব্য কৰ্ম। জল-আহাৰ, উঠা-বহা, যুদ্ধকাল, শত্ৰুৰ ছিদ্ৰান্বেষণ, ৰথ কেতিয়া আগবঢ়াই নিব লাগে, কেতিয়া পিছুৱাই আনিব লাগে আৰু কেতিয়া কোন স্থানত ৰথ

ৰাখিব লাগে, সাৰথিৰ এইবোৰ বিষয়ত জ্ঞান থাকিব লাগে। আপোনাৰ বিশ্ৰামৰ কাৰণে আৰু ঘোঁৰাবিলাকৰ শ্ৰম দূৰ কৰিবৰ অৱকাশৰ কাৰণে মই যি কৰিছোঁ, ভালেই কৰিছোঁ। মই স্বেচ্ছাচাৰীভাৱে ৰথ লৈ যোৱা নাছিলোঁ। আপোনাৰ প্ৰতি স্নেহ অনুৰাগ থকা বাবেহে নিছিলোঁ।

তেতিয়া ৰাৱণে পুনঃ ৰথ ৰামৰ সমুখলৈ নিবলৈ আদেশ দিলে আৰু ক'লে—শত্ৰু সংহাৰ নকৰাকৈ কেতিয়াও ৰাৱণ যুদ্ধ ক্ষেত্ৰৰপৰা ঘূৰি নাযায়—এই কথা জানিবি।

## ৰামচন্দ্ৰৰ আদিত্যহৃদয় স্তোত্ৰ পাঠ আৰু ৰাৱণ বধঃ

দেৱতাসকলৰ লগত অগস্ত্য ঋষিও যুদ্ধ চাবলৈ আহিছিল। তেওঁ ৰাম-ৰাৱণৰ যুদ্ধ চাই, ৰাৱণৰ ৰথ আঁতৰি যোৱা দেখি ৰামচন্দ্ৰৰ ওচৰ চাপি ৰামক ক'লে—বৎস! মই আদিত্য হৃদয় স্তোত্ৰ তোমাক শুনাও—তুমি ইয়াৰ বলত জয় লাভ কৰিবা। তুমি স্তোত্ৰ মন্ত্ৰটো জপ কৰিবা। ৰামচন্দ্ৰই সেই স্তোত্ৰটো শুনি লৈ তিনিবাৰ আচমন কৰি তিনিবাৰ জপ কৰিলে। সূৰ্য্যৰপৰা আশ্বাসো পালে।

ইফালে ৰাৱণৰ সাৰথিয়ে যুদ্ধক্ষেত্ৰলৈ ৰথ ঘূৰাই আনিলে। ৰামচন্দ্ৰই ৰাৱণৰ ৰথ আহিব ধৰা দেখি সাৰথি মাতলিক ক'লে—চোৱা ৰাৱণে মোৰ সোঁ ফালেদি আহিব ধৰিছে। সি নিশ্চয় মোৰ প্ৰাণ সংহাৰৰ উদ্দেশ্য লৈ আহিব ধৰিছে। আজি নিশ্চয় মই তাৰ প্ৰাণ সংহাৰ কৰিম। তুমি নিৰ্ভয়ে এতিয়া তাৰ ফালে ৰথ চালনা কৰি লৈ যোৱা। মাতলিয়ে ৰাৱণৰ ৰথ দক্ষিণফালে ৰাখি নিজ ৰথৰ চক্ৰৰ ধূলিৰে ৰাৱণক আচ্ছন্ন কৰি পেলালে। ৰাৱণৰ খং উঠিল আৰু ৰামচন্দ্ৰৰ ওপৰত শৰ নিক্ষেপ কৰিব ধৰিলে। তাৰ পাছত উভয়ে উভয়ৰ প্ৰাণ সংহাৰৰ বাবে সম্মুখ যুদ্ধত প্ৰবৃত্ত হ'ল। উভয়ৰ মাজত সৰ্ব্বলোক ভয়ঙ্কৰ দ্বৈৰথ যুদ্ধ আৰম্ভ হ'ল। ৰাক্ষস আৰু বানৰবিলাক ৰাম-ৰাৱণৰ যুদ্ধকাণ্ড দেখি সকলোৱে বিস্ময় মানিলে। বিস্ময়াপন্ন হৈ সিহঁতে পৰস্পৰক আক্ৰমণ কৰিবলৈ পাহৰি গ'ল। সেই যুদ্ধত পৃথিবী কঁপি উঠিল। সূৰ্য্যৰ তেজ কমি গ'ল আৰু বায়ু প্ৰবহণ বন্ধ হৈ গ'ল। দেৱতা, গন্ধৰ্ব সিদ্ধ কিন্নৰ সকলো উদ্বিগ্ন আৰু চিন্তান্বিত হৈ পৰিল। সেই যুদ্ধকাণ্ড দেখি সকলোৱে কোৱাকুৱি কৰিব ধৰিলে যে সমূদ্ৰ আকাশৰ দৰে আৰু আকাশ সমূদ্ৰৰ দৰে দেখা গৈছে। ৰাম-ৰাৱণৰ যুদ্ধ ৰাম আৰু ৰাৱণৰ অনুৰূপ হৈছে।

ৰামৰ মাৰাত্মক অস্ত্ৰই ৰাৱণক মাৰিও প্ৰাণে মাৰিব নোৱাৰে। ৰাম আচৰিত হৈ গৈছে। কিংকৰ্ত্তব্যবিমূঢ় হৈ গৈছে। ৰামচন্দ্ৰই ভাবিছে যে যিবিলাক শৰেৰে মাৰীচ, খৰ, দূষণ, বিৰাধ কবন্ধ আদিৰ প্ৰাণ হৰণ কৰা হৈছে, যিবিলাক শৰেৰে

বালীক বিনষ্ট কৰা হৈছে আৰু সমুদ্ৰকো সংক্ষোভিত কৰা হৈছে, সমুদ্ৰৰ পানী দুভাগ কৰি সেতুবন্ধনৰ উপযুক্ত কৰা হৈছে, সেই শৰবিলাক হীনবল হৈছে কিয়?

তাৰ পাছত দেব সাৰথি মাতলিয়ে ৰামক সোঁৱৰাই দিলে যে ব্ৰহ্মাস্ত্ৰ পৰিত্যাগ কৰা আৱশ্যক।

ব্ৰহ্মা অস্ত্ৰ ধৰি প্ৰভু বধিয়ো ৰাৱণ।
হেনমতে সাৰথি কৰাইলা সুমৰণ।।

সাৰথিৰ কথাত ৰামচন্দ্ৰই ব্ৰহ্মাস্ত্ৰ গ্ৰহণ কৰিলে। সেই অস্ত্ৰ স্বীয় তেজৰ প্ৰভাৱত স্বয়ং প্ৰদীপ্ত আৰু ক্ৰুদ্ধসৰ্পৰ দৰে অতিশয় ভীষণ। ৰামচন্দ্ৰই মহামুনি অগস্ত্যৰ পৰা সেই অস্ত্ৰ লাভ কৰিছিল। এই অস্ত্ৰ অমোঘ আৰু মহাশক্তিসম্পন্ন। ৰামচন্দ্ৰই বেদমন্ত্ৰেৰে মন্ত্ৰপূত কৰি ৰাৱণৰ ওপৰত সেই অস্ত্ৰ নিক্ষেপ কৰিলে। সেই শৰে অতি শীঘ্ৰে ৰাৱণৰ বক্ষঃস্থল ভেদ কৰিলে। তেতিয়া মহাবীৰ ৰক্ষোৰাজ ভীমবেগে ভূতল শায়ী হ'ল। ৰাক্ষসবিলাকে অবাক আৰু ভীত হৈ পলাব ধৰিলে। বানৰসকলে ৰাৱণ বধ হোৱা দেখি মনৰ আনন্দত জয়-উল্লাহ আৰু জয়ধ্বনি কৰিব ধৰিলে। দেৱতা সকলৰো আনন্দৰ সীমা নোহোৱা হ'ল।

**বিভীষণৰ শোক ঃ**

ৰাৱণক নিহত হোৱা দেখি ৰাৱণৰ ভাই বিভীষণৰ প্ৰাণত আঘাত লাগিল আৰু শোকগ্ৰস্ত হৈ বিলাপ কৰিব ধৰিলে হে বীৰ! তুমি এজন প্ৰসিদ্ধ বীৰ আছিলা। তুমি আছিলা এজন প্ৰবীণ নীতিশাস্ত্ৰবিৎ পণ্ডিত। মহামূল্যবান শয্যাত শয়ন কৰা তোমাৰ অভ্যাস। তুমি কিয় এতিয়া ভূমিত শয়ন কৰিছা? তোমাৰ সূৰ্য্যৰ দৰে উজ্জ্বল ৰত্নেৰে খচিত ৰাজমুকুট আজি ধূলিত সংমিশ্ৰিত হৈছে। তুমি সময়মতে মোৰ কথা নুশুনিলা। তুমি কাম আৰু মোহৰ বশবৰ্ত্তী হৈ মোৰ মঙ্গলপ্ৰদ কথাৰ প্ৰতি কাণ নিদিলা। দৰ্পৰ বশীভূত হৈ প্ৰহস্ত, ইন্দ্ৰজিৎ, কুম্ভকৰ্ণ অতিৰথ, অতিকায়, নৰান্তক আৰু তুমি মোৰ যি কথা গ্ৰাহ্য কৰা নাই এতিয়া সেয়ে ঘটিল।

ৰামৰ হাতত যেবে পৰিলা ৰাৱণ।
হা ভাই বুলিয়া কান্দন্ত বিভীষণ।।

---

আমাৰ বচন তুমি দেখিলাহা তিতা।
মাথাত কৰিয়া কিয় নসপিলা সীতা।।

তোমাৰ মৰণত আজি সুনীতিসম্পন্ন লোকসকলৰ সেতু ভগ্ন হৈ গ'ল, ধৰ্মৰ স্বৰূপ নষ্ট হৈ গ'ল, বলবীৰ্য্যৰ আশ্ৰয় স্থল লুপ্ত হৈ গ'ল।(১)

---

(১) গতঃ সেতুঃ সুনীতানাং গতো ধৰ্মস্য বিগ্ৰহঃ।
গতঃ সত্ত্বস্য সংক্ষেপঃ সুহস্তানাং গতিৰ্গতাঃ।।৬।। লঙ্কাকাণ্ড ১০৯ অঃ

তুমি বীৰ গতি লাভ কৰি আমাক শোকসাগৰত নিমগ্ন কৰিলা।

বিভীষণৰ শোক দেখি আৰু বিলাপ শুনি ৰামচন্দ্ৰই বিভীষণক সান্ত্বনা দিব ধৰিলে—মিত্ৰ বিভীষণ। ৰাক্ষসৰাজ ৰাৱণে বীৰৰ দৰে যুদ্ধত প্ৰাণ এৰিছে, কাপুৰুষৰ দৰে অক্ষম আৰু নিশ্চেষ্ট হৈ প্ৰাণত্যাগ কৰা হোৱা নাই। ক্ষত্ৰধৰ্মী বীৰ পুৰুষসকল যুদ্ধত মৰিলে তেওঁলোকৰ কাৰণে শোক কৰা উচিত নহয়। তেওঁলোকৰ যশ আৰু গৌৰৱৰ কথাহে ভাবিব লাগে। ৰণস্থলত ক্ষত্ৰিয় নিহত হ'লে সেই মৃত্যুক লৈ শোক কৰা উচিত নহয়; কাৰণ যুদ্ধত জয় পৰাজয় আছেই। ৰাৱণ ৰজাই কোনো কালে পৰাজয় বৰণ কৰা নাই। আজিৰ এই পৰাজয় ইন্দ্ৰাদি বিজিত ৰাক্ষসৰাজৰ কাৰণে কোনো অপযশৰ বিষয় হোৱা নাই। ই জয় বা পৰাজয়ৰ অৱশ্যম্ভাবী ফল মাথোন।

বিভীষণে উত্তৰ দিলে—হে ৰামচন্দ্ৰ! এই মহাবীৰে অৰ্থীসকলক প্ৰাৰ্থনা কৰাতকৈ অধিক অৰ্থ দান কৰিছে, ভৃত্যবৰ্গক ভৰণ কৰিছে, বন্ধু-বান্ধৱসকলৰ শ্ৰীবৃদ্ধি সাধন কৰিছে, স্বয়ং নানাবিধ ভোগ্যবস্তু ভোগ কৰিছে আৰু শত্ৰুসকলো এওঁৰ হাতত নিহত হৈছে। দেৱতা সকলো এওঁৰ হাতত পৰাজিত হৈছে। তেওঁ আছিল এজন মহাতপা বেদান্তৱিৎ সুপণ্ডিত আৰু অগ্নিহোত্ৰাদিৰ কাৰ্য্যকৰ্ত্তা।

এতিয়া শাস্ত্ৰবিধিমতে ৰাক্ষসৰাজ ৰাৱণৰ প্ৰেতকাৰ্য্য কৰিব লাগে। যি নিয়মে সেই প্ৰেতকাৰ্য্য কৰিব লাগে, সেই বিধি অনুসাৰে প্ৰেতকাৰ্য্য কৰিবৰ অনুমতি মোক দিয়ক। বিভীষণৰ এই কথাৰ পাছত ৰামচন্দ্ৰই বিভীষণক অগ্নিসংস্কাৰ কৰিবলৈ অনুমতি দিলে; কিন্তু বিভীষণৰ মনত এই বিধিত সন্দেহ উপস্থিত হ'ল। তেওঁ ৰামচন্দ্ৰক ক'লে—যে ৰাৱণে পৰস্ত্ৰীহৰণ কৰা আৰু পৰস্ত্ৰী উপভোগ কৰা পাপত লিপ্ত আছিল। এতিয়া অগ্নি সংস্কাৰ কৰি তেওঁৰ প্ৰেতকাৰ্য্য সম্পন্ন কৰা উচিত নহব। ৰাৱণ ৰজা মোৰ জ্যেষ্ঠ আৰু গুৰু কিন্তু তেওঁৰ পাতক বিচাৰ কৰিহে এই কাৰ্য্য কৰিব লাগিব। মই যদি অগ্নিসংস্কাৰ কৰি প্ৰেতকাৰ্য্য সম্পাদন নকৰোঁ মানুহে হয়তো মোক নিষ্ঠুৰ বুলি কব পাৰে; কিন্তু ৰাৱণৰ পাপসমূহ বিচাৰ কৰি চালে তেওঁলোকে নিশ্চয় পুনৰায় কব যে বিভীষণে অন্যায় কাৰ্য্য কৰা নাই।

ৰামচন্দ্ৰ বিভীষণৰ কথাত বৰ সন্তুষ্ট হ'ল। ৰামচন্দ্ৰই ক'লে—হে বিভীষণ। তোমাৰ সহায়ত মই জয়লাভ কৰিছোঁ। তোমাৰ যিহত মঙ্গল হয় সেইটোহে মই কৰা উচিত হ'ব। এইটো সঁচা কথা যে এই ব্যক্তি অধাৰ্মিক আৰু দুষ্ক্ৰিয়াকাৰী কিন্তু ৰাৱণ আছিল তেজস্বী আৰু মহাবীৰ বুলি প্ৰসিদ্ধ। এতিয়া আমাৰ উদ্দেশ্য সাধন হৈছে; আমি এতিয়া এওঁৰ লগত কোনো প্ৰকাৰ শত্ৰুতা আচৰণ কৰা উচিত নহব; কাৰণ মৰণকাল পৰ্য্যন্তহে বৈৰিতা। এতিয়া তেওঁ তোমাৰ যিমান প্ৰিয় মোৰ ওচৰতো সিমানে প্ৰিয়। এতিয়া তুমি যদি ধৰ্মানুসাৰে এওঁৰ অগ্নিকাৰ্য্য কৰা তেন্তে মানুহে তোমাৰ প্ৰশংসাহে কৰিব।

ৰামে বিভীষণক দিলা সমিধান।
মৃতকজনক নকৰিবা হেন ঠান।।
সংস্কাৰ কৰিয়া মিত্ৰ তাৰ কাৰ্য্য সাধ।
প্ৰাণান্তিক হৈলে আৰু কিবা অপৰাধ।।

(ৰাৱণৰ মৃত্যু হোৱাৰ আগমুহূৰ্ত্তত ৰাৱণৰ ওচৰত ৰাজনীতি শিক্ষা কৰা কথা বাল্মীকি ৰামায়ণত নাই। মাধৱ কন্দলীৰ ৰামায়ণতো নাই। কৃত্তিবাসী ৰামায়ণত আছে। কৃত্তিবাসে হয়তো কোনো পুৰাণৰপৰা সংগ্ৰহ কৰিছে।)

এই সময়তে ৰাণী মন্দোদৰীৰ সপত্নীসকল কান্দি কান্দি আহি তাত উপস্থিত হ'ল।

## মন্দোদৰীৰ বিলাপ ঃ

ৰাৱণৰ মৃত্যুৰ খবৰ পাই ৰাক্ষসীসকল অন্তঃপুৰৰ পৰা ওলাই আহিল আৰু সকলোৱে কান্দি কান্দি বিলাপ কৰিব ধৰিলে। মহাৰাজ! আপুনি নিজৰ মৃত্যুৰ কাৰণে সীতাক অপহৰণ কৰি আনিছিল আৰু সেই কাৰণে ৰাক্ষসবিলাকৰ বধ সাধন হ'ল। তাৰ বাবে আমিও সমূলে নিৰ্ম্মূল হলোঁ। হায়! ৰামৰ সীতা যদি ঘূৰাই দিলেহেঁতেন তেন্তে আমাৰ এই বিপদ সংঘটন নহলহেঁতেন। আপোনাকেই বা কি দোষ দিম? ই দৈব শক্তিৰ কাৰ্য্য। দৈৱৰ বিধান ইচ্ছা কৰি ৰোধ কৰিব নোৱাৰি। ধন, বল, বিক্ৰম বা আদেশৰ দ্বাৰা ই নিবাৰিত নহয়।(১)

এই সময়ত ৰাৱণৰ প্ৰধানা মহিষী মন্দোদৰীয়ে আহি করুণস্বৰে বিলাপ কৰিবলৈ ধৰিলে—হে মহাবাহো! তোমাৰ হাতত দেৱৰাজ ইন্দ্ৰও পৰাজিত হৈছে আৰু তোমাৰ ভয়ত মহৰ্ষিসকল, দেৱতাসকল, গন্ধৰ্বসকল আৰু চাৰণসকল দিগদিগন্তে পলায়ন কৰিছিল, সেই তুমি আজি সাধাৰণ মানুহ এজনৰ হাতত পৰাজিত হ'লা, অথচ তোমাৰ লাজ লগা নাই। তুমি দুঃসহ পৰাক্ৰমৰ দ্বাৰা ত্ৰিলোক জয় কৰি শ্ৰী লাভ কৰিছিলা সেই তুমি আজি এজন বনচাৰী মানুহৰ হাতত নিহত হ'লা।

দেবী সীতা অৰুন্ধতী আৰু ৰোহিণীতকৈ সৰ্ব্বাংশে শ্ৰেষ্ঠা, তুমি সেই পূজনীয়া জানকীক হৰণ কৰি আনি অসদৃশ কাম কৰিছা। তুমি পতিগতা প্ৰাণা সৰ্ব্বাঙ্গসুন্দৰী সীতাক বিজন অৰণ্যৰ পৰা ছলে বলে আনি নিজৰ প্ৰাণ হেৰুৱালা। তুমি সীতাৰ সংগত সহবাসৰ কামনা কৰিছিলা হয়; কিন্তু হে প্ৰভো! প্ৰকৃতপক্ষে সেই সতী নাৰীৰ তপস্যাৰ অগ্নিত তুমি নিজে ভস্মীভূত হ'লা। নাথ! কাল উপস্থিত হ'লে পাপীয়ে পাপফল ভোগ কৰিবই লাগিব। নিশ্চয় ইয়াৰ

(১) নৈশ্বৰ্যেন চ কামেন বিক্ৰমেন ন আজ্ঞয়া।
শক্যা দৈবগতিৰ্লোকে নিবৰ্ত্তয়িতুমুদ্যতা।।২৫।। লঙ্কাকাণ্ড—১১০

অন্যথা নহয়। যি লোকে শুভকাৰ্য্য কৰে, সেই লোকৰ শুভ হয় আৰু যি লোকে পাপকাৰ্য্য কৰে সেইলোকে পাপ ভোগ কৰে। বিভীষণে সুখ পাইছে আৰু তুমি পাপৰ ফল মৃত্যু পালা।(১)

হে ৰাজন! আজি তোমাৰ মৃত্যুত মই বিধবা হৈছোঁ আৰু মোৰ সকলো ভোগ উঠি গ'ল। তোমাৰ মুখ আছিল সূৰ্য্যৰ দৰে উজ্জ্বল, সেই মুখৰ কান্তি আছিল চন্দ্ৰৰ দৰে আৰু সৌন্দৰ্য্য আছিল পদুমফুলৰ দৰে। ভ্ৰূযুগল আছিল উন্নত, ত্বক আছিল কমনীয় আৰু নাক আছিল অতি সুন্দৰ। আলাপত তোমাৰ মুখৰপৰা কি সহাস্য মধুৰ কথা নিসৃত হৈছিল। তেতিয়া মুখমণ্ডলৰ যে কি শোভা প্ৰকাশ পাইছিল! আজি সেই মুখমণ্ডল শ্ৰীহীন, নিতান্ত মলিন।

তোমাৰ অন্তঃপুৰৰ পত্নীসকলে ওৰণি পেলাই, লাজ পৰিত্যাগ কৰি বাহিৰলৈ ওলাই আহিছে, তাকে দেখি তোমাৰ কিয় খং উঠা নাই? মই তোমাৰ ক্ৰীড়াসহচৰী আছিলোঁ, এতিয়া মই অনাথা হৈ তোমাৰ কাৰণে লালায়িত হৈছোঁ— তুমি কিয় মোক সান্ত্বনা দিয়া নাই? বুজিছোঁ, তুমি যিবিলাক পতিব্ৰতা, ধৰ্মব্ৰতা নাৰীক বিধবা কৰিছা, সেইবিলাকে শোকাভিভূত হৈ তোমাক অভিশাপ দিছে। সেই অভিশাপৰ ফল আজি ফলিছে 'পতিব্ৰতা নাৰীৰ চকুৰ পানী অকস্মাতে ভূপতিত হ'লে সি যে বিফলে নাযায়।" এই প্ৰবাদ বাক্যৰ সত্যতা আজি প্ৰমাণ পোৱা গ'ল। তুমি এদল বীৰ কুলৰ চূড়ামণি। তুমি তোমাৰ বিক্ৰমৰ প্ৰভাৱত ত্ৰিলোক জয় কৰিছা; নাজানোঁ কিয় তোমাৰ স্ত্ৰী অপহৰণ প্ৰবৃত্তি হ'ল। তুমি জানকীক অপহৰণ কৰি কিয় আনিছিলা? তুমি যে যুদ্ধ কৰি লাভ নকৰাকৈ অপহৰণ কৰি আনিলা, সেয়ে হ'ল তোমাৰ আসন্ন মৃত্যুৰ দুৰ্লক্ষণ।

অবধ্য ৰাক্ষস যত মেৰুৰ সমান।
শ্ৰীৰামৰ হাতে ভৈলা খেৰ যে পতান।।

ৰাক্ষসৰাজ মহিষী মন্দোদৰী সজল নয়নে দুঃখিতভাৱে অনুতাপ আৰু বিলাপ কৰি মূৰ্চ্ছাপন্না হ'ল।

ইতিমধ্যে ৰামচন্দ্ৰই বিভীষণক ক'লে—তুমি এতিয়া ভ্ৰাতা ৰাৱণৰ মৃতদেহৰ অগ্নিকাৰ্য্য কৰা আৰু স্ত্ৰীবিলাকক সান্ত্বনা দিয়া।

বিভীষণে যথা-বিধি ৰাৱণৰ অগ্নি সংস্কাৰ কৰিলে। ৰাৱণৰ দেহ ভস্মীভূত হৈ যোৱাৰ পাছত স্নান কৰি তিতা কাপোৰেৰে ফুল তিল হাতত লৈ তৰ্পণ কৰিলে। তাৰ পাছত অন্তঃপুৰবাসিনী ৰমণীবিলাকক নানাপ্ৰকাৰ সান্ত্বনা দি পুনঃ অন্তঃপুৰলৈ পঠাই দিলে। ৰমণীসকল যোৱাৰ পাছত বিভীষণ ৰামৰ ওচৰত

(১) অৱশ্যমেৱ লভতে ফলং পাপস্য কৰ্মণঃ।
ভৰ্ত্তঃ পৰ্য্যাগতে কালে কৰ্ত্তা নাস্ত্যত্ৰ সংশয়ঃ।।২৫।।
শুভ কৃচ্ছুভমাপ্নোতি পাপকৃৎ পাপমশ্নুতে।
বিভীষণঃ সুখং প্ৰাপ্তস্ত্বং প্ৰাপ্তঃ পাপমীদৃশম্।।২৬।। লঙ্কাকাণ্ড—১১১

উপস্থিত হ'ল। ৰামচন্দ্ৰ, লক্ষ্মণ, সুগ্ৰীৱ আৰু সৈন্যবিলাকে শত্ৰুনাশ কৰি বৰ আনন্দমনে বহি আছিল—সেই হৰ্ষ আনন্দ বৃত্ৰাসুৰ বধ কৰি ইন্দ্ৰই ভোগ কৰা হৰ্ষ আনন্দৰ নিচিনা উপভোগ্য হৈছিল।

## বিভীষণৰ ৰাজ্যাভিষেক ঃ

এই সময়তে ৰামচন্দ্ৰই লক্ষ্মণক ক'লে—ভাই লক্ষ্মণ! এতিয়া তুমি বিভীষণক লঙ্কাৰ সিংহাসনত প্ৰতিষ্ঠিত কৰা। বিভীষণ আমাৰ বৰ অনুৰক্ত আৰু উপকাৰী। লক্ষ্মণে বানৰবিলাকক আদেশ দি সোণৰ কলসীত সমুদ্ৰৰ জল আনি বিভীষণক এক সুন্দৰ আসনত বহুৱাই অভিষিক্ত কৰিলে। তেতিয়া সকলো আমাত্য আৰু অনুগত লোকসকল বৰ আনন্দিত হ'ল।

শ্ৰীৰামে বোলন্ত, শুনিয়ো লক্ষ্মণ,
আমাৰ বচন ধৰা।
এহি শুভক্ষণে, বিভীষণক নিয়া,
সত্বৰে ৰাজ্য জোকাৰা।।
হেন বাণী শুনি, বীৰ লক্ষ্মণ,
ত্বৰিতে চলিয়া যাই।
চাৰি দিশে জয়, জকাৰ পাৰয়,
বজায়ে নন্দী বধাই।।
শঙ্খ ভেৰী কাহ্ন, ভেমচি খুমচি,
ঢোলত পৰিল ৰাবি।
ৰাক্ষস পিশাচ, হৰিষে নাচয়,
ৰাৱণৰ শোক ছাৰি।।

তাৰ পাছত বিভীষণে প্ৰজাবৃন্দক সান্ত্বনা দিলে আৰু প্ৰজাবৃন্দই দৈ আখৈ মিঠাই আৰু ফুলৰ মালা উপহাৰ দি ৰজাক যথাযোগ্যভাৱে অভিনন্দিত কৰিলে। *বিভীষণে এই উপহাৰ বস্তুবোৰ ৰাম-লক্ষ্মণক দান কৰিলে।* ৰামচন্দ্ৰই বিভীষণক কৃতজ্ঞ আৰু কৃতকৃত্য হোৱা যেন দেখি আনন্দে সেই মাঙ্গলিক বস্তুবোৰ গ্ৰহণ কৰিলে।

## সীতাৰ ওচৰলৈ হনুমানৰ পুনঃ গমন ঃ

বিভীষণ ৰাজ্যাভিষিক্ত হোৱাৰ পাছত শ্ৰীৰামচন্দ্ৰই হনুমানক আদেশ কৰিলে—

হনুক সম্বুধি, ৰাঘৱে বোলন্ত,
*সীতাৰ পাশক যাহা।*
যেন মতে আমি ৰাৱণ মাৰিলোঁ
সি সব বাৰ্তা জনাহা।।

শ্ৰীৰামচন্দ্ৰই হনুমানক ক'লে—হে বীৰ! তুমি জানকীৰ ওচৰলৈ গৈ সকলো সংবাদ দি সীতাদেৱীয়ে কি প্ৰত্যুত্তৰ দিয়ে সেইটো লৈ আহাগৈ।(১) [ইয়াত লক্ষ্য কৰিব লগা কথা এইখিনি যে শ্ৰীৰামচন্দ্ৰই সীতাই কি উত্তৰ দিয়ে সেইটো লৈ আহিবলৈ কৈছে—সীতাক লৈ আহাগৈ বুলি কিয় নকলে?]

ৰামৰ আদেশত হনুমানে বিভীষণৰ ওচৰত বিদায় লৈ লঙ্কাপুৰীলৈ গমন কৰিলে।

হনুমানে অশোক বনত প্ৰবেশ কৰি দেখা পালে যে সীতাদেৱী অতিশয় দুঃখমনে বহি আছে আৰু ৰাক্ষসীসকলে তেওঁক পৰিবেষ্টন কৰি আছে। হনুমানে সীতাক প্ৰণাম কৰি ওচৰতে থিয় দি থাকিল। সীতাদেৱীয়ে প্ৰথমতঃ হনুমানক চিনিব পৰা নাছিল; সেই বাবে মৌন হৈ থাকিছিল। কিছুসময়ৰ পাছত চিনিব পাৰি বৰ আনন্দিত হৈছিল। হনুমানে যেতিয়া বুজিব পাৰিলে যে সীতাদেৱীয়ে তেওঁক চিনি পাইছে, তেতিয়া শ্ৰীৰামচন্দ্ৰই কৈ পঠোৱা সংবাদ পৰিবেশন কৰিলে। ৰামচন্দ্ৰই কৈ পঠিয়াইছে যে—

লক্ষ্মণ কুশল, সুগ্ৰীৱ কুশল।
কুশল কপি সমাজ।।

আৰু কৈ পঠিয়াইছে যে—

শ্ৰীৰাম গোসাঁই, ৰাৱণক মাৰি
বিভীষণে দিলা ৰাজ।

সীতাদেৱীয়ে এই সংবাদ তেতিয়ালৈকে কাৰো পৰা পোৱা নাছিলে। সেইবাবে ক্ষন্তেক কাল নীৰৱ হৈ আছিল। হনুমানে তাকে দেখি সীতাক সুধিলে—দেৱি! আপুনি কি চিন্তা কৰিছে? মোৰ কথাৰ কোনো উত্তৰ নিদিয়ে কিয়? সচাঁসচিকৈ শ্ৰীৰামচন্দ্ৰই ৰাৱণক বধ কৰিছে।

তেতিয়া সীতা দেৱীয়ে বৰ সন্তুষ্ট হৈ আনন্দত গদ্ গদ্ হৈ কবলৈ ধৰিলে;— বাছা! তেমাৰ মুখত মোৰ স্বামীৰ বিজয় বাৰ্ত্তা শুনি মোৰ মনত এনে এটি আনন্দৰ সঞ্চাৰ হৈছে যে মুখেৰে মই কোনো কথা প্ৰকাশ কৰিবৰ ভাষা পোৱা নাই। তোমাৰ মুখত এই সংবাদ পাই তোমাক কি পুৰস্কাৰ দিম, কিহেৰে তোমাক সন্তোষ বিধান কৰিম, সেইটো মই ভাবি পোৱা নাই। কোনো প্ৰকাৰ ধন ৰত্ন নাইবা ত্ৰিলোকৰ আধিপত্য একো দানেই এই সংবাদৰ সমকক্ষ হ'ব নোৱাৰে।

(১) প্ৰিয়মেতদিহাখ্যাহি বৈদেহ্যাস্বং হৰীশ্বৰ।
প্ৰতিগৃহ্য তু সন্দেশমুপাবৰ্ত্তিতুমৰ্হসি।।২৬।।
লঙ্কাকাণ্ড ১১৩

তেতিয়া হনুমানে উত্তৰ দিলে—হে দেৱি! আপুনি প্ৰকৃততে আপোনাৰ স্বামীৰ হিতাৰ্থিনী আৰু প্ৰিয়কাৰিণী। হে দেৱি! মই ধন ৰত্ন বা কোনো দেশৰ ৰাজত্বৰো অভিলাষী নহয়; আপোনাৰ মুখৰ এষাৰি মিঠা মাতেই মোক অপাৰ আনন্দ দিব। মই মাথো আপোনাৰ মুখৰ পৰা স্নিগ্ধ বাক্যহে আশা কৰোঁ। তাৰ পৰিবৰ্ত্তে মোক ইন্দ্ৰৰ ইন্দ্ৰত্বও নালাগে।

সীতাদেৱীয়ে উত্তৰ দিলে—হনুমান! তুমি পৰম ধাৰ্মিক, তুমি উদাৰ, তুমি অতি বিনয়ী আৰু তুমি বহু সদগুণ সম্পন্ন। সীতাৰ এইৰূপ প্ৰশংসাবাক্যত কোনো প্ৰকাৰে অহঙ্কৃত যেন নহৈ পুনৰায় হৃষ্টচিত্তে ক'লে—দেৱি! এই ৰাক্ষসীবিলাকে আপোনাক বৰ নিৰ্য্যাতন দিছে। আপুনি অনুমতি দিলে মই ইহঁতক বিনাশ কৰিব পাৰোঁ।

দয়াৰ্দ্ৰচিত্তা জানকীয়ে উত্তৰ দিলে—এইবিলাক ৰাক্ষসী প্ৰভুৰ আজ্ঞাবৰ্ত্তিনী দাসী। ৰাৱণৰ আজ্ঞানুসাৰেহে মোক নিৰ্য্যাতন কৰিছিল। হনুমান! ইহঁতক তুমি কিয় দোষী বুলি ভাবিছা?

কাহাক কোনেবা মাৰিতে পাৰয়,
কাহাক ৰাখয় কোনে।
পূৰব জনমে যিটো পাপ কৰে,
ভুঞ্জিয়া মৰে আপনে।।

মোৰ ভাগ্যৰ দোষতহে মই এনে নিৰ্য্যাতন ভোগ কৰিছোঁ। ই মোৰ কৰ্মফল। তুমি এনে প্ৰস্তাৱ নুতুলিবা। মই ইহঁতৰ অপৰাধ ক্ষমা কৰিছোঁ। কাৰণ ৰাৱণ যেতিয়া নিহত হৈছে, সিহঁতে আৰু মোক পীড়ন নকৰে। হনুমান্! শুনা! যিজনে পাপ আচৰণ কৰে, সেই পাপৰ ফল সি ভোগ কৰে। সেই পাপ আন কোনেও গা পাতি নলয়। সাধুসকলে সদায় নীতি মানি চলিব। সজ্জন লোকে তেওঁলোকৰ প্ৰতি কৰা পাপৰ আচৰণ লেখত নলয়। পাপী লোকৰ আচৰিত পাপ কৰ্মৰ পৰিবৰ্ত্তে কোনো অন্যায়ৰ প্ৰতিশোধ নোলোৱা নীতি ৰক্ষাৰ কাৰণে সজ্জন লোকে পাপ আচৰণ কৰা ব্যক্তিৰ বিৰুদ্ধে অনুৰূপ পাপ কৰ্মৰ আশ্ৰয় নলয়; কাৰণ সজ চৰিত্ৰ ৰক্ষা কৰাই তেওঁলোকৰ উদ্দেশ্য।[১] সজ চৰিত্ৰই সজ্জন লোকৰ ভূষণ। মহৎ চৰিত্ৰৰ ব্যক্তিয়ে পাপাচাৰী ব্যক্তিৰো মঙ্গলৰ কাৰণে দয়া কৰা উচিত। পাপী ব্যক্তি যদি বধযোগ্যও হয়, তথাপি দয়া প্ৰদৰ্শন কৰা মহৎ লোকৰ কৰ্ত্তব্য। কোনো অপৰাধ নকৰে এনে কোনো লোক নাই। যিবিলাক নিষ্ঠুৰ আৰু পাপাত্মা লোক সিহঁতৰ অপৰক হিংসা কৰাটোৱেই আমোদজনক

১) ন পৰঃ পাপমাদত্তে পৰেষাং পাপ কৰ্মণাম্।
সময়ো ৰক্ষিতব্যস্তু সন্তশ্চাৰিত্ৰ ভূষণাঃ।।৪৪ —লঙ্কাকাণ্ড ১১৩

ক্ৰীড়া। সেইবিলাক লোকে বিবিধ পাপ কৰিলেও সিহঁতৰ প্ৰতি কোনো অশোভন ব্যৱহাৰ কৰা উচিত নহয়।

সীতাৰ মুখৰ পৰা এনেবোৰ কথা শুনি হনুমানে ধন্য ধন্য কৰি উঠিল।

মাৰুতি বোলন্ত, সীতা দেৱী মাব,
ধন্য ধন্য সাধু সাধু,
সাফল চন্দ্ৰৰ বংশে উতপন্ন,
সূৰ্য্যৰ বংশৰ বধূ।।

হনুমানৰ মুখত এনে প্ৰশংসা বাক্য শুনি সীতা দেৱীয়ে ক'লে—মই মোৰ ধৰ্মবৎসল স্বামীক অতি সত্বৰ চাবলৈ ইচ্ছা কৰোঁ—

ৰাঘব প্ৰভুক, দেখিবাক মোৰ
উত্ৰাবল কৰে মন।

মোৰ স্বামীক কোৱাগৈ তেওঁ যেন মোক এতিয়াই লৈ যায়।

ৰামচন্দ্ৰই সীতাই ৰাৱণ বধৰ খবৰ পাই কি প্ৰত্যুত্তৰ দিয়ে তাকে লৈ যাবলৈ হনুমানক আদেশ দিছিল। সীতাৰ এই কথা শুনি বীৰ হনুমান ততাতৈয়াকৈ ৰামৰ ওচৰ পালেগৈ আৰু সীতা দেৱীয়ে যি দৰে কৈছিল সেই সকলোবোৰ কথা ৰামচন্দ্ৰৰ শুচৰত নিবেদন কৰিলে আৰু ৰামচন্দ্ৰই যাতে সোনকালে সীতাক দৰ্শন কৰে তাৰ বাবে অনুৰোধ কৰি ক'লে যে সীতা দেৱীয়ে ৰামচন্দ্ৰক দৰ্শন কৰিবলৈ বৰ ব্যগ্ৰ হৈ আছে।

তেতিয়া ৰামচন্দ্ৰই বিভীষণক আদেশ দিলে যে সীতাক স্নান কৰাই দিব্য অঙ্গৰাগ আৰু বসন-ভূষণেৰে সজ্জিতা কৰি লৈ আহিব লাগে। বিভীষণে অতি সত্বৰ অন্তঃপুৰত প্ৰৱেশ কৰি সীতাৰ ওচৰত বিনীতভাৱে ৰামচন্দ্ৰৰ আদেশ নিবেদন কৰিলে। বিভীষণৰ কথা শুনি সীতা দেৱীয়ে ক'লে যে মই স্নান নকৰাকৈয়ে স্বামীক সাক্ষাৎ কৰিবলৈ ইচ্ছা কৰোঁ। বিভীষণে উত্তৰ দিলে যে আপোনাৰ স্বামীয়ে যি আদেশ দিছে আপুনি সেই কথা মনাটোহে আপোনাৰ কৰ্ত্তব্য হ'ব। তাৰ পাছত বিভীষণে সীতা দেৱীক স্নান কৰাই বিবিধ অঙ্গৰাগ আৰু বিবিধ দিব্য বসনভূষণেৰে সজ্জিতা কৰাই শিবিকাত আৰোহণ কৰিবলৈ ক'লে। সীতা দেৱীয়ে দোলাত আৰোহণ কৰাৰ পাছত প্ৰহৰীবিলাকে তৎক্ষণাৎ সীতাদেৱীক বহন কৰি লৈ গ'ল।

শ্ৰীৰামচন্দ্ৰ চিন্তিতমনে বহি আছিল। বিভীষণে তেওঁৰ ওচৰলৈ গৈ সীতা অহা বুলি খবৰ দিলে। সীতা অহা খবৰ পাই ৰামচন্দ্ৰৰ মনত যুগপৎ ৰোষ, হৰ্ষ আৰু কৰুণা উপস্থিত হ'ল। তেওঁ আদেশ দিলে যে সীতাক মোৰ ওচৰলৈ লৈ আহা।

## ৰাম আৰু সীতাৰ সাক্ষাৎ ঃ

ৰামৰ বাক্য শুনি বিভীষণ সত্বৰ সীতাৰ ওচৰলৈ গৈ তাত থকা লোকবিলাকক আঁতৰাই দিবলৈ আদেশ দিলে। বিভীষণৰ আদেশ পাই প্ৰহৰীবিলাকে বেত হাতত লৈ লোকবিলাকক আঁতৰাবলৈ ধৰিলে। বানৰ আৰু ৰাক্ষসবিলাকক এইদৰে বিতাড়ন কৰাত এটা মহৎ কোলাহলৰ সৃষ্টি হ'ল। ৰামচন্দ্ৰই দেখা পাই বিভীষণক কুপিতভাৱে তিৰস্কাৰ কৰি ক'লে—তুমি কি বাবে এইবিলাক লোকক অনাদৰ কৰিছা আৰু ক্লেশ দিছা? এওঁলোকক শান্ত কৰা, এওঁলোক সকলো মোৰ আপোনজন, ঘৰ বস্ত্ৰ দেৱাল বা এইদৰে লোক অপসাৰণ কৰাটো স্ত্ৰীলোকৰ প্ৰকৃত আব্ৰু নহয়। চৰিত্ৰই স্ত্ৰীলোকৰ প্ৰধান আবুৰ। বিপৎকালত, যুদ্ধস্থলত, স্বয়ংবৰ সভাত, যজ্ঞত আৰু বিয়াৰ সময়ত স্ত্ৰীলোকক দৰ্শন কৰাত কোনো পাপ নহয়। গতিকে সীতা দোলাৰ পৰা নামি পদব্ৰজে ইয়ালৈ লৈ আহক। বানৰবিলাক সকলোৱে মোৰ সমুখত সীতাক দৰ্শন কৰক। ৰামৰ কথা শুনি বিভীষণে সীতাদেৱীক সেইদৰে ৰামৰ ওচৰলৈ লৈ আহিল। লক্ষ্মণ, সুগ্ৰীৱ আৰু হনুমান্ ৰামৰ আদেশ শুনি ব্যথিত হ'ল। সীতাদেৱী লজ্জিতা হৈ যেন নিজৰ শৰীৰতে প্ৰবৃষ্ট হৈ বিভীষণৰ পাছে পাছে গৈ ৰামচন্দ্ৰৰ ওচৰত উপস্থিত হ'ল আৰু নিজৰ পতিদেৱতাৰ চন্দ্ৰমুখ বিস্ময়, হৰ্ষ আৰু স্নেহেৰে বহু ক্ষণ চাই থাকিল। বহু সময় প্ৰিয়তমৰ পূৰ্ণচন্দ্ৰ সদৃশ মুখমণ্ডল নিৰীক্ষণ কৰিলত সীতাদেৱীৰ মনোব্যথা আঁতৰিল।

জানকী বিনীতভাৱে ৰামচন্দ্ৰৰ ওচৰত থিয় দি আছে দেখি ৰামচন্দ্ৰই ধীৰে ধীৰে নিজৰ মনৰ কথা ব্যক্ত কৰিব ধৰিলে। ভদ্ৰে! ৰণস্থলত শত্ৰুক বধ কৰি মই তোমাক উদ্ধাৰ কৰিলোঁ। পৌৰুষৰ বলত যি যি কৰিব লাগে কৰিলোঁ। এতিয়া মোৰ ক্ৰোধৰ উপশম হৈছে। অপবাদ হেতু যি কলঙ্ক মোৰ গাত পৰিছিল, তাক মচি পেলালোঁ। মোৰ পৌৰুষ প্ৰকাশ পাইছে। মোৰ পৰিশ্ৰম সফল্ হৈছে। আজি মই মোৰ প্ৰতিজ্ঞাত উত্তীৰ্ণ হৈছোঁ। আজি মই নিজে নিজৰ হৈছো।[১] মোৰ অনুপস্থিতিত যে চপলচিত্ত ৰাক্ষসে তোমাক অপহৰণ কৰিছিল সি দৈবদোষত ঘটিছে। মানুহ হৈ মই সেই দৈবদোষ আঁতৰ কৰিলোঁ। যি ব্যক্তিয়ে অৱমাননা পাই তাক অপনীত নকৰে, তাৰ পৌৰুষৰ কোনো প্ৰয়োজন নাই। সেই ব্যক্তি মহান হ'লেও তাক লঘুচেতা বুলি কোৱা যায়, হনুমানৰ সমুদ্ৰ উল্লঙ্ঘন, লঙ্কাদাহ আদি সকলোবোৰ প্ৰশংসনীয় কাৰ্য্য সফল হৈছে। সুগ্ৰীৱৰ মন্ত্ৰণা আৰু যুদ্ধত বীৰত্ব প্ৰদৰ্শন সকলো সফল হৈছে। বীৰভ্ৰাতা ৰাৱণক পৰিত্যাগ কৰি বিভীষণে যে আপুনি আহি মোৰ পক্ষ অৱলম্বন কৰিছিল, তেওঁৰ পৰিশ্ৰমো সফল হৈছে।

---

অদ্য মে পৌৰুষং দৃষ্টমদ্য মে সফলঃ শ্ৰমঃ।
অদ্যতীৰ্ণ প্ৰতিজ্ঞোহহং প্ৰভবাম্যদ্য চাত্মনঃ।।৪। ১১৫ লঙ্কাকাণ্ড

সীতা দেবীয়ে ৰামচন্দ্ৰৰ এইবোৰ কথা শুনি উৎফুল্ল নয়নেৰে অশ্ৰুমোচন কৰিব ধৰিলে। ওচৰতে থিয় হৈ থকা প্ৰিয়তমা পত্নীক পুনঃ পুনঃ নিৰীক্ষণ কৰি ৰামৰ মন দ্বিধা বিভক্ত হৈ গ'ল। লোকাপবাদৰ কথা চিন্তা কৰি জ্বলা জুইত ঘিউ ঢালি দিলে যেনেকৈ প্ৰজ্বলিত হৈ উঠে শ্ৰীৰামচন্দ্ৰৰ ক্ৰোধ সেইদৰে জ্বলি উঠিল আৰু ৰাক্ষস আৰু বানৰ বিলাকৰ সমুখতে সীতা দেবীক উদ্দেশ্য কৰি কবলৈ ধৰিলে— মহাতপস্বী অগস্ত্য মুনিয়ে যেনেকৈ ইল্বল আৰু বাতাপী দানব দুজনৰ হাতৰ পৰা দক্ষিণফাল উদ্ধাৰ কৰিছিল, সেইদৰে ময়ো ৰাৱণৰ হাতৰ পৰা তোমাক উদ্ধাৰ কৰিছোঁ। ভদ্ৰে! তোমাৰ মঙ্গল হওক কিন্তু তুমি জানিবা যে মোৰ সুহৃদবৰ্গৰ সহিত যুদ্ধ কৰি যি পৰিশ্ৰম কৰিলোঁ, সেই পৰিশ্ৰম তোমাক লাভ কৰিবৰ কাৰণে কৰা নাই, সেই পৰিশ্ৰম কৰিছোঁ মোৰ লোকাপবাদ খণ্ডন কৰিবৰ বাবেহে। মোৰ প্ৰখ্যাত বংশৰ মৰ্য্যাদা ৰক্ষাৰ কাৰণে আৰু তোমাক অপহৰণ কৰি নিয়া বাবে মোৰ যি অপবাদ হৈছিল, সেই অপবাদ অপনয়ন কৰিবৰ বাবেহে। মোৰ কলঙ্ক নিবাৰণৰ বাবেহে মই এই কাৰ্য্য কৰিছোঁ। সীতে! তোমাৰ চৰিত্ৰত মোৰ সন্দেহ উপস্থিত হৈছে। তুমি মোৰ ওচৰত থিয় দি আছা সঁচা; কিন্তু চকুৰোগী মানুহৰ চকুত সূৰ্য্যৰ পোহৰ যিদৰে অপ্ৰীতিকৰ হৈ উঠে, তোমাৰ উপস্থিতিও মোৰ চকুত সেইদৰে অপ্ৰীতিকৰ হৈ উঠিছে। সেইবাবে তোমাক মই অনুমতি দিছোঁ— যে তোমাৰ চাৰিওফালে যি দহোটা দিশ আছে, সেই যি কোনো দিশলৈ তুমি যাব পাৰা। তোমাক মোৰ প্ৰয়োজন নাই। যি স্ত্ৰীয়ে পৰৰ গৃহত বহুকাল বাস কৰিছে, সদ্বংশজাত কোন তেজস্বী পুৰুষে তেনে স্ত্ৰীৰ লোভ কৰি পুনৰায় গ্ৰহণ কৰিব পাৰে? ৰাৱণে তোমাক কোলাত তুলি লৈছে আৰু তোমাক কামদৃষ্টিৰে নিৰীক্ষণ কৰিছে। অতএব মই তোমাক গ্ৰহণ কৰি মোৰ সুমহৎ বিশুদ্ধবংশ কেনেকৈ কলঙ্কিত কৰিব পাৰোঁ। যি অভিপ্ৰায়ে মই তোমাক উদ্ধাৰ কৰিছোঁ, মোৰ সেই অভিপ্ৰায় সিদ্ধ হৈছে। এতিয়া তুমি যেনি খুচি যাব পাৰা। মোৰ কৰ্ত্তব্য স্থিৰ কৰিয়েই মই তোমাক এইদৰে কৈছোঁ। যদি তোমাৰ ইচ্ছা হয়, তুমি লক্ষ্মণ, ভৰত বা শত্ৰুঘ্নৰ ওচৰতো থাকিব পাৰা নাইবা সুগ্ৰীৱ বা বিভীষণৰ ওচৰতো আত্মসমৰ্পণ কৰিব পাৰা নাইবা তোমাৰ যিফালে ইচ্ছা সেইফালে স্বচ্ছন্দে যাব পাৰা। সীতে! তুমি ৰাৱণৰ গৃহত বহুত দিন বাস কৰিছা; তাতে তোমাৰ ৰূপ অসামান্য। তোমাৰ এই দিব্যৰূপ দৰ্শন কৰি আৰু এনে এটি সুযোগ পায়ো ৰাৱণে যে নিশ্চিন্তমনে তোমাক ক্ষমা কৰিছে, ই কেতিয়াও সম্ভৱ নহয়।

যি সীতাই চিৰকাল স্বামীৰ পৰা প্ৰিয় আৰু মধুৰ বাক্যহে মাথোন শুনি আহিছে, সেই সীতাই সেই স্বামীৰ পৰা এনে অপ্ৰিয় আৰু নিষ্ঠুৰ বাক্য শুনি মত্ত হাতীয়ে আঘাত কৰা লতাৰ দৰে মুহুৰ্মুহু কঁপিব ধৰিলে আৰু অশ্ৰুমোচন কৰিব ধৰিলে।

## সীতাৰ অগ্নিত প্ৰৱেশ ঃ

স্বামীৰ বচন হেন শুনিয়া নিষ্ঠুৰ।
লাজে ভয়ে গোঁসানীৰ হিয়া ধুৰ ধুৰ।।
দুৰ্বাৰ বচন শালে শালিলেক হিয়ে।
ধীৰে ধীৰে বুলিলন্ত জনকৰ জীয়ে।

সীতা স্বামীৰ এনে নিষ্ঠুৰ কথাত অত্যন্ত ব্যথিত হ'ল—তেওঁৰ গাৰ নোমবোৰ থিয় দি উঠিল। সেই জনতাৰ সমুখত প্ৰিয় স্বামীৰ মুখৰপৰা এনে কথা শুনি ইমান লাজ পাইছে যে তেওঁ যেন নিজৰ শৰীৰতে নিজক লুকাই পেলাব। বাক্যবাণত এনেদৰে বিদ্ধ হৈছে, শূলে বিদ্ধাৰ দৰে তেওঁ যন্ত্ৰণা ভোগ কৰিব ধৰিলে। মুখমণ্ডল অশ্ৰুধাৰাৰে পৰিপ্লুত হৈ গ'ল আৰু সেই মুখমণ্ডল এবাৰ মচি লৈ ধীৰে ধীৰে গদ্ গদ্ স্বৰে কবলৈ ধৰিলে— বীৰ! তুমি ইতৰ লোকৰ দৰে ইতৰ তিৰোতাক কোৱাৰ দৰে মোক এনে শ্ৰুতিকঠোৰ বাক্য কিয় কৈছা? তুমি মোক যেনেদৰে ভাবিছা, মই তেনে নহয়। মই মোৰ চৰিত্ৰৰ ওপৰত শপথ লৈ কৈছোঁ—মোৰ কথা বিশ্বাস কৰা। সামান্য স্ত্ৰীলোকৰ চৰিত্ৰ দেখি সমগ্ৰ স্ত্ৰী জাতিক এইদৰে আশঙ্কা কৰা উচিত হোৱা নাই। তুমি মোক বহুবাৰ পৰীক্ষা কৰিছা। তুমি এই আশঙ্কা পৰিত্যাগ কৰা। হে প্ৰভো! মোৰ শৰীৰ নিজৰ আয়ত্বত নথকা বাবে নাৰকীয়ে মোৰ গাত্ৰস্পৰ্শ কৰি মোক দূষিত কৰিছে সঁচা, কিন্তু মই ইচ্ছা কৰি অপৰ কোনো ব্যক্তিৰ গাত্ৰ কেতিয়াও স্পৰ্শ কৰা নাই। ই মোৰ দৈবদোষ। হে প্ৰভো! যি মোৰ নিজৰ আয়ত্বাধীন সেই হৃদয় মোৰ কোনেও স্পৰ্শ কৰিব পৰা নাই। মোৰ চিত্ত চিৰকাল সমভাৱে তোমাতেই অনুৰক্ত হৈ আছে; কিন্তু গাত্ৰ পৰাধীন, সেই গাত্ৰৰ ওপৰত মোৰ শাৰীৰিক শক্তিৰে মই প্ৰভূত্ব কৰিব নোৱাৰিলে মোৰ উপায় কি? হে মানদ! বহুকাল তোমাৰ লগত সংসৰ্গ কৰিছোঁ—আমাৰ অনুৰাগ পৰস্পৰৰ প্ৰতি পৰিবৰ্দ্ধিত হৈছে। তাতেও যদি তুমি বুজিব পৰা নাই তেন্তে মই চিৰকালৰ বাবে বিনষ্ট হলোঁ।

ভাল বাৰু, আপুনি যেতিয়া হনুমানক মোক চাবৰ কাৰণে পঠিয়াইছিল, তেতিয়া কিয় মোক ত্যাগ কৰা নাই? আপুনি যদি তেতিয়া মোক ত্যাগ কৰিলেহেঁতেন মই তদণ্ডে প্ৰাণ বিসৰ্জ্জন দিলোঁহেঁতেন। তেতিয়া আপুনি সুহৃদবৰ্গক লৈ জীৱন-মৰণ সংশয় এই শ্ৰম কৰিব নালাগিলহেঁতেন। মই ৰাৱণৰ লগত কেনে ব্যৱহাৰ কৰিছোঁ, হনুমানে সেইটো প্ৰত্যক্ষ দেখা পাইছে। হে নাথ! আপুনিতো সেই সকলোবোৰ কথা শুনিছে। হে বীৰসিংহ! আপুনি কেৱল ক্ৰোধৰ বশৱৰ্ত্তী হৈ ইতৰ লোকৰ দৰে মোৰ স্ত্ৰীত্ব ব্যতিৰেকে আন একোকে বিচাৰ নকৰিলে। মই জনক ৰজাৰ কন্যা সঁচা কিন্তু মই জনক ৰজাৰ পৰা জন্ম গ্ৰহণ

কৰা নাই—মোৰ জন্ম হৈছে ভূগৰ্ভৰপৰা। হে গুণী! আপুনি মোৰ চৰিত্ৰ আৰু স্বভাৱ সম্পৰ্কে যথেষ্ট সন্মান আৰু মূল্য নিদিলে। বাল্যকালতে আপুনি মোৰ পাণি গ্ৰহণ কৰিছে; বোধকৰোঁ তাকো অস্বীকাৰ কৰিবলৈ আপুনি কুণ্ঠিত নহ'ব। হায়! হায়! মোৰ অচলা ভক্তি আৰু শীলতা সকলো গুণেই আজি আপোনাৰ ওচৰত হেয় হৈ গৈছে।

সীতাদেৱীয়ে এইদৰে কান্দি কান্দি বাষ্প গদ্ গদ্ স্বৰে কৈ অতিশয় দুঃখিত হৈ লক্ষ্মণক অনুৰোধ জনালে—লক্ষ্মণ! মোৰ চিতা নিৰ্ম্মাণ কৰা। এই ৰোগৰ ঔষধ একমাত্ৰ চিতা। মই মিথ্যা অপবাদ পাইছোঁ। মোৰ জীৱন-ধাৰণ কৰিবৰ কোনো প্ৰয়োজন নাই। ইচ্ছাও মোৰ নাই। মোৰ চৰিত্ৰত অবিশ্বাস কৰি মোৰ ভৰ্তাই জনতাৰ সমুখত মোক পৰিত্যাগ কৰিছে। সেইবাবে মই অগ্নিত প্ৰৱেশ কৰিম।

বৈদেহীৰ কথা শুনি লক্ষ্মণে ক্ৰোধমূৰ্ত্তি হৈ ৰামৰ মুখৰ ফালে চালে। আকাৰ -ইঙ্গিতত ৰামৰ মনোগতভাৱ বুজিব পাৰি ৰামৰ ইচ্ছানুসাৰে চিতা প্ৰস্তুত কৰিলে। সেই সময়ত ৰামক কালান্তক যমসদৃশ দেখা গৈছিল। ৰামক অনুনয় বিনয় কৰিবলৈ, ৰামৰ লগত কথা পাতিবলৈকো কোনেও সাহস কৰিব নোৱাৰিলে। আনকি ৰামৰ ফালে চাবলৈকো কাৰো সাহস নহ'ল।

চিতা প্ৰস্তুত হোৱাত সীতা দেৱীয়ে অধোমুখে বহি থকা ৰামচন্দ্ৰক প্ৰদক্ষিণ কৰিলে আৰু প্ৰজ্বলিত হুতাশনৰ আগত থিয় দি দেৱতা আৰু ব্ৰাহ্মণসকলৰ উদ্দেশ্যে প্ৰণাম নিবেদন কৰি কৃতাঞ্জলি হৈ অগ্নিক কবলৈ ধৰিলে—মোৰ হৃদয় কেতিয়াও ৰাঘৱৰ পৰা বিচলিত হোৱা নাই। অতএব লোকসাক্ষী অগ্নিয়ে মোক ৰক্ষা কৰক। মই যদিও বিশুদ্ধ চৰিত্ৰা তথাপি ৰাঘৱে মোক দুষ্টা বুলি ভাবিছে। অতএব হে লোকসাক্ষীণ অগ্নি! আপুনি মোক সৰ্বথা ৰক্ষা কৰিব। এই বুলি প্ৰাৰ্থনা জনাই সীতা দেৱীয়ে নিৰ্ভয়মনেৰে বিধিমতে অগ্নিক প্ৰদক্ষিণ কৰি অগ্নিত প্ৰৱেশ কৰিলে।

হাতযোৰে ত্ৰিদশক নমস্কাৰ কৰিয়া যে
অগনিক কৰিয়া প্ৰণাম।
স্বপনে গিয়ানে মই আন কিছু নজনাওঁ,
অহৰ্নিশে সুমৰিলোঁ ৰাম।।
কায় মন বাক্যে পাপ নিমিষেকো নজনাওঁ
আছিলোঁহি শাস্তি পূণ্য ৰাখি।
হেন জানি অগ্নি মোক উচিত ফলক দিবা
তুমি দেৱ জগতৰ সাক্ষী।।

সমবেত জনতাৰ ভিতৰত আবাল বৃদ্ধ সকলোৱে চাই থাকিল। তপ্তকাঞ্চনৰ দৰে সমুজ্জ্বল কান্তি জানকীয়ে প্ৰজ্বলিত প্ৰদীপ্ত অগ্নিত প্ৰবেশ কৰিলে। সমগ্ৰ ত্ৰিলোকবাসীয়ে দেখা পালে যে মহাভাগ্যৱতী সীতাই পূৰ্ণ ঘৃতাহুতিৰ দৰে নিজকে অগ্নিত নিক্ষেপ কৰিলে। সমস্ত নাৰীবিলাকে চিৎকাৰ কৰি উঠিল। বানৰ আৰু ৰাক্ষসসকলে বিপুল হাহাঁকাৰ ধ্বনি কৰিব ধৰিলে।

কিন্তু বৰ আচৰিত ঘটনা ঘটিল। জ্বলন্ত অগ্নিয়ে পবিত্ৰ চৰিত্ৰা বিশুদ্ধ স্বভাৱা সীতাদেৱীক দগ্ধ কৰিব নোৱাৰিলে, সকলো লোক বিস্মিত হ'ল আৰু শ্ৰীৰামচন্দ্ৰও নিসন্দেহ আৰু আশ্বস্ত হ'ল। ইতিপূৰ্বে বানৰ আৰু ৰাক্ষসবিলাকৰ কোলাহল শুনি ৰামচন্দ্ৰ অশ্ৰুভাৰাক্ৰান্ত আৰু দুৰ্ম্মনা হৈ পৰিছিল। অগ্নিত প্ৰৱেশ কৰাতো যেতিয়া সীতাদেৱী অক্ষতা হৈ থাকিল, তেতিয়া সীতাদেবীৰ প্ৰতি অমূলক সন্দেহ ৰামচন্দ্ৰৰ মনৰ পৰা আঁতৰি গ'ল আৰু ৰামচন্দ্ৰই পৰম সন্তোষেৰে সীতাক গ্ৰহণ কৰিলে। সকলো লোক আনন্দিত হ'ল।

# ৰামৰ অযোধ্যা প্ৰত্যাবৰ্ত্তন

সিদিনা ৰামচন্দ্ৰই অতি সুখেৰে ৰাত্ৰি যাপন কৰিলে। ৰাতিপুৱা ৰামচন্দ্ৰই যেতিয়া গাত্ৰোত্থান কৰিলে, বিভীষণে জয় উচ্চাৰণ কৰি হাতযোৰ কৈ নিবেদন কৰিলে—বিবিধ স্নানীয় দ্ৰব্য, অঙ্গৰাগ, বস্ত্ৰ আভৰণ, দিব্যমাল্য আৰু সুগন্ধি চন্দন প্ৰস্তুত হৈ আছে আৰু অলঙ্কাৰাদি পিন্ধাই সজ্জিত কৰাত নিপুণ ললনাবিলাকো উপস্থিত আছে। হে ৰঘুনন্দন! আপোনাৰ অনুমতি পালে সিহঁতে নিজ কৰ্ত্তব্য সমাধা কৰিব। তেতিয়া ৰামচন্দ্ৰই বিভীষণক ক'লে—তুমি সুগ্ৰীবাদি বানৰ শ্ৰেষ্ঠবিলাককো স্নানৰ বাবে নিমন্ত্ৰণ কৰি আনা। আৰু শুনা—সত্যনিষ্ঠ মহাবাহু মোৰ ভাই ভৰতে মোৰ বাবেই সত্যত থাকি বিষণ্ণমনে মোৰ প্ৰত্যাৱৰ্ত্তনৰ বাবে বাট চাই আছে। সেই ধৰ্মাত্মা ভৰত ব্যতীত মোৰ স্নান বা ভূষণত প্ৰবৃত্তি নজন্মে। সেইবাবে আমি যাতে সোনকালে অযোধ্যালৈ যাব পাৰোঁ—সেই বন্দবস্তহে কৰা। অযোধ্যালৈ যোৱা পথো দুৰ্গম।

বিভীষণে বোলে, শুনা ৰঘুনাথ
কিঁসক আকুল কৰি।
আমাত লাগিয়া, একে দিনে গৈয়া।,
অযোধ্যা পাইবা নগৰী।।

বিভীষণে উত্তৰ দিলে মই অতি সোনকালে আপোনাক অযোধ্যা নগৰীলৈ লৈ যাম। ৰাৱণে আমাৰ ভাই কুবেৰৰ পৰা সূৰ্য্যৰ দৰে দীপ্তিমান পুষ্পক নামৰ বিমান বলেৰে হৰণ কৰি আনিছিল। সেই বিমান আপোনাৰ বাবেই প্ৰস্তুত হৈ আছে আৰু সেই বিমান এই লঙ্কাতেই আছে। আপুনি সেই বিমানত উঠি অনায়াসে আৰু অতি সোনকালে অযোধ্যাত উপস্থিত হ'ব পাৰিব।

কুবেৰ দাদাক ৰণত জিনিয়া,
ৰাৱণে কাঢ়িয়া লৈলা।
পুষ্পক বিমানে তোমাক লাগিয়া
সম্ভূত কৰিয়া থৈলা।। (সম্ভূত = প্ৰস্তুত)
ৰাম লক্ষ্মণৰ, সীতা গোঁসানীৰ
চৰণ মই আৰাধোঁ।
লঙ্কা নগৰত, কতদিন থাকা,
এহিসে কাৰ্য্যক সাধোঁ।।
শ্ৰীৰামে বোলন্তত, যি বোল বুলিলা,
উচিত হবে্ প্ৰস্তাৱ।

যি ৰাজ্য তোমাৰ, আমাৰ সি ৰাজ্য
কিছু নাহি ভিন্ন ভাৱ।।
অন্তৰ্গত শুদ্ধ, জানোহো তোমাৰ,
ন দেখিয়া খিখিয়াট। (দুখ বোজাৰ নকৰিবা)
কহিবা পুষ্পক, ৰথ আনিয়োক
সত্বৰে মেলাওঁ বাট।।
আৰৰ বচন বোলাওঁ তোমাক,
শুনিয়া নৃপ লঙ্কাৰ।
সুগ্ৰীৱ প্ৰমুখ্যে, সকল সেনাক,
ঝান্টে দিয়া অলঙ্কাৰ।। (ঝান্টে=শীঘ্ৰে-ঝটিতি)

ৰাক্ষসেশ্বৰ! এই বানৰ আৰু ভালুক সৈন্যসকলে প্ৰাণভয় পৰিত্যাগ কৰি আনন্দমনে যুদ্ধ কৰিছে। আমি ইহঁতৰ সহায়তে লঙ্কা জয় কৰিছোঁ। গতিকে তুমি এই কৃতকৰ্ম্মা বানৰ ভালুকবিলাকক ধন-ৰত্ন দি ইহঁতৰ পৰিশ্ৰম সাৰ্থক কৰা।

বানৰ সৈন্যৰ দলপতিসকলে তোমাক দানী অথচ যথাসময়ত ন্যায়মতে কৰ গ্ৰহণ কৰা, কৃপালু আৰু কৃতজ্ঞ হোৱা দেখা পালে তোমাৰ প্ৰতি অনুৰক্ত হব। সেইবাবেহে তোমাক এই কথা কৈছোঁ। যি ৰজাৰ দান দিয়া, আনক মান কৰা কোনো গুণেই নাথাকে অথচ যি ৰজাই কেবল অনৰ্থক সৈন্যসকলক সমৰত সংহাৰ কৰায়, সৈন্যবিলাকে বিৰক্ত হৈ সেই ৰজাক ত্যাগ কৰে।(১)

ৰামৰ বচনে, বিভীষণ ৰাজা,
শিৰোগত কৰি মানি।
সুবৰ্ণ ৰতন, মানিক পোৱাল
সবাক দিলন্ত আনি।।
অলঙ্কাৰ পিন্ধি, বানৰ ভালুকে;
হৰিষ উজ্জ্বল মুখ।
ৰামৰ মনত, হৰিষ দেখিয়া,
সবাৰ মনত সুখ।।

(১) ত্যাগিনং সংগ্ৰহীতাৰং সানুক্ৰোশং জিতেন্দ্ৰিয়ং।
সৰ্বে ত্বামভিগচ্ছন্তি ততঃ সম্বোধয়ামি তে।।৮
হীনং ৰতিগুণৈঃ সৰ্বৈৰভিহন্তাৰমহিবে।
সেনা ত্যজতি সংবিগ্না নৃপতিং তংনৰেশ্বৰ।। ৯/১২২
—লঙ্কাকাণ্ড

ৰথ খান আনি, আগত যোগাইলা
ৰাঘৱে চৰিলা তাত।
লক্ষ্মণ কুমাৰ, পাছত চড়িলা,
চড়িলা সীতা আগত।।
ৰামে আদেশিলা, সুগ্ৰীৱ সুহৃদ,
তুমি কিষ্কিন্ধাক যাহাঁ।
বিভীষণ মিত্ৰ লঙ্কা নগৰীত
আকণ্টক ৰাজ্য যাহাঁ।
বিভীষণ মিত্ৰ লঙ্কা নগৰীত
আকণ্টক ৰাজ্য থাঁহা।। আকণ্টক = নিষ্কণ্টক
সব কপিগণ বানৰ ভালুক,
কৰিলা অলক্য কাম।
বন্ধু পৰিবাৰ দেখিবাক গৈয়া,
চলিয়ো আপন ৰাজ।।
সবে হন্তে মিলি, ৰামত বিনাৱে
আমিয়ো তুলত যাওঁ। তুল = সঙ্গ, দল
অযোধ্যাক গৈয়া, নয়ন ভৰিয়া
তযু অভিষেক চাওঁ।।
তেবেগে আমাৰ, মনোৰম সিদ্ধি,
জীৱন হোৱে সফল।
পাছে আপোনাৰ, দেশক চলওঁ
তোমাৰ দেখি কুশল।।
শ্ৰীৰামে বোলন্ত, যদি সবে যাহা
তেবে মোৰ বৰ ভাগ। (ভাগ = ভাগ্য)
সব সেনীগণ, সহিতে সুগ্ৰীৱ,
সত্বৰে চলিয়া আগ।।

বানৰ বিলাকৰ আৰু বিভীষণৰ এই কথা শুনি ধৰ্মাত্মা ৰামচন্দ্ৰই সুগ্ৰীব আৰু বিভীষণক ক'লে মই তোমালোকক লগত লৈ গৃহলৈ প্ৰত্যাগমন কৰি বন্ধু-বান্ধৱসকলৰ লগত একত্ৰে আমোদ-প্ৰমোদ কৰিব পাৰিলে তাতকৈ মোৰ আৰু কি সৌভাগ্য হব পাৰে?[1]

(১) এবমুক্তস্তু ধৰ্মাত্মা বানৰৈঃ সবিভীষণৈঃ
অব্ৰবীদ্ বানৰাম্ ৰামঃ চ সুগ্ৰীৱ বিভীষণাম্।।২১
প্ৰিয়াৎ প্ৰিয়তৰং লব্ধং যদহং স সুহৃজ্জনঃ।
সৰ্বৈভৰদ্ভিঃ সহিতঃ প্ৰীতিং পুৰীংগতঃ।। ২২লঙ্কাকাণ্ড—১১২

বিভীষণ মিত্ৰ সত্বৰে চলিয়ো
ৰাক্ষসগণ সমস্তে।
ৰামৰ আদেশে সবেয়ো চড়িল
সেহিটো পুষ্পক ৰথে।।
ৰামৰ আদেশে পুষ্পকত চড়ি,
চলি গৈলা অযোধ্যাক।
সমৰ ভূমিৰ, মান চিনাৱন্তে,
যাহন্তে দেবী সীতাক।।

হংসযুক্ত দিব্য বিমান ৰামৰ অনুমতি পাই যেতিয়া মহাশব্দে আকাশত উঠিল, তেতিয়া ৰামচন্দ্ৰই চাৰিওফালে দৃষ্টি নিক্ষেপ কৰি চন্দ্ৰমুখী সীতাক কবলৈ ধৰিলে—

হেৰা দেখা তুমি, জনক নন্দিনী
ত্ৰিকুট উপৰে লঙ্কা।
যাত থাকি দেব, ৰাৱণে জিনিল
কাহাকো নকৰে শঙ্কা।।
দাৰুণ সমৰ, ভূমিক আপান
নয়ন বলায়া চাহা।
ই ঠাৱতে মই ৰাৱণ বধিলো
ভালমতে আকলাহা।।
কুম্ভকৰ্ণ বীৰে, সমৰে মাৰিলো
কাপিৰ খণ্ডিলোঁ ভীত।
তোমাৰ দেৱৰে মাৰিলা সমৰে
ইঠাৱতে ইন্দ্ৰজিৎ।।
প্ৰহস্ত বীৰক মাৰিলন্ত নীলে,
এহিটো মনৰ থানে।
অশেষ ৰাক্ষস বীৰক মাৰিলা
অঙ্গদ এ হনুমানে।।
অসংখ্য ৰাক্ষস, ৰণত মাৰিলোঁ।
লেখিতে তাক নপাৰি।
শকতি হানিয়া ৰাৱণে লখাইক
ইঠাৱতে থৈলা মাৰি।।
জম্বুদ্বীপক যে, গৈয়া হনুমন্তে
চন্দ্ৰ পৰ্ব্বতক পাইল।

বিশল্যকৰণী ঔষধ আনিয়া
লক্ষ্মণ পাই জীয়াইল।।
এহিসে থানত মায়ায়ে ৰাৱণি
দোভাইক শৰে বান্ধিল।
শৰীৰত জীৱ, নাছিল দেখিয়া
বানৰে বেঢ়ি কান্দিল।।
বায়ু আসি মোৰ কাণত জপিলা
কৰাইলা পাছে চেতন।
তান উপদেশে আমিয়ো কৰিলো
গৰুড়ক সুমৰণ।।
উৰাৱ কৰিয়া, গৰুড় আসিয়া
মাজিলা অমৃত হাতে
তাহান প্ৰসাদে দুয়োভাই পাছে
আমি জীলোঁ অব্যাহতে।।
সুৰেল পৰ্ব্বত দেখিয়োক সীতা
বিস্তাৰ চৰাৱ অতি। (চৰাৱ = ওখ)
সাগৰ তৰিয়া সহিত সসৈন্যে
এথাত বঞ্চিলোঁ ৰাতি।।
বিষম গহণ সাগৰ দেখাহ্য
যাৰ নলঙ্কিবা পাৰ।
মন্দৰ সদৃশ ঢেউ সব বাজে
স্বৰ্গ সম একাকাৰ।।
আমাৰ কীৰ্ত্তিক দেখিয়োক সীতা
সাগৰে বান্ধিলোঁ সেতু।

হে বিশালাক্ষি! তোমাৰ কাৰণেই মই নলৰ সহায়ত লৱণ সাগৰৰ পানীত এই সুদুষ্কৰ সেতুবন্ধন কৰিছিলোঁ। বৈদেহী! চোৱা, শঙ্খ আৰু শুক্তিৰে ভৰপূৰ সেই অক্ষোভ্য সাগৰে গৰ্জন কৰিব ধৰিছে। (শুক্তি—ঝিনুক)

এহি পথে সব, সৈন্য পাৰ ভৈলা,
তোমাৰ কাৰ্য্যৰ হেতু।।
আমাৰ সেনাৰ, কাঠ গড়া দেখা
বহল সাগৰ তীৰে।
এহিতো ঠাৱত দৰশন ভৈলোঁ
মিত্ৰ বিভীষণ বীৰে।।

কিষ্কিন্ধ্যা নগৰী দেখিয়োক সীতা,
কৰিলো অশক্য কায।
একে পাট শৰে বালিক মাৰিলোঁ
সুগ্রীৱক দিলো ৰাজ।।

এই সময়ত সীতাদেবীয়ে প্ৰীতি আৰু আদৰেৰে ৰামক ক'লে—প্ৰিয়তম! সুগ্ৰীৱৰ ভাৰ্য্যা তাৰা আৰু অন্যান্য শ্ৰেষ্ঠ বানৰসকলৰ ভাৰ্য্যাবিলাকৰ সহিত সুগ্ৰীৱ আৰু শ্ৰেষ্ঠ বানৰসকল আপোনাৰ লগতে অযোধ্যালৈ যোৱাটো মই বাঞ্ছা কৰোঁ। ৰামচন্দ্ৰই উত্তৰ দিলে সেয়ে হব বাৰু। এই বুলি কৈ কিষ্কিন্ধ্যাত বিমান ৰখালে আৰু সুগ্ৰীৱক ক'লে—হে বানৰ ৰাজ! তুমি শ্ৰেষ্ঠ বানৰবিলাকক কোৱা যে সকলোৱে নিজ নিজ স্ত্ৰীসকলৰ সৈতে অযোধ্যালৈ আহক। সীতাও বানৰ স্ত্ৰীবিলাকৰ সৈতে যাব। সুগ্ৰীৱে সেই অনুসাৰে প্ৰিয় ভাৰ্য্যা তাৰাক সেইদৰে আদেশ দিলে। সেই আজ্ঞা পাই বানৰ পত্নীসকল সীতাৰ দৰ্শনাকাঙ্খী হৈ প্ৰদক্ষিণ কৰি বিমানত উঠিল। বিমান পুনঃ চলিল। ৰামচন্দ্ৰই পুনঃ কবলৈ ধৰিলে—

ঋষ্যমুখ গিৰি, দেখাহা জানকী
চম্পা সৰোবৰ তীৰে
তোমাক খোজন্তে, দৰশন এথা
হৈলো হনুমন্ত বীৰে।।
সুগ্ৰীব সহিতে পৰ্ব্বত উপৰে
আমাৰ ভৈল সখিত্ব!
এহিতো থানত দৰশন আৰো
আথান্তৰ বিপৰীত।।
কবন্ধ অসুৰ আছিল এহিতো,
প্ৰহৰৰ পষ্থ বাহু।
আমি দুই ভাইক ধৰিয়া আনিল
চন্দ্ৰক যে হেন ৰাহু।।
খাণ্ডাৰ প্ৰহাৰে, বাহুক ছেদিলোঁ
তাহাক মাৰি পেলাইলোঁ।
এহিতো থানত জটায়ু বীৰক
আমি দৰশন পাইলোঁ।।
তোমাক ৰাৱণে হৰিবৰ কথা
আমাত তেহোঁ কহিল।
কাষ্ঠ সংস্কাৰ কৰি কৰি দুয়ো ভাই
জটায়ু বীৰ দহিল।।

কদলী বনক দেখিয়োক সীতা
জ্বলিলা শোকে আমাক
ঋষি বেশ ধৰি ইঠাইতে ৰাৱণে
হৰিয়া নিলে তোমাক।।
হেৰা বনখান দেখিয়ো ইঠাৱে
অশেষ কৰিলো ৰণ।
চৌদ্দয় হাজাৰ ৰাক্ষস মাৰিলো
ত্ৰিশিৰা খৰ দূষণ।।
পঞ্চবটী বন দেখা শূৰ্পনখা
পাইবাক ধাইলেক তোমাক
লখমনে তাইৰ খড়্গা ধৰিয়া
চপাই কাটিলন্ত নাক।।
এহি ঠাৱে আমি অগস্তি ঋষিত,
পাইলো দিব্য ধনুবাণ,
যাহাৰ প্ৰসাদে ৰাৱণ মাৰিলো
দেবক কৰিলো ত্ৰাণ।।
শৰভঙ্গ ঋষি আমাসাক পাই
ইঠাৱে কৈলা সাদৰ।
তাহাৰ থানত মাৰিয়া পেলাইলোঁ
বিৰাধ এ নিশাচৰ।।
অত্ৰি ঋষিৰ যে ঠাৱত জানকী
লভিলো গুণ অপাৰ
অনুসূয়া দেবী তোমাক দিলন্ত
অঙ্গৰাগ্নি অলঙ্কাৰ।।
চিত্ৰকূট গিৰি, দেখিয়োক সীতা
আৰকা আসিয়া পাইল।
এহিসে ঠাৱত ভৰতে আমাক
পলটাই নিবকে চাইল।।
হেৰা মন্দাকিনী নদীক দেখাহা
শীতল নিৰ্ম্মল জল।
ইহাৰ তীৰত, পিতৃ পিণ্ড দিলোঁ
যেন বদৰিৰ ফল।। (বদৰিকা তীৰ্থত পিণ্ডদানৰ ফল)

হেৰা দেখিয়োক জনক নন্দিনী
আসিয়া পাইলো প্ৰয়াগ
ভৰদ্বাজ ঋষি আশ্ৰমক পাইলোঁ
আমাৰ বৰহি ভাগ।। (আমাৰ ৰাজ্যৰ শ্ৰেষ্ঠ অংশ)
ইঠাবৰ পৰা নয়ন বলাহা
চাহিয়ো অনেক দূৰ।
গঙ্গাতীৰে দেখা মোৰ প্ৰিয়সখা
গুহক ৰজাৰ পুৰ।।
যি যি পথে আমি লঙ্কাক আসিলোঁ
দুনাই আইলো সেই পথে
বিভীষণ গুণে দুখ নপাইলোহোঁ
আসিলোঁ পুষ্পক ৰথে।।
জনক জীয়াৰী সীতা প্ৰাণেশ্বৰী
চাহাঁ মন্যু পৰিহৰি। (মন্যু শোক)
ঋণু ঋণু কৰি হেৰা দেখিয়োক
অযোধ্যা মোৰ নগৰী।।

সীতা! চোৱা সৌ আমাৰ পিতৃ ৰাজধানী অযোধ্যা দেখা গৈছে। জানকি! আমি পুনঃ ঘূৰি আহিছোঁ। এতিয়া অযোধ্যাক প্ৰণাম কৰা। ৰামৰ এই কথা শুনি সমস্ত বানৰ আৰু ৰাক্ষসবিলাকে আৰু ৰজা বিভীষণে হৃষ্টচিত্ত হৈ গল মেলি দূৰৈৰ পৰা অযোধ্যা দৰ্শনৰ চেষ্টা কৰিব ধৰিলে।

## শ্ৰীৰামৰ অযোধ্যা প্ৰবেশ আৰু অভিষেক ঃ

চৈধ্য বছৰ ভৰি পঞ্চম দিবসৰ দিনা শ্ৰীৰামচন্দ্ৰ ভৰদ্বাজৰ আশ্ৰমত উপস্থিত হৈ মুনিবৰৰ চৰণ বন্দনা কৰিলে। ভৰদ্বাজ মুনিক অভিবাদন কৰি ৰামচন্দ্ৰই তেওঁক সুধিলে—ভগৱন্! আপুনি অযোধ্যাৰ কুশল সংবাদ পায় নে! অযোধ্যাৰ লোকবিলাকৰ অন্নৰ স্বচ্ছলতা আছেনে? ভৰতে নিয়মমতে প্ৰজাপালন কৰিছে নে? মোৰ মাতৃসকল জীয়াই আছেনে?

শ্ৰীৰামচন্দ্ৰৰ প্ৰশ্ন কেইটি শুনি মহামুনি ভৰদ্বাজ বৰ আনন্দিত হ'ল। ঈষৎ হাঁহি মাৰি মুনিয়ে উত্তৰ দিলে— হে ৰঘুবৰ! ভৰতে তোমাৰ যথাযুক্ত সন্মান ৰক্ষা কৰি নিজে জটাযুক্ত হৈ তোমাক অপেক্ষা কৰি আছে। তোমাৰ গৃহত সৰ্বাঙ্গীণ কুশল। তুমি যেতিয়া কৈকেয়ীৰ কথামতে সৰ্বত্যাগী হৈ পিতৃসত্য পালনৰ বাবে বনবাসী হবলৈ আহি মোক সাক্ষাৎ কৰিছিলা, তেতিয়া মোৰ মনত বৰ দুখ উপস্থিত হৈছিল। সম্প্ৰতি পুনৰ্বাৰ তুমি শত্ৰুজয় কৰি সমৃদ্ধিসম্পন্ন হৈ

মিত্ৰ আৰু বন্ধুবৰ্গৰ সহিত ঘূৰি আহিছা, তাকে দেখিবলৈ পাই মই পৰম প্ৰীতি লাভ কৰিছোঁ। তুমি জনস্থানত বাস কৰি যি পৰম দুঃখ পালা, সেই দুঃখ ভোগৰ সকলো বিবৰণ মই অবগত আছোঁ। তুমি ব্ৰহ্মণ্য ধৰ্মত থাকি তপস্বীসসকলক ৰক্ষা কৰিছা আৰু তোমাৰ অনিন্দিতা ভাৰ্য্যাক ৰাবণে হৰণ কৰি নিয়াত তোমাৰ যি মহাদুঃখ হৈছিল তাকো মই জানোঁ। মোৰ শিষ্যসকলে অযোধ্যাৰ যথাযথ সংবাদ লৈ আছে। সৰ্বত্ৰ কুশল হৈছে এই কথা জানিব পাৰি মোৰ মনত বৰ আনন্দ হৈছে। আজি তুমি মোৰ আতিথ্য গ্ৰহণ কৰা আৰু আজি মই তোমাক বৰ দান কৰিম। তোমাক কি বৰ লাগে কোৱা।

তেতিয়া ৰামচন্দ্ৰই মহামুনি ওচৰত ভৰদ্বাজৰ এই বৰ প্ৰাৰ্থনা কৰিলে যে ব্ৰহ্মণ। মই অযোৰ্ধ্যালৈ যোৱাৰ সময়ত মোৰ পথৰ দুয়োফালে অকালত ফলশালী মধুস্ৰাবী বিবিধ বৃক্ষত নানা প্ৰকাৰ অমৃতগন্ধী সুস্বাদু ফল যেন উৎপন্ন হয়। ভৰদ্বাজ মুনিয়ে এবমস্তু বুলি বৰদান কৰিলে।

অকালত সমস্ত বৃক্ষত ফল হৌক।
মধু হৌক কৰি সবে ভোজন কৰোক।।
ভৰদ্বাজ ঋষিয়ে বুলিলা এবমস্তু।
সকল বৃক্ষত হৌক মধুফল বস্তু।।

ৰামৰ প্ৰাৰ্থনাত ভৰদ্বাজ ঋষিয়ে "এবমস্তু" বোলা মাত্ৰকে পথিপাৰ্শ্বস্থ বৃক্ষবোৰ স্বৰ্গৰ বৃক্ষবোৰৰ দৰে ফলবান হৈ উঠিল আৰু বানৰ বিলাকে সন্তুষ্টমনে গছত উঠি সেই ফল ভোগ কৰিব ধৰিলে। চৰিবশ মাইল জুৰি ৰাজপথৰ দুয়োকাষে বৃক্ষবোৰ এনেদৰে ফলবান হৈ উঠিছিল।

হৰিষে বানৰ বৰ বৰ গাছে চড়ি।
অমৃত সমান ফলে লগাইলে দাদৰি।। (দাদৰি = হাকুটি)

ৰামচন্দ্ৰই ভৰদ্বাজ মুনিৰ আতিথ্য গ্ৰহণ কৰি সেই ৰাতি ভৰদ্বাজ মুনিৰ আশ্ৰমত থাকিল আৰু সুগ্ৰীৱাদি মিত্ৰবন্ধুসকলক অযোধ্যাত কেনেদৰে অভ্যৰ্থনা কৰা সম্ভৱ হ'ব পাৰে, সেই বিষয়ে কি কৰ্ত্তব্য হ'ব সেই বিষয়ে চিন্তা কৰিবলৈ ধৰিলে।

## ভৰতৰ ওচৰলৈ হনুমানক দূত হিচাবে প্ৰেৰণ ঃ

ৰাতিপুৱাল। ৰামচন্দ্ৰই বানৰ শ্ৰেষ্ঠ হনুমানক লক্ষ্য কৰি আদেশ দিলে— হনুমান। তুমি সোনকালে অযোধ্যালৈ গৈ ৰাজসংসাৰৰ সকলো খবৰ লৈ আহাগৈ। তুমি প্ৰথমতেঃ মোৰ আত্মসম সখা নিষাদৰাজ গুহকক শৃঙ্গবেৰপুৰত উপস্থিত হৈ সাক্ষাৎ কৰিবা। মই নীৰোগ আৰু সুস্থ হৈ থকা বুলি জানিলে তেওঁ নিশ্চয় পৰম সুখী হ'ব। তেঁৱে তোমাক অযোধ্যাৰ পথ দেখুৱাই দিব। তেওঁৰ

পৰাই তুমি ভৰতৰ বিষয়ে সকলো বৃত্তান্ত জানিব পাৰিবা। তাৰ পাছত তুমি অযোধ্যালৈ গৈ মোৰ আদেশত ভৰতক তেওঁৰ কুশল প্ৰশ্ন সুধিবা আৰু মই যে পিতৃ-সত্য পালন কৰি সত্যৰ পৰা উত্তীৰ্ণ হৈছোঁ আৰু লক্ষ্মণ আৰু সীতাৰ লগত প্ৰত্যাবৰ্ত্তন কৰিছোঁ সেই সংবাদ দিবা। ৰাৱণে সীতাক হৰণ কৰি নিয়াত যিবোৰ ঘটনা ঘটিছে সেই সকলোবোৰ ভৰতক বৰ্ণনা কৰি কবা। সীতাৰ অন্বেষণ, সুগ্ৰীবৰ লগত সখ্য, বালিবধ, সমুদ্ৰত সেতুবন্ধন, ৰাৱণ বধ ইত্যাদি ঘটনা যথাযথ বৰ্ণনা কৰি ক'বা। ভৰতক কবা যে ৰামচন্দ্ৰ শত্ৰুবিলাকক জয় কৰি অনুত্তম যশোলাভ আৰু পিতৃ আজ্ঞা পালন কৰি পূৰ্ণ মনোৰথ হৈ মিত্ৰ আৰু বন্ধু বৰ্গৰ সহিত আযোধ্যালৈ ঘুৰি আহিব ধৰিছে। এইবোৰ ঘটনাৰ বিবৰণ শুনি ভৰতৰ মুখৰ ভাৱ আৰু মুখৰ চেহেৰা কেনে হয় তাক তুমি লক্ষ্য কৰিবা। আকাৰ, ঈঙ্গিত, মুখবৰ্ণ, দৃষ্টি আৰু বাক্যৰ দ্বাৰা তেওঁৰ সমস্ত বৃত্তান্ত তুমি বুজিব পাৰিবা। হয়, হস্তী ৰথ আৰু সৰ্বাঙ্গ্না পৰিপূৰ্ণ যি পৈতৃক ৰাজ্য পাই কাৰ মন বিচলিত নহয়? বহুকাল ৰাজ্য পালন কৰি শ্ৰীমান ভৰত যদি ৰাজ্যাভিলাষী হৈ থাকে, তেন্তে তেৱেঁই ৰাজ্য পালন কৰি থাকক। সেইবাবে আমি অযোধ্যামুখী হৈ বেছিদুৰ অগ্ৰসৰ হৈ যোৱাৰ পূৰ্ব্বে ভৰতৰ অভিপ্ৰায় আৰু উদ্দেশ্য বুজি ত্বৰান্বিতে আহি মোক জনাবা হি।

শ্ৰীৰামচন্দ্ৰৰ আদেশ অনুসাৰে হনুমানে প্ৰথমতঃ নিষাদৰাজক সাক্ষাৎ কৰি তেওঁক সকলো প্ৰকাৰৰ খবৰ দি অযোধ্যালৈ যোৱা পথৰ সন্ধান লৈ নন্দিগ্ৰামত ভৰতক লগ ধৰিবৰ উদ্দেশ্যে উপস্থিত হ'লগৈ। তাত গৈ দেখিলে যে ভৰতে জঁটা ধাৰণ কৰি আৰু বল্কল পৰিধান কৰি তপস্বীৰ বেশত ফল-মূলাহাৰী আৰু জিতেন্দ্ৰিয় হৈ ধৰ্মচাৰীৰ দৰে পৰমাৰ্থৰ ধ্যানত বহি আছে। তেওঁৰ তেজ ব্ৰহ্মৰ্ষিৰ দৰে উদ্ভাসিত হৈ উঠিছে। তেওঁ পাদুকাদ্বয় সিংহাসনত স্থাপন কৰি তাকে আগত ৰাখি ৰাজকাৰ্য্য পৰিচালনা কৰি আছে। তেওঁৰ ওচৰত গৈৰিক বসন পিন্ধা পবিত্ৰ আচৰণ পৰায়ণ পুৰোহিত আৰু মন্ত্ৰীবৰ্গও বহি আছে। ৰাজকুমাৰ ভৰতে নিজে বল্কল আৰু কৃষ্ণজীন পৰিধান কৰাত কৰ্মচাৰীসকলেও ৰাজভোগ পৰিত্যাগ কৰাটোকে সমীচীন বুলি ভাবিছে।

হনুমান মনুষ্য দেহধাৰী হৈ ব্ৰাহ্মণৰ বেশত ভৰতৰ ওচৰত উপস্থিত হৈছিল আৰু দেখা মাত্ৰকে ভৰতক দ্বিতীয় ধৰ্মৰাজ যেন আন্তৰিক অনুভৱ কৰি হনুমানে কৃতাঞ্জলি পুটে নিবেদন কৰিলে—দেৱ! আপুনি যি জটাবল্কলধাৰী ৰামচন্দ্ৰৰ বাবে অনুশোচনা কৰি আছে তেৱেঁই আপোনাৰ কুশল সুধি আপোনাৰ ওচৰলৈ মোক পঠাই দিছে। হে ৰাজন! মই আপোনাক অতি শুভ আৰু প্ৰিয় সংবাদ দিবলৈ আহিছোঁ। আপুনি এই দাৰুণ শোক পৰিত্যাগ কৰক। আপুনি এই মুহূৰ্ত্ততে আপোনাৰ জ্যেষ্ঠ ভাই ৰামচন্দ্ৰৰ লগত মিলিত হব পাৰিব। মহাতেজা

লক্ষ্মণ আৰু সীতাদেবীও তেওঁৰ লগত আহিছে। তেওঁলোক কুশলে আছে আৰু তেওঁলোকৰ লগত সুগ্ৰীৱাদি বানৰ সকলো আহিব ধৰিছে। হনুমানৰ মুখত এই সংবাদ পাই ভৰত ইমান হৰ্যান্বিত হৈছিল যে হৰ্ষৰ আতিশয্যত তেওঁ সহসা মূৰ্চ্ছিত হৈ পৰিছিল আৰু মুহূৰ্ত্তকালৰ ভিতৰতে সংজ্ঞা লাভ কৰি অতি প্ৰসন্নচিত্তে হনুমানক সাৱটি ধৰিছিল আৰু আনন্দৰ অশ্ৰুবিন্দুৰে তেওঁক অভিষিক্ত কৰি পেলাইছিল।—

গাৱ চালি ভৰত উঠিলা কৌতূহলে।
সাৱটিয়া ধৰিলন্ত ব্ৰাহ্মণৰ গলে।।
হৰিষ ভৈলন্ত আতি কৈকেয়ীৰ পোৱে।
সকল শৰীৰ তান তিয়াইলন্ত লোৱে।।

ৰামৰ শুভাগমণৰ সংবাদ পাই ভৰত আনন্দতে ইমান উত্ৰাৱল হৈ পৰিছিল আৰু হনুমানৰ ওচৰত ইমান কৃতজ্ঞ হৈ পৰিছিল ভৰতে সেই মুহূৰ্ত্ততে যেন গৈ ৰামচন্দ্ৰক দৰ্শন কৰিব আৰু শুভ সংবাদদাতা হনুমানক শত-সহস্ৰ গৰু, শ শ উৎকৃষ্ট গ্ৰাম আৰু সদ্বংশজাতা স্বৰ্ণ বৰ্ণা ষোড়শী যুৱতী ভাৰ্য্যা দান কৰিবলৈ উৎসুক হৈ উঠিছিল। তাৰ পিছ মুহূৰ্ত্ততে আকৌ হনুমানক প্ৰশ্ন কৰিলে—হে সৌম্য! আপুনি কৈছে যে ৰাম সুগ্ৰীৱাদি বানৰবিলাকৰ সহিত আহিব ধৰিছে। এতিয়া মই আপোনাক সুধিব খুজিছোঁ কেনেকৈ কোন ঠাইত তেওঁলোকৰ পৰষ্পৰ মিলন হৈছিল?

তেতিয়া হনুমানে ভৰতক প্ৰত্যয় নিয়াবৰ বাবে প্ৰথমতঃ ৰামচন্দ্ৰই যে পিতৃসত্য পালনৰ বাবে বনগমন কৰিছিল, ভৰতে যে মাতুলালয়ৰপৰা অযোধ্যালৈ ঘূৰি আহি ৰাজ্য লবলৈ অভিলাষ নকৰি ৰামচন্দ্ৰক ঘূৰাই আনিবলৈ চিত্ৰকূট পৰ্ব্বতলৈ গৈছিল, ৰামচন্দ্ৰ ঘূৰি আহিবলৈ অমান্তি হোৱাত যে ভৰতে ৰামচন্দ্ৰৰ পাদুকাযুগল লৈ অযোধ্যালৈ ঘূৰি আহিছিল আৰু ৰামৰ প্ৰতিনিধি হৈ জটা বল্কল ধাৰণ কৰি ব্ৰহ্মচাৰী জীৱন গ্ৰহণ কৰি ৰাজ্য শাসনৰ ভাৰ লৈ চৈধ্য বছৰৰ পাছত ৰামৰ প্ৰত্যাবৰ্ত্তনৰ আশা কৰি অপেক্ষা কৰি আছে, সেই ঘটনাসমূহ সোঁৱৰাই দি তাৰ পিছত যি যি ঘটনা ঘটিছিল সকলোবোৰ ঘটনা আনুপূৰ্ব্বিক বৰ্ণনা কৰিলে। সীতাহৰণ, সীতা অন্বেষণ, সুগ্ৰীৱ সম্মিলন, বালী-বধ, বিভীষণ মিলন, ৰাম-লক্ষ্মণৰ নাগ পাশ, লক্ষ্মণৰ শক্তি শেল, কুম্ভকৰ্ণ বধ, ইন্দ্ৰজিৎ বধ, ৰাৱণ বধ, সীতাৰ অগ্নিপৰীক্ষা আৰু পুষ্পক ৰথেৰে ৰামচন্দ্ৰৰ সীতা, লক্ষ্মণ বিভীষণ আৰু সুগ্ৰীৱাদি বানৰ সকলৰ সহ বৰ্ত্তমানে গঙ্গাতীৰত ভৰদ্বাজ আশ্ৰমত অৱস্থান-সকলোবোৰ ঘটনা ধাৰাবাহিকভাৱে আৰু সংক্ষেপতে হুবহু বৰ্ণনা কৰিলে। তাৰ পাছত ভৰতক জানিবলৈ দিলে যে কাইলৈ পুষ্যা নক্ষত্ৰযোগত আপুনি ৰামচন্দ্ৰক দেখিবলৈ পাব।

ভৰতে হনুমানৰ মুখত এনেবোৰ কথা শুনিবলৈ পাই পৰম আনন্দিত হৈ কৃতাঞ্জলি পুটে ক'লে—বহুকালৰ পাছত মোৰ মনোৰথ সিদ্ধি হ'ল।

তাৰ পিছত সত্যপৰায়ণ ভৰতে অতি আনন্দমনেৰে শত্ৰুঘ্নক আদেশ দিলে—তুমি অযোধ্যাত ঘোষণা কৰি দিয়া যে শুদ্ধাচাৰী ব্যক্তিসকলে পবিত্ৰ পোছাক পিন্ধি কুলদেৱতাসকলৰ মন্দিৰ আৰু সাধাৰণ দেৱালয়বোৰ সুগন্ধি পুষ্পমাল্যৰ দ্বাৰা সুসজ্জিত কৰক। আৰু সকলো স্থানতে বিবিধ বাদ্যযন্ত্ৰ বজাই থকা হওক আৰু ৰামচন্দ্ৰৰ চন্দ্ৰমুখ দৰ্শন কৰিবৰ বাবে আমাৰ মাতৃসকল সূত, বৈতালিক, নিপুণ বাদ্যকৰ আৰু গণিকাবৰ্গক লগত লৈ অতি সত্বৰ সাজু হৈ ওলাই আহক।

তিনিও মাতৃক কহা হেনয় বাৰ্ত্তাক।
কালি প্ৰবেশিব ৰাম আসি অযোধ্যাক।।

শত্ৰুঘ্ন এই আদেশ পাই বৰ আনন্দিত হ'ল।

ভৰতৰ বাণী শুনি কৌতূহল পাইল।
তেতিক্ষণে শত্ৰুঘণে নগৰী সাজিল।
সাজি মাজি পদুলী পদুলী ৰুইলা কল।
ৰত্নদীপ দিলা সুবৰ্ণৰ ঘটে জল।
লবঙ্গ মালতী মাল্লা সুগন্ধক কহে।
সুৰভি শীতল অনুকূল বায়ু বহে।।
সুগন্ধ চন্দনে সুবাসিত দশোদিশ।
কৌতূহলে লোকৰ লাগিল উসমিস্।।
আনন্দ বধাই বৰ কৰি কুমৰ্থলি। (কুমৰ্থলি—গানৰ গুণগুণনি)
পতাকা সোণৰ ধ্বজ ধৰে তুলি তুলি।।
সোণা ৰূপা সিঞ্চে কতো মুকুতাৰ বৰি।
ইভিতি সিভিতি প্ৰজা লৰৰা-লৰৰি।।

অযোধ্যাবাসী সকলোৱে ৰামচন্দ্ৰৰ সন্দৰ্শনৰ বাবে সাজু হৈ ওলাই আহিল। কৌশল্যা আৰু সুমিত্ৰা দুই মাতৃক আগত লৈ সকলোৱে যাত্ৰা কৰিলে। সকলোৱে শেষত উপবাস ক্লিষ্ট দুঃখ মনে থকা ভৰত ভ্ৰাতাৰ পুনৰাগমনত পৰম সন্তুষ্ট হৈ জ্যেষ্ঠৰ পাদুকাযুগল মূৰত তুলি লৈ আৰু শুক্ৰমাল্য শোভিত ছত্ৰ আৰু সুবৰ্ণেৰে অলঙ্কৃত শুভ্ৰ চামৰ দুটি ধাৰণ কৰি ৰামচন্দ্ৰক দৰ্শন আৰু সাক্ষাৎ কৰিবলৈ প্ৰস্তুত হ'ল। প্ৰধান প্ৰধান ব্ৰাহ্মণসকল অগ্ৰবৰ্ত্তী হ'ল। মালা আৰু মিষ্টান্ন হাতত লৈ অমাত্য আৰু সচিববৃন্দও সাজু হৈ আহিল। বৈশ্য-বণিক সকলোৱে শঙ্খ আৰু

ভেৰীৰ শব্দ কৰি কৰি ৰামচন্দ্ৰক দৰ্শন কৰিবলৈ ক্ৰমে ক্ৰমে নন্দীগ্ৰামত সমবেত হ'ল।

ৰামচন্দ্ৰ তেতিয়াও নন্দীগ্ৰাম পোৱাহি নাই। ভৰতে হনুমানক সুধিছে—ৰামচন্দ্ৰ এতিয়াও কিয় আহি পোৱা নাই। বানৰ বিলাকো অহা নাই। হনুমানে এই প্ৰশ্নত ভৰত সন্দিগ্ধ হোৱা যেন ভাবি উত্তৰ দিলে—ৰামচন্দ্ৰ পুষ্পক ৰথেৰে আহিছে। অবিলম্বে আহি পাব। এনেতে দেখা গ'ল যে ৰামচন্দ্ৰৰ পুষ্পক ৰথ দৃষ্টি গোচৰ হৈছে। কিছু সময়ৰ পাছতে সকলো লোকে ৰামচন্দ্ৰক দেখিবলৈ পালে। সকলোৱে ৰথ, অশ্ব হাতীৰ পৰা নামিল। আকাশত চন্দ্ৰ উদয় হোৱাৰ নিচিনাকৈ ৰামচন্দ্ৰ সকলোৰে মাজত উদয় হ'ল।

ভৰতে ৰামৰ ফালে মুখ কৰি কৃতাঞ্জলি পুটে থিয় দি স্বাগত প্ৰশ্ন কৰি পাদ্য-অৰ্ঘ্য দি অভ্যৰ্থনা কৰিলে। ৰামচন্দ্ৰ বিমানত অবস্থিত থাকি দেবৰাজ ইন্দ্ৰৰ দৰে শোভমান হৈ থাকিল। ভৰতে পুনঃ মেৰুশিখৰত অবস্থিত সূৰ্য্যৰ দৰে ৰামচন্দ্ৰক প্ৰণাম কৰি বন্দনা কৰিব ধৰিলে। পুষ্পক বিমান ভূতলত অৱতীৰ্ণ হ'ল। ভৰতে ৰামৰ অনুমতি গ্ৰহণ কৰি বিমানত উঠি পুনৰায় তেওঁক অভিবাদন কৰিলে। ৰামচন্দ্ৰয়ো বহুদিনৰ পাছত ভৰতক দেখিবলৈ পাই চৰণতলৰপৰা তেওঁক তুলি কোলালৈ টানি আনি সস্নেহে সাবটি ধৰিলে। তাৰ পাছত ভৰতে অতি আনন্দমনে সীতা দেবীৰ ওচৰলৈ আহি তেওঁক প্ৰণাম কৰি লক্ষ্মণক সম্বৰ্দ্ধনা জনালে। তাৰ পাছত ভৰতে একে একে সুগ্ৰীব, জাম্ববান্, অঙ্গদ, মৈন্দ্য, দ্বিবিদ, নীল, ঋষভ, সুষেণ, নল, গবাক্ষ, গন্ধমাদন, শৰভ আৰু পনসক আলিঙ্গন কৰি ক'লে—সুগ্ৰীব! আপুনি নিজৰ সুকৰ্মৰ দ্বাৰা আমি চাৰিভাইৰ মাজত পঞ্চম হৈছে। উপকাৰৰ দ্বাৰা মিত্ৰতা আৰু অপকাৰৰ দ্বাৰা শত্ৰুতা হয় এয়ে নিয়ম আৰু লক্ষণ।(১) তাৰ পাছত ভৰতে বিভীষণক ক'লে— সৌভাগ্যবশতঃ আপোনাৰ সহায় লোৱাতহে ৰামচন্দ্ৰই এনে সুদুষ্কৰ কাৰ্য্য কৰিব পাৰিছে।

ইয়াৰ পিছত শত্ৰুঘ্নয়ো ৰাম-লক্ষ্মণক প্ৰণাম কৰি বিনীতভাৱে জানকীৰ চৰণযুগলত ধৰি প্ৰণাম কৰিলে।

ৰামচন্দ্ৰই শোকসন্তপ্তা মাতৃ কৌশল্যাৰ ওচৰলৈ আহি প্ৰণত হৈ তেওঁৰ চৰণযুগল মস্তকত ধাৰণ কৰিলে। তাৰ পিছত সুমিত্ৰা, কৈকেয়ী আৰু অন্য অন্য মাতৃসকলক অভিবাদন কৰি মাতৃসকলক লগত লৈ পুৰোহিত বশিষ্ঠ দেৱৰ ওচৰত উপস্থিত হ'ল। সেই সময়ত পুৰবাসীসকলে কৃতাঞ্জলি হৈ ৰামচন্দ্ৰক

---

(১) ত্বমস্মাকং চতুৰ্ণাং বৈ ভ্ৰাতা সুগ্ৰীব পঞ্চমঃ।
সৌহৃদাজ্জায়তে মিত্ৰমপকাৰোঽৰি লক্ষণম্।।৩৭

স্বাগত জনাই কবলৈ ধৰিলে— হে মহাবাহো! আপোনাৰ মঙ্গল হওক। তাৰ পাছত ভৰতে পাদুকাযুগল নি ৰামচন্দ্ৰৰ চৰণত পিন্ধাই দিলে আৰু কৃতাঞ্জলি হৈ কবলৈ ধৰিলে—

আমাৰ মাৱৰ তুমি পালিয়া বচন।
মোক ৰাজ্য দিয়া দাদা তুমি গৈলা বন।।
বহিবাক নপাৰোহোঁ গুৰুতৰ ভাৰ।
মই ৰাজ্য দিলোঁ দাদা লৈয়োক তোমাৰ।।
অশ্বৰ কি গতিক গাধৰে পাৰে যাইতে।
কাকে কি পাৰয হংস গমন আনাইতে।।
মুষ গোৱে বহিতে নোৱাৰে একে ধুৰে।
গৰুড়ৰ বেগক কি শকত মুযুৰে।।
যতদূৰ চন্দ্ৰ সূৰ্য্য কিৰণ প্ৰকাশ।
সকল দেশৰ ৰাজা তোমাৰেসে দাস।।
তোমাৰেসে আজ্ঞাকাৰী আছিলোহোঁ আমি।
আজি হন্তে ৰাজ্যক লৈয়োক আবে স্বামী।।
তোমাৰ চৰণ দেখি এৰাইলো সন্তাপ।
আজিসে জানিলোঁ মোৰ নমৰিল বাপ।।

ৰামচন্দ্ৰই ভৰতৰ কাৰ্য্য আৰু বাক্যত সন্তুষ্ট হৈ 'তথাস্তু' বুলি স্বীকাৰ কৰিলে।

ৰামে আকলিলা ভৰতৰ হেন কায।
সম্বুধি বোলন্ত বাপ এবে লৈৰোঁ ৰাজ।।

### ৰামৰ ৰাজ্যাভিষেক ঃ

শ্ৰীমান ভৰতে অতি হৃষ্টমনে ৰাজ্যভাৰ শ্ৰীৰামচন্দ্ৰক প্ৰত্যৰ্পণ কৰিবৰ প্ৰস্তাব কৰাত আৰু ৰামচন্দ্ৰই সেই ৰাজ্যভাৰ গ্ৰহণ কৰিবৰ সম্মতি জনোৱা দেখি শত্ৰুঘ্ন ভ্ৰাতৃয়ে ক্ষৌৰকাৰহঁতক মতাই আনিলে। ক্ষৌৰকাৰহঁত ৰামচন্দ্ৰৰ চাৰিওফালে সমবেত হ'ল আৰু যথানিয়মে ভৰত, লক্ষ্মণ আৰু শত্ৰুঘ্নৰ জটাভাৰ কাটি পেলালে। তাৰ পিছত তিনিও ভ্ৰাতৃয়ে স্নান কৰিলে। তাৰ পিছত সুগ্ৰীৱ আৰু বিভীষণেও ক্ষৌৰকাৰ্য্য কৰাই স্নানকাৰ্য্য সমাপন কৰিলে। সকলোৰে শেষত ক্ষৌৰকাৰহঁতে ৰামচন্দ্ৰৰ জটাভাৰ কৰ্ত্তন কৰি ক্ষৌৰকাৰ্য্য সম্পন্ন কৰিলে আৰু ৰামচন্দ্ৰয়ো যথানিয়মে স্নান কৰিলে। শত্ৰুঘ্নই ৰাম আৰু লক্ষ্মণৰ বেশ ভূষাৰ যোগান ধৰিলে। ৰামচন্দ্ৰই দিব্যমাল্য আৰু মূল্যমূল্য ৰত্নেৰে সুশোভিত হৈ দেহৰ কান্তিৰে চতুৰ্দ্দিক উদ্ভাসিত কৰি তুলিলে।

দশৰথ ৰজাৰ পত্নীসকলে সীতা দেৱীক পৰম যতনেৰে স্নান কৰাই সীতাৰ সৰ্ব্বাঙ্গত স্বহস্তে মনোহৰ অলঙ্কাৰ আদি পিন্ধাই দিলে।

কৌশল্যাক প্ৰমুখ্যে সকল শ্বাশুগণে।
সীতা গোসাঁনীক স্নান কৰাইলা যতনে।।
অঙ্গৰাগ উজলিলা অলঙ্কাৰে মণ্ডি।
কৈলাসত দীপিতি কৰন্ত যেন চণ্ডী।।

তাৰ পাছত শত্ৰুঘ্নৰ আদেশক্ৰমে সাৰথি সুমন্ত্ৰই ৰথ যোজনা কৰি ৰামচন্দ্ৰৰ ওচৰলৈ লৈ আহিল। মহাবাহু ৰামচন্দ্ৰ ৰথত উঠিল। তেতিয়া সুগ্ৰীৱ আৰু হনুমানেও দিব্যবস্ত্ৰ পৰিধান কৰি কাণত কুণ্ডল ধাৰণ কৰি অযোধ্যালৈ বুলি যাত্ৰা কৰিলে। সুগ্ৰীব-পত্নী আৰু অন্যান্য বানৰ-পত্নীসকলেও বস্ত্ৰ অলঙ্কাৰেৰে সুসজ্জিতা হৈ সীতাৰ লগত নগৰ-দৰ্শনৰ বাবে সমুৎসুক হৈ যাবলৈ ধৰিলে। ইফালে ৰজা দশৰথৰ মন্ত্ৰীসকলে পুৰোহিতৰ লগত মন্ত্ৰণা কৰি ৰামচন্দ্ৰৰ ৰাজ্যাভিষেকৰ মাঙ্গলিক দ্ৰব্যসমূহ যোগাৰ কৰি ৰাখিবলৈ ভৃত্যবিলাকক আদেশ দিলে। তাৰ পাছত তেওঁলোকেও ৰামক চাবলৈ আগ্ৰহান্বিত হৈ সত্বৰ নিষ্ক্ৰান্ত হ'ল।

ইফালে ৰামচন্দ্ৰই ৰথত বহি দেৱৰাজ ইন্দ্ৰৰ দৰে শোভমান হৈ অযোধ্যা অভিমুখে যাবলৈ ধৰিলে। ভৰতে ৰথ চালনাৰ ৰশ্মি হাতত ললে, শত্ৰুঘ্নই ছত্ৰ ধৰিলে আৰু লক্ষ্মণে ৰামচন্দ্ৰৰ মস্তকৰ ওপৰত চামৰ ব্যজন কৰিব ধৰিলে। বিভীষণেও ৰামৰ কাষত বহি চন্দ্ৰটোৰ নিচিনা ধুনীয়া সৰু বিচনী এখন লৈ ৰামচন্দ্ৰক বিচি থাকিব ধৰিলে। ৰজা সুগ্ৰীবে শত্ৰুঞ্জয় নামৰ হাতী এটাৰ ওপৰত বহিল। আৰু অন্যান্য বানৰ সকলেও মনুষ্যদেহ ধাৰণ কৰি সৰ্ব্বাভৰণেৰে সজ্জিত হৈ নও হাজাৰ হাতীৰ ওপৰত উঠি যাবলৈ ধৰিলে। তাৰ পাছত বিপুল শঙ্খধ্বনি, প্ৰজাপুঞ্জৰ আনন্দ আৰু দুন্দুভিধ্বনি সহকাৰে ৰামচন্দ্ৰই অযোধ্যা নগৰীত প্ৰবেশ কৰিলে।

ৰাম আসে দেখি অযোধ্যায় ৰঙ্গ ভৈলা।
সাগৰৰ ঢেউ যেন উথলিয়া গৈলা।।
ষোড়শ সহস্ৰ নাৰী ধৰি ফুল ফল।
সুবৰ্ণৰ ঘট ধৰি কৰে সুমঙ্গল।।
পদূলি পদূলি শুনি উৰুলিৰ ধ্বনি।
অলঙ্কৃত প্ৰদীপ থাকিলা পুৰী ছানি।।
বাঁশীক বজায়ে কতো বজায়ে মৰ্দ্দল।
খুমুচি ভেমচি বাদ্য ডগৰ কাহাঁল।।
থানে থানে শুভ শুভ পাৰে জয় জয়।
ভাট সবে নানা ছন্দে চপয় পঢ়য়।। (চপয় = চাৰি শাৰী ছন্দৰ বিৰুদ স্তৱ)

নৃত্যগীত আনন্দে বাজয় কৰতাল।
নানাবিধ মাঙ্গল্য শব্দ কোলাহল।।
বন্দীজনে বেঢ়িয়া চৌদিশে স্তুতি নাদ।
ব্ৰাহ্মণসবৰ বেদধ্বনি আশীৰ্ব্বাদ।।
সবজন মনোৰথ পূৰিলা অশেষ।
অযোধ্যাপুৰীত ৰাম ভৈলন্ত প্ৰবেশ।।

ৰামচন্দ্ৰ দেবপ্ৰভাৱে প্ৰদীপ্ত হৈ ৰথাৰোহন কৰি আহি আছে আৰু প্ৰজাসকলে জয়ধ্বনি কৰি ৰামচন্দ্ৰক অভিনন্দিত কৰিলে। তেৰোঁ প্ৰজাবৃন্দক প্ৰত্যাভিনন্দন কৰিলে। সেই সময়ত ৰামচন্দ্ৰক নক্ষত্ৰমণ্ডল বেষ্টিত চন্দ্ৰৰ দৰে শোভিত দেখা গৈছিল। ৰামচন্দ্ৰৰ আগে আগে পুৰুষসকলে হালধিৰে ৰং কৰা অক্ষতক (চাউল) ঘট হাতত লৈ গৈ আছিল আৰু তেওঁলোকৰ লগে লগে গৰু, কুমাৰী কন্যা আৰু ব্ৰাহ্মণসকল গৈ আছিল। সেই সময়ত ৰামচন্দ্ৰই সুগ্ৰীৱৰ সহিত কেনেকৈ সখ্য স্থাপন হৈছিল, হনুমানে কেনেদৰে শক্তিৰ প্ৰভাৱ দেখুৱাইছিল আৰু বানৰবিলাকে কি কি অদ্ভুত অদ্ভুত কাৰ্য্য কৰিছিল তাৰ বৰ্ণনা মন্ত্ৰীসকলৰ আগত দি আছিল। সেই বৰ্ণনা শুনি সকলোৱে বিস্ময় মানিছিল। ৰামচন্দ্ৰই নানা কথা কৈ কৈ অযোধ্যাত প্ৰবেশ কৰিলে; পুৰবাসীসকলে ঘৰে ঘৰে পতাকা উত্তোলন কৰিছিল। ৰামচন্দ্ৰই গৈ পিতৃগৃহত প্ৰবেশ কৰিলে। তেওঁ কৌশল্যা, সুমিত্ৰা আৰু কৈকেয়ীক অভিবাদন কৰিলে আৰু ভৰতক ক'লে যে তেওঁ পূৰ্বে মুক্তা আৰু বৈদূৰ্য্যখচিত যি ঘৰত বাস কৰিছিল তাত সুগ্ৰীৱৰ বাসস্থান স্থিৰ কৰিব লাগে। ভৰতে ৰামৰ কথা শুনি সুগ্ৰীৱক হাতত ধৰি নি সেই গৃহত প্ৰবেশ কৰিলে। তাৰ পাছত ভৃত্যবৰ্গই তৈল, প্ৰদীপ, পৰ্য্যঙ্ক আৰু আস্তৰণ লৈ অতি সত্বৰ তাত প্ৰবেশ কৰিলে।

সুগ্ৰীৱক যথা-ৰীতি অভ্যৰ্থিত কৰি ভৰতে ক'লে—ৰামৰ ৰাজ্যাভিষেকৰ বাবে চাৰিকলহ সমুদ্ৰৰ জলৰ আৱশ্যক আছে। তেওঁ যেন চাৰিজন প্ৰধান বানৰৰ হতুৱাই চাৰিটা সুবৰ্ণ ঘটত সাগৰৰ জল অনাই দিয়ে। ভৰতে সৰ্ব্বৰত্নপূৰ্ণ চাৰিটা সুবৰ্ণ ঘট অনাই দিয়ালে। সেই অনুসাৰে চাৰিজন প্ৰধান বানৰক— জাম্ববান, হনুমান, বেগদৰ্শী আৰু ঋষভক চাৰি সমুদ্ৰৰ পৰা চাৰিটা কুম্ভ পূৰ্ণ কৰি জল আনিবলৈ নিৰ্দ্দেশ দিলে আৰু কৈ দিলে যে কাইলৈ প্ৰাতঃকালতে সেই জল যেন পোৱা যায়। সেই আদেশ পাই সেই চাৰিজন বানৰ আকাশ পথেদি গৈ চাৰি সমুদ্ৰৰ পৰা চাৰি ঘট সমুদ্ৰৰ জল যথাসময়ত আনি উপস্থিত হ'ল। তাৰ উপৰিও পাঁচশ বানৰে বিভিন্ন নদীৰ পৰা পবিত্ৰ জল লৈ আহিলগৈ।

তাৰ পাছত বশিষ্ঠদেৱে আন আন ব্ৰাহ্মণসকলৰ সহিত ৰাম আৰু সীতাক ৰত্নময় পীঠত উপবেশন কৰালে। বসুবিলাকে যেনেকৈ ইন্দ্ৰক অভিষেক কৰাইছিল। সেইদৰে বশিষ্ঠ, বিজয়, জাবালি, কাশ্যপ আৰু কাত্যায়ন, গৌতম

আৰু বামদেৱেও সুনিৰ্ম্মল জলৰ দ্বাৰা পুৰুষোত্তম ৰামচন্দ্ৰক অভিষেক কৰালে। তাৰ পাছত সাত্বিক ব্ৰাহ্মণসকলে, কুমাৰী কন্যাসকলে, মন্ত্ৰী, বণিক আৰু পুৰবাসী সকলেও ৰামচন্দ্ৰক অভিষেক কৰিলে। অভিষেকৰ পাছত মহাত্মা বশিষ্ঠদেৱে এটি প্ৰাচীন ৰত্নময় মুকুট ৰামচন্দ্ৰৰ মূৰত পিন্ধাই দিলে। শত্ৰুঘ্নই তেওঁৰ মূৰৰ ওপৰত ছত্ৰ ধাৰণ কৰিলে আৰু বিভীষণে এটি চামৰ লৈ ব্যজন কৰিব ধৰিলে। তাৰ পাছত এধাৰি কাঞ্চনমালা আৰু এধাৰি বৈদূৰ্য্য মনিবিভূষিত মুক্তাহাৰ তেওঁৰ কণ্ঠত পিন্ধাই দিয়া হ'ল। এইদৰে ৰামচন্দ্ৰৰ ৰাজ্যাভিষেক সম্পন্ন কৰা হ'ল আৰু গন্ধৰ্ব্ব আৰু অপ্সৰাসকলে নৃত্য আৰম্ভ কৰিলে। সেই সময়ত পৃথিৱী শস্যপূৰ্ণা, বৃক্ষবিলাক ফলৱান আৰু পুষ্পবোৰ সৌৰভশালী হৈ উঠিছিল।

এই সময়ত ৰামচন্দ্ৰই পুষ্পক বিমান বিদায় কৰি দিলে। তাৰ পাছত ৰামচন্দ্ৰই দান যজ্ঞ আৰম্ভ কৰিলে। ব্ৰাহ্মণসকলক তেওঁ বহু অশ্ব, বহু ধেনু আৰু বহু সুবৰ্ণমুদ্ৰা দান কৰিলে। তাৰ পাছত সুগ্ৰীৱক সূৰ্য্যৰ ৰশ্মিৰ নিচিনা উজ্জ্বল মণিকাঞ্চন মালা দান কৰিলে; কুমাৰ অঙ্গদক মণিময় দুটি কুণ্ডল দিলে আৰু—

সীতাৰ গলত ৰাঘৱে পিন্ধাইলা,
শুদ্ধ মুকুতাৰ হাৰ।

তেতিয়া সীতা দেৱীয়ে পূৰ্ব্বৰ উপকাৰ স্মৰণ কৰি হনুমানক সেই হাৰডাল দান কৰিলে। হনুমানে সেই হাৰ পিন্ধি বিশেষ শোভা ধাৰণ কৰিলে। বৃদ্ধ বানৰ আৰু দলপতি বানৰ বিলাকেও যথাযোগ্য মান-সন্মান পাই বিভীষণ, সুগ্ৰীৱ, জাম্ববান আৰু অন্যান্য বানৰ পতিবৰ্গ সকলোৱে আনন্দমনে নিজ নিজ স্থানলৈ প্ৰস্থান কৰিলে।

ধৰ্মবৎসল ৰামচন্দ্ৰই শত্ৰুসংহাৰ কৰি এইদৰে পৈতৃক ৰাজ্য গ্ৰহণ কৰি ৰাজ্য শাসন কৰিব ধৰিলে। তাৰ পাছত ৰামচন্দ্ৰই লক্ষ্মণক ক'লে—লক্ষ্মণ! তুমি এতিয়া ৰাজ্য শাসনত প্ৰবৃত্ত হোৱা। তোমাক যৌবৰাজ্যত অভিষেক কৰা যাওক। লক্ষ্মণ কোনোমতেই সন্মত নহ'ল। তেতিয়া ৰামচন্দ্ৰই ভৰতক যৌবৰাজ্যত অভিষেক কৰিলে। শত্ৰুঘ্নক মথুৰা ৰাজ্য শাসনৰ ভাৰ দিলে। লক্ষ্মণ-ৰামৰ সেৱক হৈয়ে থাকিল।

ৰাম ৰজা হৈ থকা সময়ত বাৰংবাৰ পৌণ্ডৰীক আৰু অশ্বমেধ যজ্ঞ কৰে আৰু তেওঁৰ ৰাজত্বকালত কোনো নাৰী বিধবা হোৱা নাছিল, হিংস্ৰজন্তুৰ পৰা কাৰো ভয় নাছিল আৰু কাৰো ৰোগ শোক নাছিল। বৃদ্ধপিতাই পুত্ৰৰ অন্ত্যেষ্টিক্ৰিয়া কৰিবলগা হোৱা নাছিল। সকলো প্ৰজাই আনন্দমনে বাস কৰিছিল আৰু ধৰ্মপৰায়ণ আছিল। দেশত চোৰ ডকাইতৰ শঙ্কা নাছিল। সকলো প্ৰজাই তেওঁৰ প্ৰতি অনুৰক্ত হৈ হিংসা দ্বেষ পৰিত্যাগ কৰিছিল। মিথ্যা প্ৰতাৰণা সমাজৰ পৰা দূৰীভূত হৈছিল।

# সীতাৰ বনবাস

ৰামচন্দ্ৰৰ ৰাজ্য শাসনত কোনো প্ৰকাৰ দোষ-ক্ৰটী হোৱা নাই, প্ৰজাসকলৰ মনত ভয়, আশঙ্কা বা নিৰানন্দৰ ভাৱ নাই। সকলো প্ৰজাই সুখী জীৱন-যাপন কৰিব ধৰিছে। ৰামচন্দ্ৰই কেইমাহমান ৰাজ্য শাসন কৰাৰ পাছতে ৰাজ্যৰ সাধৰণ পৰিস্থিতি আৰু প্ৰজাবিলাকৰ মনত সন্তোষ অহা দেখা পাই ভৰতে এদিন সেই কথা ৰামচন্দ্ৰৰ আগত প্ৰকাশ কৰিলে। ৰামচন্দ্ৰই এই কথা শুনি বৰ সন্তোষ পালে। গাৰ্হস্থ্য জীৱনতো ৰামচন্দ্ৰ বৰ সুখী হৈছে। সীতাৰ সহিত আনন্দ মনে দাম্পত্য সুখ ভোগ কৰিব ধৰিছে। বিবিধ সুখ সম্ভোগৰ মাজেদি বহুবছৰ ৰাজত্ব কৰিলে।

ইযাৰ ভিতৰতে ৰামচন্দ্ৰই এদিন দৈনন্দিন কাৰ্য্য সমাধা কৰি সীতাৰ সহিত বহি বিশ্ৰম্ভালাপ কৰিবৰ মনেৰে অন্তঃপুৰত প্ৰবেশ কৰিলে। সীতা দেবীও আহি ইন্দ্ৰৰ ওচৰত শচী যেন হৈ বিচিত্ৰ বসন আৰু বিবিধ অলঙ্কাৰেৰে সজ্জিতা হৈ বহিলহি। বিশ্ৰম্ভালাপ কৰি থাকোতে ৰামচন্দ্ৰই বুজিব পাৰিলে যে সীতাৰ মঙ্গলজনক গৰ্ভলক্ষণ দেখা দিছে আৰু তেওঁৰ মনত অতুল আনন্দৰ সঞ্চাৰ হ'ল। সীতাক তেওঁ নানা প্ৰকাৰ সন্তোষজনক বাক্যেৰে প্ৰশংসা কৰিব ধৰিলে আৰু ক'লে—সীতে! তোমাৰ গৰ্ভলক্ষণ প্ৰকাশ পাইছে। তোমাৰ কিহৰ বাবে ইচ্ছা হৈছে কোৱা। আমি তোমাৰ কি ইচ্ছা পূৰণ কৰিম? জানকীয়ে ঈষৎ হাঁহি উত্তৰ দিলে যে প্ৰিয়তম! মোৰ পবিত্ৰ তপোবনবোৰ চাবৰ মন গৈছে আৰু গঙ্গাৰ পাৰত আসন পাতি বহি থকা ফলমূলাহাৰীসকলৰ চৰণ বন্দনা কৰিবৰ ইচ্ছা হৈছে। এক ৰাত্ৰি তেনে এখন আশ্ৰমত থাকিবৰো ইচ্ছা হৈছে। ৰামচন্দ্ৰই পৰম সন্তুষ্টমনে উত্তৰ দিলে—সেয়ে হব। চিন্তা নকৰিবা। তুমি কাইলৈকে যাব পাৰিবা। তাৰ পাছত ৰামচন্দ্ৰই ভিতৰ চ'ৰাৰ পৰা ওলাই আহি সুহৃদবৰ্গৰ সৈতে পৰিবৃত হৈ গৃহৰ মাজৰ কক্ষত উপবেশন কৰিলে।

ৰামচন্দ্ৰ বাহিৰ চ'ৰালৈ ওলাই অহা দেখা পাই অন্য অন্য সভাসদ সকলো আহি তাত বহিল। ক্ৰমে ক্ৰমে বহুপ্ৰকাৰ হাঁহি উঠা কথোপকথনৰ উদ্ভৱ হ'ল আৰু বহুপ্ৰকাৰ আমোদজনক কথাৰ অৱতাৰণা হ'ল। তাৰ পাছত কোনো কথা প্ৰসঙ্গত ৰামচন্দ্ৰই ভদ্ৰনামৰ সদস্য এজনক প্ৰশ্ন কৰিলে, ভদ্ৰ! কোৱাচোন প্ৰজাবৃন্দই মোৰ বিষয়ে নাইবা সীতা, ভৰত, লক্ষ্মণ শত্ৰুঘ্ন আৰু মাতা কৈকেয়ীৰ বিষয়ে কি আলাপ আলোচনা কৰে? ভদ্ৰই হাতযোৰ কৰি উত্তৰ দিয়ে—ৰাজন্! সকলো লোকে ভাল কথাৰে আলোচনা কৰে; বিশেষকৈ ৰাৱণ বধৰ বিজয় সম্পৰ্কে নিজ নিজ ঘৰত বহুপ্ৰকাৰ আলোচনা কৰে।

ৰামচন্দ্ৰই ভদ্ৰৰ সেই কথা শুনি পুনৰ্ব্বাৰ ক'লে—ভদ্ৰ! তুমি ভাল-বেয়া বিচাৰ নকৰি সেই আলোচনাৰ বিষয়বোৰ যথাযথ বৰ্ণনা কৰা। অপ্ৰিয় কথা কিবা মই শুনিলেও অপ্ৰিয় কাৰ্য্য মই নকৰোঁ—শুভকাৰ্য্যকে কৰিম। গাঁৱত বা নগৰত যদি মোৰ বা আমাৰ কাৰো কিবা পাপকাৰ্য্যৰ কথাও আলোচনা কৰে, তুমি দুঃখ নকৰি বিশ্বস্তমনে নিৰ্ভয়ে সমুদায় কথা ব্যক্ত কৰি কোৱা।

ৰামচন্দ্ৰৰ এনে মধুৰ আৰু আশ্বাসপূৰ্ণ কথা শুনি ভদ্ৰই হাতযোৰ কৰি অতি মনোযোগেৰে কবলৈ আৰম্ভ কৰিলে—ৰাজন! গাঁৱে-ভূয়ে, নগৰে-চহৰে, হাটে-বাটে, বন-উপবনে পুৰবাসীসকলে ভাল-বেয়া যিবোৰ কথাৰ আলোচনা কৰে— শুনক। তেওঁলোকে কয় যে ৰামচন্দ্ৰই অতি অদ্ভুত দুষ্কৰ কাৰ্য্য কৰিছে। সাগৰৰ ওপৰত সেতুবন্ধন কৰা আমি কেতিয়াও শুনা নাই; আমাৰ পিতা আতায়ো শুনা নাই। আন কোনো লোকেও কেতিয়াও শুনা নাই। ৰামে দুৰ্দ্ধৰ্ষ ৰাৱণক সবংশে নিধন কৰিছে আৰু বানৰ ভালুক আৰু ৰাক্ষসবিলাকক নিজৰ বশলৈ আনিছে। ৰাৱণক বধ কৰি সীতাক উদ্ধাৰ কৰিছে; কিন্তু ৰাৱণে যে সীতাক স্পৰ্শ কৰিছে, তাৰ বাবে ৰামচন্দ্ৰই কিছুমাত্ৰ খেদ নকৰি স্বচ্ছন্দে সীতাক লৈ আহিছে। যি সীতাক ৰাৱণে বলপূৰ্ব্বক টানি নি কোলাত তুলি লৈছিল, সেই সীতাৰ সহিত সম্ভোগজনিত সুখ ৰামচন্দ্ৰই কেনেকৈ অনুভৱ কৰে? ৰাৱণে সীতাক ৰাক্ষসৰ তত্ত্বাবধানত অশোক বনত ৰাখিছিল। তথাপিতো সীতাৰ প্ৰতি ৰামৰ ঘৃণা হোৱা নাই কিয়?

একেশ্বৰী নাৰী সীতা আছিল লঙ্কাত।
কিমতে পৈশন্ত তাতে ৰাঘৱ সঞ্জাত।।

এতিয়া আমিও স্ত্ৰীৰ অপৰাধ সহ্য কৰিব লাগিব; কাৰণ ৰজাই যেনে কৰে প্ৰজায়ো তাকে অনুকৰণ কৰে।(১) হে ৰাজন! সকলো ঠাইতে এনেকুৱা কথাৰে আলোচনা হয়।

## সীতাক বনবাসলৈ পঠোৱাৰ আদেশ ঃ

বয়স্যবিলাকক বিদায় দি ৰামচন্দ্ৰই ওচৰতে থকা দুৱৰীজনক আদেশ কৰিলে—তুমি লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্নক অতি সোনকালে মাতি লৈ আহা। ৰামচন্দ্ৰৰ আদেশত তিনিও ভ্ৰাতৃ ত্বৰান্বিত হৈ ৰাজপ্ৰসাদত উপস্থিত হ'ল। দুৱৰীয়ে ৰামচন্দ্ৰক সেই সংবাদ দিয়াত ৰামচন্দ্ৰই তেওঁলোকক ভিতৰলৈ মাতি আনিবলৈ ক'লে। তেওঁলোক ভিতৰলৈ সোমাই গৈ দেখিবলৈ পায় যে ৰামচন্দ্ৰৰ মুখ ৰাহুগ্ৰস্ত চন্দ্ৰৰ দৰে, সন্ধ্যাকালীন সূৰ্য্যৰ দৰে আৰু পৰিম্লান পদ্মৰ দৰে,

(১) অস্মাকমপি দাৰেষু সহনীয়ং ভৱিষ্যতি।
যথা হি কুৰুতে ৰাজা প্ৰজাস্তমনুবৰ্ত্ততে।। ৭।৪৩ উত্তৰাকাণ্ড।

শোভাহীন হৈছে। তেওঁৰ চক্ষুত অশ্ৰু জমা হৈছে। তিনিওজন ভ্ৰাতৃয়ে মস্তক অবনত কৰি ৰামচন্দ্ৰৰ পদযুগলত প্ৰণাম কৰিলে। ৰামচন্দ্ৰই চকুৰ পানী সম্বৰণ কৰি বাহুযুগলৰ দ্বাৰা আলিঙ্গন কৰি এজন এজনকৈ তুলি বহিবলৈ কলে। তাৰ পাছত তেওঁলোকক সম্বোধন কৰি ৰামচন্দ্ৰই কলে— তোমালোকেই মোৰ সৰ্ব্বস্ব, তোমালোকেই মোৰ জীৱন। হে নৰেশ্বৰ ভাইসকল! তোমালোকৰ সম্পাদিত কাৰ্য্যৰ দ্বাৰাই মই ৰাজ্যশাসন কৰি আছো।[1] তোমালোকে প্ৰত্যেকজনেই শাস্ত্ৰজ্ঞ আৰু পক্কবুদ্ধিবিশিষ্ট; গতিকে তোমালোকে মই যি কৰ্ত্তব্যকৰ্মৰ বিষয়ে কম সেই বিষয়ে ভালদৰে গমি চাবা।

ৰামচন্দ্ৰই ইয়াৰ পাছত কি কয় সেই বিষয়ে উদ্বিগ্নচিত্ত হৈ তিনিওজন ভ্ৰাতৃয়ে প্ৰতীক্ষা কৰিব ধৰিলে।

শুনি হেন দুৰ্জ্জনজনৰ অপবাদ।
ৰামৰ মনত হেন মিলিল বিষাদ।।

ৰামচন্দ্ৰই অতি দুঃখমনেৰে আৰু মলিন বদনে কবলৈ ধৰিলে— তোমালোকে মোৰ অভিপ্ৰায় অন্যথা নকৰিবা। তোমালোকৰ মঙ্গল হওক— মই আশীৰ্ব্বাদ দিছোঁ। সীতা আৰু মোৰ সম্বন্ধে প্ৰজাবৃন্দই কি কয় শুনা— প্ৰজাবৃন্দৰ ভিতৰত মোৰ বৰ অপবাদ সংঘটিত হৈছে। তেওঁলোকে মোৰ অতিশয় নিন্দা কৰে। সেই অপবাদ আৰু নিন্দাই মোৰ মৰ্ম্মস্থান ছিন্ন কৰি পলাইছে। বিখ্যাত ইক্ষ্বাকুবংশত মোৰ জন্ম। সীতাও পবিত্ৰ জনকৰ বংশত উৎপন্না হৈছে। ৰাৱণক বধ কৰাৰ পাছতে মই সীতাৰ সম্বন্ধে চিন্তা কৰিছিলোঁ যে এতিয়া মই সীতাক কেনেকৈ অযোধ্যালৈ লৈ যাওঁ। সীতাই ৰাক্ষসৰ ঘৰত বাস কৰিছে, মই তেওঁক পুনৰায় গ্ৰহণ কৰোঁ কেনেকৈ? তুমি জানা যে মোৰ বিশ্বাসৰ বাবে সীতাই অগ্নিত প্ৰৱেশ কৰিছিল। সেই সময়ত সীতাক অপাপা জানি অগ্নিয়েও দগ্ধ নকৰিলে। আকাশস্থ বায়ু আৰু দেৱতাসকলৰ সন্নিধানত আৰু উপস্থিত ঋষিসকলৰ সমুখত অগ্নিয়ে সীতাক অপাপা বুলি ঘোষণা কৰিলে। মোৰ অন্তৰেও জানে যে সীতা বিশুদ্ধা আৰু যশস্বিনী। সেইবাবে মই সীতাক লৈ অযোধ্যালৈ আহিলোঁ; কিন্তু প্ৰজাবৃন্দৰ মাজত এই অপবাদ প্ৰচাৰিত হোৱাত মোৰ হৃদয়ত মহাদুঃখ উপস্থিত হৈ মোৰ হৃদয় বিদ্ধ কৰি পেলাইছে। সংসাৰত যি লোকৰ অকীৰ্ত্তি ঘোষিত হয় আৰু যেতিয়ালৈকে অপযশৰ ঘোষণা থাকে তেতিয়ালৈকে সেই ব্যক্তি অধম বুলি পৰিগণিত হয়। দেৱতাসকলৰ অকীৰ্ত্তিৰ নিন্দা কৰে আৰু কীৰ্ত্তি সকলো লোকতে পূজিত হৈ থাকে। সেইবাবে মহাত্মা পুৰুষসকলে কীৰ্ত্তিস্থাপনৰ বাবেহে

(১) ভবন্তো মম সৰ্ব্বস্বং ভবন্তো জীবিতং মম চ
ভবদ্ভিশ্চ কৃতং ৰাজ্যং পালয়ামি নৰেশ্বৰাঃ।। ১৯। উত্তৰ ৪৪

সৰ্বতোভাৱে যত্ন কৰে। ভাই সকল! অপবাদৰ ভয়ত সীতাৰ কথা কি, মই মোৰ জীৱন আৰু তোমালোককো পৰিত্যাগ কৰিব পাৰোঁ। অতএব তোমালোকে ভাবি চোৱা মই কি অকীৰ্ত্তিৰূপ শোক সাগৰত পৰিছোঁ। এতিয়ালৈকে মই এনে দুঃখ কেতিয়াও অনুভৱ কৰা নাই।

এইখিনি কথা কৈ ৰামচন্দ্ৰই লক্ষ্মণক আদেশ কৰিলে—

লক্ষ্মণ! তুমি কাইলৈ ৰাতিপুৱাই সুমন্ত্ৰক আদেশ দি ৰথত সীতাক তুলি লৈ আমাৰ ৰাজ্যৰ বাহিৰত সীতাক বিজন বনত পৰিত্যাগ কৰি আহিবা। গঙ্গাৰ সিপাৰত তমসা নদীৰ পাৰত বাল্মীকি মুনিৰ দিব্য আশ্ৰম আছে। লক্ষ্মণ! তুমি সেই বিজন বনত সীতাক পৰিত্যাগ কৰি ঘূৰি আহিবা। মোৰ এই বাক্য তুমি প্ৰতিপালন কৰা, এই সম্বন্ধে আন কোনো কথা মোক নকবা। এই বিষয়ে যদি তুমি কিবা কোৱা, সীতাক পৰিত্যাগ কৰাত যদি মোক নিষেধ কৰা তেন্তে মই মনত বৰ দুঃখ পাম। মই মোৰ ভাই তিনিওজনকে মোৰ জীৱনৰ শপথ দিছোঁ। তোমালোকে এই সম্বন্ধে মোক কোনো কথা নকবা। যদি কিবা কোৱা সেইটো বৰ ইষ্ট-বিঘ্ন কৰা কাৰ্য্য হব আৰু তোমালোক মোৰ অহিতকাৰী বুলি মোৰ মনত গণ্য হবা। যদি তোমালোক মোৰ শাসনাধীন হৈ থাকিব খোজা, তেন্তে মোৰ এই বাক্য মানি লবা। সীতাক এই স্থানৰ পৰা আঁতৰ কৰি দিয়া। সীতাই ইতিপূৰ্ব্বে মোৰ আগত গঙ্গা-তীৰস্থ মুনিসকলৰ আশ্ৰম চাবলৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰিছে। তেওঁৰ এই ইচ্ছা এতিয়া পূৰণ হওক। এই কথা কোৱাৰ লগে লগে ৰামচন্দ্ৰৰ চক্ষু অশ্ৰুভাৰাক্ৰান্ত হৈ পৰিল আৰু শোকসন্তপ্ত হৈ হাতীৰ দৰে দীৰ্ঘনিশ্বাস পেলাই নিজ গৃহত প্ৰবেশ কৰিলে।

## সীতাৰ বনবাস ঃ

ৰাত্ৰি প্ৰভাত হ'ল। লক্ষণে পৰিশুষ্ক মুখে সুমন্ত্ৰক ক'লে—সুমন্ত্ৰ! ৰজাৰ আদেশ, তুমি অতি সত্বৰ ৰথত অশ্ব যোজনা কৰা। সীতা বহিবৰ কাৰণে উপযুক্ত আসন পাৰি দিয়া। ৰজাৰ আদেশত মই সীতাক পূণ্যকৰ্মা মহৰ্ষিসকলৰ আশ্ৰমলৈ লৈ যাম। তুমি সোনকালে ৰথ লৈ আহাঁ। সুমন্ত্ৰই ৰথ লৈ আহিল।

লক্ষ্মণে সীতাৰ ওচৰলৈ গৈ ক'লে—দেৱি। আপুনি ৰজাৰ ওচৰত আশ্ৰম দৰ্শনৰ ইচ্ছা প্ৰকাশ কৰিছিল। ৰজাই মোক আদেশ কৰিছে আপোনাক আশ্ৰমলৈ লৈ যাবৰ কাৰণে। আপুনি ৰজাৰ আদেশক্ৰমে মোৰ লগত আশ্ৰমলৈ যোৱাৰ কাৰণে সাজু হওক। সীতাদেৱী লক্ষ্মণৰ এই কথা শুনি বৰ আনন্দিতা হ'ল। তেওঁ বহুমূল্য বস্ত্ৰালঙ্কাৰ আৰু বিচিত্ৰবসন পিন্ধি যাবলৈ প্ৰস্তুত হ'ল।

ৰথ যাত্ৰা কৰিলে। ৰথত বহি সীতাই লক্ষ্মণক ক'লে—হে লক্ষ্মীৱান লক্ষ্মণ! মই বহুপ্ৰকাৰ দুৰ্লক্ষণ অনুভৱ কৰিছোঁ। মোৰ সোঁ চকু স্পন্দিত হব

ধৰিছে আৰু গাৰ শিহৰণ উঠিছে। মোৰ বুকু কঁপি উঠিছে। মোৰ মনত্ত বিষম উৎকণ্ঠা উপস্থিত হোৱাত মই বৰ অস্থিৰতা অনুভব কৰিছোঁ। মই গোটেই সংসাৰখন সুখহীন হোৱা যেন দেখিছোঁ। হে ভ্ৰাতৃবৎসল লক্ষ্মণ! তোমাৰ জ্যেষ্ঠ ভ্ৰাতৃৰ কোনো অমঙ্গল হোৱা নাইতো? এইবুলি সীতাই দেৱতাসকলৰ উদ্দেশ্যে হাতযোৰ কৰি প্ৰণাম জনালে আৰু কলে—লক্ষ্মণ! মোৰ পূজনীয়া শাহু আইসকলৰ আৰু প্ৰজাসকলৰ সমস্ত কুশলতো?

লক্ষ্মণে সীতাক ভূমিষ্ঠ হৈ প্ৰণাম কৰিলে। যদিও লক্ষ্মণৰ হৃদয় দুঃখত শুকাই যোৱা যেন হৈছিল, তথাপি বাহিৰত সন্তুষ্ট মনোভাৱ দেখুৱাই সকলোৰে কুশল বুলি সীতাক জানিবলৈ দিলে। ইতিমধ্যে ৰথ গোমতীতীৰস্থ আশ্ৰমত উপস্থিত হ'ল। তেওঁলোকে তাত ৰাত্ৰি যাপন কৰিলে। ৰাত্ৰি প্ৰভাত হোৱাত পুনৰায় যাত্ৰা কৰি দিনৰ দুই প্ৰহৰৰ ভিতৰত গঙ্গাতীৰত উপস্থিত হ'ল। লক্ষ্মণ গঙ্গাঁৰ জলপ্ৰবাহৰ ওচৰলৈ গৈ উচ্চৈঃস্বৰে ক্ৰন্দন কৰিবলৈ ধৰিলে। লক্ষ্মণৰ অন্তৰৰ শোক তেতিয়া উথলি উঠিছে।

সীতাদেৱীয়ে লক্ষ্মণক প্ৰশ্ন কৰিলে—লক্ষ্মণ! জাহ্নবীৰ তীৰ পাই মোৰ মনত আনন্দ হৈছে, তুমি কিয় কান্দিব ধৰিছা? এই আনন্দৰ সময়ত তুমি মোৰ মনত দুঃখ নিদিবা। তুমি দিবা নিশি ৰামৰ লগতে কাল কটোৱা আজি দুইদিন ৰামক এৰি আছা। সেই বাবে দুঃখিত হৈছা নেকি? লক্ষ্মণ, ৰাম মোৰো প্ৰাণতকৈ প্ৰিয়তৰ; কিন্তু মইতো তোমাৰ দৰে দুঃখ অনুভৱ কৰা নাই। তুমি গঙ্গা পাৰ হৈ ঋষিসকলৰ আশ্ৰমবোৰ মোক দেখুৱা। মই মুনিসকলক বস্ত্ৰ অলঙ্কাৰ দান কৰোঁ। তাৰ পাছত এক ৰাত্ৰি আশ্ৰমত থাকি পুনৰায় অযোধ্যালৈ প্ৰত্যাবৰ্ত্তন কৰোঁ। ৰামক পুনৰায় দৰ্শন কৰিবলৈ মোৰ মনো ব্যগ্ৰ হৈ উঠিছে।

লক্ষ্মণে একো উত্তৰ নকৰি নাৱৰীয়াবিলাকক মাতি সীতাক গঙ্গাপাৰ কৰালে আৰু সুমন্ত্ৰক ৰথ লৈ গঙ্গাৰ ইপাৰত অপেক্ষা কৰি থাকিবলৈ কলে। গঙ্গাৰ সিপাৰত উপস্থিত হৈ লক্ষ্মণে সীতাক বাষ্পৰুদ্ধ কণ্ঠে কবলৈ ধৰিলে—হে জনক ৰজাৰ নন্দিনি! ধীমান আৰ্য্য ৰামচন্দ্ৰই যে মোক কাৰ্য্যসূত্ৰে এনে নিন্দাৰ পাত্ৰ কৰিলে সেয়ে মোৰ হৃদয়ত শাল হৈ দেখা দিছে। এই কাৰ্য্যত নিযুক্ত হোৱাতকৈ মোৰ মৰণো ভাল আছিল। হে দেৱি! আপুনি প্ৰসন্ন থাকিব, মোক অপৰাধী নকৰিব —এইদৰে হাতযোৰকৈ সীতাক কৈ থাকি থাকি লক্ষ্মণে পুনঃ পুনঃ ৰোদন আৰু মৃত্যু কামনা কৰিবলৈ ধৰিলে।

লক্ষ্মণক এনে অস্থিৰ হোৱা দেখি সীতা দেৱী বৰ বিহ্বল হৈ পৰিল। লক্ষ্মণক সুধিলে—লক্ষ্মণ! কি হৈছে? মই একো বুজিব পৰা নাই, তুমি স্পষ্টকৈ কোৱা। বাপু! মই তোমাক বৰ ব্যাকুল হোৱা যেন দেখিছোঁ। ৰজাৰ কুশলতো মই তোমাক ৰজাৰ শপথ দি সুধিছোঁ। তুমি যি বাবে ইমান কাতৰ হৈছা, সেই কথাটো

মোৰ ওচৰত প্ৰকাশ কৰা। ময়ো তোমাক আদেশ কৰিছোঁ—তুমি সকলো কথা ভাঙিপাতি কোৱা।

লক্ষ্মণ সীতাৰ এইৰূপ প্ৰশ্নত বাষ্প গদ্ গদ্ কণ্ঠে অধোমুখ হৈ উত্তৰ দিলে—দেবি! গাঁৱে-ভূঁয়ে আপোনাৰ বাবে আৰ্য্য ৰামচন্দ্ৰৰ যি অপবাদ ৰটনা হৈছে, সভাৰ মাজত সেই অপবাদৰ কথা শুনি ৰজা অতিশয় দুঃখিত আৰু অসহিষ্ণু হৈ যিবোৰ কথা কৈ গৃহৰ ভিতৰত প্ৰবেশ কৰিলে, মই সেইবোৰ কথা মোৰ মনতে ৰাখিছোঁ, তাক মই প্ৰকাশ কৰিব নোৱাৰোঁ। কেৱল এইমাত্ৰ আপোনাৰ ওচৰত নিবেদন কৰিছো যে আপোনাৰ বিশুদ্ধ চৰিত্ৰ সপ্ৰমানিত হোৱা সত্বেও লোকাপবাদৰ ভয়ত ভীত হৈ ৰজাই আপোনাক পৰিত্যাগ কৰিছে। গৰ্ভাবস্থাত আপোনাৰ অভিলাষ পূৰ্ণ কৰিবৰ ছল লৈ আপোনাক আশ্ৰমৰ ওচৰত পৰিত্যাগ কৰিবৰ বাবে ৰজাই মোক আদেশ দিছে। গতিকে আপুনি বৃথা শোক পৰিত্যাগ কৰক। গঙ্গাৰ পাৰত সৌ যে ব্ৰহ্মৰ্ষিসকলৰ পৰম পবিত্ৰ তপোবন আছে তাতে আমাৰ পিতা দশৰথৰ পৰম সখা মুনিশ্ৰেষ্ঠ বাল্মীকি আছে। আপুনি তালৈ গৈ তেওঁৰ আশ্ৰয়ত বাস কৰিবা গৈ। উপবাসাদি ব্ৰত আচৰণ কৰি ৰামচন্দ্ৰৰ ধ্যান কৰি পাতিব্ৰত্য ধৰ্ম পালন কৰি থাকক। তাতেই আপোনাৰ পৰম কল্যাণ হব।

## সীতাৰ মূৰ্চ্ছা ঃ

লক্ষ্মণৰ এই নিদাৰুণ বাক্য শুনি জনক দুহিতা অত্যন্ত বিষাদিতা হৈ মূৰ্চ্ছিতা হৈ মাটিত পৰি গ'ল। সীতা কিছুকাল অচেতন হৈ পৰি থাকিল। তাৰ পাছত সংজ্ঞা লাভ কৰি অশ্ৰুপূৰ্ণ লোচনে লক্ষ্মণক কবলৈ ধৰিলে—লক্ষ্মণ! নিশ্চয় বিধাতাই দুঃখ ভোগৰ কাৰণে মোৰ দেহ সৃষ্টি কৰিছিল। মোৰ সকলো দুঃখ আজি মূৰ্ত্তিমান হৈ প্ৰকাশ পাইছে। পূৰ্বজন্মত মই কিবা মহাপাতক কৰিছিলোঁ নাইবা কাৰোবাৰ স্ত্ৰীবিচ্ছেদ ঘটাইছিলোঁ। সেই কাৰণেই শুদ্ধাচাৰিণী আৰু পতিব্ৰতা হোৱাতো ৰামে আজি মোক বৰ্জ্জন কৰিলে। লক্ষ্মণ! ৰামৰ চৰণ সেৱা কৰিব পাৰিম সেই আশাতে বনবাসৰ দুখো মোৰ মনত সুখবোধ হৈছিল। এতিয়া প্ৰিয়জনৰ পৰা বিচ্ছেদ দুঃখ ভোগ কৰি মই কেনেকৈ আশ্ৰমত বাস কৰিম? দুঃখত কাতৰ হ'লে কাৰ ওচৰত দুঃখৰ কথা প্ৰকাশ কৰি কম? মুনিসকলে মোক ৰামে কিয় বিসৰ্জ্জন কৰিলে বুলি সুধিলে মই কি উত্তৰ দিম? লক্ষ্মণ! মই এতিয়াই গঙ্গাত ডুবি প্ৰাণ ত্যাগ কৰিলোহেঁতেন কিন্তু তাৰ দ্বাৰা মোৰ স্বামীৰ বংশ লোপ হব। সেইবাবে প্ৰাণ ত্যাগ কৰা মোৰ দ্বাৰা সম্ভৱ নহয়। মই তোমাক আৰুনো কি কম? তুমি ৰজাৰ যি আদেশ পাইছা তাকে পালন কৰা। এটা অনুৰোধ তোমাক মই এই সময়ত জনাওঁ—তুমি ইয়াৰ পৰা ঘূৰি গৈ

কৃতাঞ্জলিপুটে শাহুআইসকলক নমস্কাৰ জনাই মোৰ অভিবাদন জনাবা আৰু তাৰ পাছতহে মোৰ হকে ৰজাক অভিবাদন জনাবা। ৰজাক অভিবাদন জনাই কবা— যে সীতাই কৈ পঠিয়াইছে—ৰাজন! আপুনি ভালদৰে জানে যে সীতা শুদ্ধাচাৰিণী, আপোনাৰ প্ৰতি পৰম ভক্তিমতী আৰু সৰ্ব্বদাই আপোনাৰ মঙ্গলসাধিনী। হে লক্ষ্মণ! তুমি কবা যে মই ভালদৰে বুজি পাইছো যে কেবল লোকনিন্দাৰ ভয়তে ৰামে মোক পৰিত্যাগ কৰিছে। স্বামীৰ নিন্দা আৰু অপযশ নিবাৰণ কৰা মোৰ কৰ্ত্তব্য; কাৰণ স্বামীয়েই মোৰ পৰম গতি। স্বামীয়ে ধৰ্মানুসাৰে প্ৰজা পালন কৰি পূণ্য অৰ্জন কৰক আৰু তাৰ দ্বাৰাই তেওঁৰ অনুপম যশ সঞ্চিত হব; মই মোৰ নিজৰ কাৰণে একো চিন্তা নকৰোঁ। প্ৰজাবৃন্দৰ মাজত যে মোৰ কাৰণে তেওঁৰ অপযশ হৈছে, সেইটোৱেই মোৰ পৰম দুঃখ; কাৰণ নাৰীৰ পতিয়েই দেৱতা, পতিয়েই বন্ধু আৰু পতিয়েই গুৰু। লক্ষ্মণ! তুমি মই কোৱা বুলি সংক্ষেপতে এইবোৰ কথা কবা। এতিয়া তুমি অযোধ্যালৈ ঘূৰি যোৱা। চোৱা পৰীক্ষা কৰি চোৱা, মোৰ গৰ্ভলক্ষণ প্ৰকাশ পাইছে; মই এতিয়া প্ৰাণত্যাগ কৰিব নোৱাৰোঁ। তোমাৰ ভয় নাই।

সীতাই এইদৰে কোৱাত লক্ষ্মণে বিফল মনে সীতাদেবীক ভূমিষ্ঠ হৈ প্ৰণাম কৰিলে; তেওঁৰ কোনো কথা কোৱাৰ সাধ্য নহ'ল। তাৰ পাছত তেওঁ উচ্চস্বৰে ৰোদন কৰি কৰি সীতাক প্ৰদক্ষিণ কৰি ক্ষণকাল কিবা চিন্তা কৰি থাকি ক'লে— আৰ্য্যে! আপুনি মোক এইবোৰ কি কথা কৈছে? হে বিশুদ্ধ চৰিত্ৰে! আজি পৰ্য্যন্ত মই আপোনাৰ পদযুগল ব্যতিৰেকে আপোনাৰ ৰূপ দৰ্শন কৰা নাই; এই সময়ত ৰামচন্দ্ৰৰ অসাক্ষাতত, জনশূন্য এই বনৰ মাজত মই কেনেকৈ আপোনাৰ প্ৰতি দৃষ্টিপাত কৰি গৰ্ভলক্ষণ চাব পাৰোঁ?—এই কথা কৈ লক্ষ্মণে ততাতৈয়াকৈ নাৱৰীয়াসকলক মাতি আনি নাও অনালে আৰু নাৱত উঠি নদী পাৰ হৈ শীঘ্ৰে ৰথত উঠিল। ৰথৰ পৰা পুনঃ পুনঃ দৃষ্টি কৰি দেখিলে যে সীতা অনাথাৰ দৰে ব্যাকুল হৈছে। ইফালে সীতায়ো পুনঃ পুনঃ দৃষ্টি কৰি যেতিয়া দেখিলে যে লক্ষ্মণৰ ৰথ নেদেখা হ'ল, তেতিয়া তেওঁ শোক আৰু উদ্বেগত বৰ অধীৰ হৈ পৰিল। তাৰ পাছত ৰামচন্দ্ৰক সুঁৱৰি সুঁৱৰি উচ্চস্বৰে কান্দিব ধৰিলে।

ঋষি কুমাৰবিলাকে সেই ৰোদন শুনি সেই ঠাইলৈ আহি সীতাক দেখা পাই তপসিদ্ধ বাল্মীকিৰ ওচৰলৈ গৈ খবৰ দিলে। ঋষিকুমাৰসকলে বাল্মীকিৰ ওচৰত জনালে যে ভগৱন্! অতি ৰূপৱতী, লক্ষ্মীৰ নিচিনা সৌন্দৰ্য্যশালিনী আৰু আমি কোনো দিনে নেদেখা এগৰাকী মহিলা অতি বিকৃত বদনে মূৰ্চ্ছাৰ দৰে কান্দিব ধৰিছে। তেওঁ কোন মহৎ লোকৰ পত্নী আমি সেইটো নাজানো। ভগৱন্! আপুনি এবাৰ চাবলৈ গলে ভাল হয়। সেই সুন্দৰী ৰমণী স্বৰ্গভ্ৰষ্টা দেবীৰ ন্যায়। দুখত বিহ্বলা হৈ নদীৰ পাৰত অবস্থান কৰি আছে। আমি দেখিলো যে তেওঁ দুখ আৰু

শোকত অভিভূতা হৈ উচ্চস্বৰে কান্দিব ধৰিছে। তেওঁৰ লগত কোনো নাই। তেওঁ যে মানবী এনে ধাৰণা আমাৰ নহয়। তেওঁৰ নিচিনা ৰমণীৰ এনে অৱস্থা হোৱাটো একেবাৰে অসম্ভৱ যেন বোধ হয়। আপুনি তেওঁক অভ্যৰ্থনা কাৰি লৈ আহক। তেওঁ আপোনাৰ আশ্ৰমৰ ওচৰতে আছে, গতিকে আপোনাৰ শৰণাগতা। তেওঁ নিশ্চয় ৰক্ষ্যাকৰ্ত্তা এজন বিচাৰিছে। আপুনি তেওঁক ৰক্ষা কৰক।

ঋষিকুমাৰ বিলাকৰ সেই কথা শুনি মহামুনি বাল্মীকিয়ে ধ্যান কৰি সমস্ত ঘটনা বুজিব পাৰিলে। তপস্যাত সিদ্ধিলাভ কৰা বাবে বাল্মীকি মুনি দিব্যদৃষ্টি সম্পন্ন হৈছিল। তেওঁ ততাতৈয়াকৈ সীতাৰ ওচৰত উপস্থিত হ'লগৈ। সীতাৰ ওপৰত নিজৰ শুভদৃষ্টি পেলাই নিজৰ তেজপ্ৰভাৱত প্ৰভাবান্বিত কৰি সীতাৰ মনত দুঃখভাৰ লাঘৱ কৰি মধুৰ বাক্যেৰে সম্বোধন কৰি ক'লে—পতিব্ৰতে! তুমি ৰজা দশৰথৰ পুত্ৰবধূ। ৰামচন্দ্ৰৰ প্ৰিয়তমা পত্নী আৰু জনক ৰজাৰ কন্যা। তোমাৰ আগমন শুভ হওঁক। তুমি যি কাৰণে ইয়ালৈ আহিছা মই যোগবলৰ সহায়ত সকলো কথা বুজিব পাৰিছোঁ। তুমি যে শুদ্ধচাৰিণী সেই কথাও মই সম্পূৰ্ণৰূপে জানিছোঁ। মই তপোলব্ধ দিব্যচক্ষুৰ দ্বাৰা দেখা পাইছোঁ যে তোমাৰ কোনো পাপ নাই। তুমি এতিয়া মোৰ অধীনলৈ আহিছা তুমি আশ্বস্তা হোৱা। মোৰ এই আশ্ৰমত তপোনিষ্ঠ তাপসসকলে বাস কৰে, তোমাৰ কোনো ভয় নাই, তেওঁলোকে তোমাক সদায় কন্যাস্বৰূপ প্ৰতিপালন কৰিব। তুমি মোৰ অভ্যৰ্থনা অৰ্ঘ্য গ্ৰহণ কৰা আৰু মোক বিশ্বাস কৰি মনৰ দুখ দূৰ কৰি শান্ত হোৱা। তুমি তিলমাত্ৰ বিষণ্ণ নহবা। তুমি নিজৰ ঘৰলৈকে আহিছা বুলি ভাবিবা।

মহৰ্ষিৰ এই পৰম অদ্ভুত কথা শুনি সীতাই মস্তক অৱনত কৰি তেওঁৰ চৰণ বন্দনা কৰিলে আৰু ক'লে—"হে ঋষিবৰ! আপোনাৰ আদেশ মই মানি লৈছোঁ।" এইবুলি কৈ কৃতাঞ্জলি হৈ ঋষিৰ পাছে পাছে গৈ থাকিল। ঋষিসকলৰ পত্নীবিলাকে মহৰ্ষি বাল্মীকিক আৰু সীতাক অহা দেখি বৰ আনন্দিত হৈ আগবাঢ়ি আহিল আৰু বাল্মীকি মুনিক সম্বোধন কৰি ক'লে—হে মুনিশ্ৰেষ্ঠ! আহক! আহক! বহুকালৰ পাছত আপোনাৰ আগমন হৈছে। আমি সকলোৱে আপোনাক অভিবাদন জনাইছোঁ। আদেশ কৰক আমি কি কৰিব লাগে।

মহাভাগ বাল্মীকিয়ে তেওঁলোকৰ কথা শুনি ক'লে—হে সাধ্বীসকল! এওঁ ৰামৰ পত্নী সীতা, দশৰথৰ পুত্ৰবধূ আৰু জনক ৰজাৰ কন্যা। এওঁ সাধ্বী আৰু নিষ্পাপা; তথাপি স্বামীয়ে তেওঁক পৰিত্যাগ কৰিছে। এতিয়া আমি এওঁক প্ৰতিপালন কৰিব লাগিব। এওঁ তোমালোকৰ সকলোৰে পূজনীয়া। বিশেষকৈ মই তোমালোকৰ গুৰু, মই স্বয়ং আদেশ দিছোঁ তোমালোকে পৰম স্নেহেৰে এওঁক চাবা। এই বুলি বাল্মীকি মুনিয়ে ঋষিপত্নীসকলৰ হাতত সীতাক অৰ্পণ কৰিলে।

## কুশীলৱৰ জন্ম আৰু ৰামায়ণ গান ঃ

ৰামৰ ৰাজ্য শাসন কালত সীতাৰ বনবাসৰ পাছত কোনো এদিন এশজনৰো অধিক তপস্বী ব্ৰাহ্মণ আহি ৰামচন্দ্ৰৰ ৰাজসভাত প্ৰবেশ কৰিলে। ৰামচন্দ্ৰই তেওঁলোকক যথাযোগ্য অৰ্ঘ্য প্ৰদান কৰি অভ্যৰ্থনা জনাই বহিবলৈ আসন নিৰ্দ্দেশ কৰি আগমনৰ হেতু কি বুলি প্ৰশ্ন কৰিলে। তেওঁলোকে জনালে যে লৱণ নামে এক ৰাক্ষসে মধুবনত বাস কৰি তেওঁলোকৰ তপশ্চৰ্য্যাৰ বিঘিনি ঘটাব ধৰিছে। সেই ৰাক্ষসক বধ নকৰিলে মুনিসকলে তপস্যা কৰিব নোৱাৰি স্থান ত্যাগ কৰি যাবলৈ বাধ্য হ'ব। তেতিয়া ৰামচন্দ্ৰই লৱণ ৰাক্ষসক বধ কৰা হ'ব বুলি মুনিসকলক আশ্বাস দি বিদায় দিলে আৰু বীৰ শত্ৰুঘ্নক সেই কাৰ্য্যত নিযুক্ত কৰিলে। শত্ৰুঘ্নই একমাহ আগতে সৈন্যবিলাকক ৰাক্ষস সংহাৰ উদ্দেশ্যে পদব্ৰজে পঠিয়াই দি এমাহৰ পাছত নিজে ৰথাৰোহণ কৰি লৱণ বধৰ উদ্দেশ্য যাত্ৰা কৰিলে। বাটত বাল্মীকি মুনিৰ আশ্ৰমত ৰাত্ৰিটো অতিবাহিত কৰিবৰ উদ্দেশ্যে উপনীত হ'ল। ঋষিয়ে অতি আদৰেৰে শত্ৰুঘ্নক আশ্ৰমত থাকিবলৈ দিলে।

সেই ৰাতিয়েই সীতা দেবীয়ে দুটি পুত্ৰ সন্তান প্ৰসৱ কৰিলে। দুই প্ৰহৰ ৰাত্ৰিৰ সময়ত ঋষি কুমাৰবিলাকে আহি সীতাৰ সুখ-প্ৰসৱৰ সংবাদ বাল্মীকি মুনিৰ ওচৰত দিলে আৰু ক'লে যে ভূত-প্ৰেতবিলাকে যাতে শিশুদুটিৰ কোনো অনিষ্ট কৰিব নোৱাৰে সেই বিষয়ে ৰক্ষণা-বেক্ষণৰ ব্যৱস্থা কৰক। মহামুনি বাল্মীকি সংবাদ পোৱা মাত্ৰেই সীতাৰ ওচৰলৈ গৈ একমুঠি কুশ আৰু লৱ (কুশৰ নিম্নভাগ) লৈ শিশু দুটিৰ ৰক্ষাবন্ধন কৰিলে। সীতাৰ ওচৰত থকা বৃদ্ধা ৰমণীসকলক সেই মন্ত্ৰপুত কুশাগ্ৰ দি ক'লে যে তোমালোকে এই কুশৰ দ্বাৰা জ্যেষ্ঠ শিশুটিৰ শৰীৰ মাৰ্জ্জনা কৰি দিবা আৰু লৱ (কুশৰ নিম্নভাগ) দি ক'লে যে ইয়াৰে কনিষ্ঠ শিশুটিৰ গাত্ৰ মাৰ্জ্জন কৰি দিবা। এই অনুসাৰে মই জ্যেষ্ঠটিৰ নাম কুশ আৰু কনিষ্ঠটিৰ নাম লৱ ৰাখিলোঁ।

বৃদ্ধা মুনি পত্নীসকলে শ্ৰদ্ধাসহকাৰে বাল্মীকি মুনিৰ হাতৰপৰা সেই কুশ আৰু লৱ গ্ৰহণ কৰি ৰক্ষণাবেক্ষণ কাৰ্য্যত নিযুক্ত থাকিল। সীতাই দুই পুত্ৰ প্ৰসৱ কৰিছে, তাপসীসকলে সিইঁতক ৰক্ষা কৰি আছে আৰু লগে লগে ৰামচন্দ্ৰৰ গুণ কীৰ্ত্তন কৰি গীত গাব ধৰিছে। সেই গীত বীৰ শত্ৰুঘ্নই দুপৰ ৰাতি আশ্ৰমৰ পৰ্ণশালাত থাকি শুনিবলৈ পালে। অতি আনন্দেৰে ৰাত্ৰি যাপন কৰি ৰাত্ৰি প্ৰভাত হোৱাত শত্ৰুঘ্নই বাল্মীকি মুনিৰ পৰা বিদায় ললে আৰু দণ্ডকাৰণ্যৰ যি মধুবনত তপস্বীসকলৰ তপস্যাত লৱণ ৰাক্ষসে বিঘ্ন ঘটাই আছিল সেই মধুবনলৈ যাত্ৰা কৰিলে। তাত গৈ লৱণ ৰাক্ষসক নিহত কৰি সেই স্থানত এটি

নগৰ স্থাপন কৰি বাৰ বছৰৰ মূৰত সৈন্যবিলাকক অযোধ্যালৈ যাবলৈ অনুমতি দি পুনঃ বাল্মীকি মুনিৰ আশ্ৰমত কেইজনমান অনুচৰসহ উপস্থিত হ'লহি। বাটত তেওঁ পোন্ধৰ দিন অতিবাহিত কৰিছিল।

শত্ৰুঘ্নই বাল্মীকি মুনিৰ আতিথ্য গ্ৰহণ কৰি ভোজন শেষ কৰি বিশ্ৰামৰ আয়োজন কৰিছে, এনেতে কাব্যৰসপূৰ্ণ, মধুৰ ৰামচৰিতৰ সঙ্গীত তেওঁৰ কাণত পৰিল। সেই চৰিতত আনুপূৰ্ব্বিক ৰামৰ কীৰ্ত্তি আৰু সত্য ঘটনাবোৰৰ মধুৰ বৰ্ণনা শুনি পুৰুষপ্ৰবৰ শত্ৰুঘ্ন হৰ্ষবশতঃ বাষ্পলোচন হৈ বাহ্যজ্ঞানশূন্য হৈ পৰিল। কিছুসময়ৰ পাছত সেই তন্ময়তা ভঙ্গ হোৱাত গীতৰ বৰ্ণিত কাহিনী যেন সদ্য বৰ্ত্তমানৰ ঘটনা তেনে বোধ কৰিলে। মথুৰাধিপতি শত্ৰুঘ্নৰ অনুচৰবৰ্গইও সেই গীত শুনিবলৈ পাই অথচ গায়কক দেখা নাপাই দুঃখিতচিত্ত আৰু অধোমুখ হৈ 'আশ্চৰ্য্য' 'আশ্চৰ্য্য' এই কথা কবলৈ ধৰিলে আৰু পৰস্পৰ কোৱাকুৱি কৰিব ধৰিলে—ই কি? একোৱেইতো বুজিব পৰা নাই। ইয়াৰ সন্ধান ক'ত পোৱা যাব? আমি সপোন দেখিছো নেকি? ইতিপূৰ্বে আমি যিবোৰ ঘটনা প্ৰত্যক্ষ কৰিছোঁ, কি আশ্চৰ্য্য! সেই ঘটনাবোৰ যেন আমি পুনঃ সপোনত দেখিছোঁ। অনুচৰবৰ্গই অতিশয় বিস্মিত হৈ বাল্মীকি মুনিক সুধিবলৈ বীৰবৰ শত্ৰুঘ্নক অনুৰোধ কৰিলে।

শত্ৰুঘ্নই কৌতূহলাপন্ন সৈনিক কেইজনক ক'লে—এই বিষয়ে সোধা উচিত নহব; কাৰণ মুনিৰ আশ্ৰমত বহুতো আশ্চৰ্য্য বিষয় আছে; কৌতূহলবশতঃ সেই বিষয়ে সোধাটো যুক্তিযুক্ত নহব।

তাৰ পাছত শত্ৰুঘ্নই মুনিপ্ৰবৰ বাল্মীকিক অভিবাদন জনাই বিশ্ৰামৰ বাবে নিৰ্দ্দিষ্ট পৰ্ণকুটীৰত প্ৰবেশ কৰিলে। ৰামচৰিত গান আৰু অন্যান্য বিষয়ে চিন্তা কৰি থকাত শত্ৰুঘ্নৰ ৰাতি টোপনি নহ'ল; পৰন্তু তন্ত্ৰীলয় সমন্বিত গীতৰ সুমধুৰ ঝঙ্কাৰ শুনি শুনি ৰাতি কটাই দিলে। ৰাত্ৰি প্ৰভাত হোৱাত পৌৰ্বাহ্নিক সমাপন কৰি সানুচৰে মুনিবৰৰ পৰা বিদায় ললে আৰু অবিলম্বে মথুৰাপুৰীৰ ফালে যাত্ৰা কৰিলে।

## ৰামচন্দ্ৰৰ শূদ্ৰশম্বুক বধ ঃ

ইফালে লৱণ বধৰ কাৰণে শত্ৰুঘ্নক বিদায় দি ৰামচন্দ্ৰই ভৰত আৰু লক্ষ্মণক লৈ ধৰ্মানুসাৰে সুখে ৰাজ্য পালন কৰি হৰ্ষ লাভ কৰি আছিল, এনেতে এদিন এক বৃদ্ধ ব্ৰাহ্মণে এটি চৈধ্যবছৰীয়া বালকৰ মৃতদেহ লৈ ৰামচন্দ্ৰৰ ৰাজসভাত উপস্থিত হ'ল। সেই ব্ৰাহ্মণে মনে মনে বিচাৰ কৰি চাইছে যে মইতো কোনোদিন মিছা কথা কোৱা নাই, কোনো প্ৰাণীহিংসা কৰা নাই নাইবা কোনো প্ৰকাৰ পাপকাৰ্য্য কৰা নাই। এনে ক্ষেত্ৰত কোন দুষ্কৃত কাৰ্য্যৰ ফলস্বৰূপে পিতৃৰ শেষকৃত্য কৰিবৰ পূৰ্ব্বে মোৰ পুত্ৰৰ মৃত্যু হয়? ই নিশ্চয় ৰজাৰহে পাপৰ ফল।

ৰামৰ কিবা বিশেষ পাপ আছে—তাত কোনো সন্দেহ নাই। এইদৰে বিচাৰ কৰি ৰাজসভাত উপস্থিত হৈ ৰামচন্দ্ৰক সম্বোধন কৰি কৈছে যে ৰাজন! তুমি মোৰ এই বালক পুত্ৰক জীৱিত কৰি দিয়া; নহলে মই স্ত্ৰীৰ সহিত প্ৰাণ বিসৰ্জ্জন দিম। তুমি ব্ৰহ্মহত্যা পাপত লিপ্ত হ'বা। ইক্ষবাকুবংশৰ ৰজাৰ এই ৰাজ্য। ইয়াত বালকৰ মৃত্যু ঘটিবৰ কাৰণ কি? নিশ্চয় ৰজাৰ ৰাজ্যপালনৰ দোষতে এই ঘটনা ঘটিছে। ৰজা অসদাচাৰী হ'লে প্ৰজাৰ শোক তাপ দুঃখ উপস্থিত হয় আৰু ৰাজ্যত কোনো লোকে অসৎ বা অনুচিত কৰ্ম কৰিলে যেতিয়া তাক নিবাৰণ কৰোঁতা কোনো নাথাকে, তেতিয়াই অকাল মৃত্যুৰ ভয় উপস্থিত হয়।(১) ৰাজ্যৰ ভিতৰত অনুচিত কাৰ্য্য অনুষ্ঠিত হৈ থাকিলে আৰু তাৰ কোনো প্ৰতিবিধান নহলে ৰজাৰ দোষ হয় আৰু সেই দোষতে মোৰ বালক পুত্ৰৰ অকাল মৃত্যু ঘটিছে। এইদৰে কৈ বৃদ্ধব্ৰাহ্মণে পুনঃ পুনঃ দুখ আৰু সন্তাপ প্ৰকাশ কৰিব ধৰিলে।

ৰজা ৰামচন্দ্ৰ বৃদ্ধ ব্ৰাহ্মণৰ দুঃখ আৰু শোকত আৰু তেওঁৰ কাতৰ ক্ৰন্দন আৰু প্ৰাৰ্থনাত অতিশয় দুঃখিত হৈ বশিষ্ঠাদি আঠজন মন্ত্ৰীক, নিজৰ ভ্ৰাতৃসকলক, বেদজ্ঞ ঋষিসকলক আৰু অন্যান্য প্ৰধান প্ৰধান মন্ত্ৰীসকলক ৰাজসভালৈ মতাই আনিলে। ৰজাৰ এনে আহ্বান পাই মাৰ্কণ্ডেয়, মোদগল্য, বামদেৱ, কাত্যায়ন, জাবালি, গৌতম আৰু নাৰদ এই আঠজন ব্ৰাহ্মণ বশিষ্ঠৰ লগত ৰাজসভাত উপস্থিত হৈ ৰজাক আশীৰ্ব্বাদ জনালে।

ৰজা ৰামচন্দ্ৰই বৃদ্ধ ব্ৰাহ্মণৰ অভিযোগ তেওঁলোকক সবিস্তাৰে বৰ্ণনা কৰি ৰজাৰ কি কৰ্ত্তব্য হব পাৰে সেই বিষয়ে পৰামৰ্শ সুধিলে। ৰজাৰ প্ৰশ্নৰ উত্তৰত নাৰদ ঋষিয়ে কৈছে—"হে ৰাজন! সত্যযুগত কেবল ব্ৰাহ্মণসকলেই তপস্যাপৰায়ণ আৰু তপোনিষ্ঠ হৈ তপস্যাত ৰত আছিল। ব্ৰাহ্মণ ব্যতিৰেকে আন কোনো জাতিয়েই তপস্যা নকৰিছিল। সেই সত্যযুগৰ তপস্যাৰ প্ৰভাৱত ব্ৰাহ্মণসকল ত্ৰিকালজ্ঞ আৰু চাৰণ ৰহিত হৈছিল। সত্যযুগ শেষ হোৱাত ত্ৰেতাযুগৰ আবিৰ্ভাব হ'ল। সেই সময়ত পূৰ্ব্বৰ তপস্যাৰ সংস্কাৰ লৈ ক্ষত্ৰিয় জাতিৰ ভিতৰত যিবিলাক লোকৰ জন্ম হ'ল, সেই ক্ষত্ৰিয় সন্তানবিলাকো তপস্যাপৰায়ণ হৈ উঠিল। সত্যযুগ আৰু ত্ৰেতাযুগৰ ব্ৰাহ্মণ ক্ষত্ৰিয় উভয়ে তপস্যা আৰু বীৰ্য্যত সকলো বিষয়ে সমতুল্য আছিল; তথাপি ত্ৰেতাযুগত ব্ৰাহ্মণ

---

(১) ৰাজদোষৈৰ্বিপদ্যন্তে প্ৰজা হ্যবিধি পালিতাঃ।
অসদ্বৃত্তে হি নৃপতাবকালে ম্ৰিয়তে জনঃ।। ১৬
যদ্বা পুৰেষ্বযুক্তানি জনাজনপদেষু চ।
কুৰ্ব্বতে ন চ ৰক্ষাস্তি তদাকালকৃতং ভয়ম্।। ১৭
সুব্যক্তং ৰাজদোষো হি ভবিষ্যতি ন সংশয়ঃ
পুৰে জনপদে বাপি তথা বালবধো হ্যয়ম্।। ১৮ উত্তৰ ৭৩

আৰু ক্ষত্ৰিয়সকলৰ ভিতৰত ব্ৰাহ্মণসকলৰ তপস্যাৰ আধিক্য দেখি (উভয়ৰ ভিতৰত সমতা নেদেখি) মনু প্ৰভৃতি ধৰ্মপ্ৰবৰ্ত্তকসকলে চৰিওবৰ্ণৰ (জাতিৰ) আচাৰ পদ্ধতিৰ সংস্থাপন কৰিলে। পিছে ত্ৰেতাযুগত একপাদ ধৰ্মৰ হ্ৰাস হ'ল আৰু মানুহে অৰ্ধমাচৰণ কৰিব ধৰিলে আৰু তাৰ দ্বাৰা বৰ্ণাশ্ৰম ধৰ্মৰ গণ্ডীভূত হৈ পৰিল। পৃথিবীত এক পাদ অধৰ্মৰ প্ৰৱৰ্ত্তন হোৱাত পূৰ্বপুৰুষসকলৰ যিবিলাক নগৰ, দেশ আৰু কৃষি ক্ষেত্ৰাদি আছিল সেইবিলাক লৈ ৰজোগুণৰ পৰা উদ্ভৱ হোৱা বাবে লোভ আৰু বিদ্বেষৰ উদ্ভৱ হ'ল। সেই বিদ্বেষৰ পৰা হোৱা পাপৰ পৰাই মিথ্যাজ্ঞানৰ সৃষ্টি হ'ল। সেই যে এক পাদ অধৰ্মত মিথ্যাজ্ঞানৰ উদ্ভৱ হ'ল, তাৰ দ্বাৰা মানুহৰ আয়ুস আগতকৈ টুটি আহিল আৰু প্ৰভাৱো হ্ৰাস হৈ আহিল। অধৰ্মৰ দ্বাৰা এক পাদ অনৃত (মিথ্যাজ্ঞান) প্ৰবৰ্ত্তিত হলেও মানুহে সত্যধৰ্ম পৰায়ণ হৈ দান যজ্ঞাদি পূণ্য কাৰ্য্যৰ অনুষ্ঠান কৰি আছে (এইবোৰ কথা নাৰদে ত্ৰেতা যুগত কৈছে) যাতে আয়ুস ক্ষয় নিবাৰণ হয়। ত্ৰেতা যুগত যিসকল ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় আছে তেওঁলোকে যজ্ঞাদি কৰ্মৰ দ্বাৰা শুদ্ধচিত্ত হৈ তপস্যা আচৰণ কৰি আছে আৰু বৈশ্য আৰু শূদ্ৰসকলে তেওঁলোকৰ পৰিচৰ্য্যা কাৰ্য্যত নিযুক্ত আছে; কিন্তু ত্ৰেতাযুগত ক্ষত্ৰিয়সকল যেনেকৈ তপস্বী হৈ উঠিল, দ্বাপৰ যুগত বৈশ্য সকলো তেনেকৈ তপস্বী হৈ উঠিব আৰু কলিযুগত শূদ্ৰসকল তপস্বী হৈ উঠিব। ইয়েই স্বাভাৱিক কালৰ গতি আৰু ধৰ্ম। শূদ্ৰ জাতিৰ পক্ষে দ্বাপৰ যুগতো তপস্যা কৰা অধৰ্ম বা অস্বাভাৱিক। কিন্তু এই ত্ৰেতা যুগতে দুৰ্ব্বুদ্ধি পৰায়ণ হৈ কোনোবা এজন শূদ্ৰ মহাতপা হৈ উঠিছে আৰু আপোনাৰ দেশতে তপস্যা কৰিব ধৰিছে। সেইকাৰণে এই ব্ৰাহ্মণ বালকৰ অকাল মৃত্যু ঘটিছে। দুৰ্মতি কোনো লোকে যি ৰজাৰ ৰাজ্যত অধৰ্ম বা অকাৰ্য্য কৰে সেই ৰাজ্যত অলক্ষ্মী আবিৰ্ভূত হব আৰু সেই ৰাজ্যৰ লোক আৰু ৰজা উভয়ে নৰকলৈ যায়, তাত সন্দেহ নাই। ৰজাই ধৰ্ম অনুসাৰে প্ৰজা পালন কৰি অধ্যয়ন, তপ আৰু পূণ্য কাৰ্য্যৰ ষষ্ঠভাগ লাভ কৰে। যি ৰজাই প্ৰজাক ৰক্ষা নকৰে, তেওঁ কেনেকৈ সেই ষষ্ঠভাগ পাব? অতএব হে ৰাজন্। আপুনি স্বীয় ৰাজ্যত অনুসন্ধান চলাওক, যতে অন্যায় কাৰ্য্য দেখিব, যত্নপূৰ্বক তাক নিবাৰণ কৰিব। সেইটো কৰিলে প্ৰজাবৃন্দৰ আৰু আপোনাৰো ধৰ্ম আৰু আয়ু বৃদ্ধি হব আৰু এই বালকো জীবিত হব।

ৰামচন্দ্ৰই নাৰদৰ এই অমৃততুল্য কথা শুনি অতুল হৰ্ষলাভ কৰিলে আৰু লক্ষ্মণক আদেশ দিলে—হে সুব্ৰত লক্ষ্মণ। তুমি সেই বৃদ্ধ দ্বিজবৰক আশ্বাসিত কৰা আৰু তেওঁৰ মৃতবালকৰ দেহ তৈলদ্ৰোণীৰ ভিতৰত থৈ দিয়া। বালকৰ দেহ যাতে ক্ষয়মুখী নহয়, তাৰ বাবে সুগন্ধি তৈল আৰু উত্তম গন্ধ অনুলেপন কৰাৰ ব্যৱস্থা কৰা। বালকৰ শৰীৰৰ সৌন্দৰ্য্য যাতে নষ্ট নহয়, শৰীৰৰ জোৰা সন্ধিবোৰ যাতে শ্লথ নহয় তাৰো উপায় কৰা।

এইবুলি ৰামচন্দ্ৰই পুষ্পক বিমান আনয়ন কৰি, ঋষিসকলক প্ৰণতি জনাই বিমানত উঠি পশ্চিমফালে যাত্ৰা কৰিলে। পশ্চিমফালে শূদ্ৰ তপস্বীৰ অন্বেষণ কৰি উত্তৰফালে যাত্ৰা কৰিলে। উত্তৰফালেও তেনে কোনো শূদ্ৰ তপস্বী নাপাই পূবফালে চাবলৈ গ'ল। পূবৰ ফালে তেনে কোনো তপস্বীক নাপালে। তেতিয়া তেওঁ দক্ষিণফালে গৈ বিন্ধ্য পৰ্বতৰ দক্ষিণত শৈবলগিৰিৰ উত্তৰফালে এটি সুমহৎ সৰোবৰ দেখিবলৈ পালে। সেই সৰোবৰৰ পাৰত অধোমুখে লম্বমান হৈ তপঃ পৰায়ণ তাপসক দেখা পালে।

মহাৰাজ ৰামচন্দ্ৰই সেই তপস্বীৰ ওচৰলৈ গৈ তেওঁক ক'লে—হে সুব্ৰত! আপুনি ধন্য! হে তপো বৃদ্ধ! মই দাশৰথি ৰাম। কৌতূহলী হৈ মই আপোনাক সুধিছোঁ। হে দৃঢ়বিক্ৰম! আপুনি কোন জাতিত জন্ম গ্ৰহণ কৰিছে? আপুনি কি বৰৰ আকাঙ্ক্ষা কৰি এই তপস্যাৰ অনুষ্ঠান কৰিছে? আপুনি ব্ৰাহ্মণ নে দুৰ্জ্জয় ক্ষত্ৰিয়? আপুনি বৈশ্য নে শূদ্ৰ? আপুনি সঁচা কথা কওক, আপোনাৰ মঙ্গল হ'ব।

সেই অক্লিষ্টকৰ্মা তপস্বীজনে উত্তৰ দিলে যে মই শূদ্ৰযোনিত জন্ম গ্ৰহণ কৰিছোঁ। হে মহাযশস্বীন্! মই এই উগ্ৰ তপস্যা কৰি দেৱলোক জয় কৰিব খুজিছোঁ আৰু সশৰীৰে দেৱতা হোৱাৰ প্ৰাৰ্থনা কৰিছোঁ। হে কাকুৎস্থ! মোৰ নাম শম্বুক।

শম্বুকক শূদ্ৰ বুলি জানিব পৰা মাত্ৰকে ৰামচন্দ্ৰই কোষৰ পৰা বিমল খড়্গ উন্মোচন কৰি শম্বুকৰ মস্তক ছেদন কৰিলে। যি মুহূৰ্ত্ততে শম্বুক নিপাতিত হৈছিল, সেই মুহূৰ্ত্ততে বৃদ্ধ ব্ৰাহ্মণৰ মৃত বালকে জীৱন লাভ কৰিছিল।

## ৰামচন্দ্ৰৰ অশ্বমেধ যজ্ঞ ঃ

ৰামচন্দ্ৰই ধৰ্মানুসাৰে ৰাজ্য পালন কৰি প্ৰজাৰ সুখ বিধান কৰি বহু বছৰ ৰাজত্ব কৰিলে। তাৰ পাছত এক অশ্বমেধ যজ্ঞ কৰিবৰ ইচ্ছা তেওঁৰ হ'ল। সেইবাবে লক্ষ্মণৰ হতুৱাই বশিষ্ঠাদি ঋষিসকলক মাতি আনি পৰামৰ্শ কৰিলে। সেই পৰামৰ্শানুসাৰে অশ্বমেধ যজ্ঞৰ আয়োজন হ'ল। ৰজা বিভীষণৰ সহিত শ্ৰেষ্ঠ ৰাক্ষসবিলাকক আৰু বানৰ ৰজা সুগ্ৰীৱৰ সহিত শ্ৰেষ্ঠ বানৰ বিলাককো নিমন্ত্ৰণ কৰিলে। নিজৰ ৰাজ্যৰ প্ৰজাবৃন্দও নিমন্ত্ৰিত হ'ল।

নৈমিষাৰণ্যত যজ্ঞস্থান নিৰ্ম্মাণ কৰা হৈছিল। স্বৰ্ণসীতা নিৰ্ম্মাণ কৰাই ৰজা ৰামচন্দ্ৰ সস্ত্ৰীক যজ্ঞত ব্ৰতী হ'ল। এই যজ্ঞৰ আয়োজন অভূতপূৰ্ব হৈছিল। এই যজ্ঞত যাচকবিলাক যেতিয়ালৈকে সন্তুষ্ট নহয়, তেতিয়ালৈকে ধনাদি দিয়া হৈছিল। সেই যজ্ঞত কেৱল 'দিয়া, দিয়া' এই শব্দহে উচ্চাৰিত হোৱা শুনা গৈছিল। সকলো লোকক সন্তুষ্ট কৰি মিষ্টান্ন দ্ৰব্যাদি ভোজন কৰোৱা হৈছিল। অৰ্থযাচ্ঞা কৰা লোকবিলাকে যাচ্ঞা বাক্য সম্পূৰ্ণকৈ উচ্চাৰণ কৰাৰ পূৰ্বেই বানৰ

আৰু ৰাক্ষসবিলাকে দান কৰিছিল। ৰামৰ এই যজ্ঞত সকলো লোকেই পৰিস্কাৰ পৰিচ্ছন্ন আৰু ধৌত বস্ত্ৰ পৰিধান কৰি আহিছিল। সেই যজ্ঞত যিসকল চিৰজীৱী তপোধন ঋষি উপস্থিত হৈছিল সকলোৱে একবাক্যে স্বীকাৰ কৰিছিল যে এই যজ্ঞত যেনেকৈ ধন-ৰত্ন দান কৰা হৈছিল, পূৰ্বে কোনো যজ্ঞতে এনে দান পৰ্ব হোৱা নাছিল। সেই যজ্ঞত সোণ খোজা বিপ্ৰকে সোণ, ৰত্ন আৰু আন বস্তু খোজাবিলাকে যথা ইচ্ছা সোণ বিত্ত আৰু ৰত্ন পাইছে। এইদৰে ভাৰে ভাৰে সোণ, ৰত্ন আৰু বস্ত্ৰাদি দান কৰা হৈছিল। ঋষিসকলে কৈছিল যে দেৱতাসকলৰ যজ্ঞতো এনেদৰে দান কৰা আমি দেখা নাই। ৰাক্ষস আৰু বানৰবিলাকে নোখোজা মানুহকো যথেষ্ট পৰিমাণে দান কৰিছে।

অলঙ্কাৰ বস্ত্ৰ সুবৰ্ণৰ জাৰি খুৰি।
অবিচ্ছেদে দেন্ত ব্ৰাহ্মণৰ মন পুৰি।।
বৰিষেক থানে বীৰে বৰিষিলে ৰত্ন।
অদৰিদ্ৰ দুখীৰ ঘুচিল ধনে যত্ন।।
যাচন্তো নলয়ে মোক নলাগয় বুলি।
নিবে নোৱাৰন্ত ৰত্ন বোজা বান্ধি তুলি।।
অলেখ ভণ্ডাৰ ৰাঘৱৰ ধন ধান।
সুবৰ্ণ ৰজত যত অসংখ্য প্ৰমাণ।।

এইদৰে যজ্ঞকাৰ্য্য আৰম্ভ হ'ল আৰু ঠিক তেনে সময়তে বাল্মীকি মুনি সশিষ্যে কুশীলৱক লগত লৈ তাত উপস্থিত হ'লহি। বাল্মীকি মুনি আৰু শিষ্যবিলাক যি শকট বাহনত আহিছিল, সেই শকটবোৰৰ ভিতৰত বহু প্ৰকাৰ ফলমূল লৈ আহিছিল। সেই শকটবোৰ (গাড়ীবোৰ) যথাস্থানত থৈ দিলে আৰু শিষ্যসকলে বাল্মীকিৰ বাবে নিৰ্দ্দিষ্ট বৃক্ষ শোভিত পৰ্নশালাত থিতাপি ল'লে। উপস্থিত ঋষিসকলে আৰু ৰজা ৰামচন্দ্ৰই বাল্মীকি মুনিক যথাযোগ্য অভ্যৰ্থনা কৰিলে। তাৰ পাছত বাল্মীকি মুনিয়ে কুশীলবক উপদেশ দিলে যে তোমালোকে অতি সাৱধানে ঋষিবিলাকৰ পৰম পবিত্ৰ পৰ্ণকুটীৰবোৰৰ সমুখত, নিমন্ত্ৰিত ৰজাবিলাকৰ বাবে নিৰ্দ্দিষ্ট ৰাজপ্ৰাসাদবোৰৰ সমুখত, ৰামভৱনৰ দুৱাৰমুখত, যজ্ঞস্থলত আৰু যজ্ঞৰ ঋত্বিকবিলাকৰ সমুখত উপস্থিত হৈ পৰম আনন্দমনে তাল লয় সমন্বিত কৰি ৰামায়ণ গান গাই ফুৰা। তাৰ পূৰ্বে আমাৰ গাড়ীবোৰত লৈ অহা ফলমূল ভোজন কৰি লোৱা। মহাৰাজ ৰামচন্দ্ৰই যদি তোমালোকক মতাই নি ৰামায়ণ গান কৰিবলৈ কয়, তোমালোকে নিৰ্ভয়ে সমাসীন ঋষিবিলাকৰ সমুখত তাল লয় স্থিৰ ৰাখি ৰামায়ণ গান কৰিবা। পূৰ্বে মই যিদৰে শিকাই দিছোঁ সেইদৰে প্ৰথম বিশটা সৰ্গ মধুৰ স্বৰে গান কৰিবা। ধনৰ লোভ নকৰিবা। ফলমূলাহাৰী তপস্বী আমি। আমাৰ ধনৰ প্ৰয়োজন কি? ৰামে যদি

সোধে তোমালোক কাৰ পুত্ৰ? তেতিয়া মাত্ৰ এইখিনিকে কবা যে আমি মহাত্মা বাল্মীকিৰ শিষ্য। বাছাহঁত! তোমালোকে সুস্থিৰভাবে বীণাৰ সংযোগত শ্ৰুতিমনোৰম মূৰ্চ্ছনা সহকাৰে গান কৰিবা। গান গাবলৈ ধৰাৰ পূৰ্বে ৰজাক অবজ্ঞা নকৰি ভক্তিভাৱে প্ৰণাম কৰিবা। ৰজা ধৰ্মমতে সকলোৰে পিতা।(১) উভয়ে অতি পুলকিতমনে সুস্বৰে গান কৰিবা। কুশীলৱ দুয়ো ভায়ে—আপোনাৰ উপদেশ অনুসাৰে তাকেই কৰিম বুলি উত্তৰ দিলে।

তাৰ পাছত সিদিনাৰ ৰাত্ৰি যাপন কৰিলে।

## ৰামায়ণ গান ঃ

ৰাতি প্ৰভাত হোৱাত লৱ আৰু কুশ উভয় ভ্ৰাতাই স্নান আহ্নিক আৰু নিত্যহোম সমাধা কৰি ঋষিৰ আদেশমতে ৰামায়ণ গানত প্ৰবৃত্ত হ'ল। সেই ৰামায়ণ গান অশ্ৰুতপূৰ্ব, ষড়জাদি স্বৰবিশিষ্ট, নানা অলঙ্কাৰেৰে অলঙ্কৃত, বহু প্ৰমাণযুক্ত আৰু তন্ত্ৰীলয় সমন্বিত হৈ উঠিছিল। ৰামে বালক দুজনৰ এনে মধুৰ সঙ্গীত শুনি অতিশয় কৌতূহলী হৈ পৰিছিল। যজ্ঞ স্থলত বহু গুণী-মানী লোক আছিল। তাত ৰজাবিলাক আছিল। বেদজ্ঞ ব্ৰাহ্মণ পণ্ডিতসকল আছিল, পুৰাণ শাস্ত্ৰকাৰসকল আছিল। জ্যোতিষজ্ঞ পণ্ডিতবৰ্গ আছিল আৰু আছিল ছন্দশাস্ত্ৰ বিশাৰদসকল, কলাবিশেষজ্ঞসকল, দাৰ্শনিক, তাৰ্কিক, চিত্ৰজ্ঞ, কল্পসূত্ৰজ্ঞসকল আছিল। এই সকলোবিলাককে ৰজা ৰামচন্দ্ৰই আহ্বান কৰি আনিলে। সকলোকে যথাযোগ্য আসনত বহিবলৈ দি লৱ আৰু কুশক গান কৰিবলৈ আদেশ দিলে। শ্ৰোতৃবৰ্গই আসন উপবেশন কৰি পৰস্পৰ কথোপকথন কৰিব ধৰিছিল—এনেতে উভয় ভ্ৰাতাই সকলোৰে মনত হৰ্ষবৰ্দ্ধন কৰি সুমধুৰ গান আৰম্ভ কৰিলে। সিহঁতৰ গান অলৌকিকভাৱে মধুময় হৈ উঠিছিল। শ্ৰোতৃবৰ্গই সেই গান শুনি ইমান তৃপ্তি পাইছিল যে সকলোৱে (ঋষি আৰু ৰজাসকলে) সিহঁতৰ ফালে মুহুৰ্মুহুঃ এনেদৰে চাইছিল যেন তেওঁলোকে চক্ষুৰে যেন সিহঁতৰ ৰূপহে পান কৰিছিল।(২)

সিহঁতৰ ৰূপ চাই সকলোৱে কোৱাকুই কৰিব ধৰিলে যে ইহঁতৰ ৰূপ অবিকল ৰামচন্দ্ৰৰ ৰূপৰ সদৃশ। ইহঁত যদি জটা বল্কলধাৰী নহলহেঁতেন, ৰামৰ লগত ইহঁতৰ কোনো প্ৰভেদ দেখা নগলহেঁতেন। কি পৌৰবাসী আৰু কি

(১) পিতা হি সৰ্বভূতানাং ৰাজা ভৱতি ধৰ্মতঃ।১৪।। উত্তৰ—৯৩
দৃষ্টা মুনিগণাঃ সৰ্বে পাৰ্থিবাশ্চ মহৌজসঃ।
পিবন্ত ইব চক্ষুৰ্ভিঃ পশ্যন্তি চ মুহুৰ্মুহুঃ।। ১৩ - উত্তৰ - ৯৪

(২) কিং প্ৰমাণমিদং কাব্যং কা প্ৰতিষ্ঠা মহাত্মনঃ
কৰ্তা কাব্যস্য মহতঃ ক চাসৌ মুনিপুঙ্গবঃ।।২৪ — উত্তৰ ৯৪

গ্ৰামবাসী সকলোৱে এইদৰে কথোপকথন কৰি থাকোঁতে লৱ আৰু কুশে প্ৰথম সৰ্গৰ পৰা বিশ সৰ্গলৈকে গান কৰিলে। ইতিমধ্যে অপৰাহ্ন হৈ আহিল। ৰামচন্দ্ৰই লক্ষ্মণক আদেশ দিলে যে এই লৰা দুজনক ওঠৰ হেজাৰ স্বৰ্ণ মুদ্ৰা আৰু আন কিবা যদি অভিলাষ কৰে তাকো দিবা। তেতিয়া লক্ষ্মণে অবিলম্বে সেই বালক দুজনক বেলেগে বেলেগে স্বৰ্ণ মুদ্ৰাদি দিব খোজাত সিহঁতে গ্ৰহণ নকৰি বিস্মিত হৈ ক'লে— আমি ফলমূলাহাৰী বনবাসী। আমাৰ ইয়াৰ প্ৰয়োজন কি? বনত বাস কৰি সুবৰ্ণেৰে আমি কি কৰিম?

সিহঁতৰ কথা শুনি ৰামচন্দ্ৰ আৰু অন্যান্য শ্ৰোতৃবৰ্গই অতিশয় বিস্মিত আৰু কৌতূহলান্বিত হ'ল। তাৰ পাছত এই কাব্যৰ উৎপত্তি কেনেকৈ হ'ল সেই কথা জানিবৰ বাবে উৎসুক হৈ ৰামচন্দ্ৰই সিহঁতক সুধিলে—এই কাব্যৰ প্ৰমাণ কি? যিজন মুনিয়ে এই মহাকাব্য ৰচনা কৰিছে, সেই মহাত্মাৰ প্ৰতিষ্ঠাই বা কিমান?

মুনি বালক দুজনে উত্তৰ দিলে যে ভগবান বাল্মীকি এই কাব্যৰ ৰচয়িতা। তেখেতে এই কাব্যত আপোনাৰ অশেষ চৰিত্ৰ সম্যক ৰূপে প্ৰকাশ কৰিছে। তেখেতে সম্প্ৰতি আপোনাৰ যজ্ঞলৈ আহিছে। মহৰ্ষি বাল্মীকিয়ে একশ উপাখ্যানসহ চব্বিশ হাজাৰ শ্লোকেৰে এই কাব্য ৰচনা কৰিছে। ৰাজন্। এই মহাত্মা আমাৰ গুৰু। তেওঁ আদিৰ পৰা অন্তলৈকে পাঁচশ সৰ্গ থকা সাত কাণ্ড ৰামায়ণ উত্তৰ কাণ্ড সমেত ৰচনা কৰি আপোনাৰেই চৰিত বৰ্ণনা কৰিছে। আপুনি যাবজ্জীৱন যিবিলাক শুভ আৰু অশুভ কাৰ্য্য সম্পাদন কৰিছে, সকলো ইয়াত নিবদ্ধ হৈ আছে। মহাৰাজ! যদি সমস্ত শুনিবৰ ইচ্ছা থাকে তেন্তে অৱসৰ সময়ত আপোনাৰ ভ্ৰাতৃবৰ্গৰ সহিত আনন্দমনে শুনিব পাৰে। ৰামচন্দ্ৰই শুনিম বুলি কৈ তেতিয়াৰ কাৰণে বিদায় দিলে। সিহঁতেও আনন্দিত হৈ বাল্মীকি মুনিৰ ওচৰ পালেগৈ।

তাৰ পাছত কেইবাদিনো ধৰি ৰামচন্দ্ৰই ৰাজন্য বৰ্গ, ঋষিবৰ্গ, পাত্ৰমিত্ৰ, অমাত্যবৰ্গ আদিৰ লগত লব আৰু কুশৰ ৰামায়ণ গান শুনিলে। শুনি লৱ আৰু কুশ যে সীতাৰেই পুত্ৰ সেইটো বুজিব পাৰিলে।

তেতিয়া ৰামচন্দ্ৰই দূতবিলাকক মাতি আনি সীতাক লৈ আহিবলৈ আদেশ দিলে এই বুলি যে সীতাই যদি নিজৰ বিশুদ্ধ চৰিত্ৰৰ পৰিচয় দিবলৈ ইচ্ছা কৰে তেন্তে সকলোৰে সমুখত সেইটো প্ৰদান কৰক। এই বিষয়ে সীতাৰ মনোগত ভাব কি সেইটো বুজি আহক। সৰ্বজন সমক্ষে সীতাই শপথ কৰিলেই হব।

## সীতাৰ পাতাল প্ৰবেশ :

পাছদিনা ৰামৰ যজ্ঞস্থলত বহু লোকৰ সমাগম হ'ল। মুনি, ঋষি ৰাজন্যবৰ্গ, দেৱতা, ৰাক্ষস, বানৰ আৰু অযোধ্যাবাসীৰ ভিতৰত বহুলোক তাত সমুপস্থিত

হ'ল। বাল্মীকি মুনি স্বয়ং সীতাক লগত লৈ আহি সেই সভাত উপস্থিত হ'ল। সীতা অবনত মস্তকে বাষ্পপূৰ্ণ নয়নে ৰামক ধ্যান কৰি কৰি বাল্মীকিৰ পাছে পাছে আহি উপস্থিত হ'ল। সমবেত লোকৰ মাজৰ পৰা এটা ব্যগ্ৰতা আৰু উৎকণ্ঠাৰ ধ্বনি সমুত্থিত হ'ল। কোনোজনে ৰামৰ, কোনোজনে সীতাৰ প্ৰশংসা কৰিব ধৰিলে।

এই সময়ত বাল্মীকি মুনিয়ে ৰামক সম্বোধন কৰি ক'লে— হে ৰাম! এই সীতা অতি ধৰ্মচাৰিণী, সাধ্বী আৰু সুব্ৰতা; তথাপি তুমি লোকাপবাদৰ ভয়ত এওঁক মোৰ আশ্ৰমৰ ওচৰত পৰিত্যাগ কৰিছিলা! ৰাম! লোক গঞ্জনাৰ ভয়ত ভীত হৈছা। সীতাই তোমাৰ সেই লোকাপবাদৰ ভয় নিৰাকৰণ কৰিবৰ বাবে আৰু সকলোৰে প্ৰত্যয় নিয়াবৰ বাবে অভিলাষ কৰিছে। তুমি অনুগ্ৰহ কৰি সেই বিষয়ে অনুমতি দিয়া। এই দুৰ্দ্ধৰ্ষ যমজ পুত্ৰদ্বয় তোমাৰেই পুত্ৰ —এই কথা মই সত্য কৰি কৈছোঁ। তুমি জানিবা মই প্ৰচেতা ঋষিৰ দশম পুত্ৰ, মই মিছা কথা কোৱাটো দূৰৈতে থাকক, মই মিছা কথা কেতিয়াও মনেৰেও নেভাবোঁ। অতএব স্থিৰ নিশ্চয়কৈ জানিবা, এই যমজ পুত্ৰদ্বয় তোমাৰেই পুত্ৰ! মই বহু তপস্যা কৰিছোঁ এতিয়া মই শপথ কৰি কৈছোঁ যে সীতাৰ চৰিত্ৰত যদি কোনো দোষ থাকে, তেন্তে মোৰ এই বহুকাল ব্যাপী তপস্যাৰ ফল যেন মই লাভ কৰিব নোৱাৰোঁ। মই ইতিপূৰ্বে কোনো পাপ কৰ্ম কৰা নাই আৰু এই সীতা যদি পাপবিহীনা হয়, তেন্তে মই যেন সেই তপস্যাৰ পূণ্যফল পাওঁ। হে ৰাম! সীতা দৈহিক আৰু মানসিক উভয়তঃ শুদ্ধা। আজি এই সভাৰ মাজত সীতাই তোমাৰ লোকাপবাদ ভয় গুচাবৰ বাবে তাৰ পৰীক্ষা দিব।(১) মই মোৰ দিব্য জ্ঞানৰ বলত সীতাৰ শুদ্ধচাৰিতাৰ বিষয়ে পূৰ্বেই জানিব পাৰিছোঁ।

বাল্মীকি মুনিয়ে এইদৰে কোৱাৰ পাছত ৰামচন্দ্ৰই কৃতাঞ্জলি হৈ সভাৰ মাজত থিয় হৈ থকা সীতাৰ ফালে দৃষ্টি কৰি উত্তৰ দিলে—হে মহাভাগ। আপুনি ধৰ্মবিদ। সীতা যে শুদ্ধচাৰিণী আপোনাৰ সেই কথাত মোৰ প্ৰত্যয় জন্মিছে। তথাপি আপুনি যি প্ৰস্তাব উপস্থাপিত কৰিছে, সেই অনুসাৰে সীতাই পৰীক্ষা দিয়ক! সীতাই লঙ্কাত তেনে পৰীক্ষা দিয়া বাবেই মই তেওঁক গ্ৰহণ কৰি ঘৰলৈ আনিছিলোঁ। জানকীৰ কোনো পাপ নাই এই কথা জানিও মই লোকাপবাদৰ ভয়ত তেওঁক পৰিত্যাগ কৰিছোঁ। অতএব অনুগ্ৰহ কৰি মোৰ সেই অপৰাধ আপুনি ক্ষমা কৰিব লাগিব। এই যমজ পুত্ৰদ্বয় যে মোৰেই পুত্ৰ সেই কথাও মোৰ জনা আছে। তথাপি জানকীয়ে সভাসমক্ষে আত্মশুদ্ধিৰ পৰিচয় দিয়ক। তেওঁ সেইটো কৰিলে মোৰ প্ৰীতি জন্মে।

(১) ইয়ং শুদ্ধসমাচাৰা অপাপা পতিদেবতা।
লোকাপবাদ ভীতস্য প্ৰত্যয়ং তব দাস্যতি।।

ৰামে এই কথা কোৱা মাত্ৰে পাপ-পুণ্যৰ সাক্ষী দিব্যগন্ধ সুশীতল সমীৰণ মৃদুমন্দ বৰ ধৰিলে। তাকে অনুভৱ কৰি সকলো লোকৰ হৰ্ষ উপস্থিত হ'ল। এনে দিব্যগন্ধি বায়ু সত্যযুগত সঞ্চাৰিত হৈছিল। এতিয়া ত্ৰেতা যুগতো যে সঞ্চাৰিত হৈছে সেয়ে বিস্ময়ৰ কাৰণ হৈছে।

তাৰ পাছত গৈৰিক বসনা সীতাদেৱী সকলোকে সমবেত দেখি অধোদৃষ্টি আৰু অধোমুখী হৈ কবলৈ ধৰিলে—হে ভগবতি বসুন্ধৰে। মই যদি ৰামচন্দ্ৰৰ বাহিৰে আন কাকো মনেৰেও চিন্তা কৰা নাই, তুমি বিদীৰ্ণা হৈ মোক স্থান দান কৰা উচিত। মই যদি কায়মনোবাক্যে অকল ৰামচন্দ্ৰৰ শ্ৰীচৰণতে মোৰ পূজাৰ অৰ্ঘ্য নিবেদন কৰি আহিছোঁ—তেন্তে তুমি বিদীৰ্ণা হৈ মোক স্থান দান কৰা উচিত। মই ৰামৰ বাহিৰে আন কাকো নাজানোঁ এই কথা যদি সত্য হয় তেন্তে তুমি বিদীৰ্ণা হৈ মোক স্থান দান কৰা উচিত। সীতাই এইদৰে তিনি প্ৰকাৰ সত্য শপথ লোৱাৰ লগে লগে এক অদ্ভুত ঘটনা ঘটিল। ভূগৰ্ভৰ পৰা এক ৰমণীয় ৰত্ন সিংহাসন আৰ্বিভূত হ'ল আৰু সীতা তাত বহি ভূগৰ্ভত প্ৰৱেশ কৰি অন্তৰ্হিত হ'ল। ৰামচন্দ্ৰ শোকত মুহ্যমান হৈ পৰিল আৰু সমবেত জনমণ্ডলী বিস্মিত আৰু স্তম্ভিত হ'ল।

# ৰামৰ স্বৰ্গ প্ৰয়াণ

ৰামৰ তীব্ৰ শোক হোৱা দেখি ব্ৰহ্মাই উপস্থিত দেৱতাসকলৰ অনুমতি লৈ ৰাম যে স্বয়ং বিষ্ণুৰ অৱতাৰ সেই কথা সোঁৱৰাই দিলে।

তেতিয়া ৰামচন্দ্ৰই বাল্মীকি মুনিক তেওঁৰ ভৱিষ্য চৰিত বৰ্ণনা কৰিবলৈ অনুৰোধ কৰিলে। তাৰ পাছত শোক সন্তপ্ত মনেৰে ৰামচন্দ্ৰই সেই ৰাত্ৰি অতিবাহিত কৰিলে।

ৰাত্ৰি প্ৰভাত হোৱাত তেওঁ পুনঃ শ্ৰেষ্ঠ মুনিসকলক মতাই আনি পুত্ৰদ্বয়ক নিৰ্ভয়চিত্তে ৰামায়ণ গান কৰিবলৈ আদেশ দিলে।

ৰামে তাৰ পাছত অশ্বমেধ যজ্ঞ সমাপ্ত কৰিলে আৰু সীতাৰ পাতাল প্ৰবেশত অত্যন্ত দুমৰ্মনা আৰু উদাসীন হৈ পৰিল। সংসাৰ শূন্য যেন বোধ কৰিলে। শোকত নিতান্ত অভিভূত হোৱাত তেওঁৰ মানসিক শান্তি একেবাৰে তিৰোহিত হ'ল। সীতাৰ পাতাল প্ৰবেশৰ পাছত তেওঁ পুনৰায় দাৰ পৰিগ্ৰহ নকৰিলে। কিন্তু তাৰ পাছতো বহুদিন ৰাজ্য সুশাসন কৰি জনগণৰ সুখ শান্তিৰ বিধান কৰিলে। ক্ৰমে ক্ৰমে মাতৃসকলে পূণ্যকাৰ্য্যৰ অনুষ্ঠান কৰি স্বৰ্গ গমন কৰিলে।

**লক্ষ্মণবৰ্জ্জন ঃ**

ৰামচন্দ্ৰই ইতিমধ্যে মাতুল যুধাজিতৰ পৰামৰ্শ অনুসাৰে ভৰতক পঠিয়াই দি সিন্ধু উপত্যকাত থকা গান্ধৰ্ব্ব দেশ জয় কৰিলে আৰু ভৰতে ৰামৰ অনুমতিক্ৰমে ভৰতৰ দুই পুত্ৰ তক্ষ আৰু পুষ্কলক সেই ৰাজ্য দুভাগ কৰি দুয়োজনকে ৰাজ্যত অভিষিক্ত কৰিলে। এই ৰাজ্য দুখনৰ নাম হ'ল তক্ষশিলা আৰু পুষ্কলাৱতি।

তাৰ পাছত ৰামৰ আদেশ ক্ৰমে ভৰত আৰু লক্ষ্মণ উভয়ে যুদ্ধ যাত্ৰা কৰি কাৰুপথ নামক দেশ জয় কৰি দুভাগ কৰিলে। পশ্চিমভাগত লক্ষ্মণৰ এজন পুত্ৰক ৰজা পাতিলে আৰু আনজন পুত্ৰক পূবভাগত ৰজা পাতিলে। প্ৰথমজনৰ নাম আছিল অঙ্গদ আৰু দ্বিতীয়জনৰ নাম আছিল চন্দ্ৰকেতু। অঙ্গদৰ লগত লক্ষ্মণে একবছৰ থাকি ৰাজকাৰ্য্য শিকালে আৰু চন্দ্ৰকেতুৰ লগত থাকি ভৰতে ৰাজকাৰ্য্যৰ শিক্ষা দিলে। তাৰ পাছত উভয়ে অযোধ্যালৈ ঘূৰি আহিল।

তাৰ পাছত এদিনাখন এজন মহাতপস্বী সন্ন্যাসীয়ে আহি ৰামচন্দ্ৰৰ সাক্ষাৎ বিচাৰিলে। লক্ষ্মণে গৈ ৰামচন্দ্ৰৰ পৰা অনুমতি লৈ আহি সেই সন্ন্যাসীজনক মন্ত্ৰণাঘৰলৈ নি ৰামচন্দ্ৰৰ লগত সাক্ষাতৰ ব্যৱস্থা কৰি দিলে। সেই সন্ন্যাসীজনে

গোপনীয় কথা আছে বুলি কৈ ৰামচন্দ্ৰৰ লগত চৰ্ত্ত বান্ধিলে যে তেওঁৰ সেই গোপনীয় কথা কৈ থকা সময়ত যদি আন কোনো লোক তালৈ আহে বা তেওঁলোকৰ কথা-বতৰা শুনে, তেন্তে সেই লোকজনক ৰামচন্দ্ৰই বধ কৰিব লাগিব।

ৰামচন্দ্ৰই তেতিয়া লক্ষ্মণক দ্বাৰীজনক আঁতৰ কৰি নিজে দ্বাৰত থাকিবলৈ ক'লে আৰু সন্ন্যাসী পুৰুষজনৰ লগত হৈ থকা কোনো কথা যেন তেওঁ নুশুনে। লক্ষ্মণ সেই আদেশ মানি দ্বাৰত নিজে থাকিল। এনেতে মহামুনি মহাক্ৰোধী দুৰ্বাসাই সশিষ্যে আহি ৰামৰ সাক্ষাৎ বিচাৰিলে। লক্ষ্মণে সমস্ত ঘটনা বৰ্ণাই দুৰ্বাসা মুনিক অপেক্ষা কৰিবলৈ অনুৰোধ জনালে। দুৰ্বাসা মুনিয়ে ক্ৰোধান্বিত হৈ ক'লে যে ৰামচন্দ্ৰক তেওঁৰ আগমনৰ সংবাদ দিবলৈ যাওঁতে হয়তো এজন লোকৰ বধ হব পাৰে। কিন্তু মোৰ শাপত সমগ্ৰ ৰঘুবংশ ধ্বংশ হৈ যাব—এই বিষয়ে চিন্তা কৰি যথাবিহিত কাৰ্য্য কৰা।

লক্ষ্মণ নিৰুপায় হৈ নিজে খবৰ দিবলৈ গ'ল। ৰাম ওলাই আহি দুৰ্বাসা মুনিক সাক্ষাৎ কৰাত দুৰ্বাসা মুনিয়ে ক্ষুধাতুৰ হৈ সশিষ্যে আতিথ্য গ্ৰহণ কৰিবলৈ অহা বুলি ক'লে। ৰামচন্দ্ৰই স্বীকাৰ কৰি পুনঃ পূৰ্বৰ সন্ন্যাসীজনৰ লগত কথা পাতি কথা শেষ কৰি তেওঁক বিদায় দিলে।

তাৰ পাছত ৰামচন্দ্ৰই নিজে পৰিবেশন কৰি দুৰ্বাসা মুনিক সশিষ্যে ভোজন কৰালে। দুৰ্বাসা মুনি সশিষ্যে ভোজন কৰি সন্তুষ্ট হৈ যথাযোগ্য আশীৰ্বাদ দি বিদায় ল'লে।

তাৰ পাছত ৰামচন্দ্ৰৰ মহাসমস্যা উপস্থিত হ'ল। সন্ন্যাসীজনৰ লগত ৰামচন্দ্ৰই কথোপকথন কৰি থকা সময়ত দুৰ্বাসামুনিৰ আগমন সংবাদ দিবলৈ লক্ষ্মণ গৈছিল। এতিয়া ৰামচন্দ্ৰই লক্ষ্মণক বধ কৰিব লাগে।

ৰামচন্দ্ৰ শোকাভিভূত আৰু কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিল। লক্ষ্মণে ক'লে—দাদা! মোক মাৰি তোমাৰ সত্য তুমি পালন কৰা।(১)

মোহোৰ নিমিত্ত দাদা তেজা আউৰ মৰ্ম্ম।
প্ৰতিজ্ঞা পালন ক্ষত্ৰিয়ৰ মহাধৰ্ম।।

বশিষ্ঠাদি পাত্ৰমিত্ৰসকল আহি উপস্থিত হ'ল। বশিষ্ঠই উপদেশ দিলে ৰাম তোমাৰ এই প্ৰতিজ্ঞা ৰক্ষা কৰিব লাগিব। তোমাৰ প্ৰতিজ্ঞা যদি নষ্ট হয়, ধৰ্মৰ বিলয় ঘটিব। ধৰ্মৰ বিলয় ঘটিলে দেবতা আৰু ঋষিসকলো বিনাশ ঘটিব—

(১) জহি মাং বিশ্ৰব্ধং প্ৰতিজ্ঞাং পৰিপালয়।
হীন প্ৰতিজ্ঞাঃ কাকুৎস্থ প্ৰয়ান্তি নৰকং নৰাঃ।।
(২) বিসৰ্জ্জয়ে ত্বাং সৌমিত্ৰে মাভূদ্ ধৰ্মবিপৰ্য্যয়ঃ।
ত্যাগো, বধো বা বিহিতঃ সাধুনাং হ্যুভয়ং সমম্।। ১৩। উত্তৰ—১০৬ সৰ্গ।

তাত কোনো সংশয় নাই। অন্যান্য পাত্ৰমন্ত্ৰীসকলেও সেই উপদেশ সমৰ্থন কৰিলে।

ৰামচন্দ্ৰই তেতিয়া লক্ষ্মণক বধ নকৰি বৰ্জ্জন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে। ৰামচন্দ্ৰই ক'লে—"মহন্তজনৰ ত্যাগ বধৰ সমান।" মোৰ ধৰ্মৰ বিপৰ্য্যয় নঘটক। হে লক্ষ্মণ! মই তোমাক বৰ্জন কৰিলো।(২)

ৰামচন্দ্ৰৰ এই আদেশ পাই লক্ষ্মণে পুনঃ নিজঘৰত প্ৰবেশ নকৰি সৰযু নদীৰ পাৰত আসন পাতি কুম্ভক প্ৰাণায়াম কৰি প্ৰাণ ত্যাগ কৰিলে।

**কুশ লবৰ ৰাজ্যাভিষেক আৰু ৰামৰ স্বৰ্গ গমন ঃ**

লক্ষ্মণক বৰ্জ্জন কৰাৰ পাছত আৰু লক্ষ্মণে প্ৰাণ ত্যাগ কৰাৰ পাছত ৰামচন্দ্ৰই ভৰতক ৰাজ্যাভিষিক্ত কৰি পুনঃ বনলৈ যোৱাৰ সংকল্প কৰিলে। ৰামৰ এই সঙ্কল্পৰ কথা প্ৰজাবৰ্গই শুনিলে আৰু ভৰতেও শুনিলে। ভৰত এই ব্যৱস্থাত মান্তি নহ'ল।

ৰামৰ বচনে, বীৰ ভৰতৰ
লাগিল গাঁৱত জুই।
মক্ মক্ কৰি ক্ৰন্দন কৰিয়া
বোলন্ত আঞ্জুলি দুই।।
কিসক আমাক, বুলিলাহা হেন,
দাদা নিকাৰুণ কাম।
তোমাৰ চৰণ, সেৱাৰ নিমিত্তে
পূৰ্বতো এৰিলো ৰাজ।।

তেতিয়া কুশ আৰু লৱক ৰাজ্যাভিষেক কৰা প্ৰস্তাৱ উঠিল। অযোধ্যা ৰাজ্য দুভাগ কৰা হ'ল। দক্ষিণ ফাল হ'ল কোশল ৰাজ্য। সেই ৰাজ্যত কুশক ৰজা পতা হ'ল উত্তৰ ফালৰ উত্তৰ ৰাজ্যত লৱক ৰজা পতা হ'ল।

তাৰ পাছত ভ্ৰাতৃসকলক লগত লৈ ৰামচন্দ্ৰই স্বৰ্গলৈ গমন কৰিলে।

এতাবদাখ্যানং সোত্তৰং ব্ৰহ্মপূজিতম্।।
ৰামায়ণমিতি খ্যাতং মুখ্যং বাল্মীকিনাকৃতম্।।

# পৰিশিষ্ট

## ৰামায়ণৰ এটি সাধাৰণ পৰ্য্যালোচনা

### ৰামায়ণ কাব্য নে ইতিহাস?

বাল্মীকি ৰচিত ৰামায়ণ গ্ৰন্থ এখনি কাব্য গ্ৰন্থ। বাল্মীকি মুনিয়ে যে কাব্যগ্ৰন্থ হিচাবে ৰামায়ণ ৰচনা কৰিছিল তাৰ প্ৰমাণ সেই ৰামায়ণতে পোৱা যায়। সেই ৰামায়ণৰ আদি কাণ্ডতে দুটি শ্লোক পোৱা যায়। তাৰে প্ৰথমতো হৈছে—

**তস্য বুদ্ধিৰিয়ং জাতা মহৰ্ষেভাবিতাত্মনঃ।**
**কৃৎস্নং ৰামায়ণং কাব্যমীদৃশৈঃ কৰৱান্যহম্।।৪১। ২য় সৰ্গ**

বিশুদ্ধাত্মা মহৰ্ষি বাল্মীকিৰ এনে এটি সঙ্কল্প (বুদ্ধি) হ'ল যে মই এনে ধৰণৰ শ্লোকেৰে সমগ্ৰ ৰামায়ণ কাব্য ৰচনা কৰিম। কাব্য ৰচনা কৰাৰহে সঙ্কল্প বুলি বুজা যায়। কেনে ধৰণৰ শ্লোকেৰে? এনে ধৰণৰ শ্লোকেৰে—

**—মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতী সমাঃ।**
**যৎ ক্ৰৌঞ্চমিথুনাদেকমবধীঃ কাম মোহিতম্।১৫। ২য় সৰ্গ।**

হে ব্যাধ। তইয়ে কাম মোহিত সাৰস পক্ষী দুটাৰ এটা পক্ষীক বধ কৰিলি তাৰ বাবে তই অনন্তকাললৈ শান্তি নাপাবি।

কি কাৰণে এনে ধৰণৰ শ্লোকেৰে ৰামায়ণ কাব্য ৰচনাৰ সংকল্প কৰিলে? ব্যাধৰ দ্বাৰা সুৰতাসক্ত সময়ত পুৰুষ সাৰস পক্ষীটোক নিহত হোৱা দেখি স্ত্ৰীসাৰস পক্ষীটোৱে যেতিয়া করুণ স্বৰে ৰোদন কৰিব ধৰিছিল তেতিয়া বাল্মীকি ঋষিৰ প্ৰাণত করুণ ৰসৰ সৃষ্টি হৈছিল আৰু সেইবাবে স্বতঃস্ফূৰ্ত্তভাবে সেই শ্লোকটি তেওঁৰ মুখৰ পৰা নিৰ্গত হৈছিল। এই শ্লোকটিয়েই ছন্দ শাস্ত্ৰৰ আদি শ্লোক।

দ্বিতীয় শ্লোকটি হৈছে—

**উদাৰ বৃত্তাৰ্থ পদৈৰ্মনোৰমৈ**
**স্তদাস্য ৰামস্য চকাৰ কীৰ্ত্তিমান্।**
**সমক্ষৰৈঃ শ্লোক শতৈৰ্যশস্বিনো**
**যশস্কৰং কাব্যং উদাৰ দৰ্শন ঃ।।৪২**

তাৰ পাছত উদাৰ সৃষ্টি সম্পন্ন কীৰ্ত্তিমান বাল্মীকিয়ে সেই অতি যশস্বী ৰামচন্দ্ৰৰ উদাৰ বৃত্ত বোধক পদ বিন্যস্ত সমাক্ষৰেৰে মনোৰম শ্লোকসমূহেৰে যশস্কৰ কাব্য ৰচনা কৰিলে।

এই শ্লোকটোতো কাব্য শব্দ ব্যৱহাৰ কৰা হৈছে। পৰৱৰ্ত্তী শ্লোকত ইয়াক দশানন-বধ কাব্য বুলি অভিহিত কৰা হৈছে।

কিন্তু ই ৰামচৰিত। ৰামচৰিতত ৰাম যি বংশত জন্মিছিল সেই ইক্ষ্বাকুবংশৰ ইতিহাস পোৱা যায় আৰু দশানন বধ কাব্যৰ কাব্যাংশ দশাননক বধ কৰি সীতাক উদ্ধাৰ কৰাৰ পাছত অযোধ্যালৈ ৰামচন্দ্ৰ প্ৰত্যাবৰ্ত্তন কৰাৰ লগে লগে শেষ হৈছে আৰু লঙ্কাকাণ্ডৰ শেষত ৰামায়ণ পাঠ আৰু শ্ৰুতিৰ ফল ৰচনা কৰি কবিয়ে কাব্য শেষ কৰিছে। কাব্য শেষ কৰিলেও ৰাম চৰিত ইতিহাস শেষ হোৱা নাই। সেইবাবে কবিয়ে পুনঃ উত্তৰকাণ্ড ৰচনা কৰিছে।

বাল্মীকি ৰচিত ৰামায়ণ কাব্যত প্ৰথমতঃ ছয়কাণ্ড আছিল। উত্তৰ কাণ্ড পাছত ৰচিত হয়। গতিকে ৰামায়ণ কাব্যত ছয় কাণ্ড—আদি কাণ্ড, অযোধ্যাকাণ্ড, অৰণ্য কাণ্ড, কিষ্কিন্ধ্যা কাণ্ড, সুন্দৰ কাণ্ড আৰু লঙ্কাকাণ্ড। ৰামায়ণ বা ৰাম চৰিতত সাত কাণ্ড।

সংনিবাদ্ধং হি শ্লোকানাং চতুৰ্ব্বিংশত সহস্ৰকম্।
উপাখ্যানং শতঞ্চৈব ভাৰ্গবেণ তপস্বিনা।।২৬
আদি প্ৰভৃতি বৈ ৰাজন পঞ্চসৰ্গ শতানি চ।
কাণ্ডানি ষট্‌কৃতানীহ সোত্তৰাণি মহাত্মনা।।২৭

এই চব্বিশ হাজাৰ ৰামায়ণৰ শ্লোকৰ ভিতৰতে এশটি উপাখ্যান আৰু উত্তৰকাণ্ডটো অন্তৰ্ভূক্ত। বাল্মীকি মুনিয়ে উত্তৰ কাণ্ড ৰচনা কৰি এফালে ৰামচৰিত ইতিহাস সমাপ্ত কৰে আৰু আনফালে ৰামপুত্ৰ কুশীলবক ৰামায়ণ কাব্য গান কৰিবলৈ শিক্ষা দিয়ে। বৰ্ত্তমান ৰামায়ণ গ্ৰন্থত প্ৰায় ত্ৰিশ হাজাৰ শ্লোক আছে।

কবিয়ে কোন সময়ত ৰামায়ণ কাব্য ৰচনা কৰে, এই প্ৰশ্নৰ উত্তৰ ৰামায়ণতে পোৱা যায়—আদিকাণ্ডত বাল্মীকিৰ উক্তিত।

প্ৰাপ্ত ৰাজ্যস্য ৰামস্য বাল্মীকিৰ্ভগবানৃষিঃ।
চকাৰ চৰিতং কৃৎস্নং বিচিত্ৰপদমৰ্থবৎ।।১। আদিকাণ্ড।৪
চতুৰ্বিংশৎ সহস্ৰানি শ্লোকানামুক্তবান ঋষিঃ।
তথা সৰ্গ শতান পঞ্চ ষট কাণ্ডানি তথোত্তৰম্।।২। আদিকাণ্ড।৪

ৰামায়ণৰ প্ৰথম প্ৰচাৰ হয় শ্ৰীৰামচন্দ্ৰৰ অশ্বমেধ যজ্ঞত। সেই সময়ত কুশীলবে ৰামায়ণ গান কৰে আৰু তাৰ পাছত ঘৰে ঘৰে প্ৰচাৰিত হয়। আকৌ পদ্মপুৰাণৰ পাতাল খণ্ডত পোৱা যায় যে ৰামে যেতিয়া ৰাজত্ব কৰে, সেই সময়ত আৰণ্যক ঋষিৰ ওচৰত লোমশ মুনিয়ে ৰামচৰিত বৰ্ণনা কৰে। মহামুনি বাল্মীকিয়ে তেওঁৰ ৰামায়ণৰ আদি কাণ্ডৰ ১৫ সৰ্গত শ্ৰীভগৱান চাৰি অংশত বিভক্ত হৈ দশৰথৰ ঘৰত জন্ম গ্ৰহণ কৰিছিল বুলি উল্লেখ কৰিছে; কিন্তু তথাপি

তেওঁ শ্ৰীৰামচন্দ্ৰক আদৰ্শ মনুষ্যৰূপে চিত্ৰিত কৰিছে। ৰামচন্দ্ৰক অৱতাৰ হিচাবে স্বীকাৰ কৰি লিখা অংশবোৰ আৰু শ্লোকবোৰ প্ৰক্ষিপ্ত বুলি বহুতে ভাবে। শ্ৰীৰামচন্দ্ৰৰ দেবত্ব আৰু তেওঁৰ উপাসনা প্ৰভৃতিৰ যি ভাব কৃত্তিবাসৰ ৰামায়ণত পোৱা যায়, সেয়া বাল্মীকি ৰামায়ণত নাই। বাল্মীকিয়ে ৰামচন্দ্ৰক আদৰ্শ মনুষ্যৰূপে তেওঁৰ ক্ৰিয়া-কলাপ প্ৰচাৰ কৰিছে।

## বিবাহৰ সময়ত সীতাৰ বয়স ঃ

মুনি বিশ্বামিত্ৰই যেতিয়া ৰাক্ষসবধৰ কাৰণে ৰামচন্দ্ৰক লৈ যাবলৈ আহিছিল তেতিয়া ৰজা দশৰথে কৈছিল—

**উনষোড়শবৰ্ষো মে ৰামো ৰাজীৱলোচনঃ।**
**ন যুদ্ধ যোগ্যতামস্য পশ্যামি সহৰাক্ষসৈঃ।।**

হে ৰাজৰ্ষে! এতিয়া মোৰ পুত্ৰ ৰামৰ বয়স ষোল্ল বছৰতকৈও কম। ৰাক্ষসৰ লগত যুদ্ধ কৰিবলৈ এতিয়াও যোগ্য হৈ উঠা নাই।

বিশ্বামিত্ৰ মুনিয়ে দহৰাতি যজ্ঞ ৰক্ষা কৰি থাকিবলৈ ৰামচন্দ্ৰক লৈ গৈছিল। যজ্ঞ সমাপন হোৱাত বিশ্বামিত্ৰ ঋষিয়ে ৰাম-লক্ষ্মণক জনক ৰজাৰ যজ্ঞ দেখুৱাবলৈ লৈ যায় আৰু সেই সময়তে হৰধনু ভঙ্গ আৰু সীতাৰ বিবাহ হয়। ৰামচন্দ্ৰ বনবাসলৈ যোৱাৰ আগতে মাতৃ কৌশল্যাদেবীৰ ওচৰত বিদায় লবলৈ যাওঁতে কৌশল্যা দেবীয়ে কৈছে যে—

**দশসপ্ত চ বৰ্ষানি জাতস্য তব ৰাঘৱ।**
**অতীতানি প্ৰকাঙ্ক্ষন্ত্যা ময়া দুঃখ পৰিক্ষয়ম্।।৪৫। অযোধ্যা ২০**

তোমাৰ উপনয়নৰ সময়ৰ পৰা (জাতস্য)[১] মই মোৰ দুঃখৰ অবসান হ'ব বুলি আজি ১৭ বছৰ কাল আশা কৰি আছিলোঁ। ক্ষত্ৰিয়ৰ উপনয়নৰ কাল ১১ বছৰ বয়সত। গতিকে এই সময়ত ৰামৰ বয়স ১৭+১১=২৮ বছৰ হয়। 'জাতস্য' শব্দৰ অৰ্থ যদি জন্ম সময়ৰপৰা বুলি ধৰা হয়; তেন্তে সেই সময়ত ৰামৰ বয়স মাত্ৰ ১৭ বছৰ হয়। ক্ষত্ৰিয়ৰ দ্বিজন্ম হয় উপনয়ন হ'লে। সেই অৰ্থহে ল'ব লাগিব —নহলে সঙ্গতি নহয়। পৰৱৰ্তী শ্লোকৰপৰা এই কথা বুজা যাব। উপনয়নৰ সময়ত দহ বছৰ পাৰ হ'ব লাগে—পুৰা ১১ বছৰ নহবও পাৰে আৰু কৌশল্যাৰ বাক্যতো পুৰা ১৭ বছৰ নহ'ব পাৰে। গতিকে ৰামৰ বয়স ২৭ বছৰ হে হয়। সীতা হৰণৰ সময়ত সীতাই সন্ন্যাসীবেশী ৰাৱণৰ আগত পৰিচয় দিওঁতে কৈছে—

(১) উপনয়নৰ সময়ত ৮ বছৰ বুলি গীতা প্ৰেছৰ ৰামায়ণৰ ইংৰাজী অনুবাদতো গ্ৰহণ কৰিছে আৰু বাংলা অনুবাদ ৰামায়ণতো সেইদৰে গ্ৰহণ কৰিছে।

**মম ভৰ্ত্তা মহাতেজা বয়সা পঞ্চবিংশকা।**
**অষ্টাদশ হি বৰ্ষাণি মম জন্মনি গম্যতে।।১০। অৰণ্য।৪৭**

মোৰ স্বামী শ্ৰীৰামচন্দ্ৰৰ বয়স এতিয়া পঁচিশ বছৰ আৰু মোৰ জন্মৰ পৰা এতিয়া মোৰ বয়স ওঠৰ বছৰ হৈছে।

পদ্মপুৰাণতো অনুৰূপ শ্লোক পোৱা যায়।—

**ঈশ্বৰস্য ধনুৰ্ভগ্নং জনকস্য গৃহে স্থিতম্।**
**ৰামঃ পঞ্চদশে বৰ্ষে ষড়বৰ্ষামথ মৈথিলীম্।।**
**উপথেমে বিবাহেন ৰম্যাং সীতামযোনিজাম্।**
**কৃতকৃত্যস্তদা জাতঃ সীতাং সম্প্ৰাপ্য ৰাঘৱঃ।।**
**ততো দ্বাদশ বৰ্ষানি ৰেমে ৰামস্তয়া সহ।**
**সপ্তবিংশতিমে বৰ্ষে যৌৱৰাজ্যমকল্পয়ৎ।।**

ৰামে ১৫ বছৰ বয়সত হৰধনু ভঙ্গ কৰি অযোনিজা সীতাক বিয়া কৰায় আৰু সীতাৰ বযস তেতিয়া ৬ বছৰ আছিল। ১২ বছৰ সংসাৰ ধৰ্ম পালন কৰাৰ পাছত আৰু ৰামৰ ২৭ বছৰ বয়স হোৱাত ৰামৰ যৌৱৰাজ্যৰ আয়োজন কৰা হৈছিল।

কিন্তু সেই সময়তে ৰামচন্দ্ৰৰ বনবাস হয়। সীতাই তাৰ কিছুদিনৰ পিছতেই ৰাৱণৰ ওচৰত বয়সৰ উক্তি কৰে। সীতাৰ ৬+১২=১৮ বছৰ মিলি গৈছে। ৰামৰ বয়সত তাৰতম্য হয় দুই বছৰৰ— ১৫+১২=২৭ বছৰ। কিন্তু সীতাই ক'লে ২৫ বছৰ বুলি। পিছে এই হিচাব সীতাই মাহ দিন গণি কোৱা নাছিল—মোটামুটি হিচাবতহে কৈছিল।

## ৰামৰ দুৰ্গাপূজা ঃ

ৰামচৰিত ভাৰতীয় বিভিন্ন গ্ৰন্থত বৰ্ণনা কৰা আছে। অষ্টাদশ মহাপুৰাণৰ প্ৰায় প্ৰত্যেকখনতে ৰামচৰিত্ৰ বৰ্ণনা কৰা আছে। তাৰ উপৰিও কাব্যত, নাটকত, ইতিহাসত, যাত্ৰাগানৰ পুথিত, পাঁচালিত, কবিৰ গানত ইত্যাদি বহুপ্ৰকাৰ মাধ্যমত ৰামায়ণৰ কথাই প্ৰচাৰ লাভ কৰি আহিছে। কালিদাসৰ ৰঘুবংশ আৰু ভৰ্ত্তৃহৰিৰ ভট্টিকাব্য ৰামায়ণক অনুসৰণ কৰিয়েই লিখা হৈছে। ভাৰতৰ বিভিন্ন প্ৰাদেশিক ভাষাতো ৰামায়ণ ৰচিত হৈছে। হিন্দী ভাষাত লিখা তুলসীদাসী 'ৰাম-চৰিত-মানস' এখনি বিশিষ্ট আৰু বিখ্যাত গ্ৰন্থ। এই গ্ৰন্থবিলাকৰ পৰা ৰামায়ণৰ বিষয়বস্তু নানাভাৱে লোকৰ মুখত প্ৰচাৰিত হৈ আহিছে। তেনে বহু কথা বাল্মীকি ৰামায়ণত পোৱা নাযায়। উদাহৰণ স্বৰূপে ৰামচন্দ্ৰই ৰাৱণ বধৰ পূৰ্বে শৰৎকালত অকালবোধন কৰি দুৰ্গাপূজা কৰিছিল—এই কথা বাল্মীকি ৰামায়ণত নাই। অসমীয়া মাধৱ কন্দলী ৰামায়ণতো নাই। ৰামচন্দ্ৰই ৰাৱণ বধৰ পূৰ্বে

দুৰ্গাপূজা কৰা কথা বৃহদ্ধৰ্ম পুৰাণত উল্লেখ আছে। দেৱী পুৰাণতো ৰামচন্দ্ৰই দুৰ্গাপূজা কৰা কথা নাই।

ব্ৰহ্মবৈবৰ্ত্ত পুৰাণত পোৱা যায় যে প্ৰথমে সৃষ্টিৰ পূৰ্বে বৃন্দাবনত ৰাসমণ্ডলত শ্ৰীকৃষ্ণই দুৰ্গাপূজা কৰিছিল। মধুকৈটভ দৈত্যৰ ভয়ত দ্বিতীয়তে ব্ৰহ্মাই দুৰ্গাপূজা কৰিছিল। তৃতীয়তে ত্ৰিপুৰ দৈত্য বধৰ পূৰ্বে মহাদেৱে দুৰ্গাপূজা কৰিছিল। চতুৰ্থতঃ দুৰ্বাসাৰ শাপত দেৱৰাজ্যৰ পৰা ভ্ৰষ্ট হৈ ইন্দ্ৰই দুৰ্গাপূজা কৰিছিল। তাৰ পাছত সিদ্ধমুনিসকলে, দেৱতাসকলে আৰু মনুষ্যসকলে দুৰ্গাপূজা কৰিছিল।(১)

বাল্মীকি ৰামায়ণত পোৱা যায় যে অগস্ত্যমুনিৰ পৰামৰ্শক্ৰমে ৰামচন্দ্ৰই 'আদিত্য হৃদয়' নামক স্তোত্ৰ পাঠ কৰিছিল। সেই স্তোত্ৰটো অগস্ত্যমুনিয়ে ৰামচন্দ্ৰক শিকাই দিছিল। এইটো এটি মধুৰ সূৰ্য্যস্তৱ।

সৰ্বদেৱাত্মকো হ্যেষ তেজস্বী ৰশ্মিভাবনঃ।
এষ দেবাসুৰগণা ল্লোঁকান পাতি গভস্তিভিঃ।।
এষ ব্ৰহ্মা চ বিষ্ণুশ্চ শিবঃ স্কন্দঃ প্ৰজাপতিঃ।
মহেন্দ্ৰো ধনদঃ কালো যমঃ সোমো হ্যপাং পতিঃ।।

---

জয়ায় জয়ভদ্ৰায় হৰ্য্যশ্বায় নমো নমঃ।
নমো নমঃ সহস্ৰাংশো আদিত্যায় নমোনমঃ।। ইত্যাদি

## সীতা চৰিত্ৰ ঃ

বাল্মীকি চিত্ৰিত সীতা "বলদৰ্পিতা বীৰৰমণী"। মাধব কন্দলীও সীতাৰ চৰিত্ৰ অঙ্কনত বাল্মীকিৰ ৰচনাৰ পৰা আঁতৰি যোৱা নাই।

হাওৰে ৰাৱণ বৰ্ব্বৰ নিশাচৰ।
অবিলম্বে যাইবাক চাহ যমঘৰ।।
ৰামৰ ঘৰণী মোক ভজিবাক চাস্।
মৰিবাক লাগি কালকূট বিষ খাস্।।

---

(১) প্ৰথমে পূজিতা সা চ কৃষ্ণেন পৰমাত্মনা।
বৃন্দাবনে চ সৃষ্ট্যাদৌ গোলোকে ৰাসমণ্ডলে।।
মধুকৈটভ ভীতেন ব্ৰহ্মণা সা দ্বিতীয়তঃ।
ত্ৰিপুৰ প্ৰেষিতেনৈব তৃতীয় ত্ৰিপুৰাৰিনা।।
ভ্ৰষ্ট শ্ৰিয়া মহেন্দ্ৰেন শাপাদ্দুৰ্বাসসঃ পুৰা।
চতুৰ্থে পূজিতা দেৱী ভক্ত্যা ভগবতী সদা।।
তদা মুনীন্দ্ৰৈঃ সিদ্ধেন্দ্ৰৈৰ্দেবৈশ্চ মনুমানবৈঃ।
পূজিতা সৰ্ববিশ্বেষু বভূব সৰ্বতঃ সদা।।

ইত্যাদি ক্ৰমে ঊনৈশটি পদেৰে মাধৱ কন্দলীয়ে সতীত্বৰ বলেৰে বলীয়সী বলদৰ্পিতা বীৰৰমণী সীতাৰ চৰিত্ৰ বাল্মীকিৰ অনুকৰণেৰে অঙ্কিত কৰিছে; কিন্তু কৃত্তিবাসে সীতা চৰিত্ৰৰ এই মহত্ত্ব, মাধুৰ্য্য আৰু গাম্ভীৰ্য্য ৰক্ষা কৰিব পৰা নাই। কৃত্তিবাসৰ সীতা 'লজ্জাৱতী লতা বঙ্গ কুলাঙ্গনা'। 'জানকি কাঁপেন যেন কলাৰ বাগুড়ি'— কলগছৰ পাত বতাহত যেনেকৈ থৰথৰকৈ কঁপে—, সেইদৰে সীতা ৰাৱণে হৰণ কৰি নিবৰ সময়ত কঁপিব ধৰিলে। বাল্মীকি ৰামায়ণত সীতাই কৈছে যে—ৰাৱণ! তই হেনো সৰ্বজন পূজ্য কুবেৰৰ ভাই। যদি সেয়ে হয় তোৰ দ্বাৰা এনে গৰ্হিত কাৰ্য্য কৰা কেনেকৈ শোভা পায়? শুন তই! ইন্দ্ৰপত্নী শচীক অপহৰণ কৰি কোনো লোক হয়তো জীয়াই থাকিব পাৰে, কিন্তু ৰামপত্নী মোক অপহৰণ কৰি নিয়া লোকৰ নিস্তাৰ নাই জানিবি।

অপহৃত্য শচীং ভাৰ্য্যাং শক্যমিন্দ্ৰস্য জীৱিতুম্।
নহি ৰামস্য ভাৰ্য্যাং মামানীয় স্বস্তিমান ভবেৎ।।

## ৰামায়ণৰ পৰা শিক্ষাৰ বিষয়ঃ

ৰামায়ণত উন্নতিশীল আদৰ্শৰাজ্যৰ পৰিচয় পোৱা যায়। আধুনিক সভ্যজগততো তেনে ৰাজ্য নাই। ৰজা দশৰথৰ ৰাজ্যত মন্ত্ৰীমভা আছিল। ধৃষ্টি, জয়ন্ত, বিজয়, সুৰাষ্ট্ৰ, ৰাষ্ট্ৰ বৰ্দ্ধন, অকোপ, ধৰ্মপাল আৰু সুমন্ত্ৰ নামে আঠজন মন্ত্ৰীয়ে বিভিন্ন বিভাগত ৰাজকাৰ্য্য পৰিচালনা কৰিছিল। ইয়াৰ উপৰিও আঠজন ঋষি মন্ত্ৰীৰ পদত নিযুক্ত আছিল। তেওঁলোক হৈছে—বশিষ্ঠ, বামদেৱ, জাবালি, কশ্যপ গৌতম, মাৰ্কণ্ডেয় আৰু কাত্যায়ন। সেই সময়ত ন্যায় বিচাৰৰ এনে ব্যৱস্থা আছিল যে অপৰাধী হ'লে নিজৰ পুত্ৰকো ক্ষমা নকৰিছিল। "প্ৰাপ্তকালং যথাদণ্ডং ধাৰয়েয়ু সুতেস্বপি।" 'চৰ' পঠিয়াই স্বদেশৰ আৰু বিদেশৰ বিবৰণ সংগ্ৰহ কৰা হৈছিল। প্ৰজাবিলাকৰ অৱস্থা সম্পূৰ্ণৰূপে অবগত হৈ মন্ত্ৰীসকলে ৰাজ্য পৰিচালনা কৰিছিল। ৰাজনীতি আৰু সমাজনীতি বিষয়ে অযোধ্যা ৰাজ্য অতি উন্নত আছিল আৰু সেইদৰে নিজ নিজ কৰ্ত্তব্যপালনৰ ব্যক্তিগত দৃষ্টান্তৰ দ্বাৰা ৰাজ্যৰ গৌৰৱ বাঢ়িছিল।

কৈকেয়ীৰ মুখত ৰামচন্দ্ৰই নিজৰ নিৰ্ব্বাসন সংবাদ পায়ো তিলমাত্ৰ ব্যথিত নহৈ ৰামচন্দ্ৰই কৈছে—পিতা মোৰ গুৰু। ৰজা দশৰথে মোক আদেশ কৰিলে এনে কোনো কাৰ্য্য নাই যাক মই আনন্দমনেৰে পালন নকৰিম।

হিতেন গুৰুণা পিত্ৰা কৃতজ্ঞেন নৃপেণ চ।
নিযুজ্যমানো বিশ্ৰব্ধঃ কিং ন কুৰ্য্যামহং প্ৰিয়ম্।।

তেওঁ যে নিজে সেই আদেশ দিয়া নাই বা দিবলৈ সংকোচবোধ কৰিছে,

তাতেহে মোৰ মনত দুঃখ হৈছে। পিতৃভক্তি আৰু সত্যপালনৰ ই এটি মহৎ আৰু উচ্চতম দৃষ্টান্ত।

দশৰথ ৰজাৰ চাৰি পুত্ৰৰ মাজত পৰস্পৰৰ প্ৰতি পৰস্পৰৰ যি সৌহাৰ্দ্দ্য, স্নেহ-প্ৰীতি দেখা যায়, এনে দৃষ্টান্তও বিৰল। ৰামচন্দ্ৰই কৈছে যে ভৰতক মই ৰাজ্য, ধন, সমস্তকে আনকি আৱশ্যক হ'লে মোৰ প্ৰাণ পৰ্য্যন্ত দান কৰিব পাৰোঁ। আনপক্ষে ইমান সহজে ৰাজ্য পায়ো ভৰতে সেই ৰাজ্য ভোগ কৰা নাই। ৰামৰ প্ৰতিনিধি হৈ বনবাসীৰ দৰে জটা বন্ধল ধাৰণ কৰি ব্ৰহ্মচাৰী জীৱন-যাপন কৰি চৈধ্য বছৰ সিংহাসনত ৰামৰ পাদুকা স্থাপন কৰি ৰাজ্য শাসন কৰি থাকিল। এনে দৃষ্টান্ত নাই।

লক্ষ্মণ যুৱতী স্ত্ৰীক ঘৰত এৰি থৈ ২৫/২৬ বছৰ বয়সতে ৰামৰ লগত চৈধ্য বছৰলৈ বনবাসী হ'ল। শত্ৰুঘ্নৰ ভ্ৰাতৃভক্তি আৰু ভ্ৰাতৃস্নেহ কম নাছিল। ভৰতৰ লগত থাকি ভৰতৰ আজ্ঞাবাহী হৈ ভৰতৰ দৰে ব্ৰহ্মচাৰী সন্ন্যাসীৰ বেশ ধৰি নন্দীগ্ৰামত থাকি ভৰতক ৰাজ্য শাসনত সহায় কৰি চৈধ্য বছৰ ৰামক অপেক্ষা কৰি থাকিল।

এইবোৰ ভ্ৰাতৃ স্নেহৰ অনুপম আদৰ্শ। তাৰ উপৰি সীতাৰ পতিভক্তি, হনুমন্তৰ কৰ্ত্তব্যনিষ্ঠা, বিভীষণৰ ন্যায়নিষ্ঠা, ভাৰতীয় শিক্ষা-সংস্কৃতিৰ অপূৰ্ব উদাহৰণ। আনফালে সীতাৰ অগ্নি পৰীক্ষা আৰু শ্ৰীৰামচন্দ্ৰৰ লক্ষ্মণ বৰ্জন কৰ্ত্তব্যনিষ্ঠাৰ চৰম নিদৰ্শন। সমৰ ক্ষেত্ৰত শত্ৰুসৈন্যৰ আত্মসমৰ্পনত সিহঁতৰ প্ৰতি সদ্ব্যবহাৰ কৰা দৃষ্টান্ত ৰামায়ণত বহুত আছে।

সীতাৰ সতীত্ব ৰক্ষাৰ প্ৰতি সন্দিহান হৈ ৰামচন্দ্ৰই সীতাক আনয়ন কৰি স্পষ্ট ভাষাত কৈ দিলে—সীতে! তুমি বহুদিন ৰাক্ষসৰ ঘৰত আছা—তোমাৰ সতীত্ব ৰক্ষাৰ প্ৰতি মোৰ সন্দেহ উপস্থিত হৈছে, মই তোমাক গ্ৰহণ কৰিব নোৱাৰোঁ। তুমি অপহৃতা হৈছিলা, তোমাক উদ্ধাৰ কৰাটো মোৰ কৰ্ত্তব্য; সেইবাবে ৰাৱণক বধ কৰি মই তোমাক উদ্ধাৰ কৰিলোঁ। তুমি এতিয়া যলৈকে ইচ্ছা তালৈকে যাব পাৰা। ইচ্ছা কৰা যদি তুমি লক্ষ্মণ, ভৰত বা শত্ৰুঘ্নক বৰণ কৰিব পাৰা নাইবা সুগ্ৰীৱ আৰু বিভীষণৰ ওচৰতো আত্মসমৰ্পণ কৰিব পাৰা।

সতী পতিব্ৰতা সীতাৰ কাৰণে ইয়াতকৈ আৰু কি কঠোৰ অগ্নিপৰীক্ষা হ'ব পাৰে? ৰামচন্দ্ৰই সীতাক অগ্নিত প্ৰবেশ কৰাই সীতাৰ সতীত্ব পৰীক্ষাৰ কল্পনাও কৰা নাছিল। নাইবা তেনে প্ৰস্তাৱো উত্থাপন কৰা নাছিল।

ৰামচন্দ্ৰই সাধাৰণ স্বামীৰ দৰে সীতাৰ প্ৰতি যি ব্যৱহাৰ দেখুৱাইছে সেই ব্যৱহাৰে ৰামচন্দ্ৰৰ প্ৰকৃত মনোভাৱ প্ৰকাশ কৰা নাই; কিন্তু ৰামচন্দ্ৰই লোকচক্ষুত নিন্দনীয় নহ'বলৈ ৰাৱণ বধৰ পাছৰপৰা অতি সাৱধানতা গ্ৰহণ কৰিছে—সেইটো বুজা যায়।

প্ৰথমতঃ ৰামচন্দ্ৰই ৰাৱণ বধৰ সংবাদ পাই, সীতাই কি প্ৰত্যুত্তৰ দিয়ে সেইটো জানিবলৈ বিশেষ ব্যগ্ৰতা দেখুৱাইছে। সেই প্ৰত্যুত্তৰৰ উত্তৰত ৰামচন্দ্ৰৰ ভৱিষ্যৎ কৰ্ত্তব্য স্থিৰ কৰিবৰ উদ্দেশ্য থকা বুজা যায়। প্ৰেমিক পুৰুষে বহুদিনৰ অদৰ্শনত বিশেষতঃ শত্ৰুৰ গৃহত বাস কৰি থকা প্ৰেমিকাৰ মন বুজিবলৈ ইচ্ছা আৰু যত্ন কৰাটো অস্বাভাবিক নহয়। ৰামচন্দ্ৰই পূৰ্বে পত্নীৰ অপহৰণত আৰু পত্নীৰ বিৰহত যিদৰে বিলাপ কৰিছে, যিদৰে বিৰহযন্ত্ৰণা ভোগৰ বিষয়ে লক্ষ্মণৰ আগত প্ৰকাশ কৰিছে —ৰামচন্দ্ৰৰ অকৃত্ৰিম প্ৰেমৰ নিদৰ্শন তাতে পোৱা যায়। ৰাৱণবধ হোৱাৰ পূৰ্বলৈকে ৰামচন্দ্ৰই সীতাৰ চৰিত্ৰৰ ওপৰত কোনো অবিশ্বাস বা সন্দেহ কৰা নাছিল। তাৰ পাছত ৰাৱণ বধৰ পাছত কিয় সেই সন্দেহৰ কথা নিজমুখে প্ৰকাশ কৰে? সীতা অন্বেষণ কৰি ঘূৰি আহি হনুমানে সীতা সম্পৰ্কীয় যিবোৰ সংবাদ দিছিল, তাৰ দ্বাৰা ৰামচন্দ্ৰৰ প্ৰেমৰ উদ্বেলতাহে প্ৰকাশ পাইছিল, সেই সময়ত তেওঁৰ মনত কোনো প্ৰকাৰ সন্দেহৰ ছাঁ পৰা নাছিল। লোকনিন্দাৰ পাত্ৰ হৈ ৰামচন্দ্ৰ অযোধ্যাৰ ৰজা হ'বলৈ ইচ্ছা নকৰে; নিজৰ মহিষীও লোকনিন্দাৰ উৰ্দ্ধত থাকিব লাগিব। সেইবাবে সকলো সাধাৰণ লোকৰ সমুখতে ৰামচন্দ্ৰই কঠোৰ বাক্যেৰে অপৰৰ দ্বাৰা অপহৃতা পত্নীক পৰিত্যাগ কৰাৰ বাণী উচ্চাৰণ কৰিলে। সতী সাধ্বী সীতা দেবী নিজৰ মান আভিমান সম্পূৰ্ণকৈ ৰজাই ৰাখি এই কঠোৰ পৰীক্ষাত উত্তীৰ্ণ হ'ল। সি এক চমকপ্ৰদ ঘটনা—প্ৰিয়তম স্বামী অতি প্ৰিয় কিন্তু নিজৰ সতীত্ব আৰু পাতিব্ৰত্য প্ৰিয়তৰ। সেইবাবে সীতাদেৱীয়ে অনুৰূপ তীব্ৰ বাক্যেৰে প্ৰিয়তম স্বামীক ভৰ্ৎসনা কৰিছে—তুমি মোৰ চৰিত্ৰ আৰু স্বভাৱৰ সন্মান দেখুৱা নাই। সৰ্বজন সমক্ষে তুমি ইতৰ লোকৰ দৰে আৰু মোক ইতৰ ৰমণীৰ দৰে ব্যৱহাৰ কৰিছা। মোৰ জীৱন-ধাৰণৰ কোনো প্ৰয়োজন নাই। আৰ্য্য ৰমণীৰ শেষ অবলম্বন চিতা আৰু চিতাই এই সন্দেহৰোগৰ ঔষধ। সেই চিতাত মই নিশঙ্ক মনে প্ৰবেশ কৰিম। তুমি চাই থাকা। সেই বুলি সীতাদেবীয়ে প্ৰিয় দেৱৰ লক্ষ্মণক চিতা সজাবলৈ আদেশ দিলে। লক্ষ্মণে ইতস্ততঃ কৰি ৰামৰ মুখৰ ফালে চাইছে। ৰামো অবিচলিত। আকাৰে ইঙ্গিতে সন্মতি দিলে। সতী নাৰীক অগ্নিয়ে স্পৰ্শ কৰিব নোৱাৰে। অগ্নি পাবক, পাপ ধ্বংস কৰি পবিত্ৰ কৰে; কিন্তু পাপহীনা নাৰীদেহক কি পবিত্ৰ কৰিব? সেই কালত ভাৰতীয় সমাজত এনে ঘটনা একো অসাধাৰণ বুলি গণ্য নহৈছিল। আধুনিক যুগতো সতী নাৰীয়ে এই ভাৰতবৰ্ষতে সতীত্বৰ এনে পৰীক্ষা দি উত্তীৰ্ণ হোৱা খবৰ আমি সংবাদ পত্ৰৰ জৰিয়তে পাইছো আৰু যি স্থলত এনে পৰীক্ষা সংঘটন হৈছিল, সেই ঠাইৰ লোকসমাজে তাক প্ৰত্যক্ষ কৰিছে। দেৱতাসকলে ৰূপ গ্ৰহণ কৰি মানুহৰ লোকচক্ষুত আবিৰ্ভূত হয়। এই ক্ষেত্ৰতো অগ্নিয়ে ৰূপ ধৰি সীতাক কোলাত লৈ আবিৰ্ভূত হৈ ৰামক প্ৰত্যৰ্পণ কৰিলে। এই কথা আমি বিশ্বাস কৰিবলৈ টান পাওঁ

কিন্তু এনে ঘটনা আজিও সম্ভৱ হৈয়ে আছে। বিশ্বাস-সম্পন্ন আৰু পবিত্ৰমনা লোকৰ চক্ষুত এনে ঘটনা প্ৰত্যক্ষ হয়। ৰামচন্দ্ৰৰ সেইবাবে পূতচৰিত্ৰা সীতাক হেৰুৱাবৰ ভয় নাছিল আৰু যদি সঁচাকৈয়ে সীতা অগ্নিত ভস্মীভূতা হৈ যায়, তেতিয়া বুজা যাব যে সীতাৰ চৰিত্ৰত কলঙ্ক আছিল। আৰু সেই কলঙ্কিতা নাৰীক গ্ৰহণ নকৰাত ৰামচন্দ্ৰ লোকচক্ষুত ঊৰ্দ্ধস্তৰ হৈ উঠিব আৰু লোকসমাজত এটা আদৰ্শ স্থাপিত হ'ব। আন সাধাৰণ মানুহৰ কাৰণে সন্দেহ ভঞ্জন নকৰাকৈ অপহৃতা পত্নীক গ্ৰহণ কৰাটো বৰ ভাবিবলগা কথা নহলেও অপহৃতা পত্নী যদি এখন দেশৰ ৰাণী হৈ অধিষ্ঠিতা হয়, সেই ৰজা আৰু ৰাণীৰ পক্ষেই এক কলঙ্ক স্বৰূপে চিৰকাল থাকি যাব—ই সাধাৰণ কথা নহয়।

এই সময়ত স্বৰ্গৰ দেৱতাসকলো আৰু মৃত ৰজা দশৰথেও নিজ ৰূপত আবিৰ্ভূত হৈ ৰামচন্দ্ৰক আশ্বস্ত কৰি গৈছিল। ভাৰতবৰ্ষ অতীজৰে পৰা বিচিত্ৰ দেশৰূপে পৰিগণিত হৈ আহিছে আৰু তাৰ কাৰণ হৈছে ভাৰতবৰ্ষৰ আধ্যাত্মিকতাৰ চৰ্চা উচ্চতম স্তৰত প্ৰতিষ্ঠিত হৈছিল। ভাৰতবৰ্ষ সেই উচ্চতম স্তৰৰপৰা ক্ৰমে নিম্নস্তৰলৈ নামি আহিছে আৰু পৃথিৱীৰ আন দেশবোৰে সেই স্তৰ এতিয়াও ঢুকি পোৱাগৈ নাই।

## হনুমানৰ কণ্ঠত হেমহাৰ ঃ

ৰামৰ ৰাজ্যাভিষেকৰ সময়ত যি যি লোকক পুৰস্কাৰ আৰু উপহাৰ দিব লাগে, ৰামৰ আদেশত পাত্ৰ মন্ত্ৰীসকলে তাক দান কৰিলে। সুগ্ৰীৱ, বিভীষণ, হনুমানকো বস্ত্ৰ অলঙ্কাৰ দান কৰিছে।

সৰ্বে বানৰ বৃদ্ধাশ্চ চান্যে বানৰোত্তমাঃ।
বাসোভিৰ্ভূষণৈশ্চৱ যথাৰ্হং প্ৰতিপূজিতা।।৮৪।

লঙ্কাকাণ্ড—১২৮

সীতাদেবীৰ তেতিয়া হনুমানৰ মহৎ উপকাৰৰ কথা মনত পৰাত নিজৰ কণ্ঠৰ পৰা ৰামে দিয়া হাৰ এডাল হাতত লৈ এবাৰ স্বামীৰ ফালে এবাৰ হনুমানৰ ফালে চাবলৈ ধৰিলে। ৰামে তাকে দেখি 'যাকে দিবৰ মন যায় তাকে দিয়া বুলি অনুমতি দিলে। সীতাই অনুমতি পাই সেই হাৰডাল হনুমানক দিলে। হনুমানে সেই হাৰ গলত পিন্ধিলে; কিন্তু কৃত্তিবাসী ৰামায়ণত এই আখ্যান বেলেগ ধৰণে লিখা আছে।

হনুমানে সেই হাৰ লৈ গলত পিন্ধিলে কিন্তু দাঁতেৰে চোবাই চোবাই ছিন্ন ভিন্ন কৰিলে। তেতিয়া লক্ষ্মণে ক'লে— দাদা! তুমি এইটো কি কৰিলা? বানৰৰ গলত ৰত্নহাৰ কিয় দিলা? শ্ৰীৰামে উত্তৰ দিলে, লক্ষ্মণ! হনুমানক সভাবিদ্যমানে সোধা—তেওঁ কিয় সেই হাৰ ছিন্ন ভিন্ন কৰি পেলালে? সেই ৰহস্য তেওঁহে জানে।

হনুমানে ক'লে যে বহুমূল্যবান হাৰ বুলি মই ইয়াক গ্ৰহণ কৰিলোঁ; কিন্তু দেখিলোঁ যে ইয়াত ৰাম নাম লিখা নাই। সেইবাবে—

ৰামনামহীন যাহা, এমন যে ধন।
পৰিত্যাগ কৰা ভাল, নাহি প্ৰয়োজন।।

লক্ষ্মণে তেতিয়া ক'লে—

লক্ষ্মণ বলেন, শুন পৰম কুমাৰ।
ৰাম-নাম চিহ্ন নাহি দেহেতে তোমাৰ।।
তবে কেন মিথ্যা দেহ কৰেছ ধাৰণ।
কলেবৰ ত্যাগ কৰ পবন নন্দন।।

হনুমানে নিজৰ বুকু নখেৰে ফালি দেখুৱালে—

এতেকে শুনিয়া তবে পবন কুমাৰ।
নখে চিৰি কলেবৰ কৰিলা বিদাৰ।।
সভামধ্যে দেখাইল বিদাৰিয়া বক্ষ।
অস্থিময় ৰাম-নাম লেখা লক্ষ লক্ষ।।

এই আখ্যান হয়তো কোনোবা পুৰাণত আছে। বাল্মীকি ৰামায়ণ আৰু মাধৱ কন্দলী ৰামায়ণত নাই।

## সীতাৰ বনবাস ঃ

সীতাৰ বনবাস ৰামচৰিত্ৰত এটা প্ৰধান কলঙ্ক বুলি বহুতে ভাবে। সেই বাবে ইয়াৰ মূলগত ভাবে কিঞ্চিৎ আলোচনাৰ আৱশ্যক। দুৰ্ম্মুখৰ মুখত সীতাৰ নিন্দা শুনি ৰামচন্দ্ৰই সীতাক ত্যাগ কৰা বুলি সকলোৰে ধাৰণা আৰু দুৰ্মুখৰ কথাত ভোল গৈ সীতাক অগ্নি পৰীক্ষা কৰি গ্ৰহণ কৰিও সীতাক পুনৰায় বনবাস দিলে এইটো ৰামচন্দ্ৰৰ মহৎ অন্যায় হৈছে বুলি দোষাৰোপ কৰা শুনা যায়।

দুৰ্মুখ-দুৰ্জ্জনজনে দেয় অপযশ।
সীতাক নিলে হৰি ৰাৱণ ৰাক্ষস।।
একেশ্বৰী নাৰী সীতা আছিলা লঙ্কাত।
কিমতে শৈশস্ত তাত ৰাঘৱ সঙ্গাত।।
শুনি হেন দুৰ্জন জনৰ অপবাদ।
ৰামৰ মনত হেন মিলিল বিষাদ।।

এই বিষাদ কি কাৰণে মিলল? প্ৰজাবৃন্দই আলোচনা সমালোচনা কৰে যে ৰাৱণে বলপূৰ্ব্বক কোলাত তুলি লৈছিল, সেই সীতাৰ লগত ৰামচন্দ্ৰই সম্ভোগজনিত সুখ কেনেকৈ পায়? ইমানেই নহয়, মানুহে আলোচনা কৰে যে এতিয়া আমিও স্ত্ৰীৰ অপৰাধ সহ্য কৰিব লাগিব; কাৰণ ৰজাই যেনে কৰে,

প্ৰজায়ো তাকেহে অনুকৰণ কৰে। এইটোৱেহে বিষাদৰ প্ৰধান কাৰণ। প্ৰজাৰ সুখ-শান্তি ৰজাৰ কৰ্মৰ দ্বাৰা ব্যাহত হোৱা উচিত নহয়। সীতাক পৰিত্যাগ নকৰিলে ৰাজ্যৰ ভিতৰত এটা কু-আদৰ্শই প্ৰতিষ্ঠা লাভ কৰিব—ৰামৰ মনত এয়েহে প্ৰধান ভয়। প্ৰজাবৃন্দৰ নৈতিক চৰিত্ৰ সুসংযতকৈ ৰাখিবলৈ তেনে আদৰ্শ নষ্ট কৰিব লাগিব। প্ৰজাৰ চৰিত্ৰ ভ্ৰষ্ট হ'বলৈ দিব নোৱাৰি। নাৰীৰ অপৰাধ স্বামীয়ে সহ্য কৰি গ'লে স্ত্ৰী চৰিত্ৰৰ দোষ ঘটে। সেয়ে সুখ-শান্তি ধ্বংসৰ কাৰণ হয়।

ৰামচন্দ্ৰৰ মনত সীতাৰ চৰিত্ৰত সন্দেহ নথকা সত্বেও ৰজাৰ কৰ্ত্তব্য হিচাবে ৰামচন্দ্ৰই সীতাৰ বনবাসৰ সিদ্ধান্ত ল'ব লগা হয়। প্ৰজাৰঞ্জক ৰজাৰ ই দুৰ্বলতা নহয়, বৰং প্ৰজাৰ সুখ শান্তি বিধানৰ বাবে ৰজাই নিজৰ সুখ-শান্তি বিসৰ্জ্জন দিয়া কাৰ্য্যও উদাৰ চৰিত্ৰ আৰু মানসিক সবলতাৰহে পৰিচয় দিয়ে।

ৰামচন্দ্ৰই সীতাক বনবাস দি পুনৰ দাৰ পৰিগ্ৰহ কৰা নাই। অশ্বমেধ যজ্ঞৰ সময়তো মন্ত্ৰীক যজ্ঞকাৰ্য্য কৰিবৰ বাবে স্বৰ্ণসীতা নিৰ্ম্মাণ কৰি সীতাক স্ত্ৰীৰ মৰ্য্যাদা আৰু অধিকাৰৰপৰা বঞ্চিত কৰা নাই। প্ৰজাৰ মনত ৰাণীৰ মৰ্য্যাদাৰ প্ৰতি সন্দেহ হোৱাতহে ৰামচন্দ্ৰই ৰাণী ত্যাগ কৰিছিল, পত্নী ত্যাগ কৰা নাছিল।

## শম্বুক বধ ঃ

ত্ৰেতা যুগত আজিকালিৰ দৰে চাৰিবৰ্ণৰ ভিতৰত জাতিগত দ্বেষ-বিদ্বেষ নাছিল। বৰ্ণাশ্ৰম ধৰ্ম ত্ৰেতাযুগতে বিধিসঙ্গত ৰূপে প্ৰতিষ্ঠিত হয়। জাতিগত হিচাবে আচাৰ ধৰ্ম আৰু কৰ্মৰ অধিকাৰ নিৰ্ণীত হৈছিল সেই যুগতে। সকলো বৰ্ণৰ লোকে ঋষিসকলৰ বিধি ব্যৱস্থা বিনা দ্বিধা আপত্তিৰে মানি লৈছিল। ঋষিসকলে নৃ-বিজ্ঞান, কাল বিজ্ঞান বা কালৰ গতি নিৰ্ণয় বিজ্ঞান, ৰাজনীতি বিজ্ঞান, সমাজনীতি বিজ্ঞান আৰু ধৰ্মনীতি বিজ্ঞানৰ স্বাভাৱিক নীতিসমূহ কিদৰে নিৰ্ণয় কৰিছিল তাৰ পৰিচয় শম্বুক বধ বৃত্তান্ততে স্পষ্টভাৱে পোৱা যায়। শম্বুকক শূদ্ৰ বুলি বিদ্বেষ কৰি বধ কৰাৰ ব্যৱস্থা নাৰদ ঋষিয়ে দিয়া নাছিল। কালৰ গতি নিৰ্ণয়ত শূদ্ৰ জাতিৰ লোকে ত্ৰেতাযুগতে উগ্ৰ তপস্যা কৰা নৃ-বিজ্ঞানৰ পৰিপ্ৰেক্ষিতত অস্বাভাৱিক আৰু তাৰ প্ৰতিক্ৰিয়া স্বৰূপে নৈসৰ্গিক উৎপাত আৰম্ভ হয় সেই তত্ত্ব দিব্য দৃষ্টিৰে দেখা পাইছিল। অনৃত বা মিথ্যাজ্ঞানৰ ফল যে কিমান অপৰিনামদৰ্শী হয় তাকো যুগভেদে মনুষ্যজাতিৰ ভিতৰত বিভিন্ন বৰ্ণৰ তপস্যা প্ৰবৃত্তিৰ পৰিপ্ৰেক্ষিতত বুজি পাইছিল। সেই বাবে আজিৰ যুগৰ মানুহৰ মনোবৃত্তিৰ আৰু দৃষ্টিভঙ্গীৰে ৰামচন্দ্ৰৰ শম্বুক বধ কাৰ্য্য বিচাৰ কৰিব নোৱাৰি।

ইয়াত শম্বুকৰ প্ৰতি বিদ্বেষ নাই। আছে দেশৰ কল্যাণ কামনাৰ উদ্দেশ্য। নাৰদ ঋষিয়ে শম্বুকক চিনিও নাপাইছিল।

ৰামায়ণৰ উত্তৰকাণ্ডত বহু প্ৰক্ষিপ্ত ৰচনাই ঠাই পাইছে। এই ৰচনাবোৰ ৰামচৰিত ইতিহাসত সন্নিবেশিত কৰা হৈছে—সমাজ আৰু দেশৰ কল্যাণ কামনাত। এই ৰচনাবোৰ প্ৰক্ষিপ্ত হ'লেও ঋষিপ্ৰণীত। ইতিহাসৰ মূল্যতকৈ ধৰ্ম আৰু নৈতিকতাৰ মূল্য এই ৰচনাবোৰত বেছি। ভাৰতীয় শাস্ত্ৰবিলাক ইতিহাস হিচাবে লিখা হোৱা নাই কাৰণে ঐতিহাসিক তথ্য আৱিষ্কাৰ কৰা সুকঠিন হৈ পৰে। ৰচক হিচাবে যশ কামনা কৰা প্ৰবৃত্তিও ঋষিসকলৰ নাছিল। আনৰ ৰচনাত বাদ পৰা অংশ যোজনা কৰা প্ৰবৃত্তি আছিল।

ৰামায়ণৰ অন্যান্য কাণ্ডতো প্ৰক্ষিপ্ত ৰচনা আছে। একে বিষয়ৰে বিস্তৃত বিবৰণ আৰু পুনৰুক্তিয়ে সেইটো প্ৰমাণ কৰে। কাব্য মহাকাব্যত এইটো এটা দোষ। বাল্মীকি মুনিয়ে কাব্য ৰচনা কৰিছিল আৰু ই আদি মহাকাব্য বুলি পুনৰুক্তি দোষ আৰু বিভিন্ন বিষয়ৰ সংযোজনা দোষ ঘটিছে বুলি কোনো কোনো সমালোচকে কয়। ৰামায়ণ কাব্য হ'লেও ই ৰামচৰিত ইতিহাস বুলিও পূৰ্বে উল্লেখ কৰা হৈছে।

এই ৰচনাতে বুজা যায় যে চতুৰ্বৰ্ণ—সৃষ্টি সৃষ্টিৰ লগে লগে হৈছিল। চতুৰ্বৰ্ণৰ ভেদ মানুহৰ সৃষ্টি নহয় আৰু সত্য যুগতো ব্ৰাহ্মণ, ক্ষত্ৰিয় বৈশ্য আৰু শূদ্ৰ চাৰিবৰ্ণ আছিল। তেতিয়া কাৰো প্ৰতি শাস্ত্ৰীয় বিধি নিষেধ নাছিল।—বৈবাহিক পদ্ধতিও নাছিল।

এই ৰচনাতে পোৱা যায় যে সত্যযুগত ব্ৰাহ্মণসকলহে তপস্বী আছিল। ত্ৰেতাযুগত পূৰ্বৰ সংস্কাৰ অনুসৰি (পূৰ্বেণ তপসান্বিতাঃ) ক্ষত্ৰিয় সকলো তপস্বী হৈছিল। ক্ষত্ৰিয়সকলে পূৰ্ব সংস্কাৰ কত পালে? বুজা যায় সত্য যুগত ব্ৰাহ্মণৰ ঔৰষত ক্ষত্ৰিয় নাৰীৰ গৰ্ভত জন্মা লোকসকলৰ তপস্যাৰ সংস্কাৰ জন্মগতভাবে আছিল। আন কোনো বিধি নিয়ম নথকাত মাতৃকুল অনুসাৰে বা ক্ষেত্ৰজ অনুসাৰে জাতকৰ কুল নিৰ্ণয় হৈছিল। বিধি ব্যৱস্থা আৰু প্ৰত্যেক জাতিৰ স্বধৰ্ম আৰু আচাৰ নিৰ্ণয়ৰ ব্যৱস্থা ত্ৰেতাযুগতহে হৈছিল বুলি ৰামায়ণত শম্বুক বধ আখ্যানতে পোৱা যায়। স্বধৰ্ম ৰক্ষাৰ ব্যৱস্থাত যে সমাজত শাসন আৰু শৃঙ্খলা ৰক্ষাৰ উদ্দেশ্য নিহিত আছিল এইটো স্পষ্ট। ইয়াত ব্যক্তিগত আৰু জাতিগত বিদ্বেষৰ কোনো উদ্দেশ্য নাছিল। কালক্ৰমত স্বধৰ্ম ৰক্ষা কৰি থকা সমাজ-শৃঙ্খলা ভঙ্গ হৈ অহাত আৰু দেশৰ ৰাজনৈতিক পৰিস্থিতি সঘনে পৰিবৰ্ত্তিত হ'বলৈ ধৰাত বিশেষতঃ বিধৰ্মী আৰু বিদেশীৰ আক্ৰমণত ভাৰতবৰ্ষ জৰ্জৰিত হোৱাত সমাজৰ মানুহৰ চিন্তাধাৰা আৰু দৃষ্টিভঙ্গী পৰিবৰ্ত্তিত হৈ ভাৰতীয় সমাজত বৈদিক ধৰ্ম আৰু সামাজিক পৰম্পৰা ৰক্ষা শিথিল হৈ পৰিল আৰু ঋষিসকলৰ ত্যাগধৰ্মই আৰু সমাজ কল্যাণ ব্যৱস্থাই স্বাৰ্থপৰতা আৰু পক্ষপাতিত্বৰ ৰূপ ধাৰণ কৰিলে বিশেষতঃ স্বাৰ্থান্বেষী বিধৰ্মী লোকসকলৰ স্বাৰ্থপন্থী প্ৰচাৰ আৰু বৈদিক

ধৰ্মৰ অপ ব্যখ্যাৰ মাধ্যমত। ইউৰোপৰ বহু চিন্তাশীল লোকে ভাৰতবৰ্ষৰ সমাজ ব্যৱস্থাৰ ভূয়সী প্ৰশংসা কৰি ভাৰতীয় ধৰ্ম-সংস্কৃতিৰ গ্ৰন্থ প্ৰণয়ন কৰিছে। ভাৰতীয় সমাজ ব্যৱস্থা মানুহৰ স্বভাবগত ধৰ্মৰ বিকাশ মাথোন।

শম্বুক বধ কাৰ্য্য ৰামচন্দ্ৰৰ চৰিত্ৰত এটা কলঙ্ক বুলি ক'লে বিচাৰ শুদ্ধ নহয়। সেইদৰে বালী বধ অন্যায় হৈছে বুলি কোৱাও অন্যায়। ৰামচন্দ্ৰই বালীবধ কিয় কৰিছে আৰু সেই কাৰ্য্য যে অন্যায় নহয় সেই কথা ৰামচন্দ্ৰই নিজেই বালীৰ প্ৰশ্নৰ উত্তৰত কৈছে। সেই যুক্তি বালীয়ে মানি লৈছে। তাৰ বাবে বালীৰ মনৰপৰা ক্ষোভ আঁতৰি গৈছে আৰু পাছত তাৰায়ো তাৰ বাবে কোনো ক্ষোভ কৰা নাই। মূল ঘটনা বৰ্ণনা কৰোঁতে ইয়াৰ স্পষ্ট বৰ্ণনা দিয়া আছে।

# স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য ডাঙৰীয়াৰ পৰিয়াল-পৰিচয়

স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য
বি.এচ.চি. বিটি

স্বৰ্গীয়া চন্দ্ৰপ্ৰভা দেৱী (পত্নী)

**পুত্ৰসকল**

শ্ৰীহিৰণ্য কুমাৰ ভট্টাচাৰ্য্য
এম.এ., আই.পি.এচ. (অৱসৰপ্ৰাপ্ত)

শ্ৰীঅনিল কুমাৰ ভট্টাচাৰ্য্য
বি.এ., এল.এল.বি.

শ্ৰীসনৎ কুমাৰ ভট্টাচাৰ্য্য
বি.এচ.চি. (অনাৰ্চ)

ড° ইন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য
এম.এচ.চি., পি.এইচ.ডি.

**বোৱাৰীসকল**

শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্য
বি.এ. (অনাৰ্চ)

স্বৰ্গীয়া ইভা ভট্টাচাৰ্য্য
এম.এ.

শ্ৰীমতী প্ৰণিতা ভট্টাচাৰ্য্য
বি.এ.

শ্ৰীমতী অঞ্জনা ভট্টাচাৰ্য্য
এম.এ., বি.টি.

**পুত্ৰীসকল**

শ্ৰীমতী অনুপমা দেৱী

শ্ৰীমতী নিৰুপমা মিশ্ৰ

শ্ৰীমতী প্ৰজ্ঞা গোস্বামী
বি.এ.

**জোৱাইসকল**

৺কৰুণাকান্ত শৰ্মা
এম.এ.

শ্ৰীসত্যকৃষ্ণ মিশ্ৰ
বি.এ., বি.টি.

ড° প্ৰদীপ কুমাৰ গোস্বামী
এম্ টেক., পি.এইচ.ডি.

**নাতিসকল**

শ্ৰীসঞ্জীৱ কুমাৰ ভট্টাচাৰ্য্য
এম.এ.

শ্ৰীৰাজীৱ কুমাৰ ভট্টাচাৰ্য্য
এম.এ.

শ্ৰীকাশ্যপ কুমাৰ ভট্টাচাৰ্য্য
বি.এ., এল.এল.বি.

শ্ৰীপ্ৰিয়ঙ্কৰ ভট্টাচাৰ্য্য

শ্ৰীদেৱৰ্ষি কুমাৰ ভট্টাচাৰ্য্য

**নাতি-বোৱাৰীসকল**

শ্ৰীমতী সুৰশ্ৰী ভট্টাচাৰ্য্য
বি.এ.

**নাতিসকল**

শ্ৰীমণীষ কুমাৰ ভট্টাচাৰ্য্য

ডাঃ দীপক শৰ্মা
এম.বি.বি.এচ., ডি.জি.অ'.

শ্ৰীজয়ন্ত শৰ্মা
বি.ই.

শ্ৰীবিদ্যুৎ কুমাৰ মিশ্ৰ
এম.কম., এম. মিউজ.

শ্ৰীপ্ৰদ্যুৎ কুমাৰ মিশ্ৰ
বি.এচ.চি., এম. মিউজ.

শ্ৰীৰাজৰ্ষি গোস্বামী

**নাতি-বোৱাৰীসকল**

শ্ৰীমতী বিৰজা শৰ্মা

শ্ৰীমতী জুৰি শৰ্মা
বি.এ.

শ্ৰীমতী পূৰবী মিশ্ৰ
বি.এ., এম.মিউজ

**নাতিনীসকল**

শ্ৰীমতী নন্দিনী বৰপূজাৰী
এম.এ. বি.পি.এম.*

শ্ৰীমতী লোপামুদ্ৰা ভট্টাচাৰ্য্য
বি.ই.

শ্ৰীমতী উপাসনা ভট্টাচাৰ্য্য

শ্ৰীমতী প্ৰিয়ম ভট্টাচাৰ্য্য

শ্ৰীমতী অপৰ্ণা শৰ্মা
এম.এ.

ডাঃ কল্পনা শৰ্মা
এম.ডি.

শ্ৰীমতী চন্দনা শৰ্মা,
বি.এ.

শ্ৰীমতী কৃষ্ণা শৰ্মা
এম.এ., বি.টি., এম. মিউজ.

শ্ৰীমতী অমৃতা গোস্বামী

**নাতি-জোঁৱাইসকল**

ডাঃ বিক্ৰম বৰপূজাৰী
এম ডি.

শ্ৰীঅৰূপ শৰ্মা
বি ই.

ডাঃ শিৱদেৱ সিং কাটোচ
এম.বি.বি.এচ

শ্ৰীঅচিন্ত্য শৰ্মা
বি.এ., এল.এল.বি.

**পুত্ৰপক্ষৰ আজু-নাতিসকল**

আনুস্কা, অভিনীতা, আয়োনা, আয়ান

**কন্যাপক্ষৰ আজু-নাতিসকল**

নীড়, নেহা, অনুৰাগ, ঈশান, ৰুশীমা, দীক্ষা, নাটাচা আৰু দীপাক্ষী।

---

* Bachelor of Personnel Management

# আঠঘৰীয়া ভট্টাচাৰ্য্য-বংশাৱলী

